পূর্ণ তেজে জ্বলি উঠা বংশৰ ছবিটি,
যশস্যাৰ সৌৰভ বিলাই! আৰু সেই
সংসাৰৰ বিকাশ-বিস্তৃতি আগে-পিচে
পূৰ্ব্বপুৰুষৰ, দেখিলে জুৰায় প্ৰাণ!
কিন্তু হাঁয় সামৰণ! নাযায় কথন!
কান্দি উঠে প্ৰাণ!

লীলা।—কোৱাঁ প্ৰাণেশ্বৰ,
কোৱাঁ ভাঙ্গি ততালিকে
কিবা দৃশ্য অকথন দেখিলাঁ ধ্যানত?
কঁপি উঠে মাতৃহিয়া কিবা আশঙ্কাত,
স্মৰি মোৰ পুত্ৰ-কন্যা সাধক-সাধনী।

ধৰ্ম্ম।—কিনো কম ভাঙ্গি!
আপুনি পাইছাঁ চুকি,
কি যে দৃশ্য আঁকি মই হইছোঁ ব্যথিত।

লীলা।—কিবা দৃশ্য?
কোৱঁ ভাঙ্গি, নকৰঁা পলম।
দেখোঁ যেন অকালত শত্ৰুৰ-ৰাহুৱে
গ্ৰাসিছে গৌৰৱ-সূৰ্য্য ছুটীয়াকাশৰ;
গ্ৰাসে আৰু চন্দ্ৰ-তৰা নাম যশস্যাৰ,
পলায় পখীয়া তৰা বিম্বাশঙ্কে উৰি;
ৰসাতলে যায়-যায় ছুটীয়া-ভুবন!
ৰক্ষা কৰঁা, কোৱঁা ক'ত সাধক-সাধনী।

ধৰ্ম্ম।—অদহন সামৰণ
সেই সংসাৰৰ! ছুটীয়াৰ বংশাৱলী

অন্ত হব সাধনী সইতে। অচিৰতে
ৰাজলক্ষ্মী জাঁপিবহি এই কুণ্ডোপৰি।
অনীতিত পোত্ গল পুণ্য ৰাজনীতি;
অধৰ্ম্মৰ পৰাক্ৰম ধৰ্ম্মৰাজ্য জুৰি,
হল অতিপাত। পুণ্য ৰাজ্য ৰসাতলে
আজি যায়, কালি যায়! আছে মথোঁ ৰই,
—আছে দিন দুই,—সাধনী কাৰণে আৰু
বৃদ্ধ মন্ত্ৰী গুণে!

লীলা।—ইয়াকে 'কৰিলে ভাল
ঈশ্বৰে' আমাৰ!

ধৰ্ম্ম।—নকৰঁা আক্ষেপ।
ঈশ্বৰৰ অভিপ্ৰায় কি বুজিম আমি!
কৰিছে ইয়াকে ভাল আমাৰ কাৰণে,
মানিঁ্য ধ্ৰুপ তুমি। নহলে নিশ্চয়
সাধনীত সামৰণ ছুটীয়া বংশৰ
নপৰি বাঢ়িল হয় বঢ়াবৰ গুণে
পাপ-তাপ অপযশ কলঙ্ক কুলৰ।
আৰু স্থিৰ, ভাবি চাবাঁ, সমানে ন'যায়
কাৰো কতো চিৰকাল; উঠিলে এবাৰ
নিশ্চয় পৰিব লাগে। চলিছে অনন্ত
সৃষ্টি ৰীতি এই!

(মৌন)

অহ, দুৰ্ব্বল চিন্তাত
গলোঁ উটি বহদুৰ!

অপত্য স্নেহৰ ভাৱে নিলে ভটীয়াই
বহুদূৰ, বহুদূৰ, মন ওভতাই!
কাল নাই ভাবিবৰ পূৰ্ব্বৰ কাহিনী।
আছাঁ প্ৰিয়া, অৰ্দ্ধাঙ্গিনী, সহধৰমিনী
জীৱনে মৰণে মোৰ ধ্যান-সহচৰী;
এয়ে এবে সম্পূৰ্ণ সংসাৰ। নাই আৰু
জীৱনৰ সুখ-দুখ, বিষয়-বাসনা
সকলো পৰিল ডুব সামৰণমুখে;
হব তাৰ মুক্তি এবে, নাই বহুদিন।
জৰা-মৃত্যু অতিক্ৰমি, লভোঁ কিনোমতে
অনন্ত আত্মাৰ সতে আত্মাৰ মিলন,—
সেই চিন্তা, সেই ধ্যান, সেই লক্ষ্য ধৰি,
অন্তিম কালত প্ৰিয়া, তবোঁ আহাঁ আমি।
আহাঁ যাওঁ, বহোঁগই সিপাৰে ধ্যানত। (প্ৰস্থান।)



# তৃতীয় গৰ্ভাঙ্ক।



## আহোম ৰাজ-চৰা।

(চুহুম্মুং স্বৰ্গদেৱ আৰু কনচেং বৰপাত্ৰ ভাঙৰীয়া।)

কনচেং:—নাজানে কি ৰাজনীতি
ছুটীয়া বজাই? অনধিকাৰ চৰ্চ্চাৰ
এক অপৰাধ নহওঁতে সুবিচাৰ,

ঘুৰি অপৰাধ লগালে সিদিনা, ঘুৰি
গাওঁ-ভুঁই লুটি !
চুহুম্মুং।—থাকিলে কি কাণ্ডজ্ঞান,
হয় এনে গতি ! ছুটীয়াৰ ৰাজ্য এবে
ৰসাতল-প্ৰায়।—নাই নীতি, নাই ধৰ্ম্ম,
ৰাচ-সুবিচাৰ ; পাহৰিলে ৰাজনীতি
ছুটীয়া ৰজাই।
কনচেং।—শুনিছোঁ বিস্তৰ
ৰাজ্যৰ দুৰ্গতি কথা ;
নীতিপাল অনীতিৰ পূৰ্ণ অৱতাৰ ।
নাশিছে যশস্যাৰাশি পূৰ্ব্ব-ৰাজনৰ,
ধৰ্ম্মাধৰ্ম্ম পাপ-পুণ্য নকৰে বিচাৰ ;
বিষয়াক ভাঙ্গি-পাতি লণ্ড-ভণ্ড কৰি,
পীড়িছে প্ৰজাক নিতে ন-ন ৰূপ ধৰি,
বিলাস বাসনা হাঁয় পুৰাবৰ গুণে !
এতেকতে স্বৰ্গদেৱ, উচিত আমাৰ,
উদ্ধাৰোঁ পতিত ৰাজ্য ঘোৰ সমস্যাত ।
মিলিছে সুযোগ তাৰ, এই সময়ত ;
আজ্ঞা মাগোঁ লাগে মোক, যাম এতিক্ষণে ।
আক্ৰমি বিক্ৰমে গই ছুটীয়া ৰজাক,
ঘুচাই অপায় যত অধৰ্ম্মাচাৰৰ,
শান্তিৰ ৰাজত্ব পুনু কৰিম স্থাপন ।
নতুবা, ৰজাক ভাঙ্গি ছুটীয়া ৰাজ্যত
আহোম শাসন-নীতি কৰিম প্ৰচাৰ ।

পলমে বিধিনি মাতে ইসব্ব কাৰ্য্যত,
যাব পাৰোঁ তত্তালিকে অনুমতি পালে।

চুহুম্মুং।—বীৰোচিত বাণী!
ৰাজনীতি পৰা নাই এৰা।
কিন্তু ডাঙ্গৰীয়া, ইচ্ছা মোৰ, পাচোঁ অন্য
বীৰ সেনাপতি;—প্ৰথমতে যাইবল
কিয় যাবাঁ তুমি? যাটে যদি অন্য বীৰ
জনে-জনে গই, পাচিম তোমাক পাচে।

কনচেং।—স্বৰ্গদেৱ,
পালোঁ প্ৰাণে বিষম আঘাত!
থাকোঁতে ই কনচেং সেনাধ্যক্ষ হই
আহোমৰ ৰণবলে পৰাভৱ মানি
আনিব কলঙ্ক? পাৰোঁ যদি একেবাৰে
জিনিব শত্ৰুক, কিয় পাচোঁ বাৰে বাৰে
অন্য সেনাপতি, পাঙ্গি লই পৰাজয়?
বাঞ্ছা মোৰ, জীৱনত নেদেখোঁ বিমুখ
সমুখ ৰণত গই নিজ ৰণ-বল।
আৰু এক অনুৰোধ;—চিৰকাল যেন
অনুমতি পাই থাকোঁ এনে সুযোগত,
ৰণত বীৰেন্দ্ৰ নাম লভিবৰ গুণে।

চুহুম্মুং।—ডাঙ্গৰীয়া,
জানো আমি বিক্ৰম তোমাৰ।
সম্ভৱ সকলো তোমালই। যোৱাঁ তেন্তে,
কৰাঁগই যথাবিধি যুদ্ধ-আয়োজন।

কিন্তু, এটি উপদেশ ৰাখিবা মনত,—
ৰাখিবা গোপনে অতি। নিতান্ত যদিহে,
কৰা হয় আক্রমণ ছুটীয়া ৰজাক,
হব লাগে লাভ আমাসাৰ; হব লাগে
ৰাজ্য লাভ নিতান্ত আমাৰ; হব লাগে
আৰু লাভ সাধনী-ৰতন। সেই অৰ্থে,
পাৰ্ব্যমানে সন্ধি নকৰিবা। বিনা-ৰণে
কৰে যদি সমৰ্পণ ৰাজ্য-ধন-জন,
নাৰাখিবা হেতু তাত, মিত্র-ৰাজনৰ।
অথবা, বিষম দাবী কৰিবা ঘোষণা;—
সাধনী ৰাণীৰ স'তে 'কুবেৰ সম্পত্তি',
লাগিব সঁপিব, লাগে যদি অধিকাৰ
কৰদ ৰাজ্যৰ।—এয়ে সাৰ উপদেশ।

কনচেং।—আহোঁ, স্বৰ্গদেৱ,
শিৰোধাৰ্য্য উপদেশ।

(প্রস্থান।)

চুহুম্মুং।—যাও, আৰু
কৰোঁগই যুগুতি বিশেষ,
অন্য মন্ত্রী, সেনাপতি, বিষয়াৰে স'তে।

(প্রস্থান)

——o——

## চতুৰ্থ গৰ্ভাঙ্ক।

ছুটীয়া ৰজাৰ মন্ত্ৰণা-ঘৰ।

( সাধনী, নীতিপাল আৰু মন্ত্ৰী। )

নীতি।—নিৰুপায় হলোঁ এবে,
নাই পৰিত্ৰাণ ! নুশুনি ৰাণীৰ কথা,
মন্ত্ৰী-উপদেশ, অসৎ সঙ্গত হাঁয়,
মজিলোঁ সমূলি ! হাতে-হাতে প্ৰতিফল
ফলিছে এতিয়া !

সাধনী।—নহবাঁ অধীৰ !
বিপদত ধৈৰ্য্য ধৰা পুৰুষৰ ৰীতি ;
অধৈৰ্য্যে বঢ়াই যত আপদ-জঞ্জাল,
উদ্ধাৰৰ গতিৰোধ কৰে সি সমূলি।
নাই আৰু এটি ক্ষণ অনুতাপলই ;
ফল নাই আক্ষেপত। আসন্ন কালত
এবে লোৰা মন্ত্ৰী-উপদেশ, হব পাৰে
অপায়-বিধিনি নাশ।

মন্ত্ৰী।—কি আছে উপায় !
ভুকলা ই ৰাজ্য এবে।
ৰণবল, অৰ্থবল আৰু নীতিবল
অকালত ক্ষয় হল ; প্ৰজা বিশৃঙ্খল ;
ৰাখিবা কিৰূপে দুৰ্জ্জয় আহোম-সেনা ?

তাতে জানা, কনচেং নিজে সেনাপতি ;
যাৰ নামে কম্পমান দিল্লী-সিংহাসন।

সাধনী।—শুনা আছে
কনচেং বীৰৰ কাহিনী।
নাই এনে বীৰ আজি ছুটীয়া ৰাজ্যত
ক্ষন্তেক ঠাৰবে সেই বীৰৰ আগত ;
নাই আজি সেনাপতি পূৰ্ব্ব ৰাজ্যৰ ;
সি হেতু উচিত নোহে যুদ্ধ আয়োজন,
অনৰ্থক ৰক্তপাত নাই প্ৰয়োজন।
দিয়া যুক্তি মন্ত্ৰীবৰ, কিৰূপে এৰাই
এই আসন্ন বিপদ ৰক্ষা পৰো সবে।

নীতি।—ৰক্ষা পৰো যাতে
কৰো মাথোঁ যুক্তি তাৰ।

মন্ত্ৰী।—সন্ধিৰ প্ৰস্তাৱ বিনা
নেদেখোঁ উপায়।

সাধনী।—মোৰো সেয়ে মত।
কিন্তু মন্ত্ৰি, শুচে যদি সন্ধিৰ প্ৰস্তাৱ
অযথা দাবীৰ হেতু, কি হব উপায়
আসন্ন-বিপদ-বেলা ?

মন্ত্ৰী।—সন্তৱ সকলো।
অযথা দাবীৰ কথা নোহে অসম্ভৱ।
দীৰ্ঘ-দৃষ্টি ৰাণী তত্ত, মনিষ্ঠা স্বৰূপ ;
ৰজা-ৰাণী হৈয়ো [illegible] বাস
ৰাজ হই নগৰৰ [illegible],

আত্মৰক্ষা হেতু। থাকোঁ মই নগৰত।
চাপিলে বিপক্ষদল, সন্ধিৰ প্ৰস্তাৱ
কৰিম যি দেখোঁ ভাল।

সাধনী।—সাৰগৰ্ভ কথা।
যোৱাঁ মন্ত্ৰি, কৰাগৈ যথা আয়োজন,
যাত্ৰা কৰা হয় যাতে আজি-কালিতেই।
দেখিছোঁ চন্দনগিৰি; অতি ৰম্যস্থল;
মুনি-মন-মোহা দৃশ্য পৰিছে মনত
তাহানিতে দেখা সেই কুণ্ডিল-কুণ্ডৰ
পিতৃ-মাতৃ সেৱা হেতু যাওঁতে এবাৰ।
আহা, কিনো বিতোপন শোভে গিৰিবৰ,
আকাশী শিৰত হাঁয়, পিন্ধি মেঘমালা,
মলয়াত ঢউ মেলা চুলিটাৰ যাৰ!
মূলত কুণ্ডিল কুণ্ড অতি সুগভীৰ,
পৱিত্ৰ জলেৰে পূৰ, অতি নিৰমল।
উপচি প্ৰেমৰ বাগ কুণ্ড-গৰ্ভপৰা
পৱিত্ৰ কুণ্ডিল-পানী ধীৰে বই যায়,
চন্দনগিৰিৰ পদ ভক্তিৰে ধুৱাই!
পাহৰোঁ বিপদ আজি সুমৰি সি ঠাই;
—আপোন পাহৰি যাওঁ!

নীতি—জানো মযো,
সেই ঠাই যোগ্য আশ্ৰমৰ।

মন্ত্ৰী।—আহোঁ তেন্তে,
কৰোঁগই যথা আয়োজন। (মন্ত্ৰীৰ প্ৰস্থান)

৬

সাধনী ।—অহ,
পৰিছে মনত, আত্মাৰ ছঁয়াটি
দেখা সেই কুণ্ডৰ গৰ্ত্তত ; কোনে জানো
হিয়া মেলি, মিলি হিয়া স'তে, নিলে, মোক
পমোৱাই পুণ্যপুৰলই ;—শান্তি য'ত
বিৰাজে সদায় ! সেই পুণ্য আশ্ৰমত
বাস যদি হয় হাঁয় চিৰকাললই,
নাভাবোঁ ভাবনা আৰু পাপ-সংসাৰৰ ;
সাহেৰে মাতিব পাৰোঁ আসন্ন বিপদ ।
নীতি ।—নকৰিবাঁ খেদ,
ফলিছে দুৰ্ভাগ্য-ফল !
বলা যাওঁ ; ইয়াতেই হল বহুপৰ ।
সাধনী ।—নোহে খেদ ।
খেদ মোৰ কি বুজিবা হাঁয় !

( প্ৰস্থান )



জিৱণি-পট ক্ষেপন ।

—(০)—

# পঞ্চম অঙ্ক।

## প্ৰথম গৰ্ভাঙ্ক।

### চন্দনগিৰি।

সাধনী।—স্বৰ্গৰ জখলা

এই পুণ্য গিৰিবৰ,
নিৰ্ম্মিলে কি সুকৌশলে বিশ্ব-খনিকৰে!
সৌন্দৰ্য্যৰ ৰূপৰাশি, কৰুণাৰ প্ৰভা,
প্ৰেমেৰ পৱিত্ৰ ৰাগ, সম্ভোগৰ সুখ,
আৰু এক আবেগৰ পুণ্য আকৰ্ষণ,
সকলো সমানে সানি সৃজিলে মৰ্ত্ত্যত,
পঞ্চামৃত লাক যেন অৰণ্য-মন্দিৰ!
চন্দনগিৰিৰ নাম অগৰু চন্দনে
ৰাখিছে উজ্জ্বল কৰি এই পৃথিৱীত;
আৰু তাৰ অনুপম ৰূপ মনোহৰ
বখানিছে চিৰকাল দেৱতা-কিন্নৰে;
যোগী, ঋষি, মুনি আৰু তাপস কুমাৰ,
বিমোহিত নৰলোক ৰূপ-লীলা চাই!

ইয়াৰে সৌন্দৰ্য্য-সোঁত বই-বই গহ,
ভৈয়ামত প্ৰতিভাত হয় মাজে মাজে।
যি ফালে ঘূৰাওঁ চকু, তাতে বই যায়,
নপলায় তৃপ্তি হাঁয়, হেঁপাহ হিয়াৰ,—
চাওঁমানে বাঢ়ি যায়, পাহৰোঁ সংসাৰ!
পৱিত্ৰ কুণ্ডৰ নীৰ, অতি নিৰমল,
প্ৰকৃতি-দাপোন যেন পতা আছে কেনে!
বাহিৰৰ সৌন্দৰ্য্যৰ প্ৰতিবিম্বে তাত
হাঁহিছে নাচিছে হাঁয়, আপোনাকে চাই!
নাচে যেন হিয়া মোৰো তাৰ চেৰে চেৰে,
বসুধা-বুকুত প্ৰাণ ক্ষন্তেক জুৰাই!

* * *

ইয়াতে এদিন হাঁয় দময়ন্তী সতী
উঠিছলি আহি আহি বাট হেৰুৱাই,
চিন্ তাৰ এতিয়াও মাৰ যোৱা নাই;—
শিল-বন, গছ-লতা আটাইটি মিলি
সাক্ষী দিয়ে বিশেষণে সবিশেষ কই!
কুণ্ডিলৰ গুৰি এয়ে, বিদৰ্ভা ঢৌৱাই
পৱিত্ৰ কৰিছে যি; সিও সাক্ষী দিয়ে,
মহাসতী দময়ন্তী কেনেকই আহি
উত্তৰিল কুণ্ডৰ তীৰত, ভ্ৰমি বহু
গিৰি-গুহা, দেশ-বন, পতি হেৰুৱাই;—
ইয়েহে লগালে বাট পিতৃ-বাস্থালই ।

আৰু, হাঁয়, কৃষ্ণদেৱে ৰুক্মিনী দেবীক
উদ্ধাৰি এদিন ইয়াতেই থিত লয়
যাওঁতে উংটি। ইয়াতে জিলিকে আজি
সমাধি মন্দিৰ সউ, ভীষ্মক ৰজাৰ,
মিলিলে পঞ্চত্ব যত মহা ৰাজর্ষিৰ।
(অহ!)
ভাগ্যে মোৰ পাওঁ যদি ইয়াতেই লয়,
কিযে সুখ অনুভৱ হব সেই বেলা,
সাধি এই মৰতত স্বৰগ সাধনা!
মানিছোঁ এতিয়া ধ্রুব,—নাই ভ্রান্তিলেশ,—
চক্রৱত ঘূৰে সদা ভাগ্য-ফলাফল।
(হাঁয়!)
পৰিছে মনত এবে মাতৃ দেবীলই,
ধৰ্ম্মৰ জীৱন্ত মূৰ্ত্তি পিতৃদেৱ আৰু;
দুয়োৰে অটল মতি একে বিশ্বাসত
"ঈশ্বৰে যি কৰে ভাল মানুহ কাৰণে।"
সেই বিশ্বাসৰ ফল প্রতিভাত হোৱা
এই জীৱনত মোৰ দেখিবৰ গুণে,
ৰলেহি নীৰলে ঠাঁই কুণ্ডৰ পাৰত,—
সমাধি শোভিছে সউ পুণ্য পোহৰত!
(আহা!)
প্রাণেশ্বৰ মোৰ! প্রাণৰ পুতলি গঢ়ি
সযতনে যাক ৰাখিছোঁ হিয়াত তুলি,
সেই প্রাণধন আছেমানে বৰ্ত্তমান,
কি আছে অভাৱ মোৰ এই পৃথিবীত!

নাথ মোৰ পথশ্ৰান্ত আজি। ভাগৱত (দেহি!)
হইছে কাতৰ জানো! নাধাৰে সমূলি,
নাজানে কি শোক-তাপ, সন্তাপ-ভাগৰ,
চিন্তাৰ বিকাৰ আৰু বেঁকা সংসাৰ;
পৰিছে মলিন দেহি, সৰল মুখানি
ৰাজ্য-বিপ্লৱৰ ঢৌ সহি অকালত।
যাওঁ হাঁয়, পুজোঁগই যথা শুশ্ৰূষাৰে। (প্ৰস্থান।)

—o—

## দ্বিতীয় গৰ্ভাঙ্ক।

চন্দনগিৰিৰ নামনি।

(নীতিপাল অকলে।)

—:*:—

নীতি।—বিচিত্ৰ সংসাৰ!
চক্ৰৱত ঘূৰিছে সদায়!
কি আছিলোঁ, কি যে হলোঁ, কিবা হবলই
আছে আৰু আগলই! সৃষ্টি-স্থিতি-লয়
ৰূপান্তৰ মাথোঁ, আদি-মাজ-সামৰণ
নৱ জীৱনৰ। ফলিছে সি হাতে-হাতে
এই জীৱনত। দেখি-শুনি লীলা-খেলা

এই সংসাৰৰ, পৰি আৰু শঙ্কটৰ
ঘোৰ বিপাকত, শিকিলোঁ-বুজিলোঁ বহু
সংসাৰৰ পাক-চক্র ভৱ-ভাৱনাত।
দেখিলোঁ যি ৰীতি-নীতি, সংসাৰৰ গতি,
সাৰশিক্ষা তাৰপৰা লভিলোঁ ইয়াকে ;—
মনোবৃত্তি মানৱৰ ৰব লাগে স্থিৰ,
যেতিয়া যি অৱস্থাত ; নতুবা পতন
তাৰ ধ্ৰুৱ-সত্য কথা।  আৰু যি বুজিলোঁ
দেখি-শুনি মানুহৰ চৰিত্ৰ-আখ্যান,
তাৰপৰা হল মোৰ এই স্থিৰ-জ্ঞান ;—
আছে যদি কিবা, সাধ্যাতীত পৃথিবীত,
এক সি,—মানুহ চিনা এই সংসাৰত।
সঙ্গদোষ জীৱনত আৰু এক শনি ;
চৰিত্ৰৰ ছিদ্ৰে জুমি মানৱ অন্তৰ,
হৰে তাৰ সাৰবস্তু চোৰ-প্ৰকৃতিৰে ;
জীৱন্তে মৰণ মাতি ঘটায় জঞ্জাল !
দেখি যেন পৰিণাম, এই জীৱনৰ
আগলই সংসাৰীৰ হয় তত্বজ্ঞান।

(মৌন)

( সসৈন্যে কনচেং, মন্ত্ৰী আৰু নালীয়াৰ প্ৰৱেশ )

মন্ত্ৰী।—মহাৰাজ !
বিনাযুদ্ধে দিলোঁ এৰি বাট ;
উপদেশ যেনে ৰূপে আছিল আমাত।

উপস্থিত সেনাপতি আহোম ৰজাৰ ;
সন্ধিৰ প্ৰস্তাৱ বোলে শুনাব আপুনি ।

নীতি ।—সত্য কথা ।

পালোঁ আমি পৰম সন্তোষ,
ডাঙৰীয়া নিজে আহি হল উপস্থিত ।
সন্ধিৰ প্ৰস্তাৱ এবে শুনো যিবা হয় ।

কনচেং ।—মহাৰাজ !

লব মোৰ সম্মান-সৎকাৰ ।
লভিছোঁ পৰম প্ৰীতি সাক্ষাৎ লাভত ।
আজ্ঞাবহ ভৃত্য মই আহোম ৰাজৰ,
কনচেং নাম মোৰ, মন্ত্ৰী-সেনাপতি ।
আদেশিলে স্বৰ্গদেৱে,—ৰণ-বল লই,
আক্ৰমোঁ ছুটীয়া ৰাজ্য ৰাজ-নীতি মতে ।
উপদেশ আৰু মোত,—ৰণজয়ী হই
আহোম ৰাজ্যৰ চামিল কৰোঁ ই ৰাজ্য ;
অথবা কৰদ ভাৱে এৰি আপোনাক,
নিব লাগে উপহাৰ 'কুবেৰ সম্পত্তি'
আৰু সাধনী ৰাণীক । হয় এয়ে দান,
নতু সন্নিধান ।—যিবা হয় অনুমতি ।

নীতি ।—অযথা প্ৰস্তাৱ ;—

অসাধ্য গ্ৰহণ কৰা ।
"কুবেৰ-দত্ত সম্পত্তি" নহয় ৰজাৰ ;—
ছুটীয়াৰ ভাগ্যলক্ষ্মী সেই পুণ্যধন ;
হস্তান্তৰ-অধিকাৰ পোৱা নাই আমি ।

আৰু, ইটো অদ্ভুত প্ৰস্তাৱ!—সাধ্য কাৰ
সাধনীক কৰে হাত বাঁচি আছোঁ মানে?
কোন্ ৰাজনীতি মতে পাচিলে তোমাক
সুবিজ্ঞ আহোমৰাজে এনে প্ৰস্তাৱেৰে?
শুনিছোঁ অসম তুমি, বাহুবল লই,
ধৰ্ম্মৰ বলত কিন্তু দেখিছোঁ দুৰ্ব্বল!

মন্ত্ৰী।—ভাবি চোৱা
পুনৰপি, সলোৱা প্ৰস্তাৱ।

কনঁচেং।—পন্থা নাই
ভাবিবৰ;—সিদ্ধান্ত প্ৰস্তাব।
আছে দান, নাই সমিধান; এয়ে মোৰ
স্থিৰ সমিচাৰ। কৰাঁ যুক্তি যিবা হয়।

নালীয়া।—ৰক্ষা পৰক মহাৰাজ! দি দিয়ক যি লাগে। আপোনাৰ দেহাটো হে লাগে; তেনে ধন-বস্ত্ৰ-তিৰী কিমান যাব, কিমান আহিব!

নীতি।—কটোৱাল,
বন্দী কৰ এই পাষণ্ডক।
কৰিলে যতেকমানে এই দুৰাচাৰে
নতুন বিষয়া সতে স্বাৰ্থসিদ্ধি হেতু।
বৰশীত দিব লাগে, এই মহাপাপী;
আৰু দুই ৰাজদ্ৰোহী নতুন বিষয়া।
(কটোৱালে নালীয়াক বন্দী কৰে)

নালীয়া।—ৰক্ষা কৰক মহাৰাজ! মই নহয়, সি দুজন হে মহাৰাজ!

মই মহাৰাজৰ উপকাৰহে কৰোঁ। মই হে তেও মহাৰাজক ৰজা পতাব গুৰি! মই উপকাৰী, মহাৰাজ, মোক অপকাৰ কৰিব নোৱাৰ। (কটোৰাকে ডিঙ্গিত ধৰি বাজ কৰে) ঔ, নিলে ঔ! মৰিলোঁ ঔ! হে কোনে পাৰ বাৰ ঔ!—ঔ, ৰৰণীত দিবগৈ বোলে ঔ!!

মন্ত্ৰী।—নলবে প্ৰস্তাব?

কনচেং।—লৰে যদি হিমাচল,
নলৰে প্ৰস্তাব মোৰ, জানিবাঁ ধুৰুপ্।

নীতি।—তদ্ৰূপ প্ৰতিজ্ঞা মোৰ;—
যদি কুণ্ডিল উভতি বয়,
সাধনীক সমৰ্পণ সম্ভৱ নহয়।
আৰু সেই কুবেৰৰ প্ৰদত্ত সম্পত্তি,
নসঁপিম আছোঁমানে, আহোম ৰজাক।
—শেষ সমিধান।

কনচেং।—অত অভিমান!
নসহোঁ ক্ষন্তেক আৰু!
জনা নাই কাৰ সতে পাতাঁ তৰ্কজাল?
সিংহৰ আগত যেনে বাঘ-গোজৰণি!
নসহোঁ ক্ষন্তেক আৰু নকৰোঁ পলম,
এতিক্ষণে যমপুৰি পঠিয়াই সৱে,
—ৰজা, মন্ত্ৰী, পাৰিষদ, সেনা, সেনাপতি—
হস্তগত কৰি শেষে সাধনী-'সম্পত্তি',
সামৰিম আক্ৰমণ ছুটীয়া ৰাজ্যৰ।
আহাঁ চাপি, কৰাঁ আহি প্ৰাণ সমৰ্পণ।

নীতি।—প্ৰতিজ্ঞা পালন,
কিম্বা ৰণত শয়ন।
আহাঁ চাপি, চাওঁ জুখি কিমানৰ বীৰ ;—
বাঘৰ আগত কৰে ছাগে ডেৰা-ডেৰি !
( যুদ্ধ ;—নীতিপালৰ পতন। )

নীতি।—( মূৰ্চ্ছিত অৱস্থাত ) অহ-অঃ !
প্ৰাণবায়ু—কণ্ঠাগত হাঁয় !
অহ, প্ৰাণেশ্বৰী, সতীৰ জীৱন্ত ছবি,
এৰিলোঁ অকলে আজি ভৱ-সংসাৰত।
যাওঁ মই, আহাঁ তুমি, নিত্য বস্তু থই,
অনিত্য সংসাৰ হেতু, সতীৰ চানেকী।
আৰু মোৰ প্ৰজাপুত্ৰ, পাত্ৰ-মন্ত্ৰী সৱ,
সবাৰে জানিবাঁ মোৰ শেষ-সম্ভাষণ।
অহ-অ-হ, বিদা-আ-য়।—
( মৃত্যু ;—শৱ স্থানান্তৰিত। )

কনচেং।—আহাঁ চাপি
একে লগে, বাকী আছা কোন ?
মন্ত্ৰী।—ধৰোঁ চাপি,
বধোঁ আজি বীৰ কনচেং।
( যুদ্ধ ;—মন্ত্ৰীৰ পতন আৰু শৱ স্থানান্তৰিত। )
কনচেং।—অস্ত হল শক্ৰবল।
নহল পূৰণ কিন্তু ৰণতৃষ্ণা মোৰ ;
নকৰিলে যুদ্ধ-আয়োজন ! বিধা হোক,

কাৰ্য্য-সিদ্ধি হল যথাৰতে। যাওঁ এবে,
আনোগই সাধনীক ধৰি, আৰু সেই
কুবেৰ-সম্পত্তি"।

(বেগেৰে প্ৰস্থান।)

---

# তৃতীয় গৰ্ভাঙ্ক।



চন্দনগিৰিৰ টিং।

সাধনী!—(অকলে)।

গীত।

ললিত যোগিয়া—একতালা।

(হাঁয়) ফুল নুফুলিলে, গুটি নধৰিলে
কলিতে লেৰেলি যায় অই!
(হাঁয়) ঢোপা কলিটিয়ে, ফুলোঁ ফুলোঁ ভাৱে,
আশাতে বিনাশ পায় অই!!
এই সংসাৰৰ কেওঁ ফুলৰ মোল্কে নাপায়,
এই সংসাৰত ফুল দিনে আমুৱায়;
আকাশে হে মাথোঁ ফুল-মোল বুজি,
পিন্ধি লিত্তে শোভা পায় অই!

আতি খেদ লাগি হইছোঁ বৈৰাগী,
আছোঁ প্ৰাণ ধৰি সংসাৰ নিলগি ;
( এই ) হৃধাৰি চকুলো, মছিলে নৰয়,
হৃদি-কুণ্ড জৰি বয় অই !
( এই ) সংসাৰৰপৰা উদ্ধাৰি আতমা,
মুক্তি কোনে আজি দিয়ে অই !!

( মৌন )

অন্ত হল, সংসাৰৰ যত লীলা-খেলা !
অন্ত হল ধন-জন, ৰাজ্য-সিংহাসন,
আৰু যত মায়া-মোহ ভৱ-ভাওনাৰ !
অন্ত হল পিতৃ-মাতৃ, প্ৰাণ-পতিধন,
আত্মীয় কুটুম্ব আৰু যত প্ৰিয়জন ;
বৃদ্ধ মন্ত্ৰী, সেনাপতি, গল ৰাজ্যবল ;
আছোঁ মই দেহা ধৰি, আছে এই
'কুবেৰ প্ৰদত্ত ধন'। হব লয় ইও,
পাব লয় ইয়াতেই ক্ষন্তেক পলমে।

( মৌন )

সন্ধিৰ প্ৰস্তাৱ !
—কি যে সাংঘাতিক কথা !
যুক্তিৰ সঞ্চাৰ নাই ; নাই ধৰ্ম্মজ্ঞান ;
প্ৰলাপ সমুলি মাথোঁ বাতুলৰ মুখে !
শুনি হল ৰোমাঞ্চিত সৰ্ব্ব কলেৱৰ।

কোন সতে কোন সাহে কৰেহি প্ৰস্তাৱ,
বোধশক্তি বাজ কৰি, নিলাজৰ মুখে,
সতী সমৰ্পণ কথা ? কিন্তু, সাধ্য কাৰ
স্পৰ্শ কৰে ছাঁয়া এই সাধ্বী-শৰীৰৰ
থাকেমানে দেহে প্ৰাণ ?

( মৌন )

নিদিওঁ কাচিতো
এৰি 'কুবেৰ-সম্পত্তি', নিদিওঁ বুলিলে
যাক স্বৰ্গী প্ৰাণেশ্বৰে। ৰাখিছোঁ যতনে
তাক, সতীত্ব-ৰতন স'তে, ৰাখিম প্ৰাণান্তে !
সাহে যদি দুৰাচাৰে পশু-প্ৰকৃতিৰে
বলেৰে নিবৰ হেতু, সতীত্ব বলেৰে
তাক ৰাখিম উদ্ধাৰি, কৰি প্ৰাণপণ।

( মৌন )

চাপে অস্ত !
চাপিছে সি পুণ্য শোভা ধৰি। আঁতৰিছে
দেহ-মন লাহে—লাহে—লাহে, সংসাৰৰ
মায়া-মোহ আশা-শান্তি ক্ৰমাৎ এৰাই।
কৰিছে সি গতি এবে অনন্তৰ দিশে
ধীৰে ধীৰে ধীৰে। ধন্য প্ৰভু, ৰুদ্ৰ তুমি,
অপাৰ কৰুণা তব ; হৰিলাঁ আগেয়ে
মায়াৰ কাৰণ যত ভৱ-সংসাৰৰ,
মুকুতিৰ গতি মোৰ পোনাবৰ গুণে।

দিয়া মাতৃ জন্মভূমি, দিয়াঁহে বিদায়,
মৰিষি সমস্ত দায় আপোন কন্যাৰ।
আৰু মাতোঁ পৃথিবীক,—জননী-জননী,—
ৰাখিবাঁ মিনতি মোৰ অন্তিম কালত,
ক্ষেমিবাঁ সকলো দায় ইহ জনমৰ।
একেবাৰ সম্ভাষণ কৰিবাঁ গ্ৰহণ
নৰ-নাৰী মৰতৰ ; ক্ষেমিবাঁ সবাৰে,
নাজানি কৰিছোঁ যদি কিবা অপৰাধ।
শত্ৰু বুলি পৰিচয় দিছিলাঁ যি সৱে,
চেনেহী মাতেৰে এবে দিয়াঁহে বিদায়,
লই মোৰ স্নেহ-সম্ভাষণ।—যাওঁ এবে,
থাকাঁ সৱে, বিদায় ! বিদায় !!

( মৌন )

( সসৈন্যে কনচেঙৰ প্ৰবেশ )

কনচেং :—মহাৰাণী,
লোৱাঁ মোৰ সম্মান অশেষ।

সাধনী ।—কোন তুমি ?
কিয় মোৰ চাপিছাঁহি কাষ ?

কনচেং ।—আহোম ৰজাৰ
মই মন্ত্ৰী-সেনাপতি।

সাধনী ।—কিহেতু ইঠাঁই ?

কনচেং ।—ৰণত বিজয়ী হেতু।

সাধনী ।—জানো সেই কথা।
কিহেতু আহিছাঁ হেথা ?

কনচেং।—সমৰ্পিব লাগে সেই
"কুবেৰ-সম্পত্তি"; আৰু আত্ম-সমৰ্পণ
হব লাগে এবে।

সাধনী।—নহব সি বাঞ্ছা সিদ্ধি।

কনচেং।—নহব নহলে।

সাধনী।—কিবা কোৱাঁ!
পশুবল খটাবাঁ নহলে?

কনচেং।—ক্ষমা কৰাঁ,
আজ্ঞাবহ ভৃত্য মাথোঁ আমি!
ৰাজ-আজ্ঞা পালোঁ সদা প্ৰাণ পণ কৰি।

সাধনী।—কাৰ আজ্ঞা এনে?
কোন্ অধৰমী সিটো?
কোনে সাহে কবলই নীচ বচনেৰে
'কুবেৰ-সম্পত্তি' কথা? কোন্ জ্ঞানহীনে
কৰে এনে অসম্ভৱ সন্ধিৰ প্ৰস্তাব,—
সতী-সমৰ্পণ 'হেতু'—পতি বিয়োগত?
ধিক্ তাৰ জীৱনত, ধিক্ শতবাৰ!
সতীত্বৰ মূল্য সি জানে কি পাষণ্ডে,
বিশ্বৰাজ্য বিনিময় হেয় যাৰ স'তে!
সামান্য ৰাজ্যৰ ৰজা হই পৃথিৱীত
স্বৰ্গৰ আসন সি বিচাৰে মৰ্ত্ত্যত?
না জানে সি জীৱনত সতীৰ মাহাত্ম্য,
হোৱা নাই ৰাজ্য তাৰ সতী-প্ৰসৱিনী;

নতুবা নৃপতি মুখে ইহেন প্ৰলাপ
অসম্ভৱ,—অসম্ভৱ জানিবা নিশ্চয়।
আৰু শুনা,—
'কুবেৰ-সম্পত্তি' কথা ; এবাঁ তাৰ আশা।
হোৱা নাই প্ৰতিশ্ৰুত প্ৰাণেশ্বৰ মোৰ
সেই ধন সমৰ্পণ হেতু ; যিৱা সন্নিধান
পালাঁ তুমি আছেনে মনত ? চোৱাঁ ভাবি,
কিহেতু এৰিলে প্ৰাণ প্ৰাণেশ্বৰে মোৰ,
কি ভাৱে উৰালে নাথে প্ৰস্তাৱ তোমাৰ,
পুৰুষৰ বীৰ্য্য দেখুৱাই।

কনচেং।—ক্ষমা কৰাঁ সতি !
যুক্তিৰ অধীন আমি, আদেশৰ দাস।
নকৰাঁ যদিহে আহি আত্ম-সমৰ্পণ
মন মোৰ ভদ্ৰ নিবেদন, বাহুবল
অগত্যা প্ৰয়োগ জানাঁ।
( ধৰিবলৈ লাহে লাহে আগ বাঢ়ে )

সাধনী।—ক্ষান্ত হোৱাঁ।
অন্ধ তুমি, নাহিবাঁ উধাই ;
সাধ্য নাই পাবলই স্পৰ্শ এই তনু।
দেখা নাই জনমত সতীৰ মহিমা ;
সিহেতু সাহিছাঁ এনে উন্মাদৰ প্ৰায়।
হব জন্ম মহাসতী ৰাজ্যত তোমাৰ,
আশীৰ্ব্বাদ লোৱাঁ এই, মূল্য শত্ৰুতাৰ।

আৰু মোত্ কথা নাই। লোৰাঁ চাই-বুজি
মায়া-লগা ৰাজ্যধন ; ললোঁ মাথোঁ মই
ছুটীয়াৰ ৰাজলক্ষ্মী, 'কুবেৰ-সম্পত্তি'।
মুগ্ধ নৰ, চাই লোৱাঁ, চাই লোৱাঁ আজি,
কিৰূপে সতীয়ে কৰে বৈকুণ্ঠ প্ৰয়াণ।

( কুবেৰদত্ত সম্পত্তি লৈ হাঁহি হাঁহি
সাধনীয়ে কুণ্ডত জাঁপ দিয়ে ) !

—০—

যবনিকা।

—০—

# জয়মতী।

( বুৰঞ্জীমূলক নাটক )

সাহিত্যিক পেঞ্চনাৰ,

শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱা,

এম, আৰ, এ, এচ, ৰচিত।

তৃতীয় তাঙ্গৰণ।

১৮৫৩ শক।

তেজপুৰ,

লীলা-এজেঞ্চিৰপৰা

গ্ৰন্থকাৰৰ দ্বাৰাই প্ৰকাশিত।

বেচ, ৷৹ তিনিসিকি।

# উছর্গা।

—:*:—

স্বৰ্গাদপি গৰীয়সী

পৰম পূজনীয়া জননী

৺লক্ষ্মী দেৱী

আইতাৰ

দুখানি চৰণত

অভাজন পুত্ৰৰ

ভক্তিপুষ্পাঞ্জলি।

ৰচয়িতা।

# পাতনি।

—:০:—

আহোম ৰাজবংশৰ তুংখুঙ্গীয়া কৈদৰ মহাবীৰ গদাপাণি কোঁৱৰৰ বীৰাঙ্গনা ভাৰ্য্যা 'জয়মতী কুৱঁৰী'ৰ চৰিত্ৰ-চিত্ৰ লৌকিক চিত্ৰ চৰিত্ৰৰপৰা ভালেমান খাপৰ ওপৰত,—ই অলৌকিক চিত্ৰৰ সমকক্ষ। গতিকে, সেই অনুপমা মহাসতীৰ চৰিত্ৰ অলৌকিক তুলিৰে সৈতে আঁচি, বুৰঞ্জীৰ ভেঁটিৰপৰা লৰচৰ নকৰাকৈ, তাৰপৰা নাটকৰ দৃশ্যাদি আঁকিবলৈ চল লাগি ৰৈছে। সেই সুচলতে, এই লেখকে তেওঁৰ ছাত্ৰিকালৰ সংকল্পিত "জয়মতী" নাট এখনি ৰচিবলৈ সাহ কৰি ওলাইছে ; দুঃসাহসৰ কাৰ্য্যফল যে নিঘুণী নহব, তাক কোৱাৰ সকাম নাই। কিন্তু, গুণগ্ৰাহী ৰাইজে ভালচকুৰে চালে, কালত এই বেয়াই ভাল হৈ উঠিবগৈও পাৰে ; সেই আশ্বাস আপোনা-আপুনি পাঙ্গি লৈ, এই অপণ্ডিতা ৰচয়িতাই বুৰঞ্জীমূলক নাটক ৰচনাৰ নিচিনা নিপুণ লেখকৰ সুকঠিন কামলৈ আগ বাঢ়িছে। এতেকে, ইয়াৰ ভয়াবহ ফলাফল কি হয়গৈ কব পৰা নাই এথোন। ইতি—

তেজপুৰ,
১৬ চ'ত, ১৮২২ শক।

বিনীত,
শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা।

———০———

## দ্বিতীয়বাৰৰ পাতনি।

"জয়মতী" পোহৰলৈ ওলায়েই ৰাইজৰপৰা আশাতীত আদৰ পাই গ্ৰাহকৰ হাততে পমি যোৱাদি গল ; আমাৰ হাত এতিয়া উদং। গতিকে, গুণগ্ৰাহী ৰাইজৰ গুণ লৈ, ইয়াৰ নতুন তাঙ্গৰণ উলিয়াবলৈ লৰালৰিকৈ আগ-বঢ়া হৈছে। ইতি—

তেজপুৰ,
১৬ চ'ত, ১৮২৪ শক।

ৰচয়িতা।

—:০:—

## তৃতীয়বাৰৰ পাতনি ।

"জয়মতী" আকৌ গ্ৰাহকে হাত পাতি থকাতে নাইকিয়া হল। ইয়াৰ আদৰ আৰু প্ৰচলন ইমান বহুল হবগৈ বুলি আগধৰি ভাবিবলৈ নহল। গতিকে, অলপকালৰ ভিতৰতে আকৌ ইয়াৰ নতুন তাঙ্গৰণ উলিয়াব লগীয়া হল। কিন্তু, স্ব-প্ৰণীত ভালেমান পঢ়াশলীয়া পুথিৰ নন তাঙ্গৰণ বছৰি উলিওৱা কাৰ্য্যৰ ভিৰত, স্কুলৰ কেইবাখনো বিবিধ বিষয়ক নন পুথি লিখি প্ৰচাৰ কৰিব লগীয়া হোৱাত, যোৱা ভালেমান বছৰ গ্ৰাহকক "জয়মতী" যোগাব পৰা নাই। এতিয়াও, এই লেখকৰ স্কুলীয়া কিতাপত বাজে, অন্যান্য কিতাপ-পুথি কিছুমান একলগকৈ ছপাই এখনি গ্ৰন্থাৱলী উলিওৱাৰ দিহাকৰণৰ যোগতহে ই আকৌ পোহৰলৈ ওলাবলৈ এটা সু-ছেগ পাইছে। এই ছেগতে, নাটকখনিৰ সৰ্ব্বাঙ্গতে এবাৰ হাতফুৰাই দি, ইয়াক বুৰঞ্জীৰ ভেঁটিত মটৃমটীয়াকৈ থিয় কৰাবলৈ আৰু নাটমন্দিৰৰ বিশেষ উপযোগী কৰিবলৈ প্ৰয়াস পোৱা গৈছে। ইতি—

তেজপুৰ,
১৬ চ'ত, ১৮৫২ শঁক।

ৰচয়িতা।

—o—

# ভাওবিলাক।

## মতা।

| | | |
|---|---|---|
| লাঙ্গি-গদাপাণি | ... ... ... | তুংখুঙ্গীয়া ফৈদৰ ৰাজকোঁৱৰ। |
| চুলিকৃফা—ওৰফে লৰা-ৰজা | ... ... | অসম দেশৰ ৰজা। |
| আতন—ওৰফে দীঘলা | ... ... | বুঢ়াগোহাঞি ডাঙ্গৰীয়া মন্ত্ৰী। |
| লাইথেপেনা | ... ... ... | বৰগোহাঞি ডাঙ্গৰীয়া মন্ত্ৰী। |
| লাচামকলা | ... ... ... | বৰপাত্ৰগোহাঞি ডাঙ্গৰীয়া মন্ত্ৰী। |
| লেচাই—ওৰফে ডেবেৰা (২য়) | ... | বৰবৰুৱা ঘাই বিচাৰক। |
| ধৰ্ম্মনাথ | ... ... ... | ন্যায়সোধাগোহাঞি ফুকন। |
| মুকুন্দ | ... ... ... | সলাল বৰগোহাঞি। |
| চন্দ্ৰমল | ... ... ... | জাগিয়াল গোহাঞি। |
| ৰমানন্দ | ... ... ... | ৰহিয়াল বৰুৱা। |
| লাই আৰু লেচাই | ... ... ... | জয়মতী-গদাপাণিৰ পুত্ৰদ্বয়। |

বেজবৰুৱা, চাওদাংবৰুৱা, চাওদাং, দুত, দুৱৰী, কটোৱাল, গুৱাল, গৰখীয়া, জালোৱা, হালোৱা, হাটৰুৱা, বাটৰুৱা, পাণবেপাৰী ইত্যাদি।

## মাইকী।

| | | |
|---|---|---|
| জয়মতী | ... ... ... | গদাপাণিৰ ভাৰ্য্যা। |
| পদ্মাৱতী | ... ... ... | জয়মতীৰ সখী। |
| আই-কুঁৱৰী | ... ... ... | লৰা-ৰজাৰ জননী। |
| আহিনী | ... ... ... | জয়মতীৰ বান্দী। |
| বগী | ... ... ... ... | বৰ-পোহাৰী। |
| চিন্নু | ... ... ... ... | নগাপৰ্ব্বতৰ নাগিনী। |
| জিন্নু | ... ... ... ... | চিন্নুৰ জীয়েক। |

গঞানী, লিগিৰী, নাচনী ইত্যাদি।

# জয়মতী।

## আৰম্ভণ।

('দুফালৰপৰা দুগৰাকী গায়িকাৰ প্ৰৱেশ)

### গীত।

(বিহঙ্গৰা—জলদ একতালা।)

ভূলি গতি আমি হেৰা আহিছোঁ অই।
স্বৰগ-সুন্দৰী, আমি দুই কিন্নৰী,
শুনি বাঁহী, নাচোঁ হাঁহি,
দুই প্ৰেমময়ী অপেচৰী।
উদ্যান উজ্বলি, ফুলি-আছে ফুলকলি,
আদৰেৰে তুলিমগই আমি।
সেউতী, মালতী, ফুলনাহী, যাতি-যূতী,
হালি-জালি হাঁহিছে পদুমী।
যাওঁ আমি, ঘূৰি হাঁহি,
হাঁহি হাঁহি নিলগ হই॥

(দুইৰো দুফালে প্ৰস্থান)।

# ১। অঙ্ক।

——

## প্ৰথম গৰ্ভাঙ্ক।

### মন্ত্ৰণা-চৰা।

( ৰজা আৰু বুঢ়াগোহাঞি ডাঙ্গৰীয়া )

ডাঙ্গৰীয়া।—স্বৰ্গদেৱ !
নোৱাৰিলোঁ নিৰাপদ কৰিব আমাক ;—
আজিও জীৱিত এক আপদ প্ৰধান।
—নিশঙ্ক নহল সিংহাসন।

ৰজা।—কিবা কোৱঁা !
আছে আৰু, ডাঙ্গৰীয়া, কালশত্ৰু মোৰ ?—
তুমি মোৰ পৰম বান্ধৱ ; কৰঁা ভাবি,
যিবা ভাল বন্ধুজন মঙ্গল কাৰণ ;
—বিঘিনি নাশক তুমি মোৰ।

বুঃ গোঃ।—কৰা নাই ক্ৰটী লেশ ; নকৰোঁ কাচিত।
কতনা কোৱঁৰ বধ হল আশঙ্কাত,
অঙ্গক্ষত কত জনা কৰালোঁ গুপুতে,
তৱ মঙ্গল কাৰণ।

ৰজা।—জানোঁ সমুদায়।

জানি তব হিতচিন্তা হিত অৰ্থে মোৰ,
কৃতজ্ঞ অন্তৰে নিতে লওঁ তব গুণ।
কিন্তু মন্ত্ৰি! কিহেতু চিন্তিত?—চিন্তাযুত
দেখিলে তোমাক, চিন্তা-ভয় বাঢ়ে মোৰ।
জানা তো পূৰ্ব্বৰ কথা,—জানি ভাগ্য হীন,
পূৰ্ব্বৰজাসকলৰ,—অকাল বিনাশ,—
নেসাহিল প্ৰাণে মোৰ ৰাজ্য লাভলই;
নাছিল সমূলি সিংহাসন বাঞ্ছা মোৰ।
অবাবত প্ৰাণ দিয়া অতি অসহন;—
সহোঁ তেও, হয় যদি দেশৰ কল্যাণ।
তোমাৰ কথাত মাথোঁ পতিয়ন গই,
উঠিলোঁহি কাৰেঙত;—কুক্ষণত হীন,
লভিছিলোঁ আপদীয়া ৰাজপাট এই!—
পিচে, ঘূৰি চিন্তা কিয়? কিবা অমঙ্গল
দেখিছাঁ আগত তুমি? আপদ প্ৰধান
বোলা কাক? কোন সিটো প্ৰাণবৈৰী মোৰ?

বুঃ গোঃ। নহয় সামান্য নৰ। নোৱাৰে চাপিব
সাধাৰণে কাষ তাৰ।

ৰজা।—কিয় মন্ত্ৰীবৰ?

বুঃ গোঃ।—মহা বাহুবলী তেওঁ, লাঙ্গি-গদাপাণি।
গোবৰ ৰজাৰ সুত, ফৈদ তুঙ্‌খুঙ্গ।
অঙ্গক্ষত কৰা তাৰ নহয় সম্ভৱ
গুপুতৰ হতুৱাই।

ৰজা।—কি হব উপায় !

বুঃ গোঃ।—উপায় চিন্তিব লাগে।

স্বৰ্গদেৱ, নহবাঁ অধীৰ ; আছোঁমানে

সহায় তোমাৰ,—ৰাখিম প্ৰতিজ্ঞা মোৰ।

চাওঁ বাৰু, কি পাৰোঁ কৰিব যুক্তি-বুদ্ধি।

—নহবাঁ বিমোৰ অতি।

ৰজা।—বাৰু, ডাঙ্গৰীয়া !

প্ৰাণৰক্ষা মোৰ মাথোঁ, ৰাখিবাঁ মনত।

বুঃ গোঃ।—অৱশ্যে ৰাখিম। তাৰেহে ব্যৱস্থা হেতু

যাওঁ এবে, কৰোঁগই সত্তৰ যি হয়।

( ডাঙ্গৰীয়াৰ প্ৰস্থান )

ৰজা।—( আপোনাআপুনি ) গদাপাণি !

ভীষণ ই নাম ! শুনি মোৰ কঁপে হিয়া !

কান্দিছে অন্তৰে হাঁয়, কি জানো কি জানি !

পৰিছে মনত আজি তাহানিতে দেখা,

বীৰবাহু গদাপাণি ধেমালি-যুঁজত ;—

প্ৰকাণ্ড পুৰুষ আৰু ভীম গদাধাৰী,

অকলে শকত সিটো শত জনলই !

অঙ্গক্ষতে নিৰাপদ নকৰিব মোক ;

নবধিলে গদাপাণি নুগুচে অপায়।

আৰু এক ঈৰ্ষানলে দহিছে অন্তৰ ;—

জয়মতী পত্নীলাভ তাৰ ! হিয়া উদঙ্গাই

সঁপিছিলোঁ যাক ভালপোৱা। যাৰ হস্তে

আজি সৰ্ব্বস্ব সঁপিব পাৰোঁ ;—পাৰোঁ দিব

অকাতৰে সিংহাসন এৰি! কিন্তু হাঁয়,
নুপূৰিল প্ৰেম-আশা, নাই প্ৰতিদান ;
ঘিণ কৰি নিলগালে মোক! নিলগালে
যাচি দিয়া প্ৰেম মোৰ! অযাচিতে পালে
কিন্তু, সেই ভালপোৱা, গদাপাণি বীৰে।
সেই গদাপাণি!—প্ৰেমত বিঘিনি মোৰ!—
যাৰ নামে ঈৰ্ষানল জ্বলি উঠে ঘনে!—
লম তাৰ প্ৰতিশোধ ; লম এইবাব ;
লই তাৰ প্ৰাণ আজি, বিৰহ-অনল
জ্বলান, প্ৰতিজ্ঞা মোৰ, জয়াৰ বুকত!

(প্ৰস্থান)

—c—

## দ্বিতীয় গৰ্ভাঙ্ক।

### জয়মতীৰ শোৱাকোঠা।

( জয়মতী আৰু গদাপাণি )

জয়া।—প্ৰাণেশ্বৰ!

পৰিছে মনত আজি, তাহানিৰ কথা;—
তাহানি নিলগে দেখা, নিলগতে ইঁহা
পূৰ্ব্বৰাগে ওপচাই হিয়া।

গদা।—সঁচা প্ৰাণেশ্বৰি!

পৰিছে মনত মোৰো পোনে দেখা পোৱা
তোমাৰ লাৱণ্য প্ৰভা।

জয়া।—নোৱাৰোঁ ফুটাব

সিদিনাৰ ভাব আজি। কিনো ভাৱে হাঁয়,
নাচিছিল হিয়া মোৰ, কিবা উলাহত!—
উগুল-থুগুল প্ৰাণ কিবা ৰহস্যত!
নুবুজোঁ এতিয়া নিজে কিবা মোহনীত
পৰিলোঁ প্ৰেমত তৱ।

গদা।—ধ্ৰুৱ অনুভৱ তৱ।—

কৰিছিল মোকো তেনে; দুৰ্ব্বলৰ দৰে,
ভাবত কঁপিলোঁ মই তোমাকে ডৰাই!
দেহাভাৰ সহিবৰ নাছিল শকতি।
নাৰী হই নচুৰালোঁ ঠেকত পেলাই;—
ৰণচণ্ডী তুমি!

জয়া।—আৰু নাথ! সিদিনাৰেপৰা চাওঁ মই,
ধেমালি যুঁজত,—থাকোঁ চাই মেদেখাত;—
হিয়া মোৰ ওপচে আনন্দে, দেখি নিতে
বিক্ৰম তোমাৰ।
গদা।—দেখা দিয়া হলে তুমি,
নেদেখোঁ বিক্ৰম মোৰ; দেখিলাহেঁতেন
দুৰ্ব্বল কঁপনি মাথোঁ, জয়ঘামে ঘমা।
জয়া।—বিয়াত যিদিনা নাথ, দিলে লগ্নগাঁথি,
—নহয় বেকত এবে সিক্ষণৰ ভাব!
গদা।—তেতিয়া আবেগ যেন বিৰিঙ্গি উঠিল,
কপালত বিন্দু বিন্দু প্ৰেমৰস সাৰ।
দেখা যেন লাগে মোৰ,—তোমাৰো তেতিয়া,
আবেগৰ চকু-লো আহোঁতে নিজৰি,
ওৰণীৰ আগটিত লাগি।
জয়া।—প্ৰাণেশ্বৰ!
সিদিনা যে পাতিছিলাঁ ৰোহ?
গদা।—প্ৰাণেশ্বৰি! ৰোহ নোহে.—
আবেগেৰে হিয়া মোৰ উপচি আছিল,
ভেটা লাগি প্ৰণয়-সোঁতত।
(সোণাই আৰু লেচাই লৰি আহি দেউতাক আৰু আইতাকৰ কোলাত উঠেহি)
লেচাই।—আইতা! আইতা!
খোৰা-ৰজা কথা তুমি নকলা দেখোন?—
পাহৰিলাঁ কম বোলা?
জয়া।—শুনাম সোণাই, আজি ভীমৰ কাহিনী।

লাই ।—দেউতা ! দেউতা !
থাকিল নহয় বাকী, হনুমন্ত কথা ?—
নপৰিল আধ্যা তাৰ ।
গদা ।—আছেনে মনত বাৰু, শুনিলাঁ যিখিনি ?
জয়া ।—হবঁনে তুমিও পোনা, হনুমন্ত বীৰ ?
লাই ।—দেউতা-সমান হলে জিনিম ৰজাক ।
গদা ।—ৰাজদ্ৰোহ মহাপাপ, নকবাঁ সিকথা ।
জয়া ।—আপোন জীৱন-লক্ষ্য সুমৰিলে নাথ,
'ৰাজদ্ৰোহ মহাপাপ' নোবোলাঁ জানোচা ?
গদা ।—ৰাজ্যহিত ৰাজদ্ৰোহ কদাপি নহয় ।
পতন-উন্মুখী এই আহোম ৰাজ্যৰ
উদ্ধাৰ সাধন, জীৱন ব্ৰতৰ মোৰ
একমাত্ৰ ধ্ৰুৱতৰা ; মন্ত্ৰী-ক্ষমতাই
ৰাহুৰূপে কৰে গ্ৰাস ৰাজশক্তি হাঁয় ;
পুনৰ্মুক্ত কৰা মোৰ পালিত বাসনা । ( নীৰৱ )
প্ৰিয়া, বাৰু আহোঁচো এতিয়া । ( উদ্যত )
জয়া ।—প্ৰাণনাথ !
বেলি ভাটী দিলে আহি ; ঘূৰিবাঁ ত্বৰিতে । (গদাপাণিৰ প্ৰস্থান)
লেচাই ।—আইতা !
কওঁ-বোলা কোৰাঁ তেন্তে এতিয়া ।
জয়া ।—( লাই-লেচাই দুইকো দুহাতে ধৰি উঠি )
বীৰৰ সন্তানে মোৰ বীৰৰ কাহিনী
অৱশ্যে শুনিব লাগে । আহাঁ পোনাহঁত,
ফুলনিত কওঁগই ফুৰি ফুৰি ফুৰি । ( প্ৰস্থান )

# তৃতীয় গৰ্ভাঙ্ক।

—⁂—

## ৰজাৰ ৰৰচৰা।

( ৰজা, মন্ত্ৰীসকল আৰু সভাসদবৰ্গ )

ন্যায়সোধা ফুকন।—কি বুলি বিহিবাঁ দণ্ড, নিৰ্দ্দোষী জনক ?
গদাপাণি অপৰাধী নেদেখোঁ একোতে।

বুঃ গোঃ।—ৰাজাজ্ঞা পালন হেতু, দোষৰ বিচাৰ
নালাগে হে হেৰা !

ফুকন।—কিবা কোৱাঁ ডাঙ্গৰীয়া !
শাসন-বিধান এৰি, ৰাজাজ্ঞা কি বোলাঁ ?

বৰবৰুৱা।—ৰজাৰ মঙ্গল হেতু, নহয় অবিধি ;
নাভাবোঁ অকৰ্ম্ম একো।

বৰপাত্ৰগোহাঞি।—মোৰো সেয়ে মত।
ৰজাৰ মঙ্গলে জানাঁ, ৰাজ্যৰ মঙ্গল।

বুঃ গোঃ।—নামাতিবাঁ হেৰা আৰু ; তোমাকে মাতিছোঁ।
নুতুলিবাঁ আপত্তি বিশেষ। ভাবি-চিন্তি
দিছোঁ মত, গদাপাণি অঙ্গক্ষত হেতু।

ফুকন।—নধৰিবাঁ মোক।
নোৱাৰিছোঁ দিব মত। নিৰ্দ্দোষী জনৰ
অবাবত অঙ্গক্ষত নহয় যুগুত ;—
তাতে গদাপাণি হেন পুৰুষ প্ৰধান,
লভিছে জনম যি ঘোৰ সমস্যাত
ৰাজ্যৰ মঙ্গল হেতু।

ৰজা।— অবাবত ?
কিয় কোৱাঁ অযুগুত কথা ?
যি কার্য্যে মঙ্গল মোৰ, ৰাজ্যত চৌপাশে
শান্তিৰ স্থাপনা হয় বাহিৰে ভিতৰে ;
কি বুলি অবিধি বোলাঁ, ৰাজনীতি মতে,
তেনে শুভ কার্য্য তুমি ?

ফুকন।— নুবুজিলোঁ মই,
নকৰিলে অঙ্গক্ষত গদাপাণি বীৰ।

কিবা অমঙ্গল আছে ভিতৰি ৰজাৰ,
কিয় বা অশান্তি বাঢ়ে ৰাজ্যত বাহিৰে।

ৰজা।— নকৰাঁ বিস্তৰ।
অঙ্গক্ষত উজু কথা ; বধৰ উপায়
আলচাঁ সভাত আজি। মহাশত্রু মোৰ
ই ৰাজ্যত গদাপাণি। নবধিলে তাক,
নুগুচে অশান্তি মোৰ।

বুঃ গোঃ।— ভাবি চোৱাঁ পুনৰপি,
স্বৰূপ কইছে স্বৰ্গদেৱে। গমি চোৱাঁ
অতীতৰ শোক-লগা কথা ! অকালত
হেৰুৱালোঁ, কত জনা যোগ্য স্বৰ্গদেৱ !
ৰাজযোগ্য কোৱঁৰৰ পক্ষাপক্ষ হই,
আমিও হইছোঁ সেই পাপকৰ্ম্মভাগী।
সলোৱাঁ এতেকে, হেৰা, বিপৰীত ভাব,
আহাঁ বাটলই।

ফুকন।— নহব ই কার্য্য মোৰ ;
নোৱাৰোঁ ঘুৰিব মই তেনে বাটলই।
অহ, গদাপাণি হেন বীৰ অন্ত হেতু,
—বৰগোহাঞি ডাঙ্গৰীয়াৰ অবিহনে,—
ই হেন মন্ত্রণা-জাল! সাধোঁ তোমাসৱে
উদ্দেশ্য যি হয়! নোৱাৰোঁ থাকিব চাই
ইহেন ব্যৱস্থা।

(ন্যায়সোধা-গোহাঞি-ফুকনৰ প্রস্থান।)

ৰজা।— ইকি আচৰণ!

বুঢ়াগোহাঞি।—ভাল হল, স্বৰ্গদেৱ!
এৰিছে আপদে ভাল। বুগুত মীমাংসা
মিলিব এতিয়া ভালে।

বৰবৰুৱা।— মিলিছে সুযোগ।
আলচোঁ এতিয়া ধৰাঁ গদাৰ মৰণ।

বৰপাত্র।— সঁচাকে' লাগিছে চল এতিয়াহে হয়।

ৰজা।— সেয়ে স্থিৰ।
কৰাঁ ভাল যিবা হব পাৰে।
গদাপাণি নাম যেন নালাগে শুনিব ;
শুনোঁ যেন কালি তাৰ মৰণ-বাতৰি।
'শুভস্য শীঘ্রম্' মন্ত্রি, কৰিবাঁ স্মৰণ ;
নানিবাঁ অশুভ মাতি নকৰাঁ পলম।

বুঃ গোঃ।— নকৰোঁ পলম।
চিন্তা নাই স্বৰ্গদেৱ!

গুপ্তভাৱে কৰিম যুগুতি যিবা হয়
সভাসদে মিলি। ফলিব সুফল জানাঁ
সাদিনৰ পাচে।

ৰজা।— মানিছোঁ আশ্বাস।
উঠোঁ তেন্তে আজিলই; যোৱাঁ ঘৰাঘৰি।
সাদিনত কাৰ্য্য সিদ্ধি হয় যেন ভালে,
ৰাখিবাঁ মনত সৱে।

( প্ৰস্থান )

---

# চতুৰ্থ গৰ্ভাঙ্ক।



## জয়মতীৰ বুলনি।

( জয়মতী আৰু পদ্মাৱতী )

জয়া।— কিয়, সখি,
আছাঁ মন মাৰি ?

পদ্মা।— এৰা সখি,
আছোঁ হে এনেই।

জয়া।— নুগুচে লগৰ এটা ;
চিন্তা-লগৰীয়া দেহি, চিন্তাময়ী সখী।

পদ্মা।— দুশ্চিন্তা লগৰী আজি।
অমঙ্গল ফল তাৰ গাতে ফলিয়ায় ;—
কবলই সত যোৱা নাই !

জয়া।— অমঙ্গল !
কিবা অমঙ্গল সখি, ভাবিছাঁ মনত ?
কোৱাঁ ভাঙ্গি ততালিকে, গুচোৱাঁ মনৰ
উগুল-থুগুল ভাব।

পদ্মা।— স্থিৰ হোৱাঁ সখি।
বিপদ বাতৰি শুনাঁ, ধৈৰ্য্য ধৰি আগে।
শুনিলোঁ বিষম কথা দেউতাৰ মুখে ;—
আপদে মেৰায় দেখোঁ তব পতিধন !
ৰাজাজ্ঞা হইছে ৰাজ, লাঙ্গি-কোৱঁৰক
নিবহি আটক কৰি অঙ্গক্ষত হেতু।

জয়া ।— বিষম বাতৰি দিলা ।
কোঁৱৰৰ অমঙ্গল, অশুভ আশঙ্কা,
বাজিছে বুকুত যেন বজ্রসম শেল !
কিন্তু সখি, বীৰবাহু পতিধন মোৰ ;
অকলই নিপাতিব শত শত্রুজন ।
কোৰাচোঁ তথাপি, অঙ্গক্ষত কৰি স্বামী,
কাৰ কিবা হব উপকাৰ ?

পদ্মা ।— জানোঁ সখি,
বিক্রম গদাৰ । ঘূৰিছিল গুপ্তচৰ ;
নোৱাৰিলে কোঁৱৰৰ ছয়াঁকো পৰ্শিব !
কিন্তু, এবে আন বল,—প্ৰকাশ্যে আহিব
ৰাজ-সেনাদল ; সহজে কৰিব বন্দী,
বিনাশিব প্ৰাণ নতু ।—গদা-বিনাশনে
হেনো ৰজাৰ মঙ্গল ।

জয়া ।— কি হব উপায় সখি !
কোঁৱৰৰ প্ৰাণে মাথোঁ আছোঁ প্ৰাণ ধৰি,
সেই প্ৰাণ অবিহনে জীঁও কেনে কৰি ?—
নেকাটি আগেয়ে লতা, কাটে কিয় গছ ?
নেভাঙ্গি দেহাক আগে বধে প্ৰাণপখী,
কাৰ এনে মতি !

পদ্মা ।— নহবা উতলা ।
বিপদত ধৈৰ্য্য ধৰা বীৰপত্নী-চিন্ ।
শুনা মোৰ যুগুত মন্ত্ৰণা ;—ছদ্মবেশে
কোঁৱৰক বাজ কৰা ৰাজ্যহন্তে ৰাতি ।

থাকোক অজ্ঞাত ভাৱে, ঘূৰি কিছুকাল ;
ঘূৰিব পুনৰ ভাগ্য, ঘটনা-চক্ৰত।
'দিনে ক্ষণ, ক্ষণে কৰে অজৰ অমৰ'
—কালৰ কুটীলা গতি !

জয়া।— সাৰুৱা তোমাৰ যুক্তি ; পালিম যতনে।
কিন্তু সখি ! সংসাৰত নাই আৰু মায়া।
স্বামীৰ বিহনে মোৰ নৰব জীৱন ;
বাঞ্ছা নাই তাত। উছর্গা কৰিছোঁ প্ৰাণ,
পতিৰ মঙ্গল হেতু, দিম পূৰ্ণাহুতি।
অনাথ সন্তান দুটি গতাওঁ তোমাক,
মাতৃৰত স্নেহিবাঁ দুটিক।

পদ্মা।— থোৱাঁ সখি !
নোবোৱাবাঁ মো ৰা হাঁয় শোকৰ নিজৰা।
পাহৰিছাঁ হিতাহিত উত্ৰাৱল হই,
কৰিছাঁ উতলা মোকো। জানাঁ সখি, নোহে
ইটো শোকৰ সময়। চিন্তাঁ এবে আহাঁ,
ধীৰ ভাৱে কোৱঁৰৰ উদ্ধাৰ উপায় ;—
ঈশ্বৰ সহায় আছে।—মঙ্গল-আৰতি
ধৰোঁ সখাৰ কুশলে।

জয়া।— ধৰাঁ সখি !
সুপ্ৰসন্ন হয় যেন বিধি।—

## গীত।

( বেহাগ )

প্ৰভো ! দিয়াঁ দৰিশন।

মেলিছোঁ যতনে আমি, হৃদয়-দাপোন ॥
অবলা পৰাণ জুৰি, কৰিছোঁ কাকুতি হৰি,
একেৰি কৰুণা প্ৰভো ! কৰাঁ বিতৰণ ॥
অনাথিনী নাৰী আমি, জানি নাথ অন্তৰ্য্যামী,
দিয়াঁ নাথে কৃপা কৰি অভয়চৰণ ॥
নৰ-শক্ৰ হাত সাৰি, হব স্বামী বনচাৰী,
ৰাখিবাঁ অপায় নাশি বিপদতাৰণ ॥

# পঞ্চম গৰ্ভাঙ্ক ।

( গদাপাণি অকলে )

গদা ।— মিলিছে সুযোগ অহ,
মিলিব যুঁজাক এবে মনৰ জোখায় !
পাৰ হল অতকাল ধেমালি যুঁজত,
নিমিলিল ছেগ ক'তো সঁচা যুঁজলই ;—
মিছা হল বাহুবল, মিছা গদানাম !
মিলিছে সুযোগ এবে, অতকাল পিচে,
সমুখ সংগ্ৰাম হেতু ৰাজসেনা সতে ;—
নিপাতি যতেক বীৰ, সেনা সেনাপতি,
ৰাজ্য উদ্ধাৰিম ।

( নীৰৱ )

মিলিছে সুছেগ অহ,
পতিত আহোম ৰাজ্য পুনু উথানৰ ।
পিতৃৰাজ্য ৰসাতলে যায়-যায় আজি !
স্বাৰ্থপৰ কুলাঙ্গাৰ পাত্ৰ-মন্ত্ৰী সৱে
ক্ৰমাগত নিছে তললই । অৰাজক
ৰাজ্য আজি হল স্বৰূপত ! নামে মাথোঁ
ৰাখি ৰজা অপাত্ৰ জনক, যতমানে
দুৰাচাৰে পাঙ্গি লই দুৰ-অভিসন্ধি,

লুটিছে পীড়িছে কৰি দেশ ছাৰখাৰ !
কতজন বংশধৰ হল বিনাশন
অকালত অবাবত সামান্য স্বাৰ্থত ;—
দহে মোৰ দেহ-মন পৰিলে মনত !
জীৱনৰ ব্ৰত মোৰ আছে অন্তৰত,
ইসব উদ্ধাৰ কৰা বিনাশি অপায়।
নিৰ্জ্জীৱ অতনা দিন জীৱন্ত বাসনা
অন্তৰৰ অন্তস্থল আছিল বিয়াপি,
ছায়ে ঢকা অগ্নিশিখা প্ৰায়। আছোঁময়ো
মৰাপ্ৰায়, মনোবেগ মনেতে সামৰি,
জীৱনৰ মহাব্ৰত হানি হয় বুলি !
সুমৰিছোঁ সৰ্ব্বক্ষণ হিত উপদেশ
ন্যায়সোধা ফুকনৰ ; জন্ম মোৰ,
শিক্ষা, দীক্ষা, লক্ষ্য আৰু ৰণ-আথৰাৰ
স্বাধীন উদ্দেশ্য মাথোঁ জ্ঞাতিৰ উদ্ধাৰ।
মিলিছে এতিয়া তাৰে সোণালি সুযোগ ;—
কাৰ্য্যৰ ক্ষেত্ৰত, নিলিব দুদিন বাজে,
সন্মুখ সংগ্ৰাম।

( জয়মতীৰ প্ৰৱেশ )

জয়া।— দুখত আনন্দ !
সদানন্দ সদাশয় প্ৰাণেশ্বৰ মোৰ !
গ্ৰাসেহি বিপদে ; তথাপি নহল হাঁয়,
চেতনা তোমাৰ !—নাই এৰে অন্যোপায়।

গদা।— নডৰাওঁ প্ৰিয়া হেৰা, নধৰিবাঁ মোক।
নপলাওঁ কদাচিতো কাপুৰুষ হই।
বীৰৰ শোভন কাৰ্য্য নহয় পলোৱা ;
নোশোভে সি অযাচিতে গদাপাণিলই।
আহক যতেক আছে ৰাজ-সেনাদল ;
জিনিম অকলে মই শতেক যুঁজাৰু।
আগে যুদ্ধ, পাচে মৃত্যু,—বীৰৰ কৰ্ত্তব্য
অৱশ্যে পালিম মই।

জয়া।— সঁচা প্ৰাণেশ্বৰ !
জানোঁ মই বিক্ৰম তোমাৰ। জানোঁ আৰু
বীৰৰ কৰ্ত্তব্য যিবা। অবলা বদিবা,
নডৰোঁ মৃত্যুক ময়ো,—নাথাকে উপায়,
নাথাকে ভৰসা যেৱে। কিন্তু, প্ৰাণনাথ,
ভাগ্যৰ চকৰি সদা লাগিছে ঘূৰিব ;
নুঘূৰিব তৱ ভাগ্য কোনে কব পাৰে ?
দুদিন অজ্ঞাতবাস কৰাঁ তুমি গই,
মিলিব সুযোগ পুনু ; উদিব নিশ্চয়
সুখৰ সূৰুজ পুবে।

গদা।— নামানে বুজনি, প্ৰিয়া,
নুবুজে পৰাণে আজি। আতিকে ঘিণাওঁ
মই ভয়াতু জনক ;—নিন্দোঁ ততোধিক,
পুৰুষালি নাই যাৰ। জানে সকলোৱে
মনোভাব মোৰ। আপোন পালত এৱে
কৰোঁ কিনো মতে, পুৰুষে নকৰা কাম ?

আৰু এটি কথা ;—তোমাক অনাথ কৰি,
এৰি লাই, সোণাই লেচাই, যাম মই
প্ৰাণ লই অকলে পলাই !—অসম্ভৱ—
প্ৰিয়া, মোক, নধৰিবা টানি । তৰোপৰি,
ৰাহুৰ গ্ৰাসত এৰি পিতৃৰাজ্য মোৰ,
নকৰি প্ৰাণক পণ পলাম অকলে !—
ইও এক অসম্ভৱ কথা ।

জয়া ।— জানা নাথ !
তাতে হে ধৰিছোঁ টানি । নকৰিবা মোক
চিৰ-অনাথিনী ; অকালত পিতৃহীন
নকৰা সন্তান । পতনমুখীয়া ৰাজ্য
নকৰা উচ্ছেদ । ঘূৰিলে ভাগ্যৰ চাক,
ঘূৰিব সুদিন ; উদ্দেশ্য সফল হব,
থাকিলে কুশলে তুমি ।

গদা ।— বান্ধনি কথাৰ !
নাবান্ধিবা, প্ৰিয়া, মোক যুক্তিৰে মেৰাই ।

জয়া ।— নহয় কথাৰ বান্ধ.. ;
হিয়াৰ আবেগ আৰু পত্নী-অনুৰোধ ;—
সুবুজিলা প্ৰাণেশ্বৰ !

গদা ।— বুজোঁ প্ৰাণেশ্বৰি !
বুজিছোঁ কতনা আগে ব্যাখ্যান তোমাৰ ।
কৰা নাই অৱহেলা, তৱ অনুৰোধ ;
নকৰোঁ কাচিত, এৰাঁ যদি আজিলই ।

জয়া।— নিচিন্তাঁ মঙ্গল তেন্তে আমি তিনটিৰ ?
দিবাঁ যদি ধৰা নাথ, ঠেলি অনুৰোধ,
বাকী তিনি প্ৰাণ তৱ, ৰাখাঁ ক'ত আজি ?
—ডুবিব দুখত দিনে। আৰু, চোৱাঁ নাথ,
দিয়াঁ যদি প্ৰাণ তৱ, অযথা যুঁজত,
—অকলে সমুখ হই অলেখৰ সতে—
জীৱনৰ লক্ষ্য তৱ ৰাজ্য উদ্ধাৰৰ
হেৰুৱাবাঁ তুমি।

গদা।— কি আছে উত্তৰ !
জীৱনৰ লক্ষ্য মোৰ স্বদেশ উদ্ধাৰ
নোৱাৰোঁ ভুলিব, আছেমানে দেহে প্ৰাণ।
যি লক্ষ্য ধ্ৰুৱতৰা এই জীৱনৰ,—
পতন-উন্মুখী ৰাজ্য ইন্দ্ৰ-বংশৰ
উদ্ধাৰ সাধন,—কৰি তাক শঙ্কাযুত,—
ডাৱৰমুখীয়া—নহব যুগুত সচাঁ
অযথা যুঁজত ধৰা মৰসাহ কৰি।
পূৰ্ণ হোক ইচ্ছা তৱ ; কৰিম অকাৰ্য্য,
পলৰীয়া হই আজি ! কিন্তু, গদাপাণি
নাথাকে নিশ্চিন্তে শুই কৰ্ত্তব্য পাহৰি।
যাম মই ৰণ-বল গোটাবৰ গুণে।
জিনিম পাষণ্ড ৰজা, দিম সমুচিত,
পাপৰ শোধন আহি ; বঢ়ালে বিপদ,
গুপ্তসিংহ জগোৱাই নিজে। থাকাঁ প্ৰিয়া,

পোনা দুটি বুকত গুৱাই। চিন্তা নাই
মোৰ হন্তে, হব দেখা দুদিনৰ পাচে।
কিন্তু, প্ৰিয়া, ছদ্মবেশ ?—

জয়া।— ৰাখিছোঁ যুগুত।
প্ৰাণনাথ ! আহাঁ এৰে, ধৰাঁহি সি বেশ।

গদা।— আগ হোৱাঁ, প্ৰিয়া, তুমি ; গইছোঁ পাচত।

( জয়মতীৰ প্ৰস্থান )

গদা।— ( আপোনা-আপুনি ) ছদ্মবেশ পৰিধান !
নোশোভে সি মন মোৰ, শোভে যদি দেহা।
সম্মুখ সংগ্ৰাম প্ৰাণে বিচাৰে আগত,
বাহুযুদ্ধ হেতু। অন্যায় শাসনে কিয়
পাব ভেটা-ভঙ্গা ?—দহৰ অধিক বল
ধৰিছোঁ দেহাত ; মূহুৰ্ত্তে উপাৰি কিয়
নকৰোঁ নতুন দুৰ্জ্জন-কঠীয়া যত ?
কিন্তু, অন্ত কৰা অকলই শত্ৰু অগণন
নহব সম্ভৱ ;—নহব সাধন মোৰ
জীৱন-উদ্দেশ্য। এতেকতে, যোৱা ভাল
নগা দেশলই, সৈন্যবল গোটাবৰ
গুপুত উদ্দেশে।

( প্ৰস্থান )

---

অঙ্কপাত।

# ২। অঙ্ক।



## প্ৰথম গৰ্ভাঙ্ক।

( ৰুগী পোহাৰী অকলে )

ৰুগী।—দেহি ঐ, এনে হেন পুৰুষটি ৰজাই ঘূণীয়া কৰিবলৈ বিচাৰিছে! কিনো কাঠচিতীয়া ৰজা ঐ! অহ, কিনো থুলন্তৰ লন্দী পুৰুষটি একা! দেখিলেই ভোক-পিয়াহ হৰে! সঁচাকৈয়ে, গদাকোৱঁৰৰ দৰে মানুহ এই পিথপীত নাই। যেনে মুনিহ, তেনে খাওন; আৰু যেনে খাওন, তনে শকতি। অকলৈ দহজনক লব নহয়! পিচে, গোটেইখন ৰাইজে ধেৰিলেনো বাৰু কেনেকৈ! সেই দেখিছে কোৱঁৰে ভেশছন ধৰি গুচি আহিছে। পিচে, এনেকৈ নো কিমান দিন ঘূৰিব দেহি! —কোনে খুৱাব? মই দুখুনীৰ ঘৰত ৰাখিব পৰা হলে যেনিবা বেটী-বৈ হলেও খুৱালোঁহেঁতেন। পিচে, কেনেকৈ থাকিব, নগৰৰ-পৰা নিচেই ওচৰ। ইয়াতে ৰজাৰ ৰগুৱাই পাইহি যদি তেওঁৰ ফ লে যে টানেই, আমাৰ ফালেও পটং! সেই হে এক মনে বোলোঁ থাওক ইয়াতে দিনচেৰেক, আকৌ এক মনে বোলোঁ সোনকালৈ গলেই হে ভাল। এই দোধোৰ-মোৰতে মোৰ টোপনি নাহে! কোৱঁৰে যেনিবা কৈছে, কাইলৈ দখিনৰ ফালে যামগৈ বুলি পিচে, ঘপৰাই ওলায়হি বুলিছে! এঃ, যেই হওক,—মাৰেও মাৰক, কাটেও কাটক,—মই হলে যা বুলিব নোৱাৰোঁ আই! দেহি ঐ! জীয়াই থাকে যদি, কেতিয়াবা কি জানি এওঁৰেই বা ৰজা হয়? তেনেহলে, মোৰ হক-নহওক, ৰাইজথন তৰিব। দৌতাটি ঐ!

কতনা নো অইনাই সহিবাঁ! আজি-কালি আৰু ৰজা নামত হে, বিষয়া হে ৰজা। গদা কোঁৱৰৰ দৰে ৰজা এগৰাকী হোৱা হলে যেনিবা দুখৰ অন্ত পৰিলহেঁতেন।—আইঔ! এতিয়া হে মৰিলোঁ!—কওঁতেই ওলালেহি!

( বগী গহীন হৈ ৰহে)

( গোটাচেৰেক ৰাজসেনাৰ বেগেৰে প্ৰৱেশ )

১ম, সেনা।—হেই বুঢ়ী, হেইটো বাৰীচুকেদি কোন গ'ল?

বগী।—এ, বোপাই, সেইটো পাণ-সলোৱা নগা। কালিৰেপৰা আছেহি। ভাতমুঠি দি বাৰীৰ বন কেডাল কটাই লৈছোঁ। বাঁৰী-দুখুনী মানুহ, মোক নো এখন কোনে কৰি দিয়ে বোপাই!—বৰকৈ ফোঁপাইছ দহোন?—বহিবি নে?

২য়, সেনা।— এৰা, তোৰ ইয়াত বহি মৰোঁ!

বগী।—এ, আই, মোক নো ডাইনী দেখিলিনে বোপাই ঐ! বোপাইহঁত, তহঁত ৰজাৰ মানুহ নে কি?—কি বিচাৰিছ?

৩য়, সেনা।—নহয় নো কি আকৌ; দেখিও দেখা নাই নে ধেন্দেলী? গদা-কোঁৱৰক বিচাৰি ফুৰা কথা এই জনীয়ে কবই নোৱাৰে হবলা!

বগী।—এ, কেলৈ নো খং কৰ বোপাইটি! জানি নো সুধিবলৈ ৰং লাগিছে নে? বাৰু, তেনেহলে নালাগে বহিব, নকওঁ। এৰা, এখনমান তামোল খোৱাৰ পৰৰ আগতে শকত-আৱত মানুহ এটা চুচুক্-চেমাকৃকৈ সৌ ফালে দি গৈছেগৈ। নিলগৰপৰা আৰজাতটোৰ্ত গদা কোঁৱৰ যেন লাগিল।

কেইওটাই।—কেনি, কেনি, কেনি? কেতিয়া গল? কিমান পালেগৈ?

বগী।—( আঙুলিয়াই ) সউ ফালে। বেগেৰে গৈছেগৈ। লৰি গলে লগ ধৰিব পাৰিবিগৈহঁক।

সেনাদল।—বল, বল, লৰি বলহঁক; পামগৈ লগ।

( সেনাদলৰ বেগেৰে প্ৰস্থান )

বগী।—( অকলে ) ভাল আজি ঈশ্বৰেহে ৰইখা কৰিলে! অতবোৰ ৰণুৱাৰ আগত কোৱঁৰে অকলে কি কৰিলেহেঁতেন! দেহিঐ, কোন্ বিধতাই নো ৰইখা কৰিব আকৌ? ইয়াত সৰহ দিন থকাটো হলে মই ভাল নেদেখিছোঁ। কোনোবা-এদিন আহি আন এজাক ৰজাৰ ৰণুৱাই আকৌ পাবহি। ইয়াৰপৰা সোনকালে পঠিয়াই দিয়াই ভাল। পিচে, ভাললৈ চাওঁতে বেয়াটো হে হবগৈ! যাওঁ, দিনে-পোহৰে বান্ধি, কোৱঁৰক এসাঁজ ভোক গুচাই খুৱাওঁগৈ। দিনত ওলাবই নোৱাৰে; আজি ৰাতিয়েই গলে হে যোৱা।

( প্ৰস্থান )



# দ্বিতীয় গৰ্ভাঙ্ক ।



## মন্ত্ৰণা-চ'ৰা ।

( ৰজা আৰু বুঢ়াগোহাঞি ডাঙ্গৰীয়া )

ৰজা ।— সাদিনৰ অন্ত মন্ত্ৰি, চাপিল ওচৰ ।

বুঃ গোঃ ।— চাপিছে আমাৰো কাম ;
আজি-কালিতেই হব ফলোদয় ।

ৰজা ।— কিবা হল আয়োজন ?

বুঃ গোঃ ।— গইছে এদল সেনা, আজি পুৱাতেই ;
ঘুৰিব আবেলি ।

ৰজা ।— ঘুৰিব গদাক লই ?

( দুৱৰীৰ প্ৰৱেশ )

দুৱৰী ।— স্বৰ্গদেৱ !
দুৱাৰত দূত উপস্থিত ।

বুঃ গোঃ ।— ঘুৰি গই,
মাতি আন সত্বৰে ইঠাঁই ।

দুৱৰী ।— যিবা আজ্ঞা, দেউতা-ঈশ্বৰ ।

( দুৱৰীৰ প্ৰস্থান )

ৰজা ।— কিবা অৰ্থে ?

বুঃ গোঃ ।— আনিছে বাতৰি জানো,
আলচা কথাৰ ।

ৰজা।— শুভ নে অশুভ!
কিবা ভাব পালোঁ তাৰ?
(দূতে সৈতে ছুৰবীৰ পুনঃ প্ৰৱেশ)

বুঃ গোঃ।— কিবা বাৰ্ত্তা দূত?

দূত।— উলটিল সেনাপতি।
নাপালে সন্ধান কতো গদা কোঁৱৰৰ।

ৰজা।— নাপালে সন্ধান কতো!

দূত।— হৈছে স্বৰ্গদেৱ!
নিৰুদ্দেশ গদাপাণি, দিন চাৰি আজি;
নকয় ঘৰত কেৱে, নাজানে অপৰে।
উলটিল ৰাজসেনা, নাপাই বিচাৰি।

ৰজা।— সৰ্ব্বনাশ ডাঙ্গৰীয়া!
কি হব উপায়? জোকাই থেদিলোঁ দেখোঁ
বিষধৰ সৰ্প আজি!—নিৰুত্তৰ হাঁয়,
হলোঁ দেখোঁ তুমি?

বুঃ গোঃ।— ভাবিছোঁ উপায় আন।—স্বৰ্গদেৱ,
জানে সি সন্ধান, পত্নীয়ে অৱশ্যে তাৰ।
ৰাজাজ্ঞাত জয়মতী ডৰিব নিশ্চয়;
ভুলাই সুধিলে টানি দিব জানো কই
পতিৰ উদ্দেশ।
(দূতৰ প্ৰতি) পুনৰপি গই দূত,
সুধি আহ গদা-প্ৰিয়া। স্থিৰ বাৰ্ত্তা লই
ঘূৰিবি ত্বৰিতে।

দূত।— যিবা আজ্ঞা ডাঙ্গৰীয়া!

(প্ৰস্থান)

ৰজা।— মানিছোঁ আশ্বাস।
কিন্তু, ডাঙ্গৰীয়া, বাঢ়িছে আশঙ্কা ঘোৰ;
নাভাবিবা জয়মতী সামান্য তিৰোতা,
জানো মই মনোবান্ধ সেই ৰমনীৰ।
দিব যে সহজে তেওঁ পতিৰ সন্ধান,
বিশ্বাস নহয় মোৰ।

বুঃ গোঃ।— চিন্তা নাই স্বৰ্গদেৱ!
জানো মই নাৰীপ্ৰাণ, জানো ভালোপায়।
নিদিয়ে সন্ধান যদি দূতৰ আগত,
সভাত কৰালে থিয় দিবহি সম্ভেদ,
লাঞ্ছনা ভয়ত।

ৰজা।— লাগিছে মনত মোৰো।
কিন্তু, জানা, সৰ্ব্বভাৰ ৰাখিলোঁ তোমাত;
তোমাতে আশ্বাস মানি পুৰাম ৰাতিটো;
পুৱাতে মিলিম পুনু। (আসন এৰে)

বুঃ গোঃ।— ভাল স্বৰ্গদেৱ!
যাওঁ ময়ো, আলচোঁ উপায় আৰু গই।

(প্ৰস্থান।)

---

# তৃতীয় গৰ্ভাঙ্ক।

## নগা-পৰ্ব্বত।

চিন্নু নাগিনীৰ পঁজা।

( চিন্নু আৰু গদাপাণি )

চিন্নু।—ন, কি-ৰা-মা ?

গদা।—নুবুজোঁ তোমাৰ কথা।

চিন্নু।—তুমি হলে টিঙ্গিমা নহয় না কি ?

গদা।—একো বুজা নাই ; মই ভৈয়ামৰ মানুহ।

চিন্নু।—অ, আমি জানিলে, তুমি হলে টিফিমা আছে। টিঙ্গিমা কাপৰ তুমি কেলে' পিনিছে ?

গদা।—মই টিঙ্গিমা টিফিমা একো বুজা নাই, মিতিনী।

চিন্নু।—অঃ, তুমি হলে টিক্ টিফিমা টাকিছে। টিঙ্গিমা হলে আমি-মানুহকে কয় ; টিফিমা হলে ভৈয়াম-মানুহকে কয়। জানিলে ?

গদা।—ওঁ, জানিলোঁ, বুঢ়ী মিতিনী।

চিন্নু।—তুমি হলে বৈয়াম পৰা কেলে' আহিলে ?

গদা।—ৰজাই মোক কাটিবলৈ বিচৰাইছে। সেই দেখি মই নগা সাজি ফুৰিছোঁ, মিতিনি !

চিন্নু।—আয়ু, কেনে ডেকাটো ! তোকে অলে কেলে' কাটিব ?

গদা।—আৰু, মিতিনি ! ৰজাৰ মানুহে মোক বিচাৰি ফুৰিছে। তই কাকো নকবি দেই ?

চিন্নু।—উঁঃ, নকয়। আমি হলে তোকে লুকাই টব। আয়, ইমান বাল ডেকাটো! কেলে' কাটিব? তুমি অলে বৈয়ামত নেযাবি দেই?

গদা।—নহয়, আই, মই যাব লাগিব। মই এটা ডাঙ্গৰ কথাৰেহে ইয়ালৈ আহিছোঁ। সেই কাম হলেই মই আকৌ ভৈয়ামলৈ যামগৈ।

চিন্নু।—বাৰু, বাৰু, তুমি অলে যিমান দিন টাকিবি, হিমান দিন টাকিবি দেই। আমি হলে এতিয়া বুঁই দেকিব যাইছে। তুমি হলে গৰতে বহিবি। আমি-জীয়েক জিন্নু ভি ইয়াতে বহিছে। ৰজা-মানু আহিব হলে জিন্নু তোকে কৈ দিব। তুমি হলে পলাই টাকিবি দেই।

( চিন্নুৰ প্ৰস্থান )

গদা।— মহান্ উদ্দেশ্য মোৰ
সাধোঁ কিনো মতে! নাজানো নগাৰ কথা;
বুজাওঁ কিমতে মোৰ গুপুত বাসনা?
গোটাওঁ কিৰূপে হাঁয়, ৰণ-বল মোৰ!
নালাগে অধিক মোক; ক্ষুদ্ৰ এটি দল,
পাওঁ যদি আশে-পাশে বাছনি নগাৰে,
হব সেয়ে যোগ্য বল শত্ৰু জিনিবৰ।
অহ, বুঢ়ীটিৰ কি যে স্নেহ!—হয় যদি
সিদ্ধি কিবা, হব পাৰে বুঢ়ীটিৰ গুণে।
দেখোঁ কিবা হয়।

( জিন্নুৰ প্ৰৱেশ )

জিন্নু।—আ-কি-ত! তুমি অকলে টাকিছে!

গদা।—এৰা, লগ হেৰুৱালোঁ; অকলে নাথাকি কি কৰিম!

জিন্নু।—কেলে', আমি হলে তুমি লগতে টাকিছে নহয় না? তুমি নকৰিব দেই। আমি তোকে ৰাকি টাকিছে।

গদা।—ভয় নকৰিও ভয়াতুৰৰ কাম কৰি আহিছোঁ; আৰু নো কি ভয় নকৰিম!—বাৰু, ভয় নকৰোঁ।

জিন্নু।—আমি তোকে হলে পাঁচ-দিনপৰা ডেকিছে দেই। তুমি হলে আমিথানৰ পামতে বহিছিলে নহয় না?—হেই ডাঙ্গাৰ পাথৰ ওচৰ্তে?

গদা।—হয়, তাতে কেদিনমান আছিলোঁ।

জিন্নু।—তুমি হলে বাগি আহিছে দেই। আমি জানিছে।

গদা।—কেনেকৈ জানিলি? মই দোথান ইয়াৰ আগেয়ে তোক চিনাকি দিয়া নাই। দুইৰো কেতিয়াও দেখাদেখিও হোৱা নাইচোন।

জিন্নু।—তেনেকে' জানিলে। ৰজা-মান্নু' হলে তোকে বিচাৰিছে নহয়? আমি ডেকি টাকিছে। হেঁই দিন্তে হৰ মান্নু' আহিছে। তোকে হলে মান্নুথান ডেকিছে দেই। আমি হলে তেতিয়া হেই ডাঙ্গাৰ পাথৰ-ওপৰ্তে উঠিলে। আমি হলে ধান বুকিবলে কাপৰা লগতে এটা দুলি হাজিছিলে দেই। আমি ওপৰ্পৰা হেই দুলি লহং কৰি মেলি দিলে। তুমি হলে তাতে লুকালে। টিকিমা মান্নু' হলে দেও আছে জানিলে। হিটোথান বয় কৰিলে। পলাই গলে।

গদা।—অহ, দয়াময়ি! তুমিহে ৰাখিলা সেই দিনা? জিন্নু, কিয়নো কৰিলি দয়া?

জিন্নু।—আমি হলে তোকে বাল্ পায়।

গদা।—কিয়নো ভাল পাব জিন্নু?

জিন্নু।—এনেয়ে বাল্ পায়। তোকে হলে আমি মৰম লাগে।

গদা।—এদিনতে দুৰ্ভগীয়ালৈ তোৰ কিয় মৰম লাগিল? তুমি দেবী, তুমি মোক বিপদত তাৰিলা।

জিন্নু।—তুমি ইয়াতে নাই আহাতে, আমি হলে দিন-দিন ডেকিব যাইছে।

দিন-দিন তোকে হলে আমি বাল্ ডেকিছে। তুমি হলে বৈয়ামতে নাযাব দেই ?

গদা।—( মনতে ) ওথপাহাৰত বাস, আজলী নাগিনী, নাজান কুটীল ভাব নীচ ভৈয়ামৰ ! ( ফুটাই ) লাগিব যাব জিন্নু !

জিন্নু।—তুমি লগতে হলে আমি ক্তি যাব দেই ?

গদা।—কি কৰিবি, তই গৈ জিন্নু ?

জিন্নু।—তোকে হলে আমি ডেকি টাকিব।

গদা।—দুথ পাবি মোৰ লগত ফুৰি, জিন্নু !

জিন্নু।—আমি হলে হৰ ফুৰিব পাৰে। তুমি লগতে যালে দুক্ নাপায়।

গদা।—বাৰু, পাচে দেখা যাব, জিন্নু !

জিন্নু।—বাৰু, তুমি হলে বুঁই ডেকিব যাব না ?

গদা।—ওঁ, যাব পাৰোঁ। কিমান দূৰৈ ?

জিন্নু।—হৰ দুৰতে নাযায়। আহিবি। আমি পিচে-পিচে আহি টাকিবি।

( প্ৰস্থান। )



# চতুৰ্থ গৰ্ভাঙ্ক।



## জয়মতীৰ বুলনী।



( জয়মতী )

জয়া।— বিৰহ-বিলাপ।

( ৰাগিনী ভৈৰৱী—তাল কাওয়ালী। )

কিয়নো জীয়াই আছোঁ, আৰু কিবা আশা ধৰি।
আজিও ধৰিছোঁ দেহা, প্ৰাণ মোৰ গল এৰি॥
যি গছৰ হই ছাঁয়া, ধৰিলোঁ সংসাৰ মায়া;
নাই আজি সেই তৰু, ধৰোঁ কায়া কেনে কৰি॥
বেলাটো বিৰহ যাৰ, অসহনী লাগে ভাৰ;
নাই তেওঁ দিন চাৰি, আছোঁ মই দেহা ধৰি॥
বহুভোগী প্ৰাণধন, নুবুজে অপৰে মন,
কি ভোগ মিলিছে আজি ভিখাৰী বেশেৰে ঘূৰি॥
ৰাখাঁ প্ৰভো! বিশ্বেশ্বৰ, ৰাখাঁ মোৰ প্ৰাণেশ্বৰ,
অন্নপূৰ্ণা দিবাঁ ভোগ, য'তে ত'তে অৱতৰি॥
নগাৰ নগৰা বান্ধ, দিলোঁ আঁটি আতি টান,
সহিছে কতনা জানো, কুৰূপ সাজেৰে ফুৰি॥

( নীৰৱ )

আছাঁ ক'ত, কিবা ভাৱে,
প্ৰাণেশ্বৰ মোৰ? সঙ্কেতে মনৰ ভাব
বুজি কোনে আজি, তুষিছে বিৰহী প্ৰাণ?—

বুজে কোনে মন তৱ, অভাগিনী বিনে !
কিনো বেশ ধৰি হাঁয়, গলাঁ প্ৰাণধন ;—
সুকোমল শৰীৰত বেতৰ নগৰা !
দেহ-মন-প্ৰাণ পৰিছে মলিন জানো
অজ্ঞাতবাসত !—

( নীৰৱ )

( প্ৰাৰ্থনা )

হে নাথ, অনাথ নাথ, ক্ষেমিবাঁ ই দায়,
তৱ আগে স্বামীপদ স্মৰোঁ এটিবাৰ।
পতিগতি, পতিমুক্তি, পতিপদসেৱা,
সতীৰ প্ৰথম কাম, বিধিৰ বিধান।
নিচিন্তি পতিৰ পদ, আন দেৱ-দেবী
পূজা বিধি নাই ; এতেকেসে অন্তৰ্য্যামী,
ক্ষেমিবাঁ বেটীৰ দায় !—সবল গোহাৰি
আৰু দুখুনীৰ,—ৰাখাঁ মোৰ স্বামী,
নিৰাশ্ৰয়, নিঃসহায়, নিজগুণে প্ৰভো !
চুলি ছিঙ্গি কৰিছোঁ কাতৰ,—কৰাঁ দূৰ
শতেক অপায় দেৱ, পতি-দেৱতাৰ।
শুনিছিলোঁ, সাবিত্ৰীয়ে পতি-প্ৰাণ-দান,
লভিছিল হাতে-হাতে, পূজি ধৰ্ম্মৰাজে ;
পালে আৰু বহু দান স্বামীৰ কাৰণে।
পূজিছোঁ বেটীয়ে মন্ত্ৰে, হোৱাঁ তুষ্ট দেৱ,
দিয়াঁ আজি মোক স্বামীৰ মঙ্গল দান ॥

আছেমানে ক্লেশৰাশি পতিধনলই,
দিয়াঁ মোক ভোগ তাৰ, খণ্ডোক অপায়। (নীৰব)

(আহিনীৰ প্ৰৱেশ)

আহিনী।— আইদেও!
ৰাজ-দূতে কৰে নিবেদন।

জয়া।—(অবিচল্লিত ভাৱে) ঘূৰিগই আন মাতি;
সোধোঁ প্ৰয়োজন।

আহিনী।— আনো মাতি আইদেও! (প্ৰস্থান)

জয়া।—(স্তৱ) আৰু, প্ৰভো! দুটি পুত্ৰ, বীৰৰ সন্তান
ৰাখিছোঁ ৰখীয়া হই। দিয়াঁ তযু কৃপা,
হোক দুয়ে পিতৃতুল্য বীৰবাহু; পিতৃৱত
বাঢ়ে যেন দিনে। স্বামীৰ গৌৰৱ আৰু,
বাঢ়ে যেন পুত্ৰ হস্তে মোৰ।

(দূতে সৈতে আহিনীৰ পুনঃ প্ৰৱেশ)

দূত।—(সেৱা জনাই) আইদেও!
পাচিলে তুনাই মোক, জানিবৰ হেতু
পতিৰ সন্ধান তৱ।

জয়া।—দিছোঁ সন্নিধান,—
নিদিওঁ সন্ধান মোৰ পতিদেৱতাৰ!
আছেমানে দেহে প্ৰাণ, নিদিওঁ চাপিব
স্বামীৰ বিপদ, নিজে বাতৰি যোগাই।

দূত।—মন্ত্ৰীসবে অনুৰোধ কৰিছে বিস্তৰ,
আপোন অপায় তৱ খণ্ডাবৰ হেতু,
পতিৰ সন্ধান কই।

জয়া।— বৃথা অনুৰোধ। নলৰে বচন মোৰ
লৰিলেও হিমালয়; পূবৰ সূৰুজ
আৰু পছিমে উদয় যদি। কবি গই
বৃথা চেষ্টা ৰাজক্ষমতাৰ।

দূত।— আৰু, দেবি!
নিবেদোঁ চৰণে তৱ;—নিদিলে সন্ধান,
হব লাগে চ'ৰালই তৱ আগমন।

জয়া।— কি কলি পাষণ্ড!
আছে কিবা প্ৰয়োজন, পূৰ-মহিলাৰ
ৰজাৰ চ'ৰাত গই?—কাৰ আজ্ঞা ইটো?
কোন্ দুৰাচাৰে কৰে এনে অবিচাৰ,
অৱহেলি ৰাজনীতি? কিবা অপৰাধ
কৰিছোঁ ৰজাক মই?

দূত।— কিবা অপৰাধ মোৰ? আজ্ঞাবহ দূত!

জয়া।— নাই দোষ তোৰ।
দোষী তোৰ আজ্ঞাকাৰী।—ইকি অবিচাৰ!
নিৰ্দ্দোষী নাৰীক মাতি ভুঞ্জায় লাঞ্ছনা!
সাহিছে অৱলা জানি, তাতে অনাথিনী।
কিন্তু, কি জানে সি,—সতীৰ ৰথীয়া পতি,
অনাথিনী-নাথ আছে পৰম-ঈশ্বৰ!—
নামানোঁ লাঞ্ছনা ভয়, নডৰোঁ ৰজাক,
শুনাম উচিত কথা চ'ৰালই গই।
যাবি দূত, কবিগই, গইছোঁ পাচত,
আপোন ইচ্ছাৰে মই।

দূত।— শিৰে ধৰোঁ বাণী ;
জনাম চ'ৰাত গই।

(প্রস্থান)

জয়া।— (চিন্তাযুত) যাব লাগে চ'ৰালই।
পতিযোগ্য সন্মানৰ আহিলা-পাতিৰে
ৱাহন যুগুত লাগে। ৰাখোঁ গই আৰু,
পোনা দুটি যতনেৰে সখীৰ বুকুত।
অপত্য চেনেহে মাথোঁ কৰিছে দুৰ্ব্বল,
কঁপিছে মাতৃৰ প্রাণ !

(প্রস্থান)



# পঞ্চম গৰ্ভাঙ্ক।

---

## ৰাজমাও-চোল—ভিতৰ-চ'ৰা।

( ৰাজমাও আৰু ন্যায়সোধা গোহাঞি ফুকন )

ৰাজমাও।— পিচে, ডাঙৰীয়া!
সতীৰ উদ্ধাৰ হেতু যুগুত উপায়
পালাঁ নে বিচাৰি কিবা?

ন্যায়সোধা ফুকন।—নেদেখোঁ উপায়!
মন্ত্ৰণাত মত্ত ৰজা; নামানে আমাক!
মাতৃৰ বুজনি বুলি, তৱ উপদেশে
জানোঁবা ধৰায় গুণ।

ৰাজমাও।— অৱশ্যে বুজাম মই।
কিন্তু, ডাঙৰীয়া, নামানিলে কথা মোৰ
কি হব উপায়?

ন্যায়-ফুকন।— নিৰুপায় ৰাজমাও!
তথাপি এবাৰ চোৱাঁ কিবা ফলোদয়।
বুজাবাঁ বিশেষকই,—নীতিবিগৰ্হিত
নাৰী-অত্যাচাৰ কথা। তাতে জয়মতী
অতি পতিপ্ৰাণা;—পীড়ে যদি মহাসতী,
ৰাজলক্ষ্মী নৰব নিশ্চয়, ইন্দ্ৰবংশী
আহোম কুলত।

ৰাজমাও।— বুজাম তদ্ৰূপ।

ন্যায়-ফুকন।—আৰু এটি কব লাগে,—
নিৰাপদ এবে ৰজা ; নাই গদাপাণি,
গল তেওঁ ৰাজ্য এৰি। আৰু যতমানে
আছিল কোঁৱৰ যোগ্য, হল অঙ্গক্ষত ;
নাই আন ভয় আৰু, আছোঁমানে আমি।
কিন্তু, পীড়ে যদি সতী, বাঢ়িব বিপদ,
ধ্ৰুৱসত্য কথা ; নব'ম সহায় আমি
নৰব সহায় কেওঁ কু-মন্ত্ৰীত বাজে।
ৰাজমাও।— স্বৰূপ কইছা তুমি।
যিমতে বুজাব পাৰোঁ, বুজাম নিশ্চয়,
সাধ্য যতমানে। কিন্তু, তুমি ন্যায়-মন্ত্ৰী,
নহবাঁ বিতুষ্ট। লৰামতি লৰা-ৰজা
ঘূৰিব আমাৰ বাটে ; ঘূৰিব নিশ্চয়,
তোমাৰ সহায় পালে। মাতিছোঁ লৰাক
আজি দুপৰত।
ন্যায়-ফুকন।— কৰাঁ মাও, যিবা হয়, মাতৃৰ উচিত।
ফলে যেন আশা মোৰ ৰাজ্যৰ মঙ্গল ;
পৰে যেন ৰক্ষা আৰু সতীৰ সম্মান।
—মাগিছোঁ বিদায় এবে। (ফুকনৰ প্ৰস্থান)
ৰাজমাও।— যোৱাঁ ডাঙৰীয়া ! (নীৰৱ)
নেৰিবাঁ মন্ত্ৰণা তৱ, নহবাঁ হতাশ।
বুজাওঁ কিমতে হাঁয়, অবুজ সন্তান !
নামানি বন্ধুৰ কথা, হিত উপদেশ,
হইছে উন্মত্ত আজি শতুৰু লগত।

কিৰূপে ৰখাওঁ আজি সতীৰ সম্মান,
ৰক্ষা পৰে কিনো মতে জয়মতী প্ৰাণ !

( ৰজাৰ প্ৰৱেশ )

আহাঁ মোৰ পুত্ৰধন, আহাঁ কাষলই ;
দেখিছোঁ মলিন দেখোঁ মুখানি তোমাৰ ?

ৰজা ।— গুৰুতৰ ৰাজকাৰ্য্যে কৰিছে কাতৰ ।—
কিবা অৰ্থে আজি মোক মাতিলাঁ জননি ।

ৰাজমাও ।— আছে অৰ্থ ; কম পাচে ।
আগে বাছা দেখোঁ তোৰ মন হৰষিত ।

ৰজা— চাপি তৱ কাষ,
পাহৰিছোঁ কাৰ্য্যচিন্তা ; লভিছোঁ জিৰণি ;
শান্তিৰ একেৰি ছাঁয়া পৰিছে প্ৰাণত ।
কোৱাঁ মাতৃ, কিবা কাৰ্য্যে মাতিলাঁ সেৱকে ?

ৰাজমাও ।— শুনা মোৰ উপদেশ ।
কুমন্ত্ৰণা শুনি তুমি নহবাঁ উতলা,
নুশুনিবাঁ কথা আৰু, পৰৰ অহিতে ।
নানিবাঁ কলঙ্ক বাছা, আপোন কুলৰ,
নেখেদিবাঁ ৰাজলক্ষ্মী, নিজে নিলগাই,
—অজ্ঞানৰ দৰে ।

ৰজা ।— কিবা কোৱাঁ মাতৃ মোৰ !
নুবুজোঁ কথাৰ পাক, তৰিছা যি ভাবে
অপায় নুচাই ।

ৰাজমাও।— সতীৰ পীড়ন বাছা, নানিবাঁ মনত ;
নিদিবাঁ লাঞ্ছনা তুমি বোৱাৰী জয়াক।
অবাবত অলাভত, অবলাক তুমি,
পীড়িবাঁ কি বুলি !

ৰজা।— নহয় পীড়ন মাতৃ !
ৰাজ্যৰ মঙ্গল হেতু লাগিছে সন্ধান
গদাপাণি কোৱঁৰৰ ; নিদিয়ে বাতৰি
গৰবিনী ভাৰ্য্যা তাৰ। কি দোষ আমাৰ ?

ৰাজমাও।— নালাগে সন্ধান বাছা !
নাই আৰু ই ৰাজ্যত গদাপাণি বীৰ ;
মৰিল কঠীয়া আন যোগ্য কোৱঁৰৰ।
কি ভয় তোমাৰ ? আছোঁ মই, আছে আৰু
বিজ্ঞ মন্ত্ৰী সহায় তোমাৰ।

ৰজা।— নধৰিবাঁ মাতৃ মোক, কৰিছোঁ মিনতি ;
নবধিলে গদাপাণি নুগুচে অপায়।
স্বৰূপ বাতৰি দিলে এৰোঁ জয়মতী ;
শাস্তিৰ বিধান নতু নথণ্ডে কাচিত।
নধৰিবাঁ টানি মোক।—আহোঁ, মাতৃ, এবে ;
আছে বহু ৰাজকাৰ্য্য কৰিবলগীয়া।

( বেগেৰে প্ৰস্থান )

ৰাজমাও।— নিৰুপায় !
নুঘূৰিল লৰা মোৰ বাটে।
স্বৰূপ ধৰিছে কথা বিজ্ঞ মন্ত্ৰীবৰে,
মন্ত্ৰণাত বশ আজি লৰা-ৰজা মোৰ !

কোনোদিনা কৰা নাই, অৱহেলি মোক,
মাতৃৰ অপ্রিয় কাম ; আজি মাথোঁ হাঁয়,
দেখিলোঁ অবাধ্য মোৰ বুকুৰ সন্তান !—
নেৰোঁ কিন্তু পিচ ময়ো। চাওঁ চিন্তি আৰু,
পাওঁ যদি ঘূৰাবৰ আন কিবা বাট।

( প্রস্থান )



# ষষ্ঠ গৰ্ভাঙ্ক।



## ৰজাৰ ৰৰচৰা।

( বুঢ়াগোহাঞি ভাঙ্গৰীয়া অকলে )

বুঃ গোঃ।— নৰজিল কথা মোৰ ;
নাপালোঁ সন্ধান ! কিন্তু, তাৰ প্ৰতিফল
পাব হাতে-হাতে ; নেৰিছোঁ প্ৰতিজ্ঞা মযো,
নেৰিম প্ৰাণান্তে। অস্ত্ৰ কৰি গদাশক্তি,
নিষ্কণ্টক সিংহাসন নকৰি নপৰোঁ
মই জিৰণি পাটীত। আৰু মোৰ পণ,—
জিনিম বিপক্ষদল মন্ত্ৰণা-ফেৰত ;
নৰজিব কথা কৰো বিজ্ঞমন্ত্ৰী বুলি।
ৰাখিছোঁ মুঠিত ৰজা ; আৰু সভাসদ
আছে মোৰ সহায় বিশেষ ; আছে আৰু
সেনাপতি বাহুবল মোৰ। ইচ্ছা কৰি
পাৰোঁ আজি, ভাঙ্গিব পাতিব সিংহাসন।—
ইচ্ছা মোৰ, এই ৰাজে কৰে ৰাজভোগ
অখণ্ড প্ৰতাপে আজি ; নৰব জীৱিত

অন্যজন ৰাজপাটলই। সিদ্ধি হব
গুপুত বাসনা মোৰ, উদ্দেশ্য মহান্ ;—
ৰাজ্যৰ ধৰণী নাম লম এইবাৰ,
ঘাই-মন্ত্ৰী নামে।
( সভাসদসকলৰ প্ৰৱেশ আৰু আসন গ্ৰহণ )

বৰপাত্ৰ।— আপ, দেখোঁ অকলই !
দেখিছোঁ ভাবত আৰু, অতি নিমগন।

বুঢ়াগোহাঞি।—নৰজিল অনুৰোধ,
নিদিয়ে সন্ধান ; দিলে কাঠ-সমিধান।
জয়াই উত্তৰ দিলে,—"নিদিওঁ সন্ধান
মোৰ পতি দেৱতাৰ ; নলৰে বচন,
লৰে যদি হিমাচল !"—এনে গৰবিনী
গৃহিনী গদাৰ !

বৰবৰুৱা।— অতি অসহন কথা !
ৰজাৰ আজ্ঞাত এনে অৱজ্ঞা প্ৰকাশ
সহোঁ কোন প্ৰাণে !
( ৰজাৰ প্ৰৱেশ )

ৰজা।— ( সিংহাসনত বহি ) কিবা হল ডাঙৰীয়া !
কিবা সমিধান আনিলে উলটি দূতে ?

বুঃ গোঃ।— কাঠ-সমিধান
আনিলে উলটি দূতে ;—নিদিয়ে সন্ধান।
সগৰ্ব্বে শুনালে কথা,—'নলৰে বচন'।
শুনা নাই জীৱনত নাৰী বচনেৰে,
এনে সমিধান দান ৰাজাজ্ঞা উৰাই !

ৰজা।— নানিলা ধৰাই কিয়
তেতিক্ষণে গৰবিনী নাৰী?—মন্ত্ৰী তুমি,
কিয় হলা ৰাজকাৰ্য্যত এনুৱা নত!

বুঃ গোঃ।— ৰথা নাই বাকী।
আছিল আদেশ মোৰ, ধৰি আনিবৰ,
নিশ্চয় সন্ধান যদি।

ৰাজখোৱা।— দূতৰে হে ত্ৰুটী তেন্তে?

ৰজা।— ক'ত দূত, আন বান্ধি।
তুৰন্তে শালত তাক দিব লাগেগই,
আজ্ঞা হল মোৰ।

বন্দীপাল।— যিবা আজ্ঞা স্বৰ্গদেৱ!
(হাতপিচলৈ কৰি দূতক বান্ধে)

দূত।— স্বৰ্গদেৱ, অপৰাধ—

ৰজা।— তুৰন্তে শালত, তুৰন্তে শালত।
(দূতক লৈ বন্দীপালৰ প্ৰস্থান)

আন বান্ধি অপৰাধী, আছে কোন্ আৰু;
হালে-হালে পঠিয়াওঁ যমপুৰী আজি।
(কটোৱালৰ প্ৰৱেশ)

কটোৱাল।— (আঁঠু লৈ) স্বৰ্গদেৱ!
দুৱাৰত উপস্থিত মহিলা বাহন।

বুঃ গোঃ।— হব পায় জয়মতী!
আনগই যথাসমাদৰে; আন জন
নাহিব লগত।

কটোৱাল।— ষিবা আজ্ঞা, দেউতা-ঈশ্বৰ !

( প্ৰস্থান )

ৰজা।— আছে কোন্ ডাঙ্গৰীয়া !

বুঃ গোঃ— দেখোঁ আছে কোন্,
জয়মতী স্বইচ্ছায় আহিবৰ কথা।

ৰজা।— আনিছে সন্ধান জানো !

বুঃ গোঃ।— নোৱাৰিছোঁ কব।
( কটোৱালৰে সৈতে জয়মতীৰ প্ৰৱেশ )

জয়া।— নিবেদিছোঁ ৰাজভক্তি সিংহাসনলই।

ৰজা।— কোন তুমি, কিবা প্ৰয়োজন ?

জয়া।— প্ৰয়োজন ?
প্ৰযোজন, ৰজাদেৱ, নাই একো মোৰ ;
থাকে যদি আছে তোমাৰেসে। জয়মতী
নাম মোৰ,—ৰজাৰ বোৱাৰী।

ৰজা।— ( বুঢ়াগোহাঞিলৈ চাই নিৰুত্তৰ )

বুঃ গোঃ।— ( বৰবৰুৱালৈ চাই নিমাত )

বৰবৰুৱা।— ( তলমূৰ কৰি নিমাত )

সভাসদ।— ( আচৰিত ভাৱে তৱধ )

ন্যায়ফুকন।— ( বিৰক্তিৰ হাঁহিৰে মূৰঢুপিয়নি )

জয়মতী।— কিবা দৃশ্য ইটো !
কিয় হেন নিৰুত্তৰ, ৰজা-মন্ত্ৰী-সভা ?
গুপুত ৰহস্য কিবা ?

ন্যায়ফুকন।— ৰহস্য উপাৰোঁ মই।
নাই মোৰ তলমূৰ, চকু-লাজ-ভয়,
নডৰোঁ জয়াক।—পতি তৱ আজি ক'ত ?
দিব লাগে সন্ধান চৰাত। সেই অৰ্থে
ৰাজাজ্ঞাত আগমন তোমাৰ ই ঠাঁই।
—দিয়াঁ সন্ধান।

জয়া।— সন্ধান, ডাঙ্গৰীয়া,
দিছোঁ মই যিবা হয়, দূতৰ আগত,
নাই আৰু কবলই ; নলৰে বচন।

ৰজা।— দিব লাগে পতিৰ উদ্দেশ।

বুঃ গোঃ।— নহলে ভুঞ্জিবাঁ জানা, লাঞ্ছনা অশেষ !

বৰবৰুৱা— ৰাজাজ্ঞা হেলন তৱ নহয় উচিত ;
সমুচিত দণ্ড নতু, লাগিব ভুঞ্জিব।

জয়া।— ৰজাৰ অধীন প্ৰজা ;—নোহে তাৰ হিয়া।
আজ্ঞাধীনা বুলি আজি আহিছোঁ ইঠাঁই
ৰাজাজ্ঞা পালন হেতু, পালিম যি পাৰোঁ ;—
অহা নাই হিয়া মোৰ বলি দিবলই।
নিদিওঁ বুলিছোঁ মই স্বামীৰ সন্ধান,
নিদিম প্ৰাণান্তে। নডৰাই জয়মতী ;
নেদেখাবাঁ নীচ বিভীষিকা ! ৰখা নাই
বাকী আৰু লাঞ্ছনাৰ,—ৰজাৰ বোৱাৰী
হলোঁহি চৰাত থিয় ; আহিল কুখ্যাতি
ইন্দ্ৰবংশী আহোমৰ আজি !—আছে নে কি
বাকী কিবা আৰু ?

ন্যায়ফুকন।— নাই! নাই! নাই!

বৰবৰুৱা।— নকলে এৰণ কিন্তু, নেদেখোঁ তোমাৰ।

বুঃ গোঃ।— অশেষ যন্ত্ৰণা আৰু লাগিব ভূঞ্জিব।

ৰজা।— নকলে অৱশ্যে হব শাস্তিৰ বিধান।

জয়া।— কিয় এনে হীনবল দেখোঁ সিংহাসন!
কিয় অকাৰণ বিচাৰে কাতৰ ভাৱে,
সুদৃঢ় প্ৰতিজ্ঞা মোৰ পাবলই লৰ!
কিয় ভয় প্ৰদৰ্শন, শাস্তিৰ বিধান
ধৰিছে আগত মোৰ?—জনা আছে মোৰ,
লাগিব সহিব ক্লেশ নশ্বৰ দেহাত;
জানি-বুজি কৰিছোঁ যি হয়। নোহে মোৰ
মন বিচলিত; নহব কাচিত জানোঁ।
দেহাৰ পতন সতে মনৰ মৰণ,
নেদেখোঁ নিশ্চয় এই নাৰী জীৱনত।
কৰোঁ যিবা বুজা ভাল;—নিদিওঁ সন্ধান।

বুঃ গোঃ।— আতিকে দাম্ভিকা বাৰু, নহবাঁচো হেৰা।
দেখিলোঁ চকুৰে এই তোমা হেন তিৰী,—
দেখিছোঁ বিস্তৰ! কৰা নাই কেৱে এনে
ৰাজাজ্ঞা হেলন!—আপুনি মাতিছা যম,
কি দোষ আমাৰ?

ৰজা।— নোৱাৰি সহিব আৰু!
বন্দীপাল! বাজ কৰ, এই গৰবিনী।
নিতে নৱ শাস্তি দিবি, কৰিবি জীয়াতু,
যদ্যপি নিদিব তাই পতিৰ বাতৰি।

( বন্দীপাল জয়মতীৰ পাচত সভয়ে থিয় দিয়ে )

জয়।— নোবোলোঁ অবাচ্য ৰজা, 'তাই' বচনেৰে ;
প্ৰতিশোধ সমুচিত দিবহি কালত,
বীৰবাহু পতি মোৰ ঘূৰিব যেতিয়া।
আজিকে দুৰ্ব্বল তুমি ; নাই বীৰ তেজ ;
নেদেখোঁ বীৰৰ চিন্ সমূলি তোমাত।
পতিৰ অজ্ঞাতে কোনে সতী পীড়নত
দেখায় মতালি ! ধিক্ তৱ পুৰুষালি !
মহাপাপী তুমি, নাচাওঁ তোমাক আৰু !
ধাৰ্ম্মিকে তোমাৰ সঙ্গ্ নলব কাচিত।
বন্দীপাল ! বল, যাওঁ, শাস্তি-থানলৈ।
( বন্দীপালে সৈতে জয়মতীৰ প্ৰস্থান,—সভা নীৰৱ )

ৰজা।— কিবা ভাব অকস্মাৎ !
ছাতিলেহি চাঁত্কৰে ঘোৰ অন্ধকাৰে !
ভয়ঙ্কৰ ভবিষ্যত উদিছে আগত যেন।
নোৱাৰোঁ বহিব স্থিৰে, লাগিছে বিষম।
সভা ভঙ্গ আজিলৈ, নাই আন কাজ।
জ্বলিছে সৰ্ব্বাঙ্গ মোৰ, পোৰে জানো কিহে !
( ৰজা বিতত্ হৈ প্ৰস্থান )

বুঃ গোঃ।— দেখা নাই গতি ভাল ! হব যে সফল
মোৰ প্ৰাণৰ উদ্দেশ্য, নাই তাৰ আশা ;
প্ৰতিজ্ঞাত স্থিৰ জয়মতী।—নাই আশা ;
মিছা হল সকলো যতন ! ভয়ঙ্কৰ

পৰিণাম দেখিছোঁ আগত ;—কিবা জানি
উলটি সকলো দায় পৰে আহি গাত ;
লাগে বা ভুঞ্জিব নিজে পাপৰ নিকাৰ।
বাজিছে বুকুত মোৰ, আশঙ্কাৰ শেল,
বজ্ৰসম কোব তাৰ! উঠাঁ সভাসদ,
যাওঁ ঘৰাঘৰি ; ভগা-সভা ধৰি আৰু
নাই প্ৰয়োজন।

ন্যায়ফুকন।— যত অনৰ্থৰ গুৰি
একমাত্ৰ তুমি! পাপৰ প্ৰায়শ্চিত্ত এবে
এৰাবাঁ কিমতে ?

(প্ৰস্থান)

—○:*:○—

অঙ্কপাত।

—○:*:○—

# ৩। অঙ্ক।



## প্ৰথম গৰ্ভাঙ্ক।



### বন্দীশালৰ দুৱাৰমুখ।

( চাওদাং-বৰুৱা )

বৰুৱা।— পমিছে কঠুৱা মন,
কিয় আজি মোৰ ? কিয় হেন কান্দে প্ৰাণে,—
বিদৰে ই হিয়া ? পীড়িছিলোঁ কত জনা
নিকৰুণ ভাৱে, বধিলোঁ কতনা আৰু ;
টলা নাই মই কদাপি ইদৰে আগে,
কৰ্ত্তব্য পাহৰি !

( পদ্মা, আহিনী, লাই-লেচাইৰ প্ৰবেশ )

পদ্মা।— সম্ভাষোঁ বৰুৱাদেৱ !

বৰুৱা।— কোন্ বা গাভৰু ?

পদ্মা।— গোহাঞি-গাভৰু মই,
পদ্মাৱতী নাম। মন্ত্ৰীৰ জীয়াৰী, আৰু
জয়মতী-প্ৰাণসখী।

বৰুৱা ।—কিমতে পশিলাঁ আহি এই বন্দীশাল ?
—কিবা প্ৰয়োজন ?

পদ্মা ।— সন্তাপে লগালে বাট ;
উদ্বেগে সবল কৰি আনিছে ই ঠাঁই ।
কৰাঁ যদি দয়া তুমি, কৰোঁ নিবেদন
যিবা অভিপ্ৰায় ।

বৰুৱা ।— শক্তিয়ে আটিলে মোৰ
ৰাখিম খাটনি ।

পদ্মা ।—শক্তিৰ নাটনি নাই ।

আহিনী ।—ইচ্ছা মাথোঁ লাগে ।

বৰুৱা ।— ইচ্ছাৰ অভাৱ নাই,
নাপাওঁ যদিহে বাট, কি আছে উপায় !

পদ্মা ।— ৰাখাঁ যদি অনুৰোধ, দিয়াঁ অনুমতি,
সখী দৰশন লাভ কৰোঁ এটি বাৰ ।

বৰুৱা ।— জীৱন্তে অসাধ্য কাম
নাই আতপৰ ; অসম্ভৱ অনুৰোধ
নকৰাঁ গাভৰু !

পদ্মা ।— দৰশন লাভ মাথোঁ ।
নাই আন অভিপ্ৰায় ; নকৰাঁ সন্দেহ ।

বৰুৱা ।— নকৰোঁ সন্দেহ ।
কৰ্ত্তব্যত বন্ধা মই ; কি আছে উপায় !

লেচাই ।—আনি দিয়াঁ আইতাক মোৰ ।

আহিনী ।—নিৰুপায় !

লাই ।—আছে ক্ত আইতা লুকাই ?

পদ্মা।— কিনো কওঁ!

দেখিছোঁ বৰুৱাদেৱ, কি কৰোঁ উপায়!

বৰুৱা।— কি দিম উপায়!

দিব পাৰোঁ প্ৰাণ মোৰ, হলে উপকাৰ;
কিন্তু হাঁয়, অনুৰোধ নোৱাৰোঁ ৰাখিব;—
এনুৱাঁ কৰ্ত্তব্য মোৰ!

আহিনী।—নাজানে অপৰে কেৱেঁ!

বৰুৱা।— নকবাঁ সি কথা।

প্ৰাণৰ মমতা ৰাখি হোৱা নাই মই,
অটল ইৰূপ। হব মোৰ প্ৰাণদণ্ড,
নাই তাৰ ভয়; কিন্তু সদা লাগে ভয়
কৰ্ত্তব্য পাহৰোঁ বুলি।

পদ্মা।— নিলগে এবাৰ দেখা?

বৰুৱা।— নধৰিবাঁ টানি।

বিদৰিছে হিয়া মোৰ, পাষাণ যদিও,
মহাসতী পীড়নত। পমিছে হৃদয়,
অবুজন বালকৰ দেখি শোক-দুখ!
নাভাবিবাঁ ৰথা নাই তৱ অনুৰোধ,
প্ৰাণৰ মমতা ৰাখি।

পদ্মা।— কুশল বাতৰি তেনে দিয়া তুমিয়েই।

বৰুৱা।— সখী তৱ বন্দী এবে।

নোপোৱাঁ বাতৰি, নোপোৱাঁ সন্ধান একো
ৰাজ-আজ্ঞা বিনে।

পদ্মা।— নোহোৱাঁ সদয় তেন্তে ?

বৰুৱা।— বুজিও, সুবুজি
অবুজ ,গাভৰুদেৱ, কিয় হোৱাঁ তুমি ?

পদ্মা।— বুজিছোঁ বৰুৱাদেৱ,
—নামানে পৰাণে !

বৰুৱা।— নকৰাঁ আমনি আৰু ;
তোমাকে মাতিছোঁ।

পদ্মা।— ( চকু-লো টুকি ) নকৰোঁ আমনি।—
বলাঁ ঘূৰি পোনাইঁত নিমিলে সাক্ষাৎ !
আহিনী লগত দুয়ে যোৱাঁ ঘৰলই ;
ৰাজমাও-টোল মই ঘূৰি আহোঁগই,
ৰাজ-আজ্ঞা দিহা কৰি। ( পদ্মাৰ প্ৰস্থান )

আহিনী।— ( কান্দি কান্দি ) আইঁা, পোনাইঁত !

লেচাই।— নেদেখিলোঁ আইতাক ? ( কান্দে )

আহিনী।— আইঁা, পোনা দুটি অই !
দেখিবাঁ পাচত। ( প্ৰস্থান )

বৰুৱা।— ( ক্ষন্তেক নিটাল মাৰি ) যাওঁ ময়ো,
কৰোঁগই শাস্তিৰ বিধান।
ভাগ্যত পৰিছে এনে নিদাৰুণ কাম ! ( প্ৰস্থান )

—০:*:০—

# দ্বিতীয় গৰ্ভাঙ্ক।

—◌:০:◌—

## জেৰেঙা পথাৰ।

( জয়মতী আৰু চাওদাংবর্গ )

জয়মতী।— ( বন্ধা অৱস্থাত ) শক্তিদাতা ভগৱন্ত !
অসহ্য নির্য্যাতন সহিবৰ গুণে,
দিছা শক্তি শৰীৰত ;—দিয়াঁ একে শক্তি
এবে এই হৃদয়ত সহোঁ একে দৰে
লাঞ্ছনা অশেষ। ভাবিছে দুর্ম্মতি ৰাজে,
পাশব পীড়নে কৰিব দুর্ব্বল মোক,
বলেৰে কৰাব মান্তি, সই লবলই,
নাজানি সতীৰ প্ৰাণ পতিপ্ৰাণা বুলি !—
জনা নাই, হিয়া এই সবল কিমান ;
সহনৰ শক্তি যে কিমান !—শক্তি নাই
ভাবিবৰ তাৰ !

১ম, চাওদাং।—সেইবোৰ যে বলকিব পাৰঁা, আমি সোধা কথানো কেলেই কব নোৱাৰঁা ? তাকে কৈ দিলেইচোন ৰইথা পোৱাঁ।

২য়, চাওদাং।—ওঁ, মযো তাকে কওঁ। এওঁ কিন্তু, নিজৰ কথাটোকে হে ধৰি থাকে।

জয়া ।— নাথ মোৰ, সুখে থাকাঁ, যতে আছাঁ তুমি,
নোপোৱাঁ বাতৰি যেন ইফালে যি হয় ।

৩য়, চাওদাং ।—হেৰ, ই কথাই কথা নহয় । এওঁ খালি নাথকে হে পাইছে ; আমাৰ কথালৈ কাণ নকৰে ।

২য়, চাওদাং ।—এৰা, আকৌ শাস্তিত হে ধৰিব লাগিল । এওঁৰ পদ-ঘোষাই আমাৰ গা নাৰাখে, জানিছ ?

১ম, চাওদাং ।—নহয় নো কি, পৰৰ লগত পৰে কোন্ মৰে অ' ? নেদেখিলি দূতৰ গতি ! ধৰ, চোৰাত লগাওঁহঁক ।

[illegible]চাওদাং ।—ৰবি, ৰবিচোন ককাইহঁত, আকৌ কিবা এবকলা গাব খুজিছেচোন । কথাৰ মাজত কেনেবাকৈ কথাটো ওলায়েই বা ? ( কেইওটাই কাণ পাতি শুনে )

জয়া ।— নেৰিবাঁ শক্তিয়ে মোক ।
বাঢ়ে যেন ধৈৰ্য্যবল, বাঢ়ি চতুৰ্গুণে,
বাঢ়েমানে নৰৰূপী দানৱৰ বল ।
এৰিম ইয়াতে দেহা, শেষ-পীড়নত,
নাই তাত খেদ মোৰ ; কিন্তু যদি ভাগে,
যত্নৰ প্ৰতিজ্ঞা মোৰ, কিবা স্বৰূপত,
বিষম যন্ত্ৰণা হাঁয়, বাজিব প্ৰাণত !
ইঘোৰ সমস্যা বেলা নাৰী জীৱনত,
দেহ-মন তুয়ে ধৰিবি সহন টানি,
নহবি অৱশ ।

২য়, চাওদাং ।—হেৰ, তহঁতে মুখলৈ চাই থাকোঁতে বলকনি বাঢ়িছে হে ।

১ম, চাওদাং ।—এৰা ধৰিব হে লাগিল । কিন্তু আমনি লাগিল দেখোন, কিমান নো শাস্তি দিম !

৩য়, চাউডাং।—ৰবিচোন, শুনচোন, কয় কি,—ভাল শুনি।

জয়া।— লাগিছে বিষম বোধ, মৰা-শৰীৰত,
অমৰা মন মোৰ নহয় কাতৰ।

২য়, চাউডাং।—হেৰ, আমৰলি মেলোঁইক। কাতৰ হোৱা নাই বোলে।

৩য়, চাউডাং।—হয়, তাতে পানী ঢালি দিব লাগে। কিমান পৰ নো সহে চাওঁ!

২য়, চাউডাং।—উঃ! আঁতি টান পালোঁ হয়! ভাগৰিলোঁ আৰু!

৩য়, চাউডাং।—ভাগৰ লাগিলগৈ হয় দেও! ককাইহঁত বহ, অলপ জিৰাওঁ। ৰবিচোন, অলপ পদকে শুনোঁ। (তিনিও একলীয়া হৈ বহে)

জয়া।— বসুমতি! আছে যদি ধৰম তোমাত,
ৰাখিবাঁ ধৰম মোৰ;—দিবাঁ শক্তি তযু,
সহনৰ পূৰ্ণগুণ আজি। ক্ষমা গুণ আৰু
দিয়াঁ মোক পূৰ্ণভাৱে, ক্ষমোঁ অজ্ঞানক।
নিবিচাৰোঁ প্ৰতিশোধ; পাব প্ৰতিফল,
ফলিব কালত সি, কৰ্ম্ম অনুসৰি।
কিন্তু ভিক্ষা এই, পায় যেন প্ৰাণনাথে,
মঙ্গল আশ্ৰয়, অপায়-অশান্তি মাজে।
আৰু মোৰ ছুটি পোনা এৰিছোঁ পাচত,—
ছুটি সিংহৰ পোৱালি; থাকে যেন দুয়ো,
আপদ এৰাই। পতিত ই ৰাজবংশ
স্বামীয়ে উদ্ধাৰা পাচে, কৰিব উজ্জ্বল,
অদ্বিতীয় ৰজা হই। বাঞ্ছা আৰু নাই;—
স্বামীৰ চৰণ যেন ভাগ্যে পাওঁ দেখা,
এৰোঁতে মাটিৰ দেহা মাটিক গতাই।

৩য়, চাউডাং।—সাজ লাগিল। ককাইহঁত কি কৰ? ৰাইজো লাহে লাহে ভাগিছে। আগবেলাৰ শাস্তিয়েই আটিছে; ইমানতে আজিলৈ আধ্যা পেলাওঁহঁক, কি বোল?

১ম, চাউডাং।—এৰা, আজিলৈ ইমানতে এৰোঁহঁক।

২য়, চাউডাং।—হয়, এৰাই ভাল। শুনিছানে প্ৰহৰী ককাই! ৰাতিটোলৈ তোমাক হে গতালোঁ। আমি আহোঁ হে এতিয়া। ব'ল ব'ল যাওঁ ব'ল, খৰ কৰ, ককাইহঁত, ৰাতি হয়।

(চাউডাংবৰ্গৰ প্ৰস্থান)

(সমুখত ৰাজবাটৰ পট পৰে)



# তৃতীয় গৰ্ভাঙ্ক।



## ৰাজবাট।

( ভোগাই, নদাই, আৰু গঙ্গাই। )

ভোগাই।— ( কানৰপৰা খৰিভাৰ পেলাই ) উঃ, হৰি-গুৰু-বান্ধৱ-কৃষ্ণ-গোবিন্দ! ৰাম ৰাম ৰাম ৰাম! ( বহে )

( জালৰ ভাৰ লৈ নদাইৰ প্ৰৱেশ )

নদাই।— অ' কি কৰিছ ককাই?

ভোগাই।— এ, ছাঁতে বহি অখন্তক জিৰাই উৱাহটো লৈছোঁ বোপাই! ৰাম ৰাম ৰাম ৰাম!

নদাই।— ময়ো অসন্তক বহোঁ ককাইটি! কঁকালটো পোনাই লওঁ। ( জাল-জৰিৰ ভাৰখন থৈ ) ইঃ ইঃ ইঃ ঠৰ হলোঁ পায়! ( কঁকালত হাত দি মেচা হৈ বহে )

( কানত টোকোন লৈ গঙ্গাইৰ প্ৰৱেশ )

গঙ্গাই।— ভাল লগ পালোঁহি ককাইহঁত ঐ! ভাল বইখা পৰিলোঁ। উঃ, আজি মহ-যথ এটাই বেয়াকৈ পিচ লাগিছিল, বুপাই! ইঃ ইঃ ইঃ, ভাল সাৰিলোঁ। ককাইহঁত, বোলোঁ কৰিছ কি?

ভোগাই।— তইনো দেখিছ কি? চকু দুটা পিচপিনে পিন্ধিলি নে কি? পিচে, গৈছিলি নো কলৈ?

গঙ্গাই।— এ, কিনো হব কলে ককাইটি! কালিবেপৰা মোৰ মহজনী নাই; দিনটো বিচাৰি বিচাৰি মিছাতে হাইবাণ হলোঁ! ককাই হেৰ, আছে যদি ছাৰি এখন দে। গাঁঠিটো মেলফোন;

মুখ ভেঁকুৰিল! (টোকোনত ভেজনি লৈ থিয় দিয়ে)
অঃ মোৰ স্বোৱামীগুৰু!

নদাই।— বৰকৈ নাম ললিচোন? মৰিব গোনাইছ নে? অ, যমে পালেই নে কি?

গঙ্গাই।— মৰ তয়ে অধৰমী। পাব তোকো এদিন যখে।

নদাই।— ইঃ ধৰমীটো নেদেসিছাঁ? ই নমৰে, ভাৰস্তৰ নিকাৰ মসা সাই ইয়াতে থাকিব।

ভোগাই।— এ, কিনো মৰা-জীয়াত লাগিলিহঁত ঐ! বোলোঁ, জীয়াত নো সকাম কি, মৰাত নো নিকাম কি? কেনি নো আহিলি? বাটত দেখি অহা নাই নে? এনেকৈ হলে জীয়াই থাকিব নো লাগিছে কেলৈ ঐ!

নদাই।— ভাল মনত পেলালি ককাই! কিনো কম ককাই ঐ, মানুহ-জনীৰ বিলাইসন!

গঙ্গাই।— এৰা, তথাপি তাই গিৰিয়েকৰ কথাটোকে কৈ দিছে জানো! বেতৰ কোব, চমটা, চোঁৰাত, আমৰলি,—আইঔ, মোৰ গাটো জিকাৰি উঠে!

ভোগাই।— হেই পাষণ্ড! তাই-চাই নুবুলিবি। তই নেজান নে, সেই গৰাকী আমাৰ গদাকোৱঁৰৰ ঘৈণী-আইদেউ বুলি?

নদাই।— এৰা, সঁচাতে সয়। কথাটো তেনে যেন পালোঁ সয়। কি, ককাই, কিহৰপৰা নো কিটো হল কচোন?

ভোগাই।— ক'ৰ নো চুকত সোমাই আছিলি অ'? কেদিনমান হল, গদাকোৱঁৰ পলাইছে নেজান? বজাই বিচৰাই পিটাপিট্ কৰাইছে।

গঙ্গাই।— পিচে, পিচে,—

ভোগাই।— পিচে আৰু পিচে। পিচে, তেওঁনো কলৈ গল তাকে ৰজাই জয়মতী আইদেউত সুধিছে, আইদেৱে নকয়। এই কথা।

নদাই।— ঐ গোঁসাই! ইমান ছেপাচুন্দাতো নকয় ঐ!

গঙ্গাই।— এৰা, তোৰ বৰপোহাৰীৰ দৰে দেখিছ নহয়?

নদাই।— এ, নগপাবি অ', তোৰ বৰঘৈণী জনী নো কেনে জনী? ৰবকে নগপাৱি সেৰ, সং উঠি যায়!

গঙ্গাই।— এৰা, ঘাটিলোঁ পায়! তেও, তোৰ জনীৰ দৰে পোনেই টেঁটুতে নধৰেহি পায়।

নদাই।— সয়। তোৰ জনীৰ দৰে মোৰ ওপৰত সনে-সনে মকতমা চলাইছিলগৈ নহয়? মই অমুকা সাথী নোলোৱাগৈ হলে তোৰ বৰঘৈণীয়েৰে বগাঘৰত ভাত সুৰালেহেঁতেন। তেও গুণ হে নাই!

ভোগাই।— এঃ থ, থ, তইঁতৰ চুপতিথন, বুপাইঁত। মন্-চন্ বেয়া লাগিছে। মেনে মেনে থাকইঁক।

গঙ্গাই।— অ, হয়, পিচে ককাই, পিচে?

ভোগাই।— পিচে, দন্দ পাত; পিচডোখৰ লাগিছে কেলেই?

গঙ্গাই।— নহয় ককাই, ক বাৰু, ক চোন।

ভোগাই।— পিচে, জয়মতী আইদেৱে গৃহস্থৰ কথা নকয়। সেই গুণে এনে অইনাই শাস্তি দিছে।

নদাই।— ভাল কৈছ, ককাইটি ঐ, এনে অইনাই দেসা নাই!

গঙ্গাই।— নকবি আৰু ককাই, এই ৰাজ্যত থাকিব নোৱৰা হল। দিন-কাল উলটিল।

ভোগাই।— উলটিল হে হয়। এই চকুৰেই কেবাজনাও হৰ্কদেৱ দেখিলোঁ; এনে অইনাই; কৰা দেখা নাই বুপাই!

নদাই।— আঃ ককাই! কিবা বোলেনে ৰজাৰ ভাইগেহে ৰাইজৰ ভাগ। নেদেসিছ, সেতি-পথাৰৰ ফালে! কিন্তু অইনাই কৰাৰ পোটক পাইছে বোলে। কেদিনমানৰপৰা সেনো ৰজাৰ গাত গোখাঁই নাইকিয়া হৈছে।

ভোগাই।— এৰা, শুনিলোঁ হয়; ৰজা হেনো অলপ বিভ্ৰমৰ দৰে হৈছে। ভূতেই পালেনে কোনোবাই জাদুৰেই কৰিলে জানো?

নদাই।— এৰা, সিবিলাকে আক, জৰা-ফুকা কৰি জৰি-ফটি এগছ দিয়ক ছাৰি পাৰেমানে দৰৰ মসাহে সুৰাইছে!

ভোগাই।— যি হব নোৱাৰিছে, আমাৰ মেনে মেনে থাক। বুঢ়া-গোহাঁই ডাঙৰীয়াকো বোলে কোনোবা এজন ডাঙৰীয়া-ভকতে পাইছে হেনো।

নদাই।— পাই থক। দৰবমসা সুৰাই ঘাটি লগাই থক।

গঙ্গাই।— এঃ, তইঁতে বহ ককাইহঁত। মই যাওঁ হে আক। ছালি এডোখৰো নিদিলি! (গঙ্গাইৰ প্ৰস্থান)

ভোগাই।— আমিও যাওঁ। আমিনো কি ৰাজপাটখন খাবলৈ বহিছোঁ। (উঠি কানত ভাৰ লয়) নদাই মুঠ নে?

নদাই।— এৰা উঠোঁ ককাই। (ডিঙ্গিত হাত ফুৰাই) অ! ককাই, মৰিলোঁ! মোৰ ডিঙ্গিৰ বৰখীটো নাই! ককাইটি ঐ! নেৰিবি, মোক আগ কৰ, (লৰি আগ হয়)। উঃ, (টকালি পাৰি) বৰখীটো মৰিয়াৰ সতুৰাইনে শনিবাৰে গঢ়োৱাই লৈ পিন্ধিছিলোঁ বুপাই! ইঃ ইঃ ভাল কথাসন হল! পৰহিলৈ মঙ্গলবাৰে আকৌ এটা গঢ়াই লৈ নিপিন্ধোমানে ওলাবই নোৱৰা হলোঁ! ইস! ইস্! ইস্! (প্ৰস্থান)



# চতুৰ্থ গৰ্ভাঙ্ক।



## বন্দীশাল।

জয়মতী।—অহ, মোৰ পোনা দুটি!
এৰিলোঁ অনাথ কৰি;—কতনা বিলাই
হইছে পাচত জানো! সখীক গতাই
এফেৰি নিশ্চিন্ত মাথোঁ; কিন্তু হাঁয়, মোৰ
মাতৃহীন পোনাহঁতে খলকি লগাই
কান্দিছে নথৈ জানো, নামানি বুজনি!
লেচাই সোণায়ে মোৰ নামানে আনক;
লাই সোণে পাকেপতি বিচাৰে আইতা!
সখীৰ সন্তাপ জানো বাঢ়িছে দিনকে,
আমনিত আৰু চতুৰ্গুণে! আৰু দেহি,
আহিনীটি!—মোৰ হস্তে প্ৰাণ দিয়ে তাই!
চুবুৰীয়া সৰলই পৰিছে মনত;—
পাতিছে সবাৰে জানো মোৰেই হে কথা।
নমৰি জীয়াই আছোঁ, ভুঞ্জিবৰ গুণে,
ই ঘোৰ সন্তাপ!

(ৰাজমাও আৰু পদ্মাৱতীৰ প্ৰৱেশ)

পদ্মা।— দেহি ঐ, সখী মোৰ
কিনো অৱস্থাত! (লৰি গৈ সাবটি ধৰে)

জয়া।— ই কি! প্ৰাণসখী মোৰ!
(দুই উন্মাদিনীৰ সাবটাসাবটি)

পদ্মা।— (কান্দি কান্দি) আছিলোঁ জীয়াই,
তোমাৰ এনুৱা দশা দেখিবৰ গুণে!

জয়া।— (কান্দি কান্দি) আজিও জীয়াই আছোঁ,
তোমাসাৰ শোক-তাপ বঢ়াবৰ গুণে!
(ৰাজমাওৱে চকুলো টুকি টুকি কাষ চাপে)

ৰাজমাও।—(কান্দি কান্দি) কোন সতে চাওঁ আজি,
বোৱাৰী জয়াক!

জয়া।— (বাউলী হৈ ভৰিত পৰি) কিনো ভাগ্য মোৰ,
আইচু-দেউতা আহি দিলে দৰশন!

ৰাজমাও।—(কান্দি কান্দি) কণ্ঠৰোধ বাছা মোৰ;
কি দিম উত্তৰ! নহল সাধনা সিদ্ধি;
বৃথা হল যত্ন আৰু উদ্ধাৰ মন্ত্ৰণা
যতমানে মোৰ।

জয়া।— সকলো দশাৰ ফল;
বিধিৰ লিখন মাত্ৰ, নাযায় খণ্ডন;
নাই দোষ কাৰো।

ৰাজমাও।—বিধিৰ লিখন সঁচা
নলবে দেখিছোঁ!

জয়া।— সখী ঐ, পোনা ছুটি মোৰ?
(আকৌ উন্মাদিনী হৈ পদ্মাৰ ডিঙিত ধৰে)

পদ্মা।— (কান্দি কান্দি) ৰাখিছে ঈশ্বৰে ভালে।
উমলি ফুৰিছে দুয়ো, আহিনী লগত,
পাহৰি কষ্টেক।

জয়া।— ( কান্দি কান্দি ) নেদেখিলোঁ পোনা দুটি !

পদ্মা।— ( ৰৰকৈ কান্দি ) আহিছিল দুয়ো ;
ৰাজ-অনুমতি বিনে নাপালে প্ৰৱেশ।

জয়া।— দেহি ঐ, নাপালে প্ৰৱেশ !
( হিয়াত ভুকুমাৰি লুটি খাই পৰে, ৰাজমাও
আৰু পদ্মা দুয়ো ধৰি তোলে )।

ৰাজমাও।—উঠাঁ বাছা মোৰ ;
নকৰিবাঁ খেদ আৰু কি হব কান্দিলে।
নিজে তুমি জ্ঞানৱতী, কি দিম বুজনি ;—
তোমাৰ যশস্যাৰাশি, বাটে-ঘাটে কত
গাইছে ৰাইজে আজি।

পদ্মা।— দেখা দি বঢ়ালোঁ খেদ,
মই অভাগিনী ! ক্ষন্তেক মিলন সুখ
লভিবৰ গুণে, সুমুৱা অগনি আহি
জ্বলালোঁ প্ৰাণত।

জয়া।— নকৰাঁ আক্ষেপ সখি !
সুদুষিবাঁ ভাগ্য তৱ, অভাগিনী হেতু।
শোকৰ নিজৰা মোৰ বোৱাই ক্ষন্তেক,
হইছোঁ সুস্থিৰ।

ৰাজমাও।—বিপদত ধৈৰ্য্য ধৰা
তোমাৰে সুগুণ ; ৰইছে যশস্যা তাৰ
ৰাজ্য জুৰি আজি। ঘৰে ঘৰে পটন্তৰ,
হলাঁ তুমি বাছা !

জয়া।— জনাবাঁ সম্ভাষা মোৰ চুবুৰীয়া সৱে,
ৰাখিবাঁ মনত সখি, অভাগিনী কথা।
ৰাখিবাঁ যতনে আৰু, পোনা দুটি মোৰ।

পদ্মা।— নিশ্চিন্তে থাকিবাঁ সখি,
পোনা দুটি লই। প্ৰাণ মোৰ আগ কৰি
পালিম দুটিক।

ৰাজমাও।—থাকিলোঁ সহায় ময়ো,
নহবাঁ চিন্তিত।

পদ্মা।— আৰু এটি কথা সখি,
কব খোজোঁ মই, নোপোৱাঁ বিষম যদি।

জয়া।— কিবা কথা সখি?
তোমাৰ কথাত মোৰ কাহানি বেজাৰ?

পদ্মা।— শুনা তেন্তে প্ৰাণসখি!—
দিলে নো এতিয়া বাৰু, পতিৰ সন্ধান,
কিবা অমঙ্গল হব পাৰে কোঁৱৰৰ?
উলটিল ৰাজসেনা নাপাই বিচাৰি,
কদাপি নাপাব ঘুৰি; নাই ভয় আৰু;
পাইছে কোঁৱৰে জানো গুপুত আশ্ৰয়।
দিবাঁ নে সন্ধান?

জয়া।— নকবাঁ সি কথা সখি!
স্বামীৰ সন্ধান নোলায় মুখত মোৰ
থাকেমানে প্ৰাণ। নাভাঙ্গো প্ৰতিজ্ঞা আৰু
জানিবাঁ ধ্ৰুৱপ। প্ৰাণ মোৰ উছগিছোঁ
স্বামীৰ কুশলে।

ৰাজমাও।—এটা কথা কই বাছা,
পোৱাঁ পৰিত্ৰাণ, সাৰাঁ ঘোৰ নিৰ্য্যাতন ;—
নাভাগে প্ৰতিজ্ঞা।

জয়া।—আইচু-দেউতা মোৰ !
নেদেখাব সিটো বাট, নুবুজাব মোক
সেই লৰলৰাই। বাকী নাই লাঞ্ছনাৰ
আৰু নিৰ্য্যাতন।

পদ্মা।—তাতে হে কইছোঁ সখি,
ৰক্ষা পৰাঁ বিপদ এৰাই। দিবাঁ কই
যথা তথা স্থান।

জয়া।—মৰণ অধিক বাঞ্ছোঁ,
ক ব লগা হয় যদি মিছা কথা কিবা।
ততোধিক মৰ্ম্মাহত, যত্নৰ প্ৰতিজ্ঞা
ভাগে যদি মোৰ।

ৰাজমাও।—ধন্য, ধন্য,
মহাসতী জ্ঞানৱতী জয়া !! ( প্ৰহৰীৰ প্ৰৱেশ )

প্ৰহৰী।—বেলা হল ঘুৰিবৰ ;
নিবেদোঁ চৰণে।

ৰাজমাও।—নহয় পলম আৰু।

প্ৰহৰী।—শিৰে ধৰোঁ বাণী। ( প্ৰহৰীৰ প্ৰস্থান )

জয়া।—বন্দিছোঁ চৰণ মাতৃ, এই শেষ বাৰ। ( সেৱা কৰে )

ৰাজমাও।—আশীছোঁ অন্তৰে বাছা।
নহবাঁ অধীৰা ; এৰা নাই যত্ন মই,
উদ্ধাৰৰ হেতু।

পদ্মা।—( উতলা হৈ ) সখি, মোৰ ৰাখাঁ প্ৰাণ,
যাওঁ ভেলা ঘূৰি !

জয়া।—( ডিঙ্গিত ধৰি কান্দি ) নিয়াঁ প্ৰাণ, সখি মোৰ,
নামমাত্ৰ থাকোঁ পৰি মাটি-দেহা মাথোঁ
বাগৰি মাটিত।

ৰাজমাও।—নহবাঁ উতলা দুয়ে,
বিপদ বঢ়াই। আহোঁ বাছা, হোৱাঁ স্থিৰ,
নকৰিবাঁ খেদ। সহিবাঁ পৃথিবী হই।

জয়া।—সখি মোৰ !——( কণ্ঠৰোধ )

পদ্মা।—প্ৰাণসখি !——( কণ্ঠৰোধ )

( চকু-লো টুকি টুকি ৰাজমাও আৰু পদ্মাৰ প্ৰস্থান )

( জয়মতীৰ মূৰ্চ্ছা )

—○:•:○—

অঙ্কপাত।

# ৪। অঙ্ক।



## প্ৰথম গৰ্ভাঙ্ক।



নগাপৰ্ব্বতৰ নামনি।

( দুটা পাণ-বেপাৰী )

১ম, বেপাৰী।—ধৰম! তোৰ পাণ কি দৰে সলাবি?

২য়, বেপাৰী।—এৰা, সলাব লাগে এটা দৰত। তেও বুলি, গুছিত একঠাকৈ চাউল নাপাম জানো?

১ম, বেপাৰী।—মই হলে কানিলৈ হে সলাম বুপাই! এই বছৰ আৰু আফুখেতিত হাতকে লগাব নোৱাৰিলোঁ। লৰাটোৰ নৰিয়া; ৰজাৰ ঘৰত দুটাৰ হৈ খাটিব লগা হল। খেতিলৈ আৰু সময় পাওঁ কেতিয়া!

২য়, বেঃ।— এৰা, নৰিয়াৰ বাবটো এৰিব লাগিছিল।

১ম, বেঃ।— এ, নকবি, মোৰ কুটুম! আজি-কালি যিহে অইনাই-অধৰমৰ দিন পৰিছে, জীৱন ধৰাই টান হৈছে!

২য়, বেঃ।— সঁচা কৈছ ককাইটি! গদাকোৱঁৰৰ ঘৈণী আইদেউ লৈকে নাচাৱ কিয়? আমি কোন্ কুটা!

( নগাবেশী গদাপাণি লাহে লাহে ওচৰ চাপে )

১ম, বেঃ।— নকবি, নকবি মোৰ বুপাই! মানুহ গৰাকীৰ বিলাই দেখি পানীত হাঁহ নচৰা হৈছে ঐ!

২য়, বেঃ।— ভাল সহিছে হয়! এ গোসাঁই, অতনা শাস্তি! মতা মানুহেও নোৱাৰে স'ব দেও!

গদা।— ক'ত যাব লাগে তইঁতি?

২য়, বেঃ।— আমি ভৈয়ামৰ মানুহ মিতা! কিবা-কিবি সলাবলৈ আহিছিলোঁ। যাওঁগৈহে এতিয়া।

১ম, বেঃ।— এৰা, উঠ্, যাওঁগৈ। বাটতে ৰাতি হব আজি!

গদা।— তুমিখানে কি কথা কৈছিলে এতিয়া?

২য়, বেঃ।— এ, মুসুখিবা মিতা, আমাৰ দেশৰ কথা! সেই গদাপাণি নামেৰে আমাৰ বৰ ভাল কোৱঁৰ এজনা আছিল। তেওঁ ৰজাৰ ভয়ত পলাইছে। পিচে, সিফালে তেওঁৰ বৈণী-আইদেউ গৰাকীক জেৰেঙা পথাৰত বান্ধিলৈ নথৈ শাস্তি দিছে! তাকে হে কৈছোঁ, বোলোঁ দেখিলে পানীত হাঁহ নচৰা হৈছে; সাতশতুৰুৰো চকুৰ পানী ওলায়! যাওঁ আমি এতিয়া, মিতা, থাকিবাঁ।

( পাণ-বেপাৰীৰ প্ৰস্থান )

গদা— ( অকলে ) সপোনত পালোঁ যেন
বাৰ্ত্তা দিঠকৰ;—প্ৰিয়া মোৰ অনাথিনী;
ভুঞ্জিছে যন্ত্ৰণা! দেখিছোঁ সপোন আৰু;—
ঘোৰ অত্যাচাৰে গ্ৰাসে যেন পিতৃ-ৰাজ্য!
নায়ক হইছে তাৰ, সেই লৰা-ৰজা।
পাষণ্ড, দুৰ্ম্মতি, কুমন্ত্ৰণাৰ বশ পাপী।
লভোক সি ৰাজভোগ; ঈৰ্ষাভাব মোৰ
লেশমাত্ৰ না'ই তাত,—নাছিল সমূলি।
কিন্তু হাঁয়, পিতৃৰাজ্য ছাৰখাৰ কৰা

নসহে প্ৰাণত !—নোৱাৰোঁ থাকিব চাই
নিলগে নীৰলে, ভয়াতুৰ জনৰ প্ৰায় !
দুৰ্ব্বলচিতীয়া লৰা, ৰজা পাতি লই,
দুৰ্ম্মতি মন্ত্ৰীৰ দলে বিষয়া সইতে
পক্ষাপক্ষ দলাদলি ঘটাই ৰাজ্যত,
হুলস্থূল হাহাকাৰ অশান্তি চৌপাশে
ঘটাইছে ৰাজ্যজুৰি !—হাটে-বাটে-ঘাটে,
সবাৰৰে মুখে মাথোঁ অত্যাচাৰ কথা !
দুষ্টৰ দমন আৰু সন্তৰ পালন,
উলটিল ৰাজনীতি আহোম ৰাজ্যত !
অজ্ঞানত ৰতি আৰু জ্ঞানত বিৰক্তি,
পাপৰ উত্থান আৰু পুণ্যৰ পতন,
ৰাজ্যৰ লক্ষণ আজি ইন্দ্ৰ-বংশৰ !
ধিক্ মোৰ জীৱনত,—ধিক্ ! ধিক্ !! ধিক্ !!!
—সহি অত অধৰম, অন্যায় শাসন,
আছোঁহি লুকায় ! (মৌন)
অনাথ সন্তান দুটি
পৰিছে মনত আৰু। কাপুৰুষ মই ;—
দিছোঁ এৰি, নিৰ্ব্বিবাদে পীড়িছে প্ৰিয়াক,
মোৰ হস্তে অবাবত ! ৰাজ্য এৰি হাঁয়,
অকলে আহিলোঁ, অকলে পৰাণ মোৰ
বঁচাবৰ গুণে ! ধিক্ এই জীৱনত,
ধিক্কাৰোঁ শতেক। ধিক্ এই বাহুবল,
ধিক্ আৰু বীৰ নাম লাঞ্ছনাৰ হেতু !

নসহে পৰাণে আৰু প্ৰিয়াৰ যন্ত্ৰণা,
শুনিলোঁ যি বাটকৰা বেপাৰীৰ মুখে!
সৈন্যবল হয়মানে যুগুত ইয়াত,
পাকতে প্ৰিয়াক মোৰ বিপদৰপৰা
আহোঁ মুক্ত কৰি।

( বেগেৰে কেইখোজমান যাওঁতে জিন্নুৰে সৈতে ভেঁটাভেঁটি )

জিন্নু।— ( উত্ৰাৱল ভাৱে ) আক্কিতো! তুমি হ'লে ক'তে যাইছে?

গদা।— ( ব্যগ্ৰভাৱে ) জিন্নু! মই ভৈয়ামত যাম। বৰ ডাঙৰ কাম আছে। মই বাজে বাজে যাওঁ গৈ। তই ঘৰলৈ উলটি যাগৈ। আমাৰ আজক কৰি, মই আকৌ আহিমগৈ, দেই।

জিন্নু।— ( বেচি উত্ৰাৱল হৈ) তুমি হলে ক'তে যাব, আমি ভি লগতে যাব। আমি হলে গৰতে অকলে নবহে। ( কান্দো-কান্দো! )

গদা।— আও! তই কেনেকৈ যাবি? ভৈয়ামৰ মানুহে তোক কাটিব। ঘৰলৈ যাগৈ জিন্নু!

জিন্নু।— ( কান্দি-কান্দি ) আমি হলে অকলে নবহে। তুমি লগতে যালে হলে বাল আছে।

গদা।— মই আকৌ ঘুৰিম জিন্নু! ইয়াত মোৰ আৰু বহুত কাম আছে। যাগৈ জিন্নু, ঘৰলৈ যা। মই আহিলোঁ, যাগৈ যা, জিন্নু, আহোঁ দেই—

( বেগেৰে গদাৰ প্ৰস্থান )

জিন্নু।— (বিমোৰ হৈ) আক্কিতো!—অ-হঃ!—হি গলে গৈ!! আমি হলে অকলে নবহেঃ। আমি ভি তাৰ পাচতে পাচতে যাই টাকিব—
বাউলী হৈ জিন্নুৰে গদাপাণিৰ পিচে-পিচে লৰ ধৰে )






## দ্বিতীয় গৰ্ভাঙ্ক।

**কলিয়াবৰ,—ৰণকোঁঠ।**

( বৰগোহাঞি ডাঙ্গৰীয়া, সলালগোহাঞি, জাগিয়াল গোহাঞি, ৰহিয়াল বৰুৱা, বৰা, শইকীয়া, হাজৰিকা ইত্যাদি )।

সঃ গোঃ।— ভীষণ বাতৰি অহ !
পৰিছে কাণত আহি, নগৰৰপৰা।
শুনি হিয়া বিদৰিছে হাঁয় !—কবলই
সত ঘোৰা নাই।

জাঃ গোঃ।— কিনো সি বাতৰি ?
কিয় বা বিদৰে হিয়া ?

ৰঃ বৰুৱা।— দিয়াচোঁ আভাস,
নিদিয়া যদিহে বাৰু আঁতিগুৰি মাৰি
পূৰ্ণ বিৱৰণ তাৰ।

হাজৰিকা।— সঁচা, উগুল-থুগুল
লাগিছে মনত, কিনো কথা কিনো বাৰ্ত্তা
শুনিবৰ হেতু।

শইকীয়া।— লাগিছে আমাৰো তেনে।

বৰা।— লাগিছে আমাৰো।

বৰ গোঃ ডাঃ।—ডাঙ্গৰীয়াক ছলে দেখোঁ পাত্ত !
কবলই ধৰোঁতেই আছে অলা-গুলা ;
কলে জানো বাঢ়ি যায় আৰু কুঁহিপাত ?

ৰাজকাৰ্য্য পিচ কৰি বাজে-আলোচনা
আগ কৰা অযুগুত ;  এৰাঁ এবে, থোৰাঁ
পাচলই ।

সঃ গোঃ ।— নকলে নামানে প্ৰাণে ;
নেদেখোঁ উপায় !

বঃ গোঃ ডাঃ ।—কোৰাঁ তেন্তে গিৰিসাই ;
নকৰাঁ পলম ।

সঃ গোঃ ।— ডাঙ্গৰীয়া !
উজনিত উত্পাত চৰিছে বিস্তৰ
গদাপাণি কোৰঁৰক লই । আৰু হাঁয়,
জয়মতী নিৰ্য্যাতন কথা !

বঃ গোঃ ডাঃ ।—জানোঁ আদ্যোপান্ত তাৰ ;
জানোঁ আৰু জয়মতী নিৰ্য্যাতন কথা ।
কিন্তু হাঁয়, নামনিৰ দুৰদশা আজি
দেখোঁ ততোধিক !

জাঃ গোঃ ।— তথাপি, শুনোচোঁ বাৰু ।
ৰঃ বঃ ।— কোৱাচোঁ চপাই ।
সঃ গোঃ ।— অতনা লাঞ্ছনা হাঁয়,
সহিছে জয়াই ! শুনিলে বিদৰে হিয়া
নসহে পৰাণে ! পানীত নচৰে হাঁহ
দেখি হেনো জয়াৰ যাতনা ! তথাপিতো
দিয়া নাই স্বামীৰ সন্ধান । দেখি সবে
মানিছে বিস্ময় !

হাজৰিকা।— শুনোঁতেই লাগিছে বিস্ময়!

শাইকীয়া।— আচৰিত!

বৰ গোঃ ডাঃ।—নামানে বিস্ময় এই
পিতৃৰ পৰাণে। ঈশ্বৰৰ অভিপ্ৰেত
কাৰ্য্য সমুদায়;—দেশৰ মঙ্গল হেতু
জয়মতী বলি বুলি জানিবা নিশ্চয়।
—হব দেশোদ্ধাৰ।

সঃ গোঃ।— তথাপিতো ডাঙ্গৰীয়া!

বৰ গোঃ ডাঃ।—এৰা বাজেকথা।
হোৱাঁগই সাজু এবে, কালি ৰণলই।
লালুকসোলাৰপৰা আজমতৰাই
ললে দেশ সংগোপনে,—ললে গুৱাহাটী!
নকৰি উদ্ধাৰ মই স্বৰাজ্য আগেয়ে
নধৰোঁ নাভাবোঁ একো আন কাৰ্য্য-চিন্তা;
আগে দেশ, পাচে ঘৰ-বাৰী। এতেকতে
যোৱাঁহঁক, যোৱাঁ দিহাদিহি, কৰাঁগই
যুগুতি যি হয়;—হব লাগে ৰণযাত্ৰা
কালি উষা-পূৱাতেই।

সন্দুলোটি।— ভাল, ডাঙ্গৰীয়া! (বিষয়াসকলৰ দিহাদিহি প্ৰস্থান)।

গোঃ ডাঃ।—(অকলে) লালুকী লালুক সোলা
নহওঁ নিশ্চয় মই! আছে দুয়োপাৰী,
আছে মোৰ তীক্ষ্ণ দাঁত, কৰচনি হেতু,
বয়সৰ সীমাডেই আশী বছৰত।

আছে আৰু বাহুবল চম্ফল ডেকাৰ ;
দহজন সামৰিব পাৰোঁ অকলই।
জিনিম যৱন গই সমুখ ৰণত,
নিপাতি যতেকমানে শত্রুসেনাগণ,
স্বহাতে বধিম কালি আজমতৰাক ;—
উদ্ধাৰিম দেশ মোৰ কামাখ্যাৰ থান্।
নতুবা সঁপিম ৰঙ্গমনে দেহা এই
শত্রুৰ হাতত, নোৱাৰোঁ জিনিব যদি
সামান্য যৱনদল।—জিনিম, জিনিম,
জিনিম যৱন। ( উত্রাৱল হৈ, নিমিষতে মৌন )
অহ ! যি দেশ উদ্ধাৰ হেতু জয়মতী,—
প্রাণাধিকা কন্যা মোৰ,—আজি নাৰীবলি.—
সহিছে যি নির্য্যাতন,—যি দেশ কাৰণে,—
সেই দেশ সঁপি দিম শত্রুক অবাধে ?—
অসম্ভৱ, অসম্ভৱ, এই জীৱনত।
( সবেগে প্রস্থান )



# তৃতীয় গৰ্ভাঙ্ক।



## ৰজাৰ ভিতৰ-চৰা।

( ৰজা, বেজবৰুৱা, ন্যায়সোধা-গোহাঞি-ফুকন, বৰপাত্ৰ গোহাঞি ডাঙৰীয়া )

ৰজা।— ( নৰিয়া-শয্যাত চাটিফুটি ) উঃ, আঃ, হাঃ !

বেজবৰুৱা।— বিষম বিকাৰ !
সাংঘাতিক বায়ুবৃদ্ধি। আপুনি বঢ়ালে
আগেয়ে নকৰি কাণ, থাকোতে সামান্য।

বৰপাত্ৰ।— নকলে আমাকো কেৰেঁ !

ৰজা।— (উন্মাদ হৈ শয্যাৰপৰা উঠি ) অহ, ঘূৰিছে পৃথিৱী !
ঘূৰে ঘৰ গছ লতা দেখিছোঁ যতেক !

( ৰাজমাওৰ প্ৰৱেশ )

ৰাজমাও।— কি হল বাছাৰ হাঁয় !
কিয় এনে চাটিফুটি, কিয় দেখে ঘূৰা
স্থিৰ ঘৰ-বাৰী ?

বেজবৰুৱা।— বকিছে প্ৰলাপ।
নহবা অধীৰা মাও ! নাই কোনো ভয় ;
হব শীঘ্ৰে উপশম।

ৰজা।— ধৰ., ধৰ., ধৰ., নিয়ে মোক উৰুৱাই !

ন্যায়-ফুকন।— চোৱাঁ হেবা বেজদেৱ, দেখিছোঁ বিষম !

বৰপাত্ৰ।— ৰক্ষা কৰাঁ মহাপ্ৰভু !
পাপৰ বিকাৰ দেখোঁ ভুঞ্জে হাতে হাতে !

ন্যায়-ফুকন।— কি হব উপায়!

ৰাজমাও।— কিবা চাই আছাঁ বেজ!
আজিকে বিষম গতি দেখিছোঁ লৰাৰ!
অতুল ঐশ্বৰ্য্য পাবাঁ মোৰ দান তুমি,
বঁচালে বাছাক।

বেজবৰুৱা।— স্থিৰ হোৱাঁ ৰাজমাও!
নকৰোঁ যত্নৰ ত্ৰুটী, কৰা নাই লেশ
ধনৰ আশাত। চিন্তাৰ বিকাৰ ঘোৰ,
অনুতাপ আৰু, ৰোগৰ কাৰণ মূল।
প্ৰকৃত ঘটনা আৱশ্যক জানিবৰ,
ব্যৱস্থাৰ আগে।

ন্যায়-ফুকন।— জানা তো বৰুৱাদেৱ, চলিত ঘটনা;—
গদাপাণি নিৰুদ্দেশ, সতী জয়মতী
সভাত লাঞ্ছিত আৰু ঘোৰ পীড়নত,
সন্ধান নিদিয়ে দেখি; ৰজা হল জানাঁ
নায়ক প্ৰধান তাৰ। তৰোপৰি শুনাঁ,
বাঢ়িছে আশঙ্কা ঘোৰ গদাপাণিলই,
কাহানি ধৰেহি বুলি, ৰণবলে আহি;—
শুনিছোঁ ৰণৰ সজ্জা হইছে যুগুত
নগা পাহাৰত। এয়ে চিন্তামূল,
আৰু বিকাৰ-কাৰণ।

বেজবৰুৱা।— মানিলোঁ প্ৰত্যেক।
ঔষধ সেৱন, আৰু ভাব পাহৰণ,
উভয় ব্যৱস্থা ধৰি, চলাঁ দিন চাৰি।

ৰজা।— নাই, নাই পৰিত্ৰাণ!
কঁপিছে হৃদয় মোৰ দেখি সমুখত,
যন্ত্ৰণাৰ ঘোৰ ৰূপ, নৰক কুণ্ডৰ!
আচৰিলোঁ মহাপাপ ; শাপিছে সতীয়ে,
শাপিছে দিনকে হাঁয়, ঘোৰ পীড়ণত।
ধৰোঁ ধৰাঁ, মোক নিয়ে কিহে ভুকুৱাই
নৰকৰ ফালে!—( লালকাল দি নিটাল মাৰে )।
( আকৌ জঁকি উঠি ) ইকি! ছি! ছি! ছি! ছি!
দুৰ্ব্বল চিন্তাত ভাহি, আহে অনুতাপ ;
পাহৰায় পূৰ্ব্বভাব মোৰ! ছি! ছি! ছি! ছি!
ভাঙ্গিম প্ৰতিজ্ঞা মোৰ জিভা লুটিয়াই ?
পাহৰিছোঁ দামিনীৰ অভিমান কথা ?
পাহৰিম আৰু মোৰ প্ৰতিশোধ পণ ?
নহব কাচিতো ইটো ৰাজযোগ্য কাজ ;
নপৰোঁ পিছলি মই মাজ-মজিয়াত।
টলে যদি হিমাচল নটলিম মই :—
ইমানে হে মান মোৰ এই জীৱনত।

( বেগেৰে প্ৰস্থান )

দুৱৰী।— ধৰঁা ধৰঁা, আছাঁ কোন, পৰিব ক'বাত।

( পিচে পিচে লৰ ধৰে )

ৰাজমাও।— বাঢ়িছে বিকাৰ হাঁয়,
কি হব উপায়!

বেজবৰুৱা।— নহবাঁ কাতৰ মাও!
দিছোঁ সজ উপদেশ, পালিবাঁ যতনে ;

নিজানত গই ৰোগী লভোক বিশ্ৰাম।
জিৰণিৰ পাচে, দিবাঁ এপালি ঔষধ,
হব উপশম।

শ্যায়-ফুকন।— মৰো কওঁ ৰাজমাও!
কুৱঁৰীয়ে লব লাগে শুশ্ৰূষাৰ ভাৰ।

বৰপাত্ৰ।— যুগুত ব্যৱস্থা ইটি;
নাথাকে বিকাৰ আৰু, এৰিলে চিন্তাই।

বেজবৰুৱা।— নকৰবাঁ পলম।
ধৰাঁ গই ৰাজমাও! ব্যৱস্থা যুগুত।

ৰাজমাও।— যাওঁ, যি কৰে ঈশ্বৰে!

(ৰাজমাওৰ প্ৰস্থান)

বৰপাত্ৰ।— অতি দুৰদশা হাঁয়।

বেজবৰুৱা। ঘটিল কিমতে?
থাকোঁতে প্ৰবীণ মন্ত্ৰী তুমি হেন জন,
কিয় দিলাঁ ডাঙৰীয়া, পাপ-পথ এৰি?

শ্যায়-ফুকন— নকৰবাঁ বৰুৱাদেৱ,
সমনীয়া মন্ত্ৰী হল বিষিনি আমাৰ।
ধৰিলোঁ কতনা পন্থা, ঘূৰাবৰ গুণে;
ৰাজমাও সমন্বিতে লৰিলোঁ বিস্তৰ,
নথগিল তথাপিতো, বিধিৰ লিখন;
—মুঘুৰিল ৰজা!

বেজবৰুৱা।— সৰ্ব্বদোষ আৰোপণ নকৰবাঁ ৰজাত,
কুমন্ত্ৰী অৱশ্যে হয় পাপৰ সহায়ী।

ন্যায়-ফুকন।— ধৰিছা স্বৰূপ;
এৰা নাই মহাপাপে কুমন্ত্ৰীক আজি।
হইছে উন্মত্ত তেওঁ, দিন তিনি-চাৰি;—
ভাবে কিবা, কিবা কয়, প্ৰলাপ সমুলি!
নাই ক্ষুধা, নাই তৃষ্ণা, নাযায় টোপনি;
দিঠকে সপোন দেখে!
ন্যায়-ফুকন।— আৰ্জ্জিলে ভুঞ্জিব লাগে বিধিৰ বিধান;
ৰজা হই এই ৰীতি নোৱাৰে লঙ্ঘিব।
বেজবৰুৱা।— এবোঁ পাপ কথা।
ন্যায়-ফুকন।— নাই পুণ্য কবলই!
এৰিছে সি পাপ-ৰাজ্য জয়মতী স'তে।
আছে মাথোঁ, পাপ-তাপ, শোক-দুখ, যত
কুমন্ত্ৰণাৰ ফল। লৰামতি লৰাৰজা
হাতৰ মুঠিত লই ঘটালে জঞ্জাল;
ৰাজ্য জুৰি বিয়পালে অশান্তিৰ ঢউ,
ধাই-মন্ত্ৰী বাব লই দীঘলা আপই!
ভুঞ্জিছে নিকাৰ তাৰ, ঘোৰ আশঙ্কাত,
গদাপাণি ঘূৰি অহা ভাবি। জানে তেওঁ,—
তেওঁতেই প্ৰথমতে পৰিব আক্ৰোশ,
পাপৰ প্ৰাশ্চিত্ত আৰু কৰিব আদায়;
সেই ভয়ে বিচলিত কৰিছে আপক,
কৰিব বিতত আৰু চাপেমানে কাষ
ভয়ঙ্কৰ প্ৰতিশোধ দিন। দিঠকত
দেখিছে সপোন, ঘোৰ বিভীষিকাময়;

অনুতাপে মাজে মাজে দিছে উতলাই,
প্ৰলয়ৰ তাপ তাৰ দেহ-মন ব্যাপি !
আৰু যত পাত্ৰ-মন্ত্ৰী আপৰ ফলীয়া,
সকলোৱে পাব তাৰ যথাযোগ্য ভাগ ;
নহব অন্যথা।

বৰপাত্ৰ।— (ত্ৰস্তমান হৈ) আমাৰো ভাগত জানো
পৰে কিবা হাঁয় ! উঠোঁহঁক সভাসদ,
যাওঁ ঘৰাঘৰি। লাভ নাই ভাবি আৰু
অতীতৰ কথা।

( দিহাদিহি প্ৰস্থান )



# চতুৰ্থ গৰ্ভাঙ্ক।



## বন্দীশাল।

( জয়মতী বন্দী-অৱস্থাত ; পালী-পহৰীয়াৰ টোপনি )

জয়া।— সহিলোঁ এপষ,
নিতে নৱ শাস্তি যত।
ভাবোঁ নিতে এৰোঁ দেহা সামৰি অপায় ;
কিন্তু কিযে আশাধাৰী হুতাশীন প্ৰাণ,
নোৱাৰে ওলাব বাজ, দেহা-সজা এৰি !
সহিছোঁ যতেকমানে মনৰ বলত ;
দেহাই ধৰিছে মাথোঁ শাস্তিৰ বিধান।

( উত্ৰাৱলভাৱে গদাপাণিৰ প্ৰৱেশ )

গদা।— ( জয়মতীক সাবটি ধৰি ) কিয় প্ৰাণেশ্বৰি !
নিদিয়াঁ সন্ধান মোৰ ? কিয় অকাৰণ
সহিছাঁ অতনা ক্লেশ ! দিওঁ মোকলাই ;
আহাঁ প্ৰিয়া, ঘুৰি যাওঁ নিজ ঘৰলই।
—অকলে জিনিম ৰজা। ( জয়াৰ বান্ধ মোকলাবলৈ ধৰে )

জয়া।— ইকি ! প্ৰাণেশ্বৰ !
কিয় পাহৰিলা ?—কিয় ভাঙা আহি মোৰ,
জীৱনৰ মহাব্ৰত পাহৰি উদ্দেশ্য ?

—পাহৰিলা অনুৰোধ ? পাহৰিছা আৰু
জীৱনৰ মহাব্ৰত,—দেশোদ্ধাৰ পণ ?

গদা— নকৰিবা হে প্ৰিয়া মোৰ, নকৰিবা আক্ষেপ,
পাহৰোঁতে দিছোঁহি ধৰা অনুৰোধ ভুলি.
নাভাবিবা কদাচিত।

জয়া।— বুজিছোঁ বিশেষ।
কিন্তু, প্ৰাণনাথ! নবধিবা আজি মোক
নিজ হাতে তুমি ; নিদিবা আপুনি ধৰা।
নুডুবাবা ৰসাতলে পিতৃ-ৰাজ্য আৰু।

গদা— কি কৰোঁ উপায় !
শক্তিয়ে এৰিছে মোক এৰোঁ কেনেকই ?

জয়া।— দিছোঁ শক্তি প্ৰাণনাথ !
সতীৰ শক্তিৰে তৱ বাঢ়োক শকতি।
সাধাঁ গই নিজকাৰ্য্য ৰাজপুৰুষৰ,
নেৰিবা কদাপি নাথ, বীৰ-ধৰ্ম্ম তৱ ;
ভাৰ্য্যাৰ মায়াত মজি নকৰিবা হেলা,
ৰজাৰ কোঁৱৰ তুমি, ৰাজকাজলই।
নাভাঙিবা নিজে, শান্তি স্থাপনৰ পণ।—
নকৰা পলম আৰু, আঁতৰা হৰিতে ;
কাউৰীয়ে দিলে আহি পুৱাৰ জাননী,
উঠিব এতিয়া হাঁয়, পাণী-পহৰীয়া !
আঁতৰি ৰচোৱা মোক, কৰিছোঁ কাকুতি ;
ৰাখাঁ মোৰ কথা, নাথ, শেষ অনুৰোধ।

গদা।— (ক্ষন্তেক নিটাল মাৰি) আঁতৰিলে বাঁচে প্ৰিয়া!
ৰক্ষা পৰে আৰু মোৰ দেশোদ্ধাৰ পণ।
—ৰাখোঁ অনুৰোধ।

( অনিচ্ছাত এখুজি-দুখুজিকৈ আঁতৰ হয় )

জয়া।— ৰক্ষা কৰাঁ, মহাপ্ৰভো!
—নিষ্ঠুৰ নিলগাই।

( বন্দীপালৰ প্ৰৱেশ )

বন্দীপাল। —হেৰ, ধোদ্‌ইত! তইঁতে ইমানপৰলৈ শুই আছ! এতিয়াও একো দিহা হোৱা নাই! শাস্তিলৈ বন্দী কেতিয়া নিবিইঁক?

১ম, প্ৰহৰী।—(থকৃমক্ কৈ উঠি) এৰা হয়, বেলি উঠিল। খৰ কৰিব হে লাগিল।

২য়, প্ৰহৰী।—( লৰালৰিকৈ উঠি ) বেলি উঠিল হে বুলিছ, দুপৰ হল! ভাল হৈছে, আজি আৰু কপালত কি আছে কোনে কব?

বন্দীপাল। —মই হলে তইঁতক হে পেলাই দিম, মোৰ গাত দোষ নাই।

১ম, প্ৰহৰী।—(জয়মতীৰ কাষ চাপি) যি কৰে ঈশ্বৰে! হেৰ, ককাইইঁত! আহ, খৰ কৰ, দুৱাৰ মেল, উলিয়াওঁ, ধৰ্ইঁক।

বন্দীপাল। —পলম নকৰিবি। সিটো বাটেদি পোনাই লৈ যাগৈ। মই বিষয়াক জনাই আহি, পাচতে গৈছোঁ।

( বন্দীপালৰ প্ৰস্থান )

—:o:—

অঙ্কপাত।

# ৫ । অঙ্ক ।



## প্ৰথম গৰ্ভাঙ্ক ।



জেৰেঙা পথাৰ ।

( গদাপাণি অকলশৰে )

গদা ।— এয়ে সেই শান্তিস্থল ।
পীড়িছে প্ৰিয়াক মোৰ বান্ধি ইয়াতেই !
আৰু সেই বন্দীশাল, বিৰতিৰ স্থল ;
সজাৰ পখীটি হই থাকে পৰি তাতে,
মনোতুখে প্ৰিয়া !—পতি বৰ্ত্তমানে হাঁয়,
পত্নীৰ যন্ত্ৰণা নিৰ্ব্বিবাদে আছোঁ চাই ;
হোৱা নাই উদ্ধাৰৰ অদ্যাপি উদ্যম !
আবেগত বাঢ়োঁ আগ, পুনু পিচুৱাওঁ
জীৱনৰ উদ্দেশ্য সুমৰি । আগ-পাচ,
হিতাহিত গুণাগঁথা কৰি, আছোঁ মই
এতিয়াও আত্ম-গোপনত ;—পোৱা নাই
পাৰ মই ঘোৰ সবস্থাৰ । তাতে হাঁয়,
প্ৰিয়া-অনুৰোধ সাধ্য নাই এৰাবৰ ।
ভাবিব লগীয়া আৰু ;—নহয় যদিহে,

উদ্দেশ্য সকল মোৰ, আত্ম-প্ৰকাশত,
নহব পাপীৰ শাস্তি, নহব উদ্ধাৰ
পতিত আহোম-কুল, ইন্দ্ৰ-বংশৰ।
মায়া নাই প্ৰাণলই; কিন্তু, নিদোঁ প্ৰাণ,
তৰ্পণ নকৰোঁমানে পাপীৰ তেজেৰে
প্ৰিয়া-অপমান। প্ৰাণৰ গৰাকী মই
নহওঁ এতিয়া,—উছৰ্গিছোঁ প্ৰাণ মোৰ
দেশৰ মঙ্গল হেতু কোন্-কাহানিয়ে,—
মৰোঁ বাচোঁ পৰ-ইচ্ছাধীন; নাই মোত
অধিকাৰ তাৰ। ইচ্ছাধীন আজি মই
দেশ-হিতৈষীৰ, চিন্তে যেয়ে দেশ-হিত,
ৰাজ্যৰ উদ্ধাৰ। নাৰাখি প্ৰিয়াৰ কথা,
মাজতে বিঘিনি হোৱা নহব উচিত;
নহব উচিত আৰু নমোৱা প্ৰিয়াক
উচ্চব্ৰত এৰুৱাই। আছে বাহুবল;
লাগে মনোবল মোক ই হেন সময়। (মৌন)
তথাপি, নামানে প্ৰাণে!—যাওঁ ঘুৰিবাৰ,
চাই আহোঁ প্ৰিয়া। (প্ৰস্থান)

(চাউডাংবৰ্গৰ প্ৰৱেশ)

১ম, চাউডাং।—ইয়ে! ক'তা, আজি দেখোন এতে পৰলৈকে নাই?

৩য়, চাউডাং।—এৰা, আজি কিবা এটা হৈছে দেই! (জয়মতীক লৈ বন্দীপাল আৰু প্ৰহৰীৰ প্ৰৱেশ)

২য়, চাউডাং।—হেৰ কটাযোৱাইঁত, বহুত দিন জীবি; নাম লওঁতেই ওলালিহি!

বন্দীপাল।— থৰ্ কৰ্, বান্ধ্, ধৰ্। মই বিষয়াৰ ওচৰৰপৰা আহোঁ। আজি কি শাস্তি দিব লাগিব সুধি আহি কমহি।

( কেইওটাই জয়মতীক খুটাত বান্ধে )

৩য়, চাউডাং।—ককাইহঁত, আজি লৰাধপৰাকৈ অহাত বৰ ভাগৰ লাগিছে; আগেয়ে অলপ জিৰাই লওঁ। কি বোল হঁক ?

( ছদ্মবেশী গদাপাণিৰ প্ৰৱেশ )

১ম, চাউডাং।—আগৰ বাৰ আহি নাপাই ঘূৰিপকি ফুৰোঁতেই দুপৰ হল। আৰু যি হে টিকাফটা ৰ'দ !

২য়, চাউডাং।—এৰা, কাৰ দিন কাৰ ৰাতি; বহিবহে লাগিল। বিষয়াক অহা দেখিলেই উঠিমহঁক, কি বোল ?

গদা।— ( জয়মতীৰ কাষ চাপি ) আমি দেখি হলে বৰ দুখ পাইছে। মানুহজনি! থৰৰ মানুহৰ কথা কৈ দিলে হলে ভাল আছে দেই!

জয়া।— ( মনে মনে ) কৰে দেখোঁ সৰ্ব্বনাশ!
চাপিছে সঘনে কাষ, প্ৰাণেশ্বৰ মোৰ;
চিনে যদি শত্ৰুপক্ষে কি হব উপায়!—
(ফুটাই)ইসৰক ইয়ালই মাতিছে বা কোনে ?
গুচি বা নাযায় কিয় ? নিদিলোঁ সন্ধান,
স্বামী মোৰ আছে থ'ত সোধোঁতে বজাই,
ভুঞ্জিলোঁ লাঞ্ছনা আৰু যন্ত্ৰণা অশেষ
প্ৰতিজ্ঞা যি ৰাখোঁ বুলি, নোৱাৰোঁ ভাঙ্গিব
পূৰণৰ মুহূৰ্ত্তত তাক! ভাগে যদি
কিবা ৰূপে, ভাগিব ই হিয়া অকাৰণ,
অতনা সাধনা-ফল,—দুখৰ মৰণ!

বন্ধুৰ বুজনি যেন নালাগে মনত,
যাৰ এনে নিকৰুণ চিত ; কয় যেয়ে
ই হেন সাধনা অথলে যোৱাৰ কথা !
বতাহে বিতৰি দিয়া নিয়ে বাৰ্ত্তা যদি,
দিছোঁ হিয়া উদিয়াই সৰল প্ৰাৰ্থনা
পতিধনলই ;—ৰাখে যেন কথা মোৰ,
থাকি আত্ম-গোপনত ; নাপাহৰে যেন,
কদাপিও জীৱনৰ উদ্দেশ্য মহান্ ;—
এয়ে মোৰ অন্তিমত গোহাৰি প্ৰাণৰ ।
( চাউডাংইঁতে জপৰ-জপৰকৈ টোপনিয়ায় )
৩য়, চাউডাং ।—ককাইইঁত, বৰশীত মাছে বৰকৈ খুটিছে !
১ম, চাউডাং ।—এৰা, ভাগৱত চকু মুদাই নিছে, বুপাই !
গদা ।— বুজিছে অন্তৰে মোৰ সঙ্কেত প্ৰিয়াৰ ।
কিন্তু হাঁয়, এৰি যাওঁ কোন্ সতে থই
প্ৰিয়া মোৰ এহুৱা দশাত ! আন হাতে,
অন্তিমৰ অনুৰোধ, এৰাওঁ কিমতে !
বাৰম্বাৰ কয় প্ৰিয়া, টানতো নুভুলোঁ
যেন, মোৰ জীৱনৰ উদ্দেশ্য মহান্ ।
সাকল্যা প্ৰিয়াৰ যুক্তি নোৱাৰি খণ্ডাব,
আছোঁ মই অত দিন আত্ম-গোপনত,
জীৱনৰ ব্ৰত মোৰ পালি অন্তৰত ।
যি ব্ৰত ৰক্ষাৰ হেতু সহি অত ক্লেশ,
পাইছেহি পাৰ তাৰ পতিব্ৰতা প্ৰিয়াই,
কি সতে ভাঙিম তাক পূৰ্ণ হোৱা বেলা ?

তথাপি নেৰিছোঁ পণ প্ৰিয়া উদ্ধাৰৰ ;
আহোঁগই ততালিকে দল-বল লই,
যতে যিবা পাওঁ। ( কেইখোজমান যায় )।
( উলটি ) অহ, এৰি মোৰ প্ৰিয়া !
উলটি আহিছে মন, নোৱাৰোঁ ভিৰাব ;
নোৱাৰোঁ বঢ়াব খোজ দেহাভাৰ লই,
প্ৰাণ মোৰ প্ৰিয়া সতে ৰাখি ইয়াতেই ! (ক্ষন্তেক মৌন )
কিন্তু, হায়, জীৱন উদ্দেশ্য পৰে জঁয় !
—নকৰোঁ পলম আৰু, কৰি বৃথা খেদ !
যাওঁ, ঘূৰি আহোঁ গই দলবল লই।

( গদাপাণিৰ সবেগে প্ৰস্থান )

১ম, চাউডাং।—হেৰ, উঠচোনহঁক। চাচোনহঁক মানুহ গৰাকীলৈ ; সময় চাপিল যেন পাইছোঁ।

জয়া।— ( ঘিণভাৱে চাই ) লাগিছে ভাগৰ ?

১ম, চাউডাং।—( আছাৰ খাই পৰি ) ঔ, গোসাঁই ! চকু নে জুই ঔ ! এওঁ কোনোবা দেবী ঔ ! মেলি দে, মেলি দে। হেৰ, এতিয়া হলেও মৰিম, পাচে হলেও মৰিম। মাৰেও মাৰক, কাটেও কাটক ; এৰি দিওঁহঁক।

২য়, চাউডাং।—খেমা কৰাঁ মাতৃ ! চিনা নাই আমি অভাজনে !

( জয়মতীক মোকলাই দিয়ে )

৩য়, চাউডাং।—হেৰ, মোৰ কথাও কৰি ঔ ককাই ! মই চাবই পৰা নাই।

জয়া।— ভাগৰিলি নৰঘাটি !
পালি দুখ ভালেমান ; নকৰিবি খেদ।
চাপিছে ওচৰ, প্ৰতিজ্ঞা-পূৰণ-ক্ষণ ;
এৰিম ই দেহাভাৰ ক্ষন্তেক পাচত। ( মৌন )

জানিবাঁ সন্তাম্বা মোৰ, দৰ্শক মণ্ডলি !
এৰিবাঁ যতেক দায়, বিদায় কালত ;
হৰিষ অন্তৰে যাওঁ পুণ্য ৰাজ্যলই,
পালি মোৰ মহাব্রত, ইহ জনমৰ।
পালোঁ দেখা অন্তিমত স্বামীৰ চৰণ ;
জানিছোঁ সজ্ঞানে মোৰ সফল কামনা,—
স্বামী মোৰ আছে নিৰাপদে। নাই আৰু
জীৱনৰ প্ৰৱল কামনা ;—আছে মাথোঁ,
সংসাৰত ৰল ছুটি পোনা। আশীৰ্ব্বাদ
কৰিছোঁ ছুটিক ; ছুপৰ-সুৰুজ দৰে,
উঠি ছুয়োটিয়ে বঢ়াব গৌৰৱৰাশি
ইন্দ্ৰবংশী ৰজাসকলৰ। নাভাবিবাঁ,
নাই অৰ্থ এই পীড়নৰ। দোষ নাই
পীড়ক ৰজাৰ ; অস্ত্র মাথোঁ তেওঁ হাঁয়,
বিধিৰ হাতত।—আৰু মোত্ কথা নাই।
হৰিষ্ অন্তৰে মাগোঁ, বিদায় সবাকে ;
মাগিছোঁ বিদায় আৰু, ইহ জনমৰ,
স্বা-মী চ-ৰ-ণ-ত। ( মূৰ্চ্ছা )

৩য়, চাউডাং।—উঠ্ ককাইহঁত, আমি কাম সাধিলোঁ !

২য়, চাউডাং।—হয়, লোকে নাম ললেই।

১ম, চাউডাং।—সলে নে ? ৰ, জীৱটো থিপ্‌থিপাইছে দেখোন। এঃ, আকৌ কেৰ্‌মেৰাইছে ! হেৰঙ, নাচাপিবিঙ, নাচাপিবি। পুৰি নমৰিবি। দহিব, দহিব ! চকু চাঁত্‌মাৰি ধৰিছে ! ( কেইওটা মাটিত চেপেটাখাই পৰে )

জয়া ।—অহ, পোনা লাই,—লেচাই সোণাই,
মা-উ-ৰা জীৱন ধৰঁা,—আজি হস্তে তুয়ে !
আঃ—কিযে কৰে প্ৰাণ—নোৱাৰি—ওলাব
দেহা—সজা—এৰি !—জনম-যাতনা-হায়,
নপৰে মনত ;—ম-ৰ-ণ—যাত-না বোধ
লাগি-ছে প-ৰা-ণ ভেজি,—চে-ত-নাৰ সতে !
উঃ; অ-স-হন অস-হন যুঁজে—প্ৰা-ণে !
ভয়—ঙ্কৰ মৃত্যু-মূৰ্ত্তি,—ই-থি-নি—পৰত !
নহলে—জানি-ছোঁ,—মৃত্যু পৰি-ত্ৰাণ—পথ ।
তু-ৰাৰ ৰ-থী-য়া—কোন্ ? দিয়াঁ—মো-ক-লা-ই,
দিয়াঁ—মুক্তি—যাওঁ—উৰি ; ন-ধ-ৰঁা জঁ-পা-ই
দেহাৰ-তু-ৱা-ৰ আৰু !—নাথ !—এই-যাওঁ,
এ-ই নাও—এই—পা-লোঁ পাৰ ।—প্ৰা-ণ-না-থ !
আছোঁ দা-সী—ৰা-থি-সে-ৱা—শ্ৰী-চ-ৰ-ণ-ত ।
( মৃত্যু )

—:০:—

সমুখত ৰণ-চাপৰিৰ পট-পতন ।

# দ্বিতীয় গৰ্ভাঙ্ক।

—০:০:০—

## গুৱাহাটী,—খাৰঘুলি।

( নেপথ্যত ৰণোল্লাহ, হিলৈ-বৰতোপৰ ধ্বনি )

তেজেৰে ৰাঙলি হৈ লাইথেপেনা বৰগোহাঞি ডাঙৰীয়া লগৰীয়া
বিষয়াবৰ্গৰে সৈতে উত্ৰাৱলভাৱে প্ৰৱেশ।

সলাল গোহাঞি।—ধন্য ডাঙৰীয়া!
ধন্য তৱ বাহুবল, ধন্য বীৰতেজ,
ধন্য ৰণ-ৰীতি-বুদ্ধি!

জাগিয়াল গোহাঞি।—নেদেখি আছিলোঁ,
অহ, অতকাল এনুৱা বীৰত্ব! আগে
আজি দেখিলোঁ সাক্ষাতে।

বহিয়াল বৰুৱা।— শুনিছিলোঁ লোকমুখে
ডাঙৰীয়া ৰণজয় বুলি; পালোঁ আজি
প্ৰত্যক্ষ প্ৰমাণ।

বৰগোহাঞি ডাঙৰীয়া।—নহওঁ শলাগভাগী
অকলই মই; তোমাসৱ অবিহনে,
আজিৰ ৰণত, জয়যাত্ৰ আমাসাৰ
নাছিল সম্ভৱ, এনে অসতিপৰ্ধ্বে।
—ধন্য তোমাসৱ!

সঃ গোঃ।— জানিলে যৱনে আজি
অসমীয়া বীৰতেজ তপত কিমান,
—কি যে বাহুবল !
জাঃ গোঃ।— মানিলে অসম বুলি
বীৰ-ডাঙৰীয়া।
বৰ গোঃ ডাঃ।—বিপক্ষী যদ্যপি,
শালাগোঁ বীৰত্ব মই আজমতৰাৰ,
যুঁজিলে সি বীৰবৰে অমিততেজেৰে
যদৱধি ৰণবল নপৰিল ক্ষয় !
মিলিছিল আজি মোৰ মনৰ জোখায়
সমান যুঁজাৰু এটি !
সঃ গোঃ।— তথাপিতো নোৱাৰিলে
ঠাৱৰিব তেওঁ; নহটিল ডাঙৰীয়া
এপদো ৰণত !
ৰঃ বঃ।— ছঁয়া জুখি গছ জোখা
প্ৰচলিত ধাৰা ধৰি বুজাঁ এবে, কেনে
বীৰ ডাঙৰীয়া !
বৰ গোঃ ডাঃ।—এবাঁ ইমানতে
আত্মগৰিমাৰ কথা। আছে আৰু আনঁা,
সাধিবলগীয়া পণ আতপৰ বহু।
লক্ষ্য মাথোঁ গুৱাহাটী নোহে আমাসাৰ;
আছে আৰু ভাটীলই কামৰূপ সীমা।
যদৱধি উদ্ধাৰিম সমস্ত অসম,
তদৱধি কৰ্ত্তব্যৰ নপাবিব শেষ।—

অহ, যি ৰাজ্য উদ্ধাৰ অৰ্থে, প্ৰাণাধিকা
কন্যা মোৰ, জয়াই ত্যজিলে দেহা, ঘোৰ
নিৰ্য্যাতন সহি, সেই ৰাজ্য সুকলমে
নকৰোঁ উদ্ধাৰ মানে, জানিবাঁ নিশ্চয়,
নাই শেষ কৰ্ত্তব্যৰ।

সঃ গোঃ।— সাজু আছোঁ আমি।

জাঃ গোঃ।— সষ্টম সবাৰো।

ৰঃ বঃ।— ৰ'ব কোন্ পিচ পৰি
সেই শেষলই!

বঃ গোঃ ডাঃ।—দেশপ্ৰেম তোমাসাৰ
শলাগোঁ বিস্তৰ। মিলে যদি সহযোগ
সবাৰো সমানে, পতিত অসম পুনু
উঠিব ত্বৰিতে; অনতিপলমে আৰু
উদিব অদম্য তেজে নাৰী-জাগৰণ
চেতনা সুৰত;—জয়মতী নিৰ্য্যাতন
সঞ্জীৱনী বাণী হব হৃদি-উদগনি।
বাহ্যিক উদগতি যেনে,—ৰাজ্যৰ বিস্তাৰ,
আন্তৰিক উৰ্দ্ধগতি সাধিব সিৰূপে
জীৱন্ত নৈতিক বল জয়া-পটন্তৰে;—
ধ্ৰুৱসত্য কথা।

সঃ গোঃ।— সুযোগ্যা জীয়াৰী জয়া
যোগ্য জনকৰ!

জাঃ গোঃ।— বীৰজায়া গদাপ্ৰিয়া—

ৰঃ বঃ।— বীৰ-প্ৰসৱিনী।

বঃ গোঃ ডাঃ ।—অহ, দুটি নাতি-কোঁৱৰ,
—লাই-লেচাই—দুটি সিংহৰ পোৱালি—
মাতৃহীন আজি !
সঃ গোঃ ।— হৃদয় বিদৰি যায়
আছিলে মনত সেই অযাচিতে অহা
দুৰ্ভাগ্যৰ কথা !
বঃ গোঃ ডাঃ ।—নোবোলা দুৰ্ভাগ্য ।
উদিব সৌভাগ্য জানা, উঠিব যেতিয়া
সেই সৌভাগী গজালি দুটি, গুৰি যাব
দুৰ্ভাগ্য এতিয়া ;—আপদে সম্পদ মাতে,
মানিবা ধ্ৰুৱপ । উঠন, পতন আৰু
পুনৰ উত্থান সৰ্ব্বতিকালত লগা
অলঙ্ঘ্য সৃষ্টিৰ নীতি । পতিত আহোম-
কুল, ইন্দ্ৰবংশৰ, উঠি পুনৰপি,
হব দীপ্তিমান, দুপৰ-সূৰুজ যেন ;
পতিত অসম ঘূৰি উধাব কালত
চাবা, জয়যুক্তা হই ।
ৰঃ বঃ ।— মানিছোঁ প্ৰত্যেক ।
যি লাই বাঢ়িব তাৰ চিন্ দুপতীয়া,
প্ৰত্যক্ষ সৃষ্টি-ৰীতি ;—লাই-লেচাই
তাৰ নিভাঁজ চানেকী ।
জাঃ গো ।— মানিছোঁ ধ্ৰুৱপ ;—
অসম জননী আজি জননী ধৰাৰ !
অসমত সতীতীৰ্থ হব প্ৰতিষ্ঠিত

জয়যুক্তা মহাসতী জয়মতী নামে ;
নোহে অন্যথা ইয়াৰ।

সঃ গোঃ।— নাৰী-জাগৰণ আৰু
অযাচিত ফল তাৰ অৱশ্যে ফলিব ;
ধৰ্ম্ম-কৰ্ম্ম হই একেঠাই জিলিকিব
জননী সম !

বঃ গোঃ ডাঃ।—আলচিছোঁ বহুপৰ
ৰাজেকথা আনি, আচল কৰ্ত্তব্য ভুলি !
ভাৰ্য্যা-গৃহ, পুত্ৰ কন্যা, জ্ঞাতি-পৰিয়াল,
সজাতি-সমাজ আৰু সংসাৰ-ভাবনা ;
সমস্তকে পিচ কৰি, স্বদেশ উদ্ধাৰ-
ব্ৰত আগ কৰি আঁমি আগুৱাব লাগে।
স্বদেশৰ হিতচিন্তা, স্বদেশ উন্নতি।
আমাসাৰ মহাব্ৰত নাসাধি নাভাবোঁ
জানোঁ, অন্য কোনো কথা। আংশিক মাথোন
সাধিছোঁ অদ্যাপি,—উদ্ধাৰিছো গুৱাহাটী ;
যাব লাগে ভটিয়াই যৱন ঢঙ্কাই।—
"কামৰূপ ৰাজ কৰি নেখেদি নোলটোঁ।"
ধৰঁা প্ৰতিজ্ঞা আমাৰ। যোৱঁা দিহাদিহি,
আহাঁগই সাজু হই, একে উলাহতে ;—
ছেগ নাই জিৰাবৰ !

(সকলোৰে দিহাদিহি প্ৰস্থান)।

—○:✱:○—

# তৃতীয় গৰ্ভাঙ্ক।

## পৰ্ব্বত-প্ৰান্ত,—নৈ-দাঁতি।

( বৈৰাগী গদাপাণি )

বৈৰাগী।—ভ্ৰমিছোঁ বিস্তৰ !

কিবা উদ্দেশ্যত ফুৰোঁ,

নুবুজোঁ আপুনি।—নুবুজোঁ মনৰ গতি !

শূন্য ! শূন্য ! শূন্য হাঁয়, জগত-সংসাৰ !

( মৌন )

( ভজনগীত গাই২ এজন তপসীৰ প্ৰৱেশ )

### কীৰ্ত্তন।

ঝিঁঝিট খাম্বাজ—একতালা।

ভজাঁ হে মন নাৰায়ণ অনাদি পাতন কাৰণ।

শঙ্খ-চক্ৰ-গদা-পদ্ম কমল-কৰত ধাৰণ ॥

অপাৰ করুণা বিতৰি আগে, ব্ৰহ্মাণ্ড পালন একহি ভাগে,

সৃজন পালন নিধন কাৰণ জগত জন তাৰণ ॥

অনন্তশয্যাত জগতস্বামী, লক্ষ্মীপতি হৰি অন্তৰ্য্যামী,

কটাক্ষে অপাৰ অপায় খণ্ডন প্ৰমাদ ভয় ভঞ্জন ॥

ব্ৰহ্মা-হৰে বন্দি নপাৰে মন, নিত্যানন্দ জগত-কাৰণ,

নমোঁ নিৰঞ্জন দানৱ গঞ্জন ভকত বান্ধৱ ৰঞ্জন ॥

( ভজনান্তত অন্তেক নীৰৱে বৈৰাগীলৈ চাই থাকে )।

তপসী।—কোন্ তুমি? কিবা অৰ্থে ভ্ৰমিছা ই বেশে?
কিয় বা এনুৱা তৱ উদাস পৰাণ?
বৈৰাগী।—ৰজাৰ কোৱঁৰ মই, নাম গদাপাণি;
ভ্ৰমিছোঁ বিৰহী আজি, প্ৰিয়া হেৰুৱাই!

তপসী।—কোন তৱ প্ৰিয়া সিটি?
—হেৰাল কিমতে?
বৈৰাগী।—জয়মতী প্ৰিয়া মোৰ।
পীড়িছিলে লৰা-ৰাজে, পাশৱ পীড়নে,
অবাবত মোৰ হস্তে প্ৰিয়া। নেদেখিলোঁ,
ঘূৰি গই উদ্ধাৰৰ হেতু, গল কেনি
প্ৰিয়া মোৰ বান্ধোন এৰাই। ভ্ৰমি বহু
ফুৰিছোঁ বিচাৰি। নাপালে এবাৰ দেখা,
নামানে পৰাণে!
তপসী।—বুজিলোঁ বিকাৰ তৱ।
নহবা অধীৰ হেৰা, তুমি মহাবীৰ।
মহাসতী ভাৰ্য্যা তৱ, লইছে জিৰণি,
গোলোকধামত গই!
বৈৰাগী।—নেদেখি নৰয় প্ৰাণ!
তপসী।—ধ্যানত বিচাৰি চোৱাঁ, ক্ষন্তেক নীৰৱে;
পাবাঁ দিব্য জ্যোতি বীৰ, মানিবাঁ প্ৰত্যেক,
সাবিত্ৰী সখীৰ স'তে দেখি তৱ প্ৰিয়া।
বৈৰাগী।—নাজানোঁ ধ্যানৰ বিধি!
নাজানোঁ ব্যৱস্থা আৰু মূৰ্ত্তি-ধাৰণাৰ।

তপসী।—মায়া-চকু মুদি
হবাঁ একচিত ; তন্ময় ভাবত তেবে
দেখিবাঁ স্বৰূপ ৰূপ, জ্ঞান-চকু মেলি।

বৈৰাগী।—( চকু মুদি ) চকু মুদি দেখোঁ কিন্তু,
আন্ধাৰ জগত !

তপসী —শুনাঁ, হেৰা বীৰবাহু !
নহয় মানৱী এবে সতী জয়মতী ;
নাপায় তেওঁক দেখা মায়াযুত নৰে।
নহবাঁ উদাস তুমি, নেৰিবাঁ সংসাৰ,
জীৱনৰ মহাব্ৰত নেপেলাবাঁ জঁয় ;—
সাধি তৱ বাকী কাৰ্য্য মৰ্ত্ত্যজগতৰ,
মিলিবাঁ স্বৰ্গত গই মহাসতী স'তে।
পূৰ্ণ হব মনোৰথ, আশীছোঁ তোমাক।

( তপসীৰ প্ৰস্থান, বৈৰাগী তৱধ ;
এজন অনুসন্ধান কটকীৰ প্ৰৱেশ )

বৈৰাগী।—( ধ্যানচকু মেলি ) অহ, আছে মোৰ প্ৰিয়া !
আহাঁ, আহাঁ, আহাঁ !
( দুই হাত মেলি আবাহন কৰে )।

কটকী।— ( মনতে ) হব পায় এৱেঁ সেই
বীৰ গদাপাণি।
( ফুটাই ) কোন্ তুমি মহাজন ?
কি হেতু ভ্ৰমিছা বীৰ, বৈৰাগী বেশেৰে ?

বৈৰাগী ।— কোন্ তুমি ?
কিয় লাগে পৰিচয় মোৰ ?

কটকী ।— গদা-বন্ধু মই, দেৱ !
আনিছোঁ বাতৰি এটি নগৰৰপৰা ।

বৈৰাগী ।— নগৰৰপৰা !
কি বাৰ্ত্তা আনিছা তুমি গদাপাণিলই ?
ময়ে সেই দুৰ্ভগীয়া ; দিয়া মোক বাৰ্ত্তা সেই,
বন্ধুৰ যদিহে হয় ।

কটকী ।— বন্ধুৰ বাতৰি ।
উপদেশ বৰগোহাঞি ডাঙৰীয়াৰ
আনিছোঁ তোমাৰ হেতু ।

বৈৰাগী ।— কেনে আছে ডাঙৰীয়া ?
কিবা উপদেশ ?

কটকী ।— নিবেদোঁ কুশল ।
নিবেদিছোঁ উপদেশ,—হব লাগে গই
নগৰত আগমন তব ; বিতোপন
মিলিছে সুযোগ এবে ।

বৈৰাগী ।— নাই প্ৰয়োজন,
নিবিচাৰোঁ ৰাজভোগ, নামাতোঁ জঞ্জাল !

কটকী ।— কিবা কোৱাঁ বীৰবৰ !

বৈৰাগী ।— নহবা বিস্মিত ।
নপশোঁ সংসাৰ আৰু, নাই মায়া তাত,
দেখিছোঁ অসাৰ সৱ, প্ৰিয়া-অবিহনে !

কটকী ।— অশোভন এনে ভাব
গদাপাণিলই । জন্ম যাৰ সংসাৰত,
স্বদেশ কাৰণে ; লক্ষ্য যাৰ দেশোদ্ধাৰ,
দুষ্টৰ দমন আৰু সন্তৰ পালন ;—
সেই বীৰবাহু সংসাৰ-বৈৰাগী হোৱা
নহয় শোভন ।

বৈৰাগী ।— সঁচা, কিন্তু কিনো কম !
লাগিছে উদাস ; পৰি গৈছে মন ; অস্ত
উছাহ, উদ্যম, প্ৰিয়াৰ বিয়োগ স'তে !

কটকী ।— নকৰঁা সি কথা !
নেৰিবঁা জীৱন-ব্ৰত ।
জয়মতী-আত্মদান বৃথা নকৰিবঁা ।

বৈৰাগী ।— তাকে হে উলটি চাওঁ !
পৰিলে মনত মোৰ জীৱনৰ পণ,—
আত্ম-গোপনৰ যি প্ৰধান কাৰণ,
আৰু অনুৰোধ মোৰ স্বৰ্গীয়া প্ৰিয়াৰ,
পাহৰোঁ সকলো হাঁয়, হওঁ উত্ৰাৱল
ৰণ-সজ্জা হেতু ।

কটকী ।— বীৰোচিত মনোভাব ।
মিলিছে সুযোগ ;—শত্ৰুৰ নায়ক আজি
পৰিছে উভলি ; কূট্‌মন্ত্ৰী আৰু ৰজা
উভয়ে উন্মাদ ! ৰাজ্যভাৰ চম্ভালিছে
বৰগোহাঞি ডাঙৰীয়াই ঘাইমন্ত্ৰী-
বাব লই এবে ।

বৈৰাগী।— সুযোগ অৱশ্যে সঁচা।
কৰাঁ ঘূৰি গই, শিৰোধাৰ্য্য উপদেশ।
কটকী।— ধন্য বীৰবৰ !
মাগিছোঁ বিদায় এবে।

( কটকীৰ প্ৰস্থান )

গদা।— মানিলোঁ প্ৰত্যেক।
সাক্ষী ৰবাঁ চন্দ্ৰ-সূৰ্য্য,
নাই দোষ মোৰ ; জ্ঞাতিদ্ৰোহ পাপে যেন
নপৰশে মোক। কৰিলোঁ প্ৰতিজ্ঞা আজি
ধৰ্ম্ম সাক্ষী কৰি,—সতীৰ সন্মান হেতু,—
আপোন কুটুম্ব ৰজা নাশিম আপুনি।
হব বহু উৎপাত ৰাজ্যত সম্প্ৰতি।—
বিনাশি কুমন্ত্ৰীদল, নিপাতি পাপীক,
পাপীৰ কঠীয়া মাৰি, আশে-পাশে যত,
শান্তিৰ ৰাজত্ব পুনু কৰিম বিস্তাৰ।
এৰিছে প্ৰিয়াই দেহা, থই সোৱঁৰণী,
ৰব মোৰ জীৱনে-মৰণে ; ৰব আৰু
অভগন কীৰ্ত্তিৰাশি। কৰিব অমৰ
মহাসতী প্ৰিয়া "জয়াতীৰ্থস্থান" নামে,
"জয়সাগৰ-দ'ল" স'তে কীৰ্ত্তিচিন্ ৰই।
হব এই শান্তিস্থল মহা শান্তিস্থল,
যুগ-যুগান্তৰ। যাওঁ ঘূৰি কৰোঁগই
যথা আয়োজন। হব লাগে ৰণ-সজ্জা
যথাৱত ৰূপে। নকুৰা অকলে গই

পশ্চিম নগৰ ;—দিব পাৰে যোগদান
মিত্ৰপক্ষে আছি। প্ৰিয়া-চিন্তা লগে লগে ;
দেশ-চিন্তা লওঁ এবে কৰি সাৰোগত ;—
ৰাজ্যৰ উদ্ধাৰ আৰু শত্ৰুৰ বিনাশ
কৰিম ইবাৰ। পূৰ্ণ হব আশা মোৰ,
প্ৰাণৰ বাসনা ;—নহলে গদাৰ ভাৰ,—
অত ভাৰ-ভাৰী !—নোৱাৰে সহিব আৰু,
জননী ধৰাই ! ( গোৰোহনি মাৰি বেগেৰে প্ৰস্থান। )

( গীত গাই গাই ডুফালৰপৰা ডুগৰাকী অপেস্বৰীৰ প্ৰৱেশ )

বেহাগ—আড়া।

চলে সতী জয়মতী, দিলেহি কই মহামতি।
নীৰৱে নিৰখোঁ আঁহা, হব এবে দেখা সতী॥
স্বৰ্গলই গইছেমানে, যোৱা নাই ইদৰে আনে,
আলোকি বিমানপথ ধন্য কৰি প্ৰাণপতি।
স্বৰ্গৰ যতেক সখী, গল যেন উৰি পখী,
নিলেহি আদৰি সৱে পৃথিবীৰ আৰু এটি॥
আকাশী কটকী গই, কাণে কাণে দিলে কই,
সামৰি সংসাৰ মায়া চলে সতী জয়মতী।
সীতা, সাবি, দময়ন্তী, বিয়ুৰীয়া তিনি সতী,
মিলিব এতিয়া যোৱা, যোৱা-যোৱা হব সতী॥

—০—

লাসৰণি-পট্ট পতন।

—:০:—

# গদাধৰ।

( স্বৰ্গদেৱ গদাধৰসিংহৰ ৰাজ্যাভিষেক নাটক )



অসমসাহিত্যিক পেঞ্চনাৰ,

শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱা,

এম, আৰ, এ, এচ, ৰচিত



দ্বিতীয় তাঙ্গৰণ।



তেজপুৰ

লীলা-এজেঞ্চিৰপৰা

গ্ৰন্থকাৰৰ দ্বাৰাই প্ৰকাশিত।



১৮৫৪ শক।



বেচ, ৷৹ তিনিসিকি মাথোন।

# উছর্গা।



মোৰ
আজন্ম আদিগুৰু
পৰম পূজনীয়
৺ডাঙ্গৰীয়া ঘিণাৰাম
গোহাঞিবৰুৱা
জন্মদাতা পিতৃদেৱতাৰ
দুখানি চৰণত
অভাজন পুত্ৰৰ
ভক্তিপুষ্পাঞ্জলি।



গ্ৰন্থকাৰ।

## ১। পাতনি।

"জয়মতী" উলিয়াই উঠি, আমি আকৌ ৰাইজৰ ওচৰত ভালেমান দিনৰপৰা "গদাধৰ" উলিওৱাৰ সংকল্পৰ ধৰুৱা আছিলোঁ। সেইবাবে আমি ৰাইজৰপৰা বিস্তৰ সাধনি সহিব লগাও হৈছিল। পিচে, বিবিধ লগৰীয়া চিন্তা আৰু গোটাদিয়েক গুৰুতৰ কাৰ্য্যৰ ভৰত, মূৰ দাঙ্গিবলৈ ছেগ ধৰিব নোৱাৰা হেতুকে, সেই ধাৰ অনতিপলমে শুজিব পৰা নাছিলোঁ; পলম হোৱা বাবে ক্ষমাশীল ৰাইজৰ ওচৰত ত্ৰুটী মাৰ্জ্জনা মাগিছোঁ।

"গদাধৰ" হাতে-লিখা অৱস্থাত থাকোতে, আমাৰ সুযোগ্য সমনীয়া বন্ধুবৰ ৺হেমচন্দ্ৰ গোস্বামীদেৱে ভালেমান সজ পৰামৰ্শ দি সহায় কৰিছিল; আৰু নাটকৰ অন্তৰাঙ্গত সন্নিবিষ্ট হোৱা গীতবোৰ ৰচনা কৰোঁতে, আমাৰ অন্যতম সমনীয়া বন্ধু ৺লক্ষ্মীৰাম বৰুৱাদেৱে তাল-মান-সুৰ বান্ধি দি, আমাক নথৈ সহায় কৰিছিল। সেইবাবে, আমি সিবিলাক দুইৰো শলাগ লৈছোঁ। ইতি

তেজপুৰ, অসম।
২০ আঘোণ, ১৮২৯ শঁক।

গ্ৰন্থকাৰ।



## ২। পাতনি।

"গদাধৰ"ৰ মূল-ধাৰ শুজি উঠি, আমি ৰাইজৰ ওচৰত আকৌ সুদৰ ধৰুৱা হব লগাত পৰিলোঁ ;—প্ৰথম তাঙ্গৰণৰ কিতাপ সমুদায় বেছা গৈ অন্ত পৰাত, ভালেমান স্নিগ্ধ গুণগ্ৰাহী গ্ৰাহকক "গদাধৰ" যোগাব পৰা নাই। যোৱা বছৰদহেক একেৰাহে আমাৰ ভালেমান পঢ়াশলীয়া কিতাপৰ নতুন-নতুন তাঙ্গৰণ উলিয়াব লগীয়া হোৱাত, আৰু তাৰোপৰি খনদিয়েক সৰু-বৰ নতুন কিতাপ-পুথি প্ৰণয়ণত একাণপতীয়াকৈ লাগি থকাত, দ্বিতীয় বাৰৰ ধাৰত সুদ্ লাগিল। এতিয়া, আমাৰ গ্ৰন্থাৱলীৰ এছোৱা একেলগকৈ উলিয়াবলৈ দিহা লাগোৱাৰ সু-ছেগতে, ইয়াৰ নতুন তাঙ্গৰণ অনতিপলমে ৰাইজক শোধাই সুদে-মূলে ধাৰ শুজিছোঁ, নিজগুণে গ্ৰহণ কৰে যেন। ইতি

"পদ্মকুটীৰ", তেজপুৰ, অসম।
৭ আহিন, ১৮৫৪ শঁক।

গ্ৰন্থকাৰ।



# ভাওবিলাক।



## মতা।

চুলিক্ফা বা লৰা-ৰজা ... ... অসমদেশৰ ৰজা।
দীঘলা বুঢ়াগোহাঞি ডাঙ্গৰীয়া ... ঘাই মন্ত্ৰী।
লাইথেপেনা বৰগোহাঞি ডাঙ্গৰীয়া ... মন্ত্ৰী।
লাচমকলা বৰপাত্ৰগোহাঞি ডাঙ্গৰীয়া ... মন্ত্ৰী।
গোপীনাথ গোহাঞি ফুকন ... ... ন্যায়সোধা-ফুকন।
গদাপাণি ( পাচত গদাধৰসিংহ ) ... তুঙ্গখুঙ্গীয়া কৈদৰ কোৱঁৰ।
লাই আৰু লেচাই ... ... ... জয়মতী-গদাপাণিৰ পুত্ৰদ্বয়।
বন্দৰ বৰফুকন ... ... ... গুৱাহাটীৰ শাসনকৰ্ত্তা।
লেচাইডাং সলালগোহাঞি ... ... দৰঙ্গৰ শাসনকৰ্ত্তা।

পানীফুকন, মৰাণ-বৰুৱা, মজিন্দাৰ-বৰুৱা, বৰা, বিষয়া, শইকীয়া, হাজৰিকা, দূত, ডুৱৰী, বন্দীপাল, কটোৱাল, চোৰাংচোৱা, গৰখীয়া, বাটৰুৱা, হাটৰুৱা, সৈন্য, সেনাপতি, ৰাজপ্ৰতিনিধি, দেওধাই, বাইলুং ইত্যাদি।

## মাইকী।

ৰাজমাও ( আই-কুৱঁৰী ) ... ... লৰা-ৰজাৰ মাতৃ।
পদ্মাৱতী ... ... ৺জয়মতী কুৱঁৰীৰ সখী।
ৰম্ভাৱতী ... ... সলালগোহাঞিৰ জীয়াৰী।
বৰফুকনানী ( গদাপাণিৰ বাইদেৱাক ) ... বন্দৰ বৰফুকনৰ ভাৰ্য্যা।
আহিনী ... ... ৺জয়মতী কুৱঁৰীৰ লিগিৰী।
লুকী ... ... এজনী গাবোৰনী পোহাৰী।

নাচনী, লিগিৰী গঞানী, অপৰাধিনী ইত্যাদি।



# গদাধৰ।

( স্বৰ্গদেৱ গদাধৰ সিংহৰ ৰাজ্যাভিষেক নাটক )



## আভাস।

( দুফালৰপৰা দুগৰাকী গায়িকাৰ প্ৰৱেশ )

গীত।

ৰাগিণী দেশ—তাল কাৰ্‌ফা।

মউ পিওঁ পিওঁ কৰে প্ৰাণ ভৰি।
প্ৰেম সুধা সৰে জৰি জৰি॥
কিনো চাৰ্বা শোভা,
জ্বলে পুণ্য প্ৰভা;
বয় শান্তি নই ৰূপে ৰস চৰি।
যাওঁ উটি বুৰি,
চাওঁ উৰি ঘুৰি;
গাথোঁ তৰা-ফুল, নাচোঁ চালি ধৰি॥

( দুইবো দুফালে প্ৰস্থান )



# ১। অঙ্ক।



## প্ৰথম গৰ্ভাঙ্ক।



ৰজাৰ ৰৰচৰা।

বুঢ়াগোহাঞি।—( হুমুনিয়াহ কাঢ়ি ) অসাৰ অংসাৰ!

ন্যায়সোধাফুকন।—কিয় এনে ভাব আপ?
মায়া-সংসাৰত আসক্তি তোমাৰ দেখোঁ
নাই সমতুল!—কিয় বা বিৰাগ আজি?

ৰৰপাত্ৰগোহাঞি।—মেয়ো কওঁ তাকে;
সংসাৰ-প্ৰেমত আপ প্ৰেমিক নায়ক,
বিৰাগৰ নেদেখোঁ কাৰণ।

বুঃ গোঃ।—আটিছে ইমানে আপ!
নেৰেপিবা আৰ। আচৰিলোঁ মহাপাপ
কু-মন্ত্ৰণা ধৰি; অবাৰত মহাসতী
পীড়ালোঁ বিস্তৰ! ত্যেজি এই পাপপুৰি,
পুণ্যাত্মা এতিয়া, আলোকে গোলোকধাম
সতীত্ব প্ৰভাৱে।—নৰকতো নাই স্থান
এই পাপীলই!

ৰজা।— আপুনি যে ডুবিলাঁই, আনকো
ডুবালাঁ! কুমন্ত্রণা কাল হল
এই জীৱনৰ! সমুখে নাছিলাঁ তুমি,
হানিলাঁ পিঠিয়ে;—বিকাৰত প্ৰাণে মোৰ
কৰে চাটিফুটি! ঘোৰ ৰাজদ্ৰোহী তুমি;
উচিত তোমাক দিয়া তুৰন্তে শালত।
কিন্তু, ফল নাই আৰু সি প্ৰতিবিধানত,—
মৃত্যুৰ পাচত যেনে ঔষধ ব্যৱস্থা!
বুঃ গোঃ।— ক্ষমা কৰা স্বৰ্গদেৱ!
ৰজা।— ক্ষেমে কোনে কাক?
আপুনি নেপাওঁ ক্ষমা! কিমতে ক্ষেমিম
হাঁয়, পাপীয়ে পাপীক!
বঃ গোঃ।— নকৰা আৰোপ
সৰ্ব্বদোষ মন্ত্ৰণাত। আপোন বিবেক
দায়ী অৰ্দ্ধেক-অধিক। ধৰ্ম্ম-বুজনিৰ
নাছিল অভাৱ তৱ; নহল তথাপি
তেতিয়া চেতন লেশ, নুবুজিলাঁ তুমি।
বৃথা চিন্তা এতিয়া তোমাৰ, বৃথা আৰু
অৰ্থশূন্য অনুতাপ।
বৰপাত্ৰ।— ভাগ্যত জানোবা
আৰু আছে কিবা লিখা!—নেথাকে নিশ্চিন্তে
শুই সিংহ গদাপাণি।
ৰজা।— নাজানোঁ নিকাৰ
কত লাগিব ভুঞ্জিব!

বঃ গোঃ।—ভাগ্যৰ কি দোষ?
আপুনি আপোন কাল চপালাঁ সজ্ঞানে।
আৰ্জ্জিছাঁ যতেক পাপ, ভুঞ্জিবাঁ ততেক;
নিকাৰ নিষ্কৃতি নাই। গতস্য শোচনা আৰু
নাই প্ৰয়োজন, নোৱাৰাঁ জীয়াব মৰা।
অনুতাপে দিয়ে লাভ, দিয়ে সি যেতিয়া
তুনাই নকৰা পাপ মনৰ বান্ধনী।
কিন্তু, ক'তা মনোবল?

ৰজা।— নাই মনোবল!
মাগোঁ বুদ্ধিবল তৱ। তাৰাঁ মন্ত্ৰি! মোক
আসন্ন বিপদপৰা।

বঃ গোঃ।— কি শক্তি আমাৰ!
লঙ্ঘিম কিমতে হাঁয়, বিধিৰ বিধান?
লাগিব ভুঞ্জিব ঠিক আৰ্জ্জন যিমান;
এদিনে নহব শেষ, জানিবাঁ ধ্ৰুৱপ।
ধৰ্ম্মকৰ্ম্ম কৰাঁ এবে, নেৰিবাঁ সুযোগ,
জানোবা পুণ্যৰ কণা পোৱাঁ সাধনাত,
পাপৰ লাঘৱ হেতু।

ৰজা।— হতাশ পৰাণ!
নাই আৰু মনোবল, নেপাওঁ জিৰণি।
নেদেখোঁ উপায় একো পাপ খণ্ডনৰ,
আৰ্জ্জিত নিকাৰ আৰু!

বৰপাত্ৰ।— কি আছে উপায়?
কিমতে খণ্ডিব দায়!

বুঃ গোঃ।—নেদেখোঁ উপায়।
পোৰণিত চাটিফুটি কৰে মন-প্ৰাণ
বাঢ়িছে যতেকমানে পাপৰ আন্ধাৰ,
বাঢ়িছে নৰক ভয়।
ৰজা।— মনৰ বিকাৰ
বাঢ়িছে প্ৰৱল বেগে; শান্তিৰ পোহৰ
কতো নেদেখোঁ এচাটি!
বুঃ গোঃ।— কি দিম বুজনি!
তথাপিতো, আছে এক পতিয়ন স্থল;—
অনুতাপ নুমাবৰ ব্যৱস্থা যুগুত।
যি পাপ অৰ্জ্জিলোঁ হই অস্ত্ৰ পৰহাতে,
আৰ্জ্জিলে সি পুণ্যভাগ ভাগ্যৱতীলই;
নাশিলে যি নাম তৱ নৰ্কত ডুবাই,
কৰিলে অমৰ সিয়ে, স্বৰ্গীয় প্ৰভাৰে,
নশ্বৰ দেহাত তাপ সহিলে যি সতী;
আৰু এক সংসাৰৰ সাধনা মহান্,
পৱিত্ৰ চানেকি ৰল সতী জীৱনৰ;
ভুঞ্জিবা যদ্যপি বহু আৰ্জ্জিত নিকাৰ,
জ্বলন্ত দৃষ্টান্ত ৰল পাপী তৰিবৰ;
যদিবা পাপৰ ভাগী হলোঁ কৰ্ম্মদোষে,
কাৰ্য্যত কাৰণ হলোঁ পুণ্য আৰ্জ্জনৰ।
ইমানে বুজনি দিলোঁ, শান্তি লভিবৰ,
ক্ষুদ্ৰ মতি অনুসৰি।
ৰৰপাত্ৰ।— সাধু উপদেশ।

ৰজা।— লাগিছে মনত ;
সাৰুৰা বুজনি তৰ পালিম যতনে।
বিজ্ঞ মন্ত্ৰী প্ৰতি যেন নকৰোঁ অৱজ্ঞা,
আছোঁমানে ৰজা-নামে।

বুঃ গোঃ।— আৰু ভাবি চাবাঁ,
সাত্বিক ভাবত নাই ৰাজত্ব পদ্ধতি,
তমোভাব লাগে যোগ সৰ্ব্বত্ৰে সমানে ;
তেবেসে ৰজাৰ যোগ্য ;—নতুবা তপসী।
ধৰিবাঁ উভয় বিধি।

ৰজা।— মানিছোঁ প্ৰত্যেক।

বুঃ গোঃ।— ধৰাঁ যুক্তি সাৰ ;
নুভুলিবাঁ আৰু মোৰ পাপ-মন্ত্ৰণাত।
যুগুত সময় এবে যুক্তি কৰিবৰ,
পাত্ৰ-মন্ত্ৰী-সভাসদে মিলি ঘৰে-পৰে।
নাই কিন্তু শক্তি মোৰ স্থিৰে থাকিবৰ !
মাগিছোঁ বিদায় সৰে।

(প্ৰস্থান)

ৰজা।— যোৱাঁ সৱে আজিলই,
যোৱাঁ ঘৰাঘৰি। যাওঁ ময়ো পৰোঁগই,
অশান্তি-শয্যাত !

(প্ৰস্থান)

—•—

## দ্বিতীয় গৰ্ভাঙ্ক ।

নগা-পৰ্ব্বতৰ গুহা ।

গদা ।— নিজান গুহাত
অহ, অকলই মই !
অকলে আপোন মনে কৰিছোঁ বিহাৰ,
পাহৰি সংসাৰ-মায়া, পুত্ৰ-পৰিয়াল,
আৰু মোৰ ৰাজ্যচিন্তা, আত্ম-বাহুবল ।
তপস্যা সাধন নোহে ব্ৰত জীৱনৰ,
নাছিল সমূলি বৈৰাগী জনৰ ভাব
আদি জীৱনত । আজিও বীৰৰ তেজ
বয় প্ৰতি সিৰে ; বীৰভাব বীৰকাজ,
আদৰোঁ আজিও,—আজিও জীৱন-ব্ৰত ।
তথাপি ই ছদ্মবেশ কিয় আজি মোৰ !
কিয় বা নিজানবাস ভৰ-বয়সত ?—
জন-প্ৰাণী অসঞ্চাৰ, নাই সমাগম ;
চৰাই-চুকতি আদি নপশে ইঠাই,—
চিন্তাশূন্য প্ৰাণ তাৰ,—অতি নিৰমল,—
উলাহত নাচি নাচি উৰে ! কিন্তু হাঁয়,
চিন্তাৰ বিকাৰে যাৰ দহে মন-প্ৰাণ,
জন-সমাজত যাৰ নাই শান্তি লেশ,

নাই তৃষ্ণা, নাই লীপ্সা গৌৰৱত যাৰ,
সেই দুৰ্ভগীয়া জনে বিচাৰে ইঠাঁই,
অপাৰ চিন্তাৰ পাৰ পাওঁ বুলি ভাবি।
আতিকে দুৰ্ব্বল আৰু, যদি সি সংসাৰী ;
সংসাৰ-ধুমুহা যিটে সহিব নোৱাৰি,
অকলই প্ৰাণ লই বিচাৰে জিৰণি !
তদ্ৰূপ মিলিছে দশা এই জীৱনত।—
মানিলোঁ বিষম ঘাট্ সংসাৰ-যুঁজত ;
আহিলোঁ অনাথ কৰি ভাৰ্য্যা-পুত্ৰ মোৰ,
—বাঘৰ চোঙত সিংহী সিংহৰ পোৱালি।
এৰিলে প্ৰিয়াই দেহা পাপীৰ হাতত,
থাকিলোঁ আগতে চাই ! ভঞ্জিলে সাক্ষাত
অশেষ যন্ত্ৰণা ৰাশি,—নাযায় কথন,—
তথাপি নহল হাঁয়, শক্তি উদ্ধাৰৰ !
অনাথ সন্তান দুটি মাতৃ-বিয়োগত
উন্মাদ হইছে জানো ?—বাঢ়িছে কোঢ়াল
আৰু বন্ধু বিলাপৰ ? শত্ৰু-হাঁহিয়াতে
দুগুণে ধ্বনিছে তাক ? হিয়াভেদী ভাবে
কঁপাই মেদিনী যেন বাজিছেহি প্ৰাণে ;
মৰ্ম্মান্তিক খেদ তাৰ অতি অসহন।
দুৰ্ব্বল হইছে হিয়া, নাই মনোবল,
ধৈৰ্য্যতাই দিছে এৰি বাট ! ( মৌন )
কিন্তু হাঁয়,
মৌনব্ৰত জীৱনৰ উদ্দেশ্য নহয়,

নোশোভে সি ৰীতি এই কৰ্ম্ম-জীৱনত।
কাপুৰুষ মই ?—পশুৱত বনচৰ !
প্ৰাণৰ মায়াত ধৰিছোঁহি গুপ্তবাস !
ভাবিছোঁ মঙ্গল আজি জন-সমাজৰ,
ক্ষুদ্ৰ প্ৰাণ নিৰাপদে আছে দেখি মোৰ !
ধিক্ এই জীৱনত ! ধিক্কাৰোঁ শতেক !
মোৰ সম নৰাধম, পাশৱ পৰাণ,
নাই পৃথিবীত !—সাধ্বী সতী জয়মতী
প্ৰিয়ভাৰ্য্যা যাৰ ; যাৰ হস্তে বীৰজায়া
হল দেহত্যাগী অসহ্য যন্ত্ৰণা সহি ;
ৰাখিলে যি কীৰ্ত্তিৰাশি আদৰ্শ সতীৰ ;
যাৰ নামে নাৰীবল আজি ধৰণীত ;
সেই ভাৰ্য্যা চিন্তা ভুলি, আছোঁ নিজগ্গালে,
আত্মচিন্তা কৰি সাৰ !—ধিক্ ধিক্ ধিক্ !
ধিক্ মোৰ বীৰ নাম, ধিক্ বাহুবল,
ধিক্ আৰু উচ্চ আশা ৰাজপাটলই !—
পাহৰিছোঁ বীৰধৰ্ম্ম আজি ? বীৰতেজ
সিৰে মোৰ নবয় এতিয়া ? নাই আৰু
সাহ-পিত্, জীৱনৰ উদ্দেশ্য মহান্ ?—
নতুবা, ই ছদ্মবেশ, গুপ্ত গুহাবাস,
কি সতে ধৰিছোঁ আজি ? পাহৰিছোঁ আজি
বীৰৰ প্ৰতিজ্ঞা মোৰ, প্ৰতিশোধ লোৱা ?—
পীড়িলে যি প্ৰিয়া মোৰ পাশৱ পীড়ণে,
নিতে নৱ শাস্তি ঘোৰ যাৰ আদেশত

সহিলে প্ৰিয়াই মোৰ ধৰণী সমানে,
নলওঁ যদ্যপি তাৰ নৰবধী প্ৰাণ,
নুজুৰায় হিয়া মোৰ নিশ্চয় নিশ্চয় ।
( আস্ফালন )
নাই মোৰ সৈন্যবল যুদ্ধৰ সমল,
নাই কোনো বন্ধুজন উপদেশ হেতু ;
নুবুজোঁ প্ৰজাৰ মন ; নাজানোঁ যতেক
মিত্ৰৰাজ সম্প্ৰদায়,—কাৰ কিবা মতি ।
তথাপি প্ৰতিজ্ঞা মোৰ, যুঁজিম অকলে ;
অকলে উভালি যত অপায়-বিঘিনি,
বায়ুবেগে প্ৰৱেশিম আপোন নগৰ,
আক্ৰমি বিক্ৰমে মোৰ লম সিংহাসন ।—
অকলই হনু বীৰে দহি লঙ্কাপুৰী,
যিমতে সাধিলে কাম সীতা উদ্ধাৰৰ ;
ছদ্মবেশী ভীমসেনে, প্ৰদমি যিমতে
দুৰ্দ্দান্ত নৃপতিদল সয়ম্বৰ দিনা,
ৰাখিলে গৌৰৱৰাশি দ্ৰৌপদী সতীৰ,
তদ্ৰূপ মোহাৰি মই সৈন্য-সেনাপতি,
পৰাহত লম ৰজা, মন্ত্ৰী-পাৰিষদ,
আৰু যত পাত্ৰ-মন্ত্ৰী বিপক্ষ ভাবৰ ।
কৰিম যুগুতি শেষে, প্ৰিয়াৰ গৌৰৱ
পূৰ্ণভাৱে ৰাখিবৰ হেতু ;—প্ৰতিশ্ৰুত
হলোঁ আজি ধৰ্ম্ম-সাক্ষী কৰি ।—লৰে যদি
হিমাচল, নলৰে বচন মোৰ । আৰু,

ঘটে যদি বিপৰ্য্যয়—বিধি-বিপাকত,—
গদা নাম পৃথিবীত নধৰোঁ নধৰোঁ
সত্যে, নধৰোঁ নিশ্চয় !

( সবেগে প্ৰস্থান )



# তৃতীয় গৰ্ভাঙ্ক।



## ৰাজমাওৰ টোল।



ৰাজমাও।—কি মতে গুচাওঁ দায়
অজ্ঞান পুত্ৰৰ; পৰিত্ৰাণ লাভ হেতু
আছে কিবা বাট ?—ইষ্টদেৱ চিন্তা বিনে
নাই অন্য গতি।—

### স্তুতি।

পাহাড়ী—আড়াঠেকা।

মাগোঁহোঁ কাতৰে প্ৰভো, তোমাৰ সদনে হে।
নেজানি লগালে দায় অবোধ সন্তানে হে॥
নিতে দোষ শতবাৰ, নাই স্তুতি-নতি তাৰ,
নাই যুক্তি, নাই মুক্তি, তৱ কৃপা বিনে হে।

অজ্ঞানে আচৰে পাপ, জ্ঞানীয়ে খণ্ডায় তাপ,
নিজ গুণে তুষ্ট হই ৰাখিবাঁ চৰণে হে ।
ইমানে ভাৰসা কৰি, মাতিছোঁ আপদে পৰি,
ক্ষমাঁ পুত্ৰে, দিয়াঁ শান্তি, শান্তিহীন প্ৰাণে হে ॥

( বৰগোহাঞিৰ প্ৰৱেশ )

বঃ গোঃ ।——প্ৰণামোহোঁ ৰাজমাও !

ৰাজমাও ।—আহাঁ ডাঙ্গৰীয়া !
ৰইছে আসন পতা, বহাঁ সদ্যহতে ।
সমদুখী জন তুমি, যথা সময়ত
দিছাঁ আহি দেখা মোক ।

বঃ গোঃ ।——সমদুখী মাত্ৰ সাৰ ;
নাই অন্য বল অপায় খণ্ডাব পৰা ।
মদাৰৰ ফুলপ্ৰায়, আছোঁ বাব লই
ৰাজমন্ত্ৰী নামে !

ৰাজমাও ।—নহবাঁ হতাশ ;
তোমাতে সকলো আশা ।
নিচিন্তাঁ যদ্যপি তুমি ৰাজ্যৰ মঙ্গল,
ছাৰখাৰ হব দেশ মহা আপদত ।
দেখিছাঁ অপায় যত ঘটিছে দিনকে,
দিনকে ৰাজ্যৰ শ্ৰী হইছে মলিন ;
দিনে আৰু অত্যাচাৰ লাগিছে চৰিব,
হাহাকাৰ আৰ্ত্তৰাৱ বাঢ়িছে প্ৰজাৰ !

বঃ গোঃ।—বাকী নাই বুজিবৰ ;
বিদৰে ই হিয়া মোৰ ভাবিলে সিবোৰ।
পাহৰিব পৰা নাই জয়মতী কথা,
দহিব লাগিছে হিয়া সেই অগ্নিবাণে !
প্ৰজাৰ দুৰ্গতি, ৰাজ-অত্যাচাৰ আৰু,
সহোঁ কোন্ প্ৰাণে !

ৰাজমাও।—তাতে হে বুলিছোঁ,
মন্ত্ৰি, নহবাঁ হতাশ। দিয়াঁ বল পুনু,
দিয়াঁ মন্ত্ৰণা যুগুত, গুচোক অপায়।
ৰাজ্যৰ মঙ্গল জানাঁ, নাসাধিলে তুমি,
নাই আৰু সাধিবৰ।

বঃ গোঃ। কি কৰোঁ উপায় !
ব্যৰ্থ আজি মন্ত্ৰ মোৰ, নাই গুণ তাৰ,
নৰজে সি আজি, মাও, ৰাজ-সমাজত।
ঘুৰিছে ৰজাৰ মন পাক-মন্ত্ৰণাত,
বিপৰীত বুজে যত বুজনি আমাৰ।

ৰাজমাও।—কৰাঁ তুমি যুক্তি পুনু,
অতৰ্কিতে ৰাজমন ঘুৰাবৰ হেতু।
পায় যেন দিব্যজ্ঞান তোমাৰ জ্ঞানত।
বাহিৰি একেটা হই লবাঁ তাৰ মন,
ভিতৰি ঘুৰাবাঁ তাক কাৰ্য্যৰ পাকত ;
অভ্যাসত লাহে লাহে লব সজ বাট।
আছে কোন্ হেন জন বুদ্ধিৰ বলত
মন্ত্ৰি, তুমি বিনে ?

বঃ গোঃ।—সাঁকৰা বুজনি।
পাওঁ কুলি ছিদ্ৰ কিবা ৰজাৰ মনত
পুনু ঠাই পাবলই, চাপ্দিছোঁ সদায়।
কিন্তু মাও! কিনো কম, কুমন্ত্ৰণা ঢালে
ছাতিলে ৰজাৰ মন! সোমাওঁ কি মতে;
সন্ধি নাই পাবলই!

ৰাজমাও।—যুগুত মন্ত্ৰণা
নেৰিবাঁ তথাপি মন্ত্ৰি! ৰজাৰ মঙ্গল
নিচিন্তাঁ যদ্যপি ঘূৰি, প্ৰজাৰ উদ্ধাৰ
এৰিবাঁ কি সতে? বাঢ়িছে আশঙ্কা নিতে
ৰাজবিপ্লৱৰ। ৰসাতলে যাব দেশ,
মুমাব 'অসম' নাম; পুৰণি গৌৰৱ
অকালত যাব মাৰ। হবাঁ দোষভাগী,
যদ্যপি নিৰ্দ্দোষী তুমি মূল-কাৰণত।
কিবা যুক্তি দিম? ভাবি চোৱাঁ যিবা ভাল,
বিজ্ঞ মন্ত্ৰী তুমি।

বঃ গোঃ।—স্বৰূপ কইছাঁ মাও!
বিপদ-ধুমুহা আহি চাপিছে ওচৰ;
ধৰিছে সি ৰুদ্ৰৰূপ অনুকূল বা'ত।
নোহে নিৰুদ্দেশ আৰু, গদাপাণি বীৰ,
ঘূৰিছেহি নগৰত প্ৰকাশ্য উদ্দেশ্যে;—
জিনিব ৰজাক বোলে, দিব প্ৰতিশোধ
নিজ বাহুবলে।

ৰাজমাও।—শুনিছোঁ তদ্ৰূপ ময়ো।
কিন্তু মন্ত্রি, অসংখ্যাত ৰাজসেনামুখে
চাপিছে অকলে বাছা!—যদ্যপি সুবীৰ,
তথাপি কিমান পৰ!—মনৰ বেগত
আহিছে সি উৰি হাঁয়, ধৰা দিবলই!
নেভাবিবাঁ অন্যৰূপ, নকৰাঁ পলন;
যুগুত ব্যৱস্থা কৰি সৰোৱাঁ গদাক,
ৰাখাঁ তাৰ প্ৰাণ।

বঃ গোঃ।—বিয়াপিছে ৰাজসেনা,
ধৰিছে এদলে পিচ, আগচ সিদলে।
আক্ৰমিছে ঘনে-ঘন, ঘাটিছে ঘনাই,
নোৱাৰি ৰুধিব গতি প্ৰচণ্ড গদাৰ!
বিষম বিভ্ৰাট এবে, কি কৰোঁ উপায়,
ৰাজমন্ত্ৰী হই কিমতে সহায় কৰোঁ
ৰাজশত্ৰু জনে? তথাপি যি পাৰোঁ দিহা
কৰিছোঁ গুপুতে, দুয়ো পক্ষ ৰক্ষা হেতু।
জনাম যি হয়।

ৰাজমাও।—ধন্য তুমি মন্ত্ৰীবৰ!
শলাগোঁ ব্যৱস্থা তব। ভাবাঁ দুয়ো কুল,
দুয়ে ৰক্ষা পৰে যাতে। বাঁচে যদি গদা,
এদিন অৱশ্যে হব ৰাজ্যৰ উদ্ধাৰ;
পৰে যদি ৰক্ষা প্ৰাণে মোৰ লৰা-লৰা,
ৰক্ষা পৰোঁ মই, তোমাৰ ৰূপাত গাই।
ধৰাঁ যুক্তি সাৰ।

বঃ গোঃ।— কৰিম যুগুতি মাও!
শক্তি অনুসৰি। উঠোঁ তেন্তে আজিলই.
মাগিছোঁ বিদায়।

ৰাজমাও।— যোৱা বাছ, ডাঙ্গৰীয়া!
চাওঁ ময়ো, মুক্তিৰ উপায়,
পাওঁ যদি কিবা।

( দুইৰো দুফালে প্ৰস্থান )



# চতুৰ্থ গৰ্ভাঙ্ক।



ফুলনি।

পদ্মা।— নোৱাৰোঁ একোতে
পাহৰিব প্ৰাণসখী!
শয়নে, সপোনে, আৰু থাকি ডিঠকত,
কেৱলে সখীৰ ছবি দেখিছোঁ আগত।
অহ, ৰূপে-গুণে মায়া-মমতাৰে কিনো
আদৰ্শ ৰমণী এটি! অতুলনা আৰু
সাধ্বী সতী বীৰজায়া এই পৃথিবীত।
পাতিছিল বিধাতাই কেনে এটি জোৰা
অনুপম জয়া-গদাপাণি! কিয় বাৰু,
অকালে ঘটালে হাঁয়, অযথা বিচ্ছেদ!

( মৌন )

গীত।

কানড়া—মিশ্র।

লেখি আকাশৰ ছবি ভাবোঁ বহি বহি
প্ৰাণ-সখী মোৰ গল এৰি ॥
আমন্-জিমন্, জোনায় বয়ন্,
দেখি মন মোৰ যায় উৰি।
মাতোঁ ঘনে ঘনে, কান্দো মনে মনে,
ঘুৰি লগ পাওঁ কেনে কৰি।
নেদেখি এতিয়া, বাজে মোৰ হিয়া,
থাকোঁ কিনো মতে প্ৰাণ ধৰি ॥

(মৌন)

কিবা ভাব কিবা কথা আহিছে মনত!
উৰুঙা লাগিছে যেন জগত সংসাৰ!

(কান্দি-কান্দি লাইৰ প্ৰৱেশ)

লাই।— দেখিছিলোঁ দেউতাক,
আক' গল গুচি!
পদ্মা।—নেকান্দিবাঁ সোণা মোৰ!
ধুনীয়া পুতলা আনি দিব আহিনীয়ে,
থাকিবাঁ উমলি।
লাই।— আনি দিয়াঁ দেউতাক,
নেলাগে পুতলা। আহিছিল কালি ৰাতি,
আক' গুচি গল!

পদ্মা।—অবুজ বালক হাঁয়,
কি কৰোঁ উপায়! মাউৰা পোনাটি দেহি,
নেমানে বুজনি।

লাই।—নাহিল দেখোন,
নাহিল আইতা, দেউতাক আনোঁ বুলি
গই?—নাহিল আজিও!

পদ্মা।—ফাটে যেন হিয়া মোৰ!
কি দিম উত্তৰ! নেকান্দিবাঁ লাই সোণ,
নেপায় কান্দিব; বীৰৰ সন্তান তুমি,
নহবাঁ অধীৰ।

লাই।— কাহানি আহিব পিচে?

পদ্মা।—আহিব এদিন।

( লেচাই আৰু আহিনীৰ প্ৰৱেশ )

লেচাই।—( লাইৰ ওচৰলৈ লৰি গৈ ) কাইদেও!
চোৰাচোঁ এইটি! ( পুতলা দেখুৱায় )

আহিনী।—( কোঁচৰপৰা আৰু এটি উলিয়াই দি ) এয়ে এটি, চোৱাঁ,
বৰসোণে লবলই, বাঘৰ পোৱালি।

( পুতলা দিয়ে )

লাই।— ( অনিচ্ছাত লৈ ) পিটিকি ভাঙ্গিম যেন!

পদ্মা।—নেভাঙ্গিবাঁ সোণ!
জুৰুৱাঁ পৰাণ মোৰ, উমলি দুটিয়ে।

লেচাই।—আহাঁ যাওঁ, কাইদেও!
যুঁজাম পুতলা। ( লাইৰ হাতত ধৰি টানি লৈ যায় )

পদ্মা।—আহিনী!

আহিনী।—আইদেও!

পদ্মা।—কি মোৰ কপাল!

আহিনী।—নমৰি জীয়াই আছোঁ!

পদ্মা।—কান্দিবৰো নাই চল!
দেখিলে উতলা, উতলিব পোনা ছুটি,
ফেঁকুৰিব আহি!

আহিনী।—নেমানে আনক দেহি,
সাদৰী সোণায়ে!

পদ্মা।—ভিতৰি ভাগিছে মোৰ
বিষাদী অন্তৰ! নোৱাৰোঁ সহিব আৰু
সখীৰ বিচ্ছেদ!

আহিনী।—কিনো কম আইদেও!
মৰিলোঁহেঁতেন, সলনিত পোৱা হলে
আইদেও মোৰ। বইছোঁ দেহাৰ ভাৰ
আতি টানি-মানি!

পদ্মা।—জানোঁ মই ভক্তি তোৰ
সখীলই মোৰ। লিগিৰী কৰ্ত্তব্য আৰু
শলাগিছোঁ তোৰ।

আহিনী।—নমৰিলোঁ তেতিয়াই!
দেখিলোঁ যেতিয়া, আপোন চকুৰে হাঁয়,
আইদেও আধামৰা হোৱা। দেহিঐ,
অতনা যাতনা সুকোমল শৰীৰত,
দিলে কোন সতে!

পদ্মা।—নকবি আহিনী আৰু!
নেভাঙ্গিবি ভগা বুকু মোৰ। নাই যেন
দেহে প্ৰাণ সেই দিন ধৰি; ভেলা মাথোঁ
ফুৰিছোঁ ওপঙ্গি!
আহিনী।—কিনো কম আইদেও!
মোৰো সেয়ে দশা।
পদ্মা।—নকবি আহিনী তই,
নুলিয়াবি যুৰি, সখীৰ কাহিনী অই!
আহিনী।—পাৰোঁতে নে হাঁয়!
পদ্মা।—নেপাবি বেজাৰ তই।
কিবা বলকিছোঁ, নুবুজোঁ আপুনি হাঁয়,
উন্মাদ পৰাণ!
আহিনী।—কি দিম উত্তৰ হাঁয়! (পদ্মাৰ ভৰিত পৰে)
পদ্মা।—নহবি উতলা।
যাওঁ ব'ল, চাওঁগই, উমলিছে জানো,
অজান বালক দুটি!

(প্ৰস্থান)



# পঞ্চম গৰ্ভাঙ্ক।



দিখৌ-মুখ।

১ম, সেনা।—( প্ৰৱেশ ) হেৰও, কোন আছহঁত সেইতে, আগ বাঢ়, চাপি আহ, পালোঁহি, সেইয়া গা দেখা গৈছে।

( প্ৰস্থান )

২য়, সেনা।—( প্ৰৱেশ ) নেৰিবি, ধৰ, গৈছোঁ ভেটি ধৰহঁক।

( প্ৰস্থান )

( গদাপাণিৰ প্ৰৱেশ, পিচে পিচে সেনাদল )

১ম, সেনা।—গৈ থাওক, নেভেটিবি এথোন। আৰু অলপ আগ বাঢ়ক, ঠেকত পেলাই লওঁগৈ।

২য়, সেনা।—ভাল কৈছ, এৰা, বৰনৈৰ দাঁতিত পেলাই লওঁগৈ। তেহে ইফালে ভেটি ধৰিবলৈ চল লাগি পৰিব।

গদা।—( উলটি ধৰি ) আহ চাপি,

যাবি কোন্ যমপুৰি আজি।

৩য়, সেনা।—আইও! উলটি ধৰেচোনও! হেৰৌ, কোন্ কত আছ, চাপি আহহঁতও! আমাক তাকৰীয়াকৈ পাই মহটিয়াই নিব এতিয়া!

২য়, সেনা।—ধৰ্ ধৰ্, আগ বাঢ়, নকৰিবি ভয়। আমি পিচতে আছোঁ।

গদা।— অকলই নিপাতিম

শিয়ালৰ দল! চাপি আহ, আছমানে,

জাকে-জাকে আহি।

৩য়, সেনা।—হেৰৌ, মোৰ মূৰখোৱাহঁত, কিনো ধৰ্ ধৰকৈ আছহঁক ; আগ বাঢ়ি নাহ নো কিয় ? এটা আগ বাঢ়ি যাচোন, গবা মাৰি ধৰগৈ। মোৰ এতিয়া—এটা লেঠা দেখিছে !

গদা।— চাপি আহ আৰু,
চাপিছে মৰণ যাৰ।

২য়, সেনা।—( ৩য়, সেনাক ঠেলা মাৰি আগুৱাই দি ) তয়ে নো নধৰগৈ কিয় ? লোকক যে মাতি থাক !

৩য়, সেনা।—( হাম্‌খুৰিখাই পৰি, খৰমাৰি উলটি আহি ) ছিঃ ! তই কেনে ম[illegible]হ অ ! ভাল হেঁচুকি জুইত পেলাব পাৰ ? ঔ আই ! নেদেখিছ, চকু-হুটা ! আইঔ ! চাবই নোৱাৰি বুপাই, জলকৃতপকৃথন লাগি যায় !

গদা।— শহাৰ শঁহাৰি দেখি
উঠে মোৰ হাঁহি ! চিকা মাৰি লগা হল
গোন্ধোৰাব হাত !

২য়, সেনা।—হেৰ, চিকাহে হলোঁনেহঁক ! কি চাই থাকিব লাগিছে। আহহঁক, আটাইবোৰে বেৰি ধৰোঁগৈ। উঃ, বৰ কেৰামতালি কৰে দেখোঁ !

( কেইওটা সেনাই গদাক গবা মাৰি ধৰৈগৈ ; গদাৰ বাহুৰ
আছাৰত গোটাচেৰেক কফ´াল খাই পৰি মূৰ্চ্ছা যায়,
আৰু গোটাচেৰেকে পলাই লৰ মাৰে )

গদা।— আছ নে কোনোবা আৰু
চিকাৰ পোৱালি ? চাপি আহ, পিওঁ তেজ
সমূহকে ধৰি।

৩য়, সেনা।—( মূৰ্চ্ছাৰপৰা উঠি এফলীয়া হৈ ) কট্টা, ইহঁত চিকা হে

হয়! চিকাৰ জাকত সোমাই ময়ো চিকা হলোঁ আজি! তথাপি, ধৰি ৰাখিব নোৱাৰিলোঁ কি হল, গাত গা লাগিছিল হে তেও। সিজনীৰ আগত তেও কৰলৈ হল বাপেকে। উঃ! উশাহটো লওঁ দেও!

গদা।— বেৰিছেহি চউপাশে
ৰাজসেনা দলে, ধৰিবৰ হেতু মোক।
আক্ৰমিলে কুতবাৰ,—বিফল যতন—
নোৱাৰিলে কোনো জাকে সহিব বিক্ৰম;
নোৱাৰে তিষ্ঠিব আৰু দুই-চাৰি জাকে।
কিন্তু, এবে অন্য বল,—আহিছে অলেখ
সশস্ত্র সেনানীদল। লৰিছে আপুনি
সেনাপতি এইবাৰ।—নডৰোঁ তথাপি,
সমুখে যদ্যপি পাওঁ শত্রুপক্ষ লগ;
—যুঁজিম প্ৰাণান্তে।

( সেনাপতিৰ সসৈন্যে প্ৰৱেশ )

৩য়, সেনা।—ধৰহঁক, এইবেলি আমাৰ দৌতাও পালেহি। ধৰিবই লাগে। গতি লাগি পৰিছে। দৌতা! মই আগ নহলে নহব। ইহঁত কিবা ভেবা মানুহ, পিচ পৰি হে থাকে। ( টঙ্গালি আটিবলৈ ধৰে )।

সেনাপতি।—ইবাৰ পলাবাঁ কত?
চাপি আহাঁ, গদাপাণি, ধৰা দিয়াঁ আহি।
বৃথা চেষ্টা আৰু।

গদা।— নপলায় গদাপাণি!
থাকেমানে প্ৰাণ, নিদিম আপুনি ধৰা,
কাপুৰুষ হই।

সেনাপতি।—অযথা সাহস কিয় ?

অবাবত কিয় দিবাঁ প্ৰাণ ? আহাঁ চাপি,

নিৰাপদে যাওঁ লই।

গদা।— যুঁজত এৰিব দেহা,

ক্ষত্ৰিয় ধৰম পালি, ৰজাৰ কোৰঁৰে।

—নোহে অবাবত।

সেনাপতি।—কৰাঁ যিবা বুজাঁ ভাল।

নাই দোষ মোৰ।

( সেনাবিলাকৰ প্ৰতি আদেশ দি আগ বাঢ়ে )

বন্দী কৰ গদাপাণি,

বেৰি ধৰি সৱে। নলগাবি ঘৃণ্ গাত

পাৰ্য্যমানে কেৱে।

( আক্ৰমণ, যুঁজ, গদাপাণিয়ে সেনাদলক মহটিয়াই গৈ ব্ৰহ্মপুত্ৰত জাঁপ দিয়ে )

৩য়, সেনা।—ভাল সাৰিল, ভাল সাৰিল! এইবেলি গতি লগাই লৈছিলোঁ! মোৰ কঁকালটো হে দমকা খালে বুপাই! ইস্, ইস্, ইস্! ( বহে )

১ম, সেনা।—সিপাৰ হবগৈ দেও! টোপাকাঁড় যোৱাদি গৈছেগৈ! উঃ, আতি টান পালোঁ হয়, বৰহ্মপুত্ৰ হেন নৈত অকণো ভটিওৱা নাই! চাচোনইঁক চা। ( সেনাদলে বেঙা মেলি মেলি চায় )

২য়, সেনা।—ইঃ কিনো বৰ টান পালি। টানত পৰিলে আমি জানো জাঁপ মাৰি পানীত পৰি সাৰিবলৈ নাচালোঁহেতেন ?

সেনাপতি।—ধন্য বীৰ গদাপাণি!

ধন্য বাহুবল, ধন্য তৱ বীৰনাম।

ইহেন বীৰৰ সতে নহলোঁ সমুখ,

নেপাতিলোঁ নিজে যুঁজ মই! শুভচ্ছেগ
গল পাৰ হই। অতি দুৰদৃষ্ট হাঁয়,
অসম মাতৃৰ; কোলাতে হেৰায় আজি
হেন পুত্ৰ-ধন!
( সেনাদলৰ প্ৰতি ) কি সাধ্যে ৰাখিবি ধৰি
গদাপাণি বীৰ! অসামান্য বীৰবাহু,
নাই সমতুল।

৩য়, সেনা।—এৰা, এওঁ কলিৰ ভীম দৌতা-ঈশ্বৰ!

( সকলোৰে প্ৰস্থান )

## ১ম, অঙ্কপাত।

# ২। অঙ্ক।

—⁂—

## প্ৰথম গৰ্ভাঙ্ক।

দৰং-কলিয়াবৰ—সলাল গোহাঞিৰ চৰা।

সঃ গোঃ।—শুনা সভাসদ!
আহিছে ৰাজাজ্ঞা আজি;—
হব লাগে সমাপতি ৰাজহৰ কাজ;
পীয়লৰ শেষকাৰ্য্য, আৰু খুট্-খাট্,
জলকৰ, বনকৰ লাগিব শোধাব।
এটা পক্ষ দিছে দিন,—দিন দীঘলাই।

হাজৰিকা।—ভূমিকৰ সমুদায়
হইছে আদায়।

শইকীয়া।—জলকৰো বাকী নাই;
হইছে যুগুত।

বৰা।— বনকৰ, খুট্-খাট্,
বাকী নাই বহু।

হাজৰিকা।—পীয়লৰ কাম কিন্তু,
কণমান বাকী।

সঃ গোঃ।— ইতিমধ্যে নহব নে শেষ ?

হাজৰিকা।— নাই আশা।

সঃ গোঃ।— সৰ্ব্বনাশ তেন্তে দেখোঁ !

বৰা।— কিনো বৰ কথা।
সামান্য বাকীৰ বাবে নধৰে জগৰ।

সঃ গোঃ।— বাকী বা কিমান ?

হাজৰিকা।—লাগিব এমাহ আৰু।

( বৰাগীবেশী গদাপাণিৰ প্ৰৱেশ )

গদা।— আশীৰ্ব্বাদ ডাঙ্গৰীয়া,
আৰু সভাসদ !

সঃ গোঃ।— বৰা !

বৰা।— ডাঙ্গৰীয়া !

সঃ গোঃ।— সোধাচোঁ উদ্দেশ্য কিবা।

বৰা।— ভাল ডাঙ্গৰীয়া।
( বৰাগীৰ প্ৰতি ) কিবা অৰ্থে আগমন
বৰাগী বাপুৰ ? কিবা চোৰাঁ সন্নিধান ?

গদা।— বিচাৰোঁ এমুঠি অন্ন,
জিৰণিৰে সতে।

সঃ গোঃ।—চিন্তা নাই তাৰ,
তুৰন্তে যুগুত হব।

গদা।— বিচাৰোঁ জিৰণি
ভালেদিন দীঘলাই।

সঃ গোঃ।—নেদেখোঁ আপত্তি।

গদা।— পিচে, ডাঙৰীয়া!
সকতে বৰাগী ; নিশিকিলোঁ কাম-কাজ।
অকামিলা এবে মই গৃহস্থী-বনত ;
কিমতে শুজিম ধাৰ ? কিন্তু, নিবিচাৰোঁ
পৰমুৰে-খোৱা-বাস।

শইকীয়া।—গৰথীয়া বাব,
শিকিব নলগা বন ;—নিতান্ত নবহে
মন যদি কাম বিনে।

গদা।— যিবা আজ্ঞা হয়।

শইকীয়া।— যোৱাঁ ভুৰৰী লগত।

গদা।— আশীৰ্ছোঁ সবাকো। ( গদাক লৈ ভুৰৰীৰ প্ৰস্থান )

সঃ গোঃ।—পিচে, হাজৰিকা!

হাজৰিকা।—কিবা কয় ডাঙৰীয়া?

সঃ গোঃ।—কৰাঁ আয়োজন
ৰাজাজ্ঞা পালন হেতু।

হাজৰিকা।—অৱশ্যে কৰিব লাগে।

সঃ গোঃ।—আৰু এটা কথা চাবাঁ ;
প্ৰজাৰ অৱস্থা কথা উচিত জ্ঞাপন,
বিবৰি সংক্ষেপে।

হাজৰিকা।—কৰা যাব তাকো।
পিচে, এটা কথা ;—কৰিলানে মন সৰে
বৰাগী জনক ?—সামান্য পুৰুষ বুলি
নুবুজিবাঁ সিজনক ; বেলেগ লক্ষণ,
দেখা যায় পুৰুষৰ,—মহাজন যেন।

বৰা।— স্বৰূপ ধৰিছোঁ তুমি।

শইকীয়া।—ৰজাৰ লক্ষণ।

সঃ গোঃ।—যিবা কি নহোক,

পুৰুষ প্ৰধান তেওঁ। ৰাখিবাঁ যতনে,

কৰিবাঁ সম্মান সৱে; যেনে ভাল পায়

সিদৰে চলিব দিবাঁ। থুলন্তৰ কায়া

দেখি, দয়া-ভক্তি হয়!

বৰা।— মঙ্গল কাৰণ

জানো, শুভ আগমন।

সঃ গোঃ।—শুভাশুভ যিবা হয়

দেখিবা কালত। কিন্তু, এবে ঘাইকাম

ৰাজাজ্ঞা পালন; যিমতে ৰজাৰ মন

তুষ্ট থাকে সদা, নেৰিবাঁ বিধান তাৰ!

যোৱাঁ ঘৰাঘৰি সৱে কৰ্ত্তব্য স্মৰি!

সভা ভঙ্গ এবে। (প্ৰস্থান)



# দ্বিতীয় গৰ্ভাঙ্ক।



## গৰখীয়া-পথাৰ।



১ম, গঃ।—( প্ৰৱেশ ) ইঁয়েৰা ৰাঙ্গলী, ঘুৰি আহ, ঘুৰি আহ, সুঘুৰিলি নে ?—ঘূৰ্ ঘূৰ্। ( লৰি প্ৰস্থান )

২য়, গঃ।—( প্ৰৱেশ ) হেৰৌ, আগছ আগছ। সেই বগা দমৰাটোৰে সাঙ্গোৰ ছিঙ্গি গৈছে। কোন আছ সেইতে, আগছ আগছ।

( লৰি প্ৰস্থান )

৩য়, গঃ।—( প্ৰৱেশ ) সও, সও, বুপাই অ, সও।

( চোপনি দি দি প্ৰস্থান )

৪ৰ্থ, গঃ।—( বিচেষ্টা হৈ প্ৰৱেশ ) হেৰৌ ককাইহঁত, কেনি গলিহঁকঔ! ঔ, গৰু জাকেই ধাননিত উঠিলগৈ ঔ!—দেখিছা এতিয়া, কাৰো মাত পাবলৈ নাই! মই অকলে কি কৰিম এতিয়া!—নাহে থাওক, ময়ো গুচি যাওঁগৈ। নিয়ক, জাককে খেনালৈ, নিয়ক বাপেকে।

( ১ম, ২য়, ৩য়, গৰখীয়াৰ প্ৰৱেশ )

১ম, গঃ।—হেৰ, কি হল অ, ভদাই ? দহোন বৰকৈ ডেডাইছ একা ?

৪ৰ্থ, গঃ।—কি হল, গৰু জাকেই ধাননিত উঠিলগৈ !

২য়, গঃ।—বাৰু, তোক সেইটো দায়ে নেপায় যা।

৩য়, গঃ।—এ, ভদাই, তই ইফালে আহোঁতেই আমি সিফালে ধাননি পালোঁগৈ নহয়। ধাননিত উঠিবলৈ নৌ পাওঁতেই আমি গৰুজাক ঘূৰালোঁগৈ।

৪ৰ্থ, গঃ।—বেচ কৰিলি ককাইহঁত। মই বোলোঁ আজি হে আজি! ইমানকৈ বিঙিয়ালোঁ, তেও ঔ নুবুলিলি নহয়?

২য়, গঃ।—আজি তোক ৰজাই পিঙ্গত দিলেহেঁতেন!

৪ৰ্থ, গঃ।— আমাৰ যে এতিয়া ৰজাও নাই,—ঔ?

১ম, গঃ।—মিছা নহয়। বৰ ভকত ঢুকাবৰপৰা আমাৰ বৰগৰখীয়া এটা নোহোৱা হল; ইং,‑শকতে-আৱতে মানুহটো এনেহে আছিল পায়! ৰজা হওঁতে শুৱাই পৰিছিল। নহয় নে বাৰু?

৪ৰ্থ, গঃ।—ওঁ, তেওঁ থাকোঁতে মই কালৈকো ভয় নকৰিছিলোঁ নহয়।

১ম, গঃ।—বেচ, বেচ, ভাল মনত পৰিছে। তহঁতক কওঁ-কওঁকৈ হে আছিলোঁ। হেৰ, এতিয়া যে গৰখীয়াটো নতুনকৈ লগলাগিছেহি, সেইটো আমাৰ ৰজালৈ কেনে হব?

২য়ঃ গঃ।—বেচ হব। মোৰ মনেৰে হলে বৰভকতত্কৈও শুৱাব।

৩য়, গঃ।—বেচ কৈছ। মোৰ মনে সৈতে মিলি গৈছে।

৪ৰ্থ, গঃ।—বেচ হল, তেনেহলে, তেওঁকে ৰজা পাতোঁগৈ আহহঁক।

কেইওটাই।—আহহঁক। বেচ্ বেচ্।

১ম, গঃ।—এৰা, বালক, তেওঁ গৰুও নাগছে, এনেই কিবাকিবি গুণিগাঁথি বহি হে থাকে। কবলৈকো বেয়া লাগে, নহয় বাৰু?

২য়, গঃ।—নহয়, তেওঁ জপ্ কৰে অ। এতিয়া চাগৈ কদমৰ তলতে বহি আছে। বলহঁক, তালৈকে যাওঁ।

১ম, গঃ।—এৰা, বলহঁক

৪ৰ্থ, গঃ।—হৈঁকাই-তিলিকি-বাওঁ! (কাষলতি বাদ্য) (প্ৰস্থান)



# পট সলনি।



## কদমৰ তল।



গদা।— কি আছিলোঁ, কিবা হলোঁ!
পৰিণাম আৰু কিবা আছে হবলই!
হেলাৰঙ্গে লৰাকাল কটালোঁ সুখত;
সমনীয়া বন্ধুজনে মানিছিল মোক
বীৰবাহু বুলি। বীৰৰ সন্তান মই।
ভাবিছিলোঁ, যৌৱনত পূৰ্ণ হব কাম,—
লভিম ৰণত জয়, সেনাপতি হই;
অন্তৰত উচ্চ আশা পালিছিলোঁ আৰু,
বাঢ়ে যেন ভাৰতত অসম-গৌৰৱ,
বাঢ়ি দিনে পিতৃৰাজ্য,—দূৰ-দূৰণিত—
বাহুবলে মোৰ। কিন্তু হাঁয়, ভাগ্যহীন!
নুপুৰিল আশা, বিপৰীত পালোঁ ফল,—
গৰখীয়া-মেল মাৰি, গৰু ৰাখি খাওঁ;
অকামিলা মই! (মৌন)

(গৰখীয়া দলৰ প্ৰৱেশ)

১ম, গঃ।—অ, ককাই, কি কৰিছা? বোলোঁ, তলৰ মাটি ওপৰ কৰি গুণিছা কি?

গদা ।—এ, এনেই হে বহি আছোঁ ।

২য়, গঃ ।—বেচ ৰজা-বহনেৰে বহিছে দেই ।

গদা ।—এৰা, ৰজা হোৱা হলে জানিবা নথকোঁ । ৰজা হৈ লৰিবলৈ বিচাৰোঁ ।

৩য়, গঃ ।—নহয় দেও, তুমি ৰজা হৈ বহিবৰ হে লায়ক । তোমাক আমি ৰজা পাতি বহুৱাবলৈ হে আহিছোঁ ।

গদা ।—বাৰু বীৰপুৰুষ কেজন ! পুৰুষ কেজনে ৰজা পাতিবও পাৰে ! ইহঁতে কেতিয়াবা ৰজা পাতি পাইছিল হবলা ?

১ম, গঃ ।—কিয়, বৰভকতক আমিয়েই ৰজা পতা নাই যে কি ? তেওঁ মৰিল দেখিছে এতিয়া !

গদা ।—অ, মোৰ বুজাত বেলি হল, গৰখীয়া ৰজা ?

৩য়, গঃ ।—এৰা, আকৌ নো কি ? তাকেতো কৈছোঁ আমি । কিয়, গৰখীয়া-ৰজা জানো ৰজা নহয় ?

গদা ।—হওঁতে হয় । এক ৰকমে বৰ সুখীয়া ৰজা । পিচে—

১ম, গঃ ।—পিচে আৰু পিচে । আমি আজিৰপৰা তোমাক ৰজা পাতিলোঁৱেই যোৱাঁ । আহইঁক, চাপি আহ, আমাৰ ৰজাক মলা পিন্ধাওঁইঁক । ( কেইওটাই মালা পিন্ধায় )

গদা ।—অহ, কি পৱিত্ৰ ভাব !

প্ৰকৃতে কৰিছোঁ বোধ, ৰাজ্য-অভিষেক
প্ৰকৃতি-ৰাজ্যত !

২য়, গঃ ।—তেনেহলে তুমি আজিৰপৰা আমাৰ ৰজা হৈছাঁ ?

গদা ।—ওঁ, ওঁ, হৈছোঁ বাৰু । ৰজা হৈ নো কি কৰিব লাগে ?

১ম, গঃ ।—কি কৰিব লাগে ? আমাৰ ৰাজপাটখন থাব লাগে । বলাঁ এতিয়া, গৰখীয়া-দ'লৰ বৰভেঁটিত বহুৱাই, সবাহ পাতি, তোমাক সঁচাসঁচিকৈ ৰজা পাতোঁগৈ । উঠাঁ, এতিয়া, যাওঁইঁক ।

কেইওটাই।—উঠাঁ আক'। বলাঁ যাওঁ।

গদা।—( লাহেকৈ উঠি ) বাৰু, বলইঁক! ৰজাৰ গা হব নোৱাৰিলোঁ, ছাঁটোকে হৈ চাওঁগৈ!

( কেইওটাই হাত-ধৰাধৰিকৈ হাত-লেজু বান্ধি গদাক মাজত লৈ )

গৰখীয়া গীত।

তাল—খেম্‌টা।

আজি পাতিম তোমাক ৰজা-গৰখীয়া।
বনফুলৰ মালা পিন্ধি হবাঁ তুমি ধুনীয়া॥
ৰৰদ'ল বৰভেঁটি,
দিম তাতে কুশ পাতি;
বিতোপন সিংহাসনে বহিবাঁ যেতিয়া,
বহিম সকলো প্ৰজা আমি গৰখীয়া॥

( প্ৰস্থান )



# তৃতীয় গৰ্ভাঙ্ক।



ফুলনি।

ৰন্তা।— আহা, কিনো বিতোপন
শোভা ফুলনিৰ! ফুলিছে আপোন মনে
গোলাপ, মালতী, যুতী, সেউতী, তগৰ;

বকুল, বন্দুলী, চঁপা, শেৱালী, নাহৰ,
গুটিমালী, জঁাই আৰু মৰুৱা, মধাই,
কেতেকী সইতে সৱে সৌৰভ বিলাই,
কৰিছে আমোল-মোল জগত-সংসাৰ!
—মুগ্ধ যত প্ৰাণী—বিমোহিত নৰ-নাৰী।
প্ৰেমিক প্ৰেমিকা আৰু ভাবত বিভোল!
—জগত নিটাল। (ৰ-লাগি থাকে)
অহ, আৰু কিবা ভাব
খেলিছে হিয়াত! কিবা কৰে মন-প্ৰাণ!
উৰুঙা লাগিছে বুকু, কিবা অভাৱত?
নুবুজোঁ মনৰ গতি, প্ৰাণৰ ভৰসা!
বসন্তৰ মলয়াই ধীৰে ধীৰে ধীৰে
নিছে মন উৰুৱাই, কি জানো কলই!
কান্দিছে পৰাণে সুখে-দুখে পূৰ্ণৰাগে
হিয়াৰ তলিত, আপোন ভাবত মজি।
গুপুত বাসনা, গুপুত যাতনা যিবা
নহয় বেকত! (আকৌ ৰ-লাগে)
হাঁহিছে পদুম পাহী
নিজনি বিলত, সূৰ্য্যৰ জেউতি পাই;—
ঈৰ্ষা কিয় মোৰ?—তদ্ৰূপ মহিমাময়ী
কিবা এটি জ্যোতি পৰিছে হিয়াত আহি;—
আদি ক'ত তাৰ?—অন্তৰে পাইছে ধুকি
আঁতিগুৰি যিবা। কিন্তু হাঁয়, গদাপাণি—
বিৰহী বৰাগী!—বৰাগী কদাপি নোহে

প্ৰেম আকলুৱা। গহীন মূৰতি আহা,
ভাবত গধুৰ, দেখাতে সংসাৰী ভাব
নাই শৰীৰত ; বিৰহ যন্ত্ৰণা আৰু
বিৰিঙ্গে মুখত। কিয় তেন্তে বাঢ়ে আশা,
প্ৰাণৰ ধাউতি অযাচিতে বই যায়
সিজন উদ্দেশ্যে ? অহ, কিনো কম হাঁয়,
অন্তৰ বেদনা !—নীৰৱে বিদৰে হিয়া,
দেখোঁ যেবে মই ম্লান মুখে বীৰবাহু
আত্ম-গোপনত ! (মৌন)

গীত

ইমন বেহাগ—আড়া।

নাই হে নাই উদাস যি প্ৰাণ,
কি আছে তাৰ মোহ-মায়া ॥
ভোগ-তৃষ্ণা, উলাহ বিলাহ,
সকলো হাঁয় মৰুৰ ছাঁয়া।
সংসাৰত থাকে বুলি
নেধাৰে সি প্ৰেম ভুলি,
নেভাবে ক'ত পুত্ৰ-ভাৰ্য্যা
মজে লই আপোন কায়া ॥ (মৌন)

(গদাপাণিৰ প্ৰবেশ)

গদা।— নন্দন কানন প্ৰায়
শোভা ফুলনিৰ ! অপেস্বৰা কণ্ঠ জিনি
কোন সিটি, গাইছিল সুললিত গীত ?—

—দেবী নে মানৱী ? অহ, যেন প্ৰিয়া মোৰ,
প্ৰিয়-বিৰহিনী, স্বৰ্গ হন্তে নামি আহি,
কৰিছে বিহাৰ এই মৰ্ত্ত্য কাননত !
চাওঁ কোন্ প্ৰিয়াৰূপী নাৰী অৱতাৰ,
শোভে সমুখত ? ( ধীৰে ধীৰে আগে বাঢে )
সুপৰিচিতা সখীৰূপ।
কতবাৰ দেখা-শুনা এই ফুলনিত।
কিন্তু, মন-প্ৰাণ ভিতৰি অধীৰ কিয় ?
ছাঁয়া দেখি কায়াভ্ৰম,—দিঠক-সপোন
দেখিছোঁ আগত !

ৰম্ভা।—ইকি ! ভাবিছিলোঁ যাক !
( লাজত তলমূৰ কৰে )

গদা।— ( মনে-মনে ) ভঙ্গীত পৰিছে ধৰা
অন্তৰৰ ভাব ; বুজিছে অন্তৰে মোৰ
আন্তৰিক ব্যথা।
( প্ৰকাশ্যে হাঁহি হাঁহি ) সৰ্ব্বজান বুলি মোক
মানিবা প্ৰত্যেক ; নতুবা ভাবিছা জানি,
আহিম কি মতে ?

ৰম্ভা।— সৰ্ব্বজান সঁচাকৈয়ে !

গদা।— সঁচা হলে হাঁয়,
কিয় এই ছদ্মবেশ !

ৰম্ভা।—নকৰিবা খেদ,
পূৰ্ণ হব মনোৰথ।

গদা।— ৰথশূন্য মন!

নোৱাৰি চলিব এবে হইছে অচল।

কেতিয়া পৰেহি আহি শত্রু আক্রমণ,

গণিছোঁ দিনক্কে তাক দিনে আঁক পাৰি।

ৰস্তা।— চিন্তা নকৰিবাঁ।

চিন্তিম উপায় যিবা,

শক্তি অনুসৰি; পোৱাঁ যাতে ৰক্ষা তুমি।

ৰাখিবাঁ বিশ্বাস মোত।

গদা।— সৰল বিশ্বাস

ৰাখিছোঁ তোমাত জানা।

স্বৰূপ চিনাকি নতু নিদিওঁ কাচিত।

ৰস্তা।—বুজিছোঁ বিশেষ।

ৰাখিবাঁ বিশ্বাস আৰু,

প্রাণপণ সদা মোৰ তোমাৰ গুপুত

উদ্দেশ্য সাধন হেতু।

গদা।—শলাগোঁ অশেষ।

বন্ধু-উপকাৰ বাবে ৰলোঁ চিৰঋণী।

ৰস্তা।—ঈশ্বৰ-ইচ্ছাত

সুদে-মূলে ঋণমুক্ত হোৱাঁ যেন কালে।

যাওঁ এবে, বহুপৰ হল আহিবৰ।

গদা।—ঈশ্বৰ-ভাৰসা মোৰ।

( দুয়ো দুফালে প্রস্থান )

—:—

## চতুৰ্থ গৰ্ভাঙ্ক।



### সন্ধ্যাল গোহাঞিৰ চৰা।



হাজৰিকা।—জানিছে নে ডাঙ্গৰীয়া!
নগৰৰ বাৰ্ত্তা আজি দুই-তিনি মাহ
অহা নাই একো। অহা নাই অদ্যাপিও
ৰাজ-অনুমতি, আহিব লগীয়া বহু
গুৰু বিষয়ৰ।

সঃ গোঃ।—তাতে হে চিন্তিত মযো।
ৰজা, মন্ত্ৰী সবে পিঠি দি লাগিছে জানো
ৰাজকাৰ্য্য লই, স্বাৰ্থসিদ্ধি সাধনত।
শান্তি নাই নগৰত।

বৰা।—কত নো শুনিবা,
হাটে-বাটে-ঘাটে, মাথোঁ
অকাৰ্য্য, অধৰ্ম্ম, আৰু অত্যাচাৰ কথা!

শইকীয়া।—অবাৰত অত্যাচাৰ।
অবাৰত হাঁয়, মহাসতী জয়মতী
পীড়িলে বিস্তৰ! নিতে ন-ন শাস্তি দিলে
পূৰ্ণ পক্ষ দিন, নিঠুৰ পাষণ্ড দলে!

ৰাজলক্ষ্মীসমা সতীয়ে এৰিলে দেহা
পৰিণাম থই।

সঃ গোঃ।—ৰাজলক্ষ্মী স্বৰূপতে
গল ৰাজ্য এৰি। ইন্দ্রবংশী ৰাজকুল
পৰিছে মলিন দিনে সিদিনাৰপৰা।
তথাপি নহল হঁায়, চেতন ৰজাৰ,
চোৰা নাই ঘূৰি, বেৰিছে বিপদে কেনে
ঘোৰ ৰূপ ধৰি!

( দুৱৰীৰ প্ৰৱেশ )

দুৱৰী।—ৰাজদূত দুৱাৰত,
দেউতা-ঈশ্বৰ!

সঃ গোঃ।—আন মাতি।

দুৱৰী।—যিবা আজ্ঞা, দেউতা-ঈশ্বৰ! ( প্ৰস্থান )

হাজৰিকা।—কওঁতেই পালে আহি!

বৰা।—পাবহিয়ে লাগে।

( দূতে সৈতে দুৱৰীৰ পুনঃ প্ৰৱেশ )

দূত।—প্ৰণামোঁ দেউতা মই।

সঃ গোঃ।—কিবা বাৰ্ত্তা দূত!
ৰাজাজ্ঞা আহিছে কিবা?

দূত।—হইছে দেউতা। ( পত্ৰ উলিয়াই দিয়ে )

সঃ গোঃ।—( পত্ৰ পঢ়ি চাই ) ৰাজ-আজ্ঞা শিৰোধাৰ্য্য।
( বৰাৰ প্ৰতি ) দূতৰ বিশ্ৰাম হেতু যুগুত বিধান
কৰাঁ সদ্যহতে।

ৰৰা।—ভাল ডাঙ্গৰীয়া!

তুৰন্তে বিধান হব।

( তুৰৰীৰ প্ৰতি ) দূতৰ শুশ্ৰূষা হেতু,

হব লাগে আয়োজন আলহীশালিত।

তুৰবী।—হব আয়োজন।

( দূতৰ প্ৰতি ) আঁহা দেও! মোৰে সতে।

( দূতক লৈ তুৰৰীৰ প্ৰস্থান )

হাজৰিকা।—কিবা বাৰ্ত্তা ডাঙ্গৰীয়া?

সঃ গোঃ।—বিষম বতৰা!

শইকীয়া।—লিখিছে বা কিবা?

সঃ গোঃ।—( চিন্তাযুত ) লিখিছে শকত কথা।

ৰৰা।—লাগিল জগৰ কিবা?

সঃ গোঃ।—লাগিব জগৰ,

নোৱাৰিলে ৰাজ-আজ্ঞা কৰিব পালন।

নোৱাৰোঁ পঠাব যদি ধৰি গদাপাণি,

বিষম প্ৰমাদ জানা মিলিব আমাৰ।

হাজৰিকা।—কত পাম গদাপাণি?

সঃ গোঃ।—আহিছে ইফালে।

ৰাজাজ্ঞাত আছে লিখা, ইয়াতে কোৱঁৰ

আছেহি লুকাই বুলি। ৰাজসেনা দলে

ধৰিছিল কোৱঁৰক দিখৌ-মুখত;

আহিছিল সেনাপতি, নিজে অস্ত্ৰ ধৰি,

নোৱাৰিলে আটকিব বীৰবাহু গদা।

বিনাশি বিস্তৰ সেনা জাঁপিলে নদত,
সাঁতৰি উঠিলে আহি ব্ৰহ্মপুত্ৰ পাৰ !

শইকীয়া।—ধন্য বীৰ গদাপণি !

বৰা।—ধন্য বীৰবাহু !

হাজৰিকা।—নেযাচিবাঁ ধন্যবাদ,
ৰাজদ্ৰোহী জনে।

সঃ গোঃ।—এৰাঁ বাজে-কথা।
যুগুত উপায় এবে কৰাঁ যুক্তি কৰি,
ৰাজাজ্ঞা পালন হেতু।

বৰা।— অৱশ্যে কৰিম।
ধৰিছোঁ মনতে মোৰ, অনুমানী জন ;
কব লাগে সময়ত।

শইকীয়া।—মিলিব নে মোৰে ?

সঃ গোঃ।—কিবা তৱ অনুমান ?

বৰা।—ডাঙ্গৰীয়া !
লব খোজোঁ বৰাগীৰ নাম।

হাজৰিকা।—নলবাঁ চপাই পাপ,
বৰাগীক বধি। নিৰ্দ্দোষী পুৰুষ দেহি,
ফুৰে নাম গাই ; নিচিন্তে অহিত কাৰো।
—নলবাঁ সি নাম।

সঃ গোঃ।—নোৱাৰি বুজিব।
উচিত বিচাৰ তাৰ হব সময়ত।
বৰাগী যদ্যপি হয় অভিপ্ৰেত জন,
হাতত‍ে ৰইছে বন্দী ; দিব লাগে ধৰি।

নিদিবাঁ হুৰিব আগে আড়ম্বৰ কৰি ;
প্ৰকৃতে সিজন হব পাৰে গদাপাণি।
যোৱাঁ এবে ঘৰাঘৰি, ভাবিবাঁ গুপুতে।
কালিৰ সভাত হব যুগুত আলচ ;
কৰা যাব যিবা হয়।

(সকলোৰে প্ৰস্থান)



# পঞ্চম গৰ্ভাঙ্ক।



## বৰাগীৰ বহা।



গদা।—কিভাৱে যাপিছোঁ দিন,
কিবা হলোঁ আজি! ক'ত মোৰ ৰাজ্যচিন্তা,
ক'ত আজি বৰাগী জীৱন! নাই আজি
ৰাজ-সাজ অস্ত্ৰ-শস্ত্ৰ, বীৰৰ আহিলা ;
সলনিত ধৰিছোঁহি বৰাগী টোকাৰি!
যি বাহু ধাৰণ মোৰ শত্ৰু দলনত,
—গদাঘাত নপৰিলে সুত্ নলাগয়—
সি বাহু বৰ্ত্তিছে আজি, অৱশ শিথিল,
ভিখাৰী জোলোঙা বই! যি হাতে সততে

ঘূৰাওঁ ভীমৰ গদা, মুঠিত লুকাওঁ
ভলুকাৰ গুৰি, সেই হাতে ধৰোঁ আজি
চেকনী এচাৰি ! (মৌন)
অহ, প্ৰাণেশ্বৰী,
প্ৰেমৰ পুতলী মোৰ প্ৰিয়া জয়মতী ;
সংসাৰ বান্ধোন হেতু সোণৰ শিকলি,
গঢ়ি-পিটি বিধাতাই বান্ধিছিল মোক,
সংসাৰত এটি চিত্ৰ ৰাখিবৰ গুণে।—
অকালত ছিঙ্গি নিলে একে বিধাতাই,
মেলি বান্ধ অকালত দাম্পত্য প্ৰেমৰ,
সুদৃঢ় বান্ধোনে যেবে ছিলোঁ বান্ধ খাই।
চিন্ তাৰ মৰা নাই, আছে সাঁচ বান্ধি,
হৃদয়ৰ কেন্দ্ৰ ভেদি কক্ষৰেখা প্ৰায়।
আৰু হাঁয়, কিনো কম, প্ৰিয়া-গুণ-কথা !—
অদম্য বীৰৰ তেজে নচুৱাই মোক,
অকালে অপথে চলাব যেতিয়া ধৰে,
প্ৰশান্ত সাগৰসমা শান্তিময়ী প্ৰিয়া
আছিল সাৰথি মোৰ। আছিল সহায়
মন্ত্ৰণা দানত আৰু। চিন্তিলে যিদিন
বধৰ উপায় মোৰ, লৰা-ৰজাদেৱে,
চিন্তাত বহিল প্ৰিয়া, উদ্ধাৰৰ হেতু।
কিন্তু হাঁয়,—হিয়া মোৰ বিদৰে স্মৰিলে—
মন্ত্ৰণাত আত্মবলি ৰচিলে প্ৰিয়াই,
পতিপ্ৰাণ ৰক্ষাহেতু পতিপ্ৰাণা সতী !

বীৰতেজে বিচক্ষণা, সাধ্বী সতী জয়া,
হাঁহি হাঁহি স্বৰ্গযাত্ৰা কৰিলে মহান্,
তুচ্ছ কৰি পাপীৰ পীড়ন। কিন্তু, ধিক্ !
প্ৰতিজ্ঞা পূৰণ মোৰ নহল অদ্যাপি,
নহল তৰ্পণ আজি পাপীৰ তেজেৰে
প্ৰিয়া-অপমান মোৰ ! (মৌন)
অনাথ সন্তান দুটি
আছে কিবা ভাৱে ! কোনে কৰে পতি আজি
বীৰগৰ্ব্বা জননীৰ বীৰপুত্ৰ দুটি !
সিংহীৰ বিহনে এবে সিংহৰ পোৱালি
অযত্নে মলিন জানো ! অযোগ্য পুৰুষ,
নোৱাৰিলোঁ পতি হই, ৰাখিব জীৱনে
পত্নীৰ গৌৰৱ।—বীৰ-প্ৰসৱিনী প্ৰিয়া,
পুত্ৰ হস্তে জিলিকিব সতীৰ মাহাত্ম্য,
অমৰ বাঞ্ছিত ফল, ৰব মৰতত।
বাঁচি থাকাঁ দুয়ে, জিলিকাবাঁ মাতৃনাম ;
ৰাখিলোঁ যদ্যপি মই কুলত কলঙ্ক,
কাপুৰুষ হই ! (মৌন)
দুৰ্ব্বল চিন্তাৰ এবে নাই প্ৰয়োজন ;
নসহে পৰাণে আৰু কাপুৰুষ ৰীতি,
নোশোভে ই ছদ্মবেশ গদাপাণিলই।
নোৱাৰোঁ ৰাখিব ঢাকি, আত্মগোপনত,
বীৰকাজ, বীৰভাব, আকাঙ্ক্ষা বীৰৰ ;
নাথাকে লুকাই আৰু সঙ্কল্প প্ৰাণৰ ;

নোৱাৰোঁ ভুলিব মোৰ প্ৰকাশ্য প্ৰতিজ্ঞা,
নিৰাশাত উটি ।—এৰিম বৰাগী বেশ ;
তুৰন্তে পশিম গই ৰাজ-নগৰত ।
নিপাতি যতেক শত্ৰু, ভীম আক্ৰমণে,
জিনিম ৰজাক মই ; আৰু যতমানে
জিনি বীৰ সেনাপতি, দেখাম জগতে
আজি বাহুবল মোৰ । ( উত্তেজিত হৈ উঠে ) ।

( ৰম্ভাৱতীৰ প্ৰৱেশ )

ৰম্ভা ।—( এফাঁকি গীত ) "কিবা ৰূপ দেখিলোঁ আজি ।
আজি বৰাগী-বহাত এ ॥" ( দোহাৰে )

গদা ।—ক্ষমা কৰাঁ ৰম্ভা, আজি ;
ৰাপ্ নাই শুনিবৰ মধুৰ সঙ্গীত ।

ৰম্ভা ।—ক্ষেমিবাঁ ই দায় ।
নকৰোঁ আমনি দেৱ, বাজে যদি কাণে
কঠুৱা সুৰত মোৰ !

গদা ।—নুবুজিলাঁ, ভাব হেৰা !
নুবুজিলাঁ, কিয়নো নালাগে ভাল আজি
সুমধুৰ সুৰ, তুমি হেন ৰূপহীৰ,
ইথিনি পৰত !

ৰম্ভা ।—ক্ষমা কৰাঁ অপৰাধ ;
নহল গণিব ক্ষণ আহোঁতে ওলাই ;
—নহল দৈৱজ্ঞ দেখা ।

গদা।—নেৰেপিবাঁ আৰু!
সুস্থধি কাৰণ যিবা আতুৰ ভাবৰ,
কিয় পাতাঁ ৰোষ তুমি?

ৰত্না।—সুধিছোঁ কাৰণ।
কোৱাঁ বাৰু, কিয় আজি হইছাঁ উতলা?
চৰাৰ বিচাৰ কথা শুনিলা নে কিবা?
—কিৰূপে সম্ভেদ্ পালাঁ?

গদা।—চৰাৰ বিচাৰ!
নাজানো একোকে মই, নাপাওঁ সম্ভেদ্।
আজি মোক অন্য ভাবে কৰিছে উতলা।
পৰিছে মনত হেৰা, উজনিৰ কথা;
লাগিছে ধিক্কাৰ আৰু এই জীৱনত,—
অবাবত আছোঁ ধৰি প্ৰাণ। শত ধিক্
জীৱনত মোৰ! ধিক্ মোৰ বীৰ নাম,
ধিক্ মোৰ গুণগান, ধিক্ বাহুবল!
দেখিলোঁ চকুৰে নিজে প্ৰিয়া-অপমান;
গাজিছে সঘনে আহি ভগা হৃদয়ত,
অশেষ দুৰ্গতি জানো অনাথ সন্তানে
লাগিছে ভুঞ্জিব দিনে! প্ৰাণৰ উদ্দেশ্য
পৰিছে মলিন আৰু, আত্ম-গোপনত।
নসহে পৰাণে আজি কাপুৰুষ সাজ,
নোৱাৰি ৰাখিব বান্ধি উত্তাৱল মন।
যাওঁ মই জিনোঁগই—

ৰন্তা ।—নহবাঁ উতলা ।

নেভাঙ্গিবাঁ আত্মবল, বীৰবাহু তুমি ।
স্থিৰ হই যুক্তি কৰা পৰিছে সময় ।
আহিছিলোঁ ময়ো, বিদায় মাগিম বুলি ;—
এৰি এই বহা, যাব লাগে ৰাতিয়েই
স্থানান্তৰে তুমি । নতুবা, পুৱাতে আহি
পাবহি ৰণুৱা, নিবহি আটক কৰি ;
ৰাজাজ্ঞা আহিছে কালি ।—নাযাবাঁ উজাই,
যাব লাগে ভটীয়াই ।

গদা ।—নডৰোঁ ৰণুৱা মই ।

নিপাতিম অকলেই যতেক যুঁজাৰু,
দেখিবাঁ চকুৰে । নেদেখাঁ বৰাগী বেশ
আৰু ই দেহত ।

ৰন্তা ।—স্থিৰ হই কৰাঁ কাম ।

নহলে নিশ্চয় উদ্দেশ্য বিফল তৱ ।
সাজিছে বিস্তৰ সেনা, ৰাজ-আদেশত ;
বাছি বাছি দেউতাই কৰিছে যুগুত ।
শুনিলোঁ মন্ত্ৰণা যত নিজ কাণে আজি ।
শুনা মোৰ কথা এবে, এৰাঁ আন ভাব ;—
ৰজাৰ ৰণুৱা সাজি যোৱাঁহি ওলাই,
নেৰিবাঁ ইবেশ তুমি দৰং সীমাত ;
তোমাকো এজন যাতে জানে সকলোৱে
ৰজা-সেনা বুলি । আনিছোঁ লগত, ধৰাঁ
এই সেনাসাজ । ( সাজ প্ৰদান )

গদা—শলাগোঁ তোমাক।

কিন্তু, ৰম্ভা! কিবা দিম যোগ্য পুৰস্কাৰ;

নাই মোৰ দিবলই!

ৰম্ভা।—আছে পাবলই।

সাধিম যেতিয়া হয়, এই ঋণ মোৰ।

ৰাখিবা মনত মাথোঁ, কাৰ্য্যসিদ্ধি পাচে,

এটিবাৰ দাসীলই।

গদা।—নুভুলোঁ জীৱনে

তৱ উপকাৰ কথা। পাৰোঁ যেন হব

ঋণমুক্ত সময়ত।

ৰম্ভা।—অনতিপলমে

যোৱাঁ এবে, সদ্যহতে ভাটীমুখে;

যত্নৰ উচিত ৰত্ন মিলিব কালত।

গদা।—যাওঁ বাৰু, সদ্যহতে

গুৱাহাটীফালে, যুগুত ব্যৱস্থা হেতু!

—আহোঁ হে এতিয়া।

(প্ৰস্থান)

ৰম্ভা।— (গীত)

ভৈৰবী—কাওৱালী।

পাৰোঁতে নো দিওঁ আহি আপুনি বিদায়।

পুলিতে প্ৰেমৰ পুলি ঢাকনী গুচাই॥

নেভাবিবাঁ প্ৰিয়ধন, কন্দা নাই মোৰ মন,

নিবিদৰে বুলি হিয়া, হিয়া হেৰুৱাই।

বাঁচি থাকাঁ তুমি মোৰ, নপৰে ই আশা ওৰ,
সম্পদে লবহি লগ গুচিলে অপায়।
ভাল পাবাঁ বুলি হাঁয়, ভালপোৱা দিয়া নাই,
যোৱাঁ তুমি, ৰব মোৰ ছবিটি সহায়॥

(মৌন)

ৰম্ভা—যাওঁ হাঁয়, পৰোঁগই
অশান্তি পাটীত।

(প্ৰস্থান)



# ষষ্ঠ গৰ্ভাঙ্ক।



## সলাল গোহাঞিৰ চৰা।



সঃ গোঃ।—সৰ্ব্বনাশ হাজৰিকা!
অবাবত আমাসাৰ মিলিল বিপদ।
পঠিওৱা সেনাদল আহিল উলটি,
নেপালে বহাত, নেপালে বিচাৰি কতো
ভণ্ড বৰাগীক। পালে সি সন্ধেদ্ কিবা;
পলাল ৰাতিয়ে, এৰি বৰাগী-টোকাৰি,
ভণ্ডামীৰ জোলোঙা সমল। ভুল নাই,
সিয়ে গদাপাণি। নিজ দোষে হেৰুৱালোঁ
ধৰা দিয়া দোষী। ই কথা প্ৰচাৰ হলে,

শুদাই আমাক এৰিব নে স্বৰ্গদেৱে,
নেভাঙ্গি বিষয়া ?

হাজৰিকা।—মাত নাই ডাঙ্গৰীয়া !
নেকান্দো বিষয় লই, এৰে যদি প্ৰাণে।
জানি শুনি বন্দী এৰা, গুৰু অপৰাধ
এৰাম কিমতে ? একেই অগনিপ্ৰায়
জ্বলি আছে ৰজা।

শইকীয়া।—আচৰিত কথা কিন্তু,
কিমতে সম্ভেদ্ বাৰু পালে বৰাগীয়ে ?
সিদিনা গুপুতে মেল আমি চাৰি জনে
পাতিছিলোঁ নীৰলত ; শুনা নাই আনে
বৰাগীৰ নাম লোৱা আমি। সৰ্ব্বজান
তেনেহলে বৰাগী ভকত ?—কোৱা নাই
কেৱে যদি তাক।

বৰা।— আমাৰে কোনোবা জনে
কিবা জানি পাতিছিলাঁ কথা ? শুনি তাকে
কোনো জনে কৰিলে প্ৰচাৰ ? হব পাৰে ;—
ভাবি চোৱাঁ তিনে।

সঃ গোঃ।—ভাবিবৰ কাম নাই।
ভাবাঁ এবে কিনোমতে পাওঁ পৰিত্ৰাণ।
দূতৰ হাতত কি বুলি বাতৰি দিওঁ
স্বৰ্গদেৱলই ?

বৰা।— নহয় শকত কথা।
দিয়া হোক সম্বিধান, "নেপালোঁ বিচাৰি,

নেপাওঁ সন্ধান কতো এই অঞ্চলত,
নাই গদাপাণি।”

হাজৰিকা।—তথাপি নেৰাব দায়।
সেয়ে যদি সন্নিধান, লুকাবাঁ কিমতে
বৰাগীৰ কথা ?

শইকীয়া।—স্বৰূপ ধৰিছা তুমি।
ৰাজ্য জুৰি হুলস্থূল লাগি গৈছে আজি,
ঘৰে-পৰে বাটে-ঘাটে বৰাগীৰ কথা ;—
সূৰ্য্যৰ মুখত কোনে শোপা দিব পাৰে ?
বতাহে বাতৰি নি যোগাব ৰজাক ;
জনৰৱ তুলি।

সঃ গোঃ।—বাঢ়িব জঞ্জাল আৰু।

শইকীয়া।—বাঢ়িব নিশ্চয়।

(সকলোটি চিন্তাযুত)

হাজৰিকা।—পৰিছে মনত মোৰ
আৰু এটি কথা। শুনিছিলোঁ নিজগত,
ৰন্তা আইদেৱে আমাৰ গৃহিণী সতে
পাতিছিল কথা ; বৰাগী বাতৰি কিবা
জানেবা সিদ্ধয়ে ?

সঃ গোঃ।—কি জানিব হেৰা !

হাজৰিকা।—বৰাগীয়ে বীৰসাজে,
উজাই গইছেগই নগৰৰ মুখে।
সিংহাসন লক্ষ্য কৰি, উন্মাদৰ দৰে,
উলটিছে মহাৰঙ্গে ৰাতি। হব পাৰে

সেয়ে গদাপাণি। ভাবনাৰ তেনেহলে
নেদেখোঁ কাৰণ।

সঃ গোঃ।—নেভাবি থাকিব পাৰি,
ঘূৰি গদাপাণি স্বৰূপ গইছে যদি
নগৰৰ মুখে।

হাজৰিকা।—আৰু এটা কথা কওঁ।
আমাৰ জনাব লাগে স্বৰ্গদেৱলই,
গদাই উজাই যোৱা, নগৰ খিয়াই ;
ভাটী ফালে সেনাদল নাই প্ৰয়োজন,
নগৰ ৰক্ষাৰ হেতু নিয়োক চপাই।
কিবা জানি গদাপাণি সসৈন্যে সোমাই
আক্ৰমিব সিংহাসন। আমাৰ সেনাই
এৰিছে সীমাত থই, থাকিব আগছি।
তুষ্ট হব স্বৰ্গদেৱ এনে মন্ত্ৰণাত,
নধৰিব দায়।

বৰা।— শলাগিছোঁ হাজৰিকা!

সঃ গোঃ।—নহলে উপায়
নাছিল আমাৰ আৰু!
এবাঁ এবে আন কথা ; বিহিত বিধানে
যাব লাগে নিবেদন দূতৰ হাতত ;—
তিনে বহি যুক্তি কৰি, লিখিবাঁহি কালি।
উঠা হোক আজিলই, যোৱা ঘৰাঘৰি।

(সকলোৰে প্ৰস্থান)



# সপ্তম গৰ্ভাঙ্ক।



## ৰাজ-আলি।



১ম, হাটকুৰা।—মাৰেও মাৰক, তাৰ পৰিণামে, ওঁ, কাটেও কাটক। সেই বুলি ওৱাজ্বিপ কথা, তাৰ পৰিণামে, নকৈ পাৰোঁ নে?

২য়, হাটকুৰা।—এৰা বেচ কৈছ। মাৰিব-কাটিবলৈ নো আৰু কি বাকী থৈছে। একেঘাপে কাটি, মাৰি পেলালেও ভাল আকৌ!

১ম, হাঃ।—সঁচা মোৰ ককাইটি! কটাতকৈ, তাৰ পৰিণামে, ৰেপাটো হে টান। তাৰ পৰিণামে, নহয় জানো?

২য়, হাঃ।—নকবি আৰু মোৰ কুটুম! আজিকালি আৰু ৰজা-মন্ত্ৰীৰ মনৰ বান্ধ নাইকিয়া হল।

১ম, হাঃ।—এই দৰে হলে, তাৰ পৰিণামে, দেশ উছন যাব লগা হল! উঃ, তাৰ পৰিণামে, এনে অইনাই!

২য়, হাঃ।—নেদেখিছ, সিদিনাখনৰ কথা; কিমান অইনাই কামটো কৰিলে। এনাজগৰত সেই দেবীযেন কুঁৱৰী আইদেউ গৰাকীক লেলাত ভুঞ্জাই মাৰিলে বুপাই!

১ম, হাঃ।—তাৰ পিচত নো, তাৰ পৰিণামে, ৰজাই কি সৰু পাপবোৰ কৰিছে? গদা কোৱঁৰক, তাৰ পৰিণামে, বিচাৰি নেপাই, তাৰ পৰিণামে, নিচলা প্ৰজাৰ ওপৰত খং সাৰিছে? উঃ, বাচ-বিচাৰ নাই, তাৰ পৰিণামে, ধৰ আৰু মাৰ! এনে অইনাই কথা, তাৰ পৰিণামে, দেখা নাই বুপাও!

২য়, হাঃ।—এৰা, নকবি আৰু বুপাই, ৰজাই মুঠে শাস্তিকেহে জানিছে।

১ম, হাঃ!—ইয়াৰ এটা উপায় নহলে, তাৰ পৰিণামে, দেশান্তৰী হে হব লগা হল। কেনেকৈ, তাৰ পৰিণামে, পৰবৰ্ত্তিবি ইয়াত?

২য়, হাঃ।—ইয়াৰ উপায় আৰু কোনে কৰিব! ইস্পৰে ৰইথা কৰিলে হে কৰা। নহলে, নিগমে মৰিলোঁহঁক!

১ম, হাঃ।—অঃ, তাৰ পৰিণামে, কিবা এটা নহব বুলিছ নে? ইয়াৰ বাতৰি, তাৰ পৰিণামে, গুৱাহাটী পাইছেগৈ হেনো। বৰগোহাঞি ডাঙৰীয়াই বোলে, তাৰ পৰিণামে, সিফালে কিবা ফন্দী পাতিছে। এতিয়া ভাটীৰপৰা, তাৰ পৰিণামে, বৰফুকন ডাঙৰীয়াই বল দিলেই হয়। নকবি কাৰো আগত, তাৰ পৰিণামে, এইবোৰ কথা। কলে মৰিবি, তাৰ পৰিণামে, আপোনা-আপুনি।

২য়, হাঃ।—সিফালৰপৰা যদি কিবা এটা হয়, মই হলে পোনেই লগ লাগিমগৈ; যি থাকে কপালত। এনেও মৰিম, তেনেও মৰিম!

১ম, হাঃ।—হেৰ, থ, থ। আমাৰ ফালে, তাৰ পৰিণামে, তেনে সাহ-পিতৰ মানুহ নাই। দেখিলেহে লেখিবি, তাৰ পৰিণামে, বোলে সেই গেন্ধেলাটোৱে কি কৈছিল।

২য়, হাঃ।—এৰা সাহ হলেও পিত. নাই। গদা কোঁৱৰৰ নিচিনা মতা থাকিলহেঁতেন যদি, তেহে। তেওঁৰ দৰে আৰু দুটামান হোৱা হলেই হৈছিল।

১ম, হাঃ।—বেচ কৈছ। সেইটো হলে, তাৰ পৰিণামে, মানোঁ। এনে জন পুৰুষ, তাৰ পৰিণামে, নহব-সুপজিব বুপাই! গদা যি, তাৰ পৰিণামে, গদা হে হয়। বৰহমপুত্ৰথন বোলে, তাৰ পৰিণামে, সাঁতৰি পাৰ হল। শুনি বিস্ময়!

২য়, হাঃ।—সেই হে কওঁ, বোলোঁ গদা কোঁৱৰৰ দৰে এজন ওলালে পিচত লৰি চাব পাৰোঁহঁক।

১ম, হাঃ।—হেৰ, তাৰ পৰিণামে, বলিয়া নহবিচোন। মুখ চম্ভালি, তাৰ পৰিণামে, কথা কবিচোন। ইমানেও, তাৰ পৰিণামে, আটিছে। কেনেবাকৈ ইয়াৰ শুংহে পাব লাগিব, তাৰ পৰিণামে, হালে-হালে সাঙ্গুৰিব বুলি নেজান হবলা?

২য়, হাঃ।—এৰা, সিজনীয়েও এইবোৰ উলিয়াবলৈ বধা কৰে পায়! পিচে, ফটা মুখ, কি কৰিবি! (চমক্ খাই উঠি) ভাইটি ঐ, এতিয়াহে মৰিলোঁ!

(এজন চোৰাংচোৰাৰ প্ৰৱেশ)

চোঃ চোঃ।—এই দুটাই ইয়াত কি কৰিছে? কি কথা পাতিছিলি তহঁতে? ক, সঁচা কবি।

২য়, হাঃ।—ককাইটি হেৰেই! ই হে, ই হে। মই মুখ লৰোৱাই নাই। ই হে ঘত্‌কুটৰ খাই।

১ম, হাঃ।—মই হলে, তাৰ পৰিণামে, আগেতে কৈছিলোঁ, বোলোঁ, তাৰ পৰিণামে, ৰজাক চৰ্চ্চিব নেপায়। ৰজাৰ হৈ, তাৰ পৰিণামে, বাৰ-ছালেও শুনে। এতিয়া, তাৰ পৰিণামে, পৰ্মাণ পালি?

চোঃ চোঃ।—ইহঁতে কয় কি! অ, বুজিলোঁ, তহঁতে ৰজাৰ বিপক্ষে কিবা মন্ত্ৰণা কৰিছিলি?

১ম, হাঃ।—মই হলে, তাৰ পৰিণামে, কও বুলি একো কোৱা নাই দেও! মই, তাৰ পৰিণামে, সৰ্ব্বজেওৰ কালেহে কৈছিলোঁ।

চোঃ চোঃ।—অ, বুজিলোঁ, ইহঁত ৰাজদ্ৰোহী। বল, তহঁতক ৰজাৰ আগত দিবলৈ লাগে।

২য়, হাঃ।—বাব আগে যাও। মই হলে একো কথা নাই, বোপাই! মুঠেই—

১ম, হাঃ।—সি হে, তাৰ পৰিণামে, ষত্‌কূটৰ ঘাই। ভাল মাৰিলি, তাৰ পৰিণামে, ৰৰহমৰধি! তই যে মৰিলিয়েই, তাৰ পৰিণামে, মোকো মাৰিলি, তাৰ পৰিণামে, অধৰমী!

চোঃ চোঃ।—( ১ম হাটকৰাক গতিয়াই-ভুকুৱাই ) কটাবন্দী, কি কেপ্‌-কেপাই থাক। যাবলৈ কৈছোঁ, বল। ইয়াতে ধাতু উৰাম চাবি!

১ম, হাঃ।—ইয়াতে মাৰি পেলালেও, তাৰ পৰিণামে, ভাল আছে ককাই! জীয়াজুইত পৰি আৰু, তাৰ পৰিণামে, জীম বুলি ভাবিছোঁ নে!

২য়, হাঃ।—কপালত যি হব লগা আছে, হব। মই হলে আগ হৈছোঁ। আহ, ককাই, আহ।

চোঃ চোঃ।—( ১ম, হাটকৰাক গতা মাৰি ) এইটোৱে নো ভেবা লাগি কৰিছে কি? আগ, নাবাঢ় কিয়?

১ম, হাঃ।—যাওঁ যাওঁ, তাৰ পৰিণামে, ককাইটি হেৰেই, যাওঁ। তইঁতৰ আলেখ-লেখ হে, তাৰ পৰিণামে, চাইছোঁ।

চোঃ চোঃ।—বাৰু, নেলাগে লোকৰ আলেখলেখ চাব। গতাত মূৰ নৌ ছিঙোতেই আগ বাঢ়।

২য়, হাটকৰা।—এৰা, ৰজাৰ হুকুম বুলিলে আৰু কৰ লাগিছে নে? আহ, ভাইটি আহ, যি কৰে ঈশ্বৰে!

চোঃ চোঃ।—বল আজি, বাপেৰে, দুইকো পিঙ্গত দিয়ামগৈ। কটাইঁত! ত্ৰিশূলৰ ওপৰত নাচিছিলি!

( সকলোৱে প্ৰস্থান )



# অষ্টম গৰ্ভাঙ্ক।



**ৰজাৰ চৰা।**



বুঃ গোঃ।—নাই গদাপাণি !
হোৱা নাই এই পাৰ।
ৰজা।— সলাল গোহাঁয়ে
তেন্তে মিছা বাৰ্ত্তা দিলে ? তাৰে কথামতে
অনালোঁ চপাই যত ৰাজসেনা দল,
ভাটীভাগ একুৱাই !
বুঃ গোঃ।—পৰিছে ভ্ৰমত।
সুবুজিলে সিজনাই ফাঁকতি গদাৰ।
আমিও সুগুণি আগ, অনালোঁ চপাই
ততালিকে সেনাদল। সেই সুযোগতে
ভটিয়ালে গদাপাণি !
ৰজা।— কি কৰোঁ এতিয়া ?
বুঃ গোঃ।—লাগিব কৰিব এটা।
ৰজা।— হল চিন্তা ঘূৰি।
বুঃ গোঃ।—চিন্তাৰ নপৰে ওৰ।
তথাপি ভাবিছোঁ, ভয়ৰ কাৰণ নাই ;—
ভাটীমুখে নিৰ্ব্বিবাদে নাই তাৰ গতি।
জনাম সকলো কথা বৰফুকনক,

নোৱাৰে সাৰিব যাতে, কোনোপাৰে গদা,
গুৱাহাটী এৰি।

ৰজা।— কৰাঁ যিবা দেখা ভাল।
পাৰ লাগে বাৰ্ত্তা গই ফুকনৰ কাষ,
নহওঁতে গদাপাণি গুৱাহাটী পাৰ।
নতুবা, বিফল সকলো প্ৰয়াস তৰ,
বাঢ়িব বিপদ।

বুঃ গোঃ।—অনতিপলমে
স্থলপথে লৰুৰাম চেৰাৰী কটকী;
যাব আজি ৰাতিয়েই।

ৰজা।— অনতিপলম,
অনতিপলম, যোৱাঁ, যোৱাঁ এতিয়াই;
যোৱাঁ, শুভস্য শীঘ্ৰম্।

বুঃ গোঃ।—আহোঁ স্বৰ্গদেৱ!
নহব চিন্তিত অত।

(প্ৰস্থান)

(বন্দীপালৰ প্ৰৱেশ)

বন্দীপাল।—(আঁঠু লৈ) স্বৰ্গদেৱ!
অনা হল ৰাজদ্ৰোহী দল।
নিজানত বন্দী কৰি ৰাখিছোঁ সৱাক।

ৰজা।— কাৰো নাক, কাৰো কাণ,
কাৰো চকু, কাৰো ঘিলা কাঢ়িবি তুৰন্তে।
আজ্ঞা হল মোৰ।

বন্দীপাল।—যিবা আজ্ঞা স্বৰ্গদেৱ!

(প্ৰস্থান)

ৰজা।— লাগিছে বিষম!
নেপাওঁ আশ্বাস কতো; ঘোৰ অবিশ্বাসে
ছাতিছেহি মন-প্ৰাণ! নুবুজোঁ আপুনি,
কিবা ভাবোঁ, কৰোঁ কিবা। শত্ৰু-মিত্ৰ জ্ঞান
নাই মোৰ হৃদয়ত আৰু; দেখোঁ এবে
সৱে শত্ৰু, সৱে মিত্ৰ। নোৱাৰোঁ চিনিব
প্ৰকৃত সুজন কোন্!

—:***:—

অঙ্কপাত

—:***:—

# ৩। অঙ্ক।



## প্ৰথম গৰ্ভাঙ্ক।



### গুৱাহাটী—পোহাৰী-টোল।



লুকী গাবোৰনীৰ পোহাৰ-ঘৰ।

লুকী।—অ, তুহ্ না বয়া পাইছুৰাঁ? এনুকে মন বয়া কৰি থাকা কিয়া? কিনো ভাব্ছুৰাঁ?

গদা।—বেয়া নেপাবি। মই একো বেয়া পোৱা নাই। আন কিবা কথাহে ভাবোঁ।

লুকী।—অ, কিহক লাগি নো ভাবাহ্? মুই তুহ্নাক দুখ দিছুংনা কি? হেঁইগিলাখান ভাল নাপাং দে।

গদা।—তই মোক কি দুখ দিবি, মই হে তোক দুখ দিছোঁ। কিমান দিন নো এই দৰে বহি থাম তাকে গুণিছোঁ।

লুকী।—অঃ, মুক নো কি দুখ দিছুৰা হা? মুই কুনু দুখ নাপাং দে। তুহ্নাক মোৰ বৰ মৰাম লাগে।

গদা।—এৰা, মৰম যে কৰ সেইটো বুজিছোঁ। কিন্তু, মোক সদাই পুহিবলৈ নো তই কৰ পাবি?

লুকী।—অঃ, মুৰ নহলি, মাগি আনি খুৱাম দে। ডাঙ্গৰীনী গিলাখান মুক বৰ মৰাম কৰে, ওঁ।

গদা।—( মনতে ) শলাগোঁ আজলী তোক !

শলাগোঁ অশেষ, কোমল হিয়াৰ ভাব,

—অবলা ধৰম !

লুকী।—আৰু কবাৰ নাই হব ? ইছান তুহ্‌নাক মাত্‌বা নোবা কৰ্‌লুং দে।

গদা।—সঁচা, মাত্তিব নোৱাৰাত হে পৰিলোঁ। বাৰু, কচোন, তোক নো কোন্ ডাঙ্গৰীয়ানীয়ে মৰম কৰে ?

লুকী।—কিয়া, আমৰ ফুকান ডাঙ্গৰীনী মৰাম কৰে। মুকে হলি ভিতাৰ লাগি যাবা দেয় নহয় ; আৰু কেমান কথা হুদিবা ধৰে !

গদা।—বাৰু, কিনো সোধে ? মোৰ কথা কেতিয়াবা ওলাইছিল নে ? ওলালে কিবা সোধে নে ?

লুকী।—উঁ, উলাইছি দে, তুহ্‌না কথাও উলাইছি। তুহ্‌নাৰ চব গিলাখান কথা মুই কৈছুং। অ, আক্ দিন তুহ্‌নাক নিবা দিছি।

গদা।—তই পিচে কি কলি ?

লুকী।—অ, মুই নিম বুল্‌ছুং ?

গদা।—পিচে, তেওঁ কি কলে ?

লুকী।—কালি-পৰ্হীতে নিবা দিছি।

গদা।—ডাঙ্গৰীয়াৰ ভিতৰলৈ মতা মানুহ যাব দিয়ে জানো ?

লুকী।—মুনিহ মানুহ যাবা নেদেয়। তুহ্‌নাক লুকাই নিবা দিছি।

গদা।—কেনেকৈ নো লুকাই নিবি ?

লুকী।—বাৰু, তেন্‌কি হলি, ফিৰ্‌কা দিন্‌তে হুদিবা লাগে।

গদা।—নহয়, কাইলৈকে যা।

লুকী।—বুজ্‌ছেঁা দে, কালি হুদিবা যাবা লাগে ? এই ছান মুই তুহ্‌না লাগি ভাত ৰান্ধিবা যাং। তুহ্‌না ককো নায়্‌বি জিয়া ?

গদা।—কলৈ নো যাম। ইয়াতে ইফাল-সিফালকৈ থাকিম। বাক, যা!

(লুকীৰ প্ৰস্থান)

গদা।—চেনেহৰ বাইদেও

আছে ওচৰতে। দেখোঁ যদি কিবা হয়।
দেখা পালে জানো, কৰিব ভ্ৰাতৃক দয়া
সঙ্কটৰ বেলা, পুৰোঁ যদি দেখা দিব
অতি গুপ্তভাৱে, ভিনীহিৰ অজ্ঞাতত।
নতুবা সিজনে নেৰিব নিৰ্ব্বিঘ্নে মোক
পাহৰি কৰ্ত্তব্য। সাধাৰণ লোক তেওঁ
নোহে জানোঁ মই;—ৰাজকাৰ্য্য সাধনত
সদা প্ৰাণপণ।

(প্ৰস্থান)



# দ্বিতীয় গৰ্ভাঙ্ক।



## বৰফুকনৰ চৰা।



বঃ ফুঃ।—(অহ,) কতজনা স্বৰ্গদেৱ

গল পাৰ হই; এনে অত্যাচাৰ কথা
শুনা নাই আগে'। অলপতে কেইজনা
যোগ্য স্বৰ্গদেৱ অবাবত কটা গল;
তথাপি নাছিল এনে প্ৰজা-হাহাকাৰ,
প্ৰজা পীড়নত কেঁৰে দিয়া নাই মন।

ইতিপূৰ্ব্বে কত যশৰাশি অসমৰ
গাইছিল সভ্যজাতি দেশ-বিদেশত ।—
শাসনত অসমৰ নাছিল সমান,
যশস্যাত অসমৰ ভাৰতত নাম,
মানে-গুণে লভিছিল প্ৰথমত স্থান ।
ইহেন অসম আজি যায় ৰসাতলে !
প্ৰজাৰ দুৰ্গতি শুনি ফাটি যায় হিয়া !
নিতকে নতুন, বিষম বাতৰি আৰু
শুনিম কিমান !

পাঃ ফুঃ ।—কিনো কম ডাঙৰীয়া !
শুনা নাই আগে' প্ৰজাৰ দুৰ্গতি এনে ;
নাছিল অশান্তি । বিপদ বাতৰি আৰু
বাঢ়িছে দিনকে ;—উজনিত অশান্তিৰ
নাই পাৰাপাৰ !

বিষয়া ।—নোদোষোঁ ৰজাক ।
সৰ্ব্বদোষ ভাগী তেওঁ নহয় নিশ্চয় ;
মন্ত্ৰীৰ মন্ত্ৰণা জানা মূল কাৰণত ।
অস্ত্ৰ মাথোঁ ৰজা আজি ; কাটিছে অপৰে
যিৰূপে পাইছে চল ।

বঃ ফুঃ ।—ধ্ৰুবসত্য কথা ।
তাতেহে বাজিছে ব্যথা হৃদয়ত মোৰ ।
এক মন্ত্ৰী ৰাজ্যৰ ঈশ্বৰ ! কেনে কথা !
ভাবি চোৱা বাৰু ।—তাতে ঘোৰ অত্যাচাৰ !
অন্যায় অধৰ্ম্ম একো নাই বিচাৰত,

পীড়িছে প্ৰজাক মাথোঁ! ইহেন উৎপাত
নোৱাৰি সহিব আৰু।

পাঃ ফুঃ।—নোৱাৰি সহিব।
প্ৰজাৰ বলত ৰজা; প্ৰজা অবিহনে,
অৰ্থশূন্য ৰজা নাম। সেই প্ৰজা প্ৰতি
অসহন অত্যাচাৰ! আপোনাৰ গাত
আপুনি আঘাতি মৰে!

বঃ ফুঃ।—বিষম বিষাদ
লাগিছে প্ৰাণত হাঁয়, সিৰে সিৰে আজি
উতলি উঠিছে তেজ। নোৱাৰোঁ যদিহে
সাধিব প্ৰজাৰ হিত, সঙ্কটৰ বেলা,
কিয় আমি ৰাজকাৰ্য্য লইছোঁ হাঁতত?
—কিহৰ বিষয়া আমি!

বিষয়া।—ময়ো কওঁ তাকে।
নোৱাৰোঁ গুচাব যদি প্ৰজাৰ দুৰ্গতি,
অনৰ্থক এই বাব নেলাগে আমাক;
নলওঁ বিষয়া নাম!

পাঃ ফুঃ।—মিলিছে সবাৰো মত
উচিত কথাত। অৰাজক অত্যাচাৰ,
বাঢ়ে যদি দিনে, ৰাজকৰ্ম্মচাৰী হই
কিবা ফলোদয়!

বিষয়া—চিন্তা এবে সদুপায়,
কিৰূপে খণ্ডাব পাৰি এদুৰ্ব্বা অপায়।
নিষ্কলঙ্ক সিংহাসন ইন্দ্ৰ-খণ্ডহৰ,

কিমতে উদ্ধাৰ হয় দুৰ্গামৰপৰা,
চিন্তা সকলোৰে।

বঃ ফুঃ।—চিন্তৰিছোঁ বিস্তৰ হেৰা!
ইন্দ্ৰবংশী ৰাজকুল, আজি পৃথিবীত,
তল গল দুৰ্ণামত! লাগিছে তবধ
জানো, স্বৰ্গত দেৱতা, দেখি মৰতত
মানৱৰ অনুচিত কাজ;—দেখি আৰু,
মহাসতী জয়মতী পীড়নৰ দশা!
শাপিছে দিনকে জানো, সতীকুলে হাঁয়,
ই ৰাজ্যৰ পতনৰ হেতু। নাই আজি
ৰাজলক্ষ্মী অসমৰ; ত্যেজিছে দেবীয়ে।
ত্যেজিল সতীয়ে যেই! বাজিছে হিয়াত
দেৱতা আদেশ বাণী,—নাই দোষ মোৰ।
কৰ্ত্তব্য পালন হেতু হলোঁ প্ৰতিশ্ৰুত.
—নডৰাওঁ কাকো। (দুৱৰীৰ প্ৰৱেশ)

দুৱৰী।—ৰাজদূত উপস্থিত,
দেউতা-ঈশ্বৰ!

বঃ ফুঃ।—ক্ষন্তেক পলমে দেখা।
শুশ্ৰূষাৰে ৰখা হোক আলহী টোলত।

দূত।— ভাল, দেউতা-ঈশ্বৰ! (প্ৰস্থান)

বিষয়া।— এবেঁা আজিলই।
নাপায় সম্ভেদ্ যেন অহা-ৰাজদূতে
আজিৰ মন্ত্ৰণা কথা। (সকলোৰে প্ৰস্থান)

## তৃতীয় গৰ্ভাঙ্ক।

ফুকননীৰ বুলনী।

—o—

লুকী।—( প্ৰৱেশ ) অ, আইচু দৌতা! মই লুকী আহিচুং। লাগ পাম না?

ভিতৰৰপৰা।—ওঁ, লাগাল পাবি দে। আইচু-দেউতা অলাই যাবা লাগ্‌ছি। অ, তুহ্‌নাক কাঠীতি বহিবা দিছি।

লুকী।— অ-অ, বহিচুং দে। ( বহে )

( ফুকননীৰ প্ৰৱেশ )

ফুকননী।—অ, লুকী আহিছ?

লুকী।— ওঁ, আহিচুং দিয়া। তুহ্‌না আহিবা দিছি, আহিচুং।

ফুকননী।—ভাল কৰিলি। ক'তা, তই সিদিনা আনিম বোলা মানুহটো? নাহিল দেখোন?

লুকী।— অ, আহিবা লাগি হেঁই লাজ কৰ্‌ছি। দেখাপালি দৌতা বয়া বল্‌বা বুলি।

ফুকননী।—নেদেখাকৈ আনিব নোৱাৰিলি?

লুকী।— উঃ, নেদ্‌খা কৰি কেন্‌কে আন্‌বা? অ, হেঁইটো বৰ ডাঙ্গৰ মুনিহ। লুকাবা নৰি।

ফুকননী।—হেৰ বেটী, তোতকৈ ডাঙ্গৰ বুলি মহো জানিছোঁ। তোৰ গাৰ আৰত লুকাই আনিবলৈ কোৱা নাই।

লুকী।— হাবৈ, বৰডাঙ্গাৰ! হেনে মুনিহ ইবাগি দেখ্‌ৱা লাগি নাই! বৰ চৰা, বৰ মোটা! তাহ্‌না হাত গিলা ভৰি গিলা বৰ ডাঙ্গাৰ ডাঙ্গাৰ!

ফুকননী।—মানুহটো দেখিবলৈ কেনে?

লুকী।— অঃ, বৰ ৰূপাহ, দেখ্‌বা লাগি বৰ সুন্দাৰ। অ, গোটাই বেলি হেন ৰাঙা। ৰাজাৰ কোঙাৰ হেন দেখি।

ফুকননী।—সি এতিয়া কি কৰে? কেনেকৈ থাকে?

লুকী।— ভাবি-ভাবিকিনে বহি থাকে। হৰাহ কথা নাকয়।

ফুকননী।—খায় কেনে?

লুকী।— উঃ! খাৱাত হলি কম্‌তি নাই। পাঁচটা মুনিহাক লাগি ৰান্ধা ভাত আক্‌লা খায়, বাপাঐ!

ফুকননী।—( মনে-মনে ) বাকী নাই বুজিবৰ।
দুৰ্ভগীয়া ভ্ৰাতৃ মোৰ, বীৰ গদাপাণি
চাপিছেহি কাষ দেহি! গুপুত উদ্দেশ্যে
ছদ্মবেশ ধৰি, ভ্ৰমিছেহি বাছা মোৰ,
বিচাৰি উপায়!

লুকী।— অ, কিনো ভাব্‌চ্ছুৱাঁ আইচু?

ফুকননী।—ভাবিছোঁ কি, কাইলৈ তাক মই লুকুৱাই অনাম। তইঁত ঠিক হৈ থাকিবি। আৰু, কাৰো আগত এইবোৰ কথা মুলিয়াবি।

লুকী।— ওঁঃ, কিয়া ওলাম? তাৰ কথা নোলাবা লাগি হেঁই কৈ দিছি।

ফুকননী।—বাৰু, মই তোক ভাল পাইছোঁ। মোৰ কথা মতে চলিলে তোক আৰু ভাল পাম। জানিছ?

লুকী।— অঃ, শপাথ খাম্‌না আইচু ? তুহ্‌না কথা মুই কেহ্‌নি হুনা নাই ?

ফুকননী।—বাৰু, শপত খাব নেলাগে। মই তোক বিশ্বাস কৰিছোঁ। এই বিশ্বাস ৰাখিলে পিচেকৈ তোৰ ডাঙ্গৰ লাভ হব, জানিবি।

লুকী।— অ, ৰাখিম দিয়া।

ফুকননী।—বাৰু, তই এতিয়া যা।

লুকী।— যাং দিয়া, আইচু ! ( সেৱা কৰি প্ৰস্থান )

ফুকননী।—বাকী ৰল সুধিবৰ

কত কথা আৰু ! ভ্ৰাতৃ-দূত গল গুচি !
আছে সি কিভাৱে, কিবা মিলে খাবলই ?—
সৰুতে সুখত উঠা, ৰজাৰ কোৱঁৰ ;
আহাৰত অতুলন বাছাধন মোৰ !
গাৰোৰনী আশ্ৰয়ত আছেহি লুকাই
কত কষ্টে জানো ! ভাবিলে সি সব কথা,
বিদৰে হৃদয় ! ঘৰৰ বাতৰি আৰু,
আৰু শোচনীয়া ;—নাই আজি পিতৃ-গৃহ,
নাই মাতৃ, নাই ভ্ৰাতৃ, নাই ভ্ৰাতৃ-বধূ,—
সাধ্বী সতী জয়া !—আৰু দুটি ভ্ৰাতৃ-পুত্ৰ
জীৱন্তে অনাথ !—কিমতে উদ্ধাৰ হব,
কি দিম উপায় ? পৰাধিনী নাৰী মই ;
পুৰুষ আশ্ৰয় বিনে কিৰূপে বৰ্ত্তিম,
পৰজীবী লতা ! তথাপি যত্নৰ ত্ৰুটী
নকৰিম মই, নকৰোঁ পলম আৰু।
ভিক্ষা মাগি ভ্ৰাতৃপ্ৰাণ স্বামী চৰণত,

ৰাখোঁ বংশধৰ। আৰু হাঁয়, হয় যদি,
ঈশ্বৰ ইচ্ছাত, মনোৰথ পূৰ্ণ তাৰ,
ইন্দ্ৰবংশী ৰাজকুল উধাব ভুনাই;
শান্তিৰ বিস্তাৰ হব পিতৃৰ ৰাজ্যত।
নিস্তাৰিণী, নিস্তাৰাঁ মাও, কৰিছোঁ কাকুতি;
অবলাৰ সেৱা লই তুষ্ট হোৱাঁ দেবি!
—উদ্ধাৰাঁ অসম।

(মৌন)

যাওঁ, অনতিপলমে
কৰোঁগই যুগুতি যি হয়, আজিয়েই
অনাম বাছাক।

(প্ৰস্থান)



# চতুৰ্থ গৰ্ভাঙ্ক।



নীলাচলৰ নামনি।



১ম, বাটৰুৱা।—ঐ মোৰ বাপ্! এইমান ডাঙ্গৰ মুনিহ মোৰ বাপজন্মত দেখা নাই, বাপাঐ!

২য়, বাটৰুৱা।—ছুই বাপা, ছুই। অ' গোটাই হাতী ছেন, মোৰ বাপঐ! গাছৰ ডালগিলা মাৰমোৰকৈ ভাঙিলাক গোটাই!

৩য়, বাটৰুৱা।—অ’ খোজগিলা নেদ্‌খিলি না? মোৰ হাত দি এক মুঠান দীঘাল! কোম্বা দেশ থাকি ইটো ভীম আহিলাক, বাপা!

১ম, বাঃ।—তুহ্‌না নাজ্‌না? সেঁইটো উজান থাকি আহিছি। লুকী ঘৰ্‌তে ঢোকা ৰইছি।

২য়, বাঃ।—অঃ, সেঁইটো হবা নৰে। ইটো কোম্বা ডাঙ্গাৰ মানুহ। কিবা ডাঙ্গাৰ কথা লাগিঁ আগিছি হব?

৩য়, বাঃ।—অঁ, হলি হবা পাৰে। তাঁহ্‌না কথা গিলা ডাঙ্গাৰ ডাঙ্গাৰ। অ, উজান দিকি ভিক্ষ্‌ লাগ্‌ছি হব? সিবাগিৰ মানুহ গিলা অহঁই লাগি ভাগ্‌ছি।

১ম বাঃ।—অ, সেঁইটো হবাৰ নয়। সঁহয় ৰাজাৰ দায় লাগ্‌ছি। মানুহ গিলা ধৰ্‌ছি, মাৰ্‌ছি, কাট্‌ছি, এই গিলাথান কৰ্‌ছি।

২য়, বাঃ।—হাৰৈ, তুহ্‌না জান্‌ছা? আমাৰ ডাঙ্গৰীয়াক লাগি খবাৰ দিছি, অহঁই হেনে কৰ্‌বা লাগি। দুই-তিনটা মুনিহ লগ হবা নেদেয়। তুহ্‌না কাৰৈ লাগ নাল্‌গিবি মোৰ বাপাঐ!

৩য়, বাঃ।—তেন্‌কি হলি, ইথিনি পৰ্‌তে কোম্বা আহ্‌বা লাগ্‌লি মৰ্লো দে!

১ম, বাঃ।—অ’ কিয়া মৰ্ব্বি হা?

২য়, বাঃ।—কেঁইটা লগ হৈছি তুহ্‌না নাচাহ কিয়া পুত্‌থা? অ, আমি গিলা তিনটা হৈছি, নেদ্‌খা না?

৩য়, বাঃ।—হাঁ মোৰ কাপাল! সেঁইটো কোম্বা অহঁই আহ্‌বা লাগ্‌ছি!

কেইওটাই।—(নিলগলৈ বেঙামেলি চায়)

২য়, বাঃ।—অ’ হুই দে। হুই মোৰ বাপা, মলু দে!

১ম, বাঃ।—অ’ কাৰৈ নাথ্‌কিবি। পালা, পালা, বাপাঐ, পালা, নাথ্‌কিবি। অ’ অহঁই দি ছৰ্‌কি আহ।

( পানীফুকনৰ প্ৰৱেশ )

পাঃ ফুঃ।—হেৰ, তইঁতে কি কৰিছইঁত ইয়াত ?

কেইওটাই।—( ভৰিত পৰি কাও-ৰাও কৰে )।

পাঃ ফুঃ।—কটাইঁত, তইঁতৰ হৈছে কি ?

১ম, বাঃ।—অ, মোৰ সাতপুৰুষ-দৌতা, আমি আগেতে নাজনো দৌতা!

পাঃ ফুঃ।—কটা, কি নেজান ?

২য়, বাঃ।—দৌতা, সেই গিলা কথা আমি কাৰৈ নাজনো, মোৰ পিতা!

পা, ফুঃ।—হেৰ, কি কথা ? ভাঙ্গি নকৱ কিয় ?

৩য়, বাঃ।—সেঁই লগ হবা নেদেয় যে দৌতা!

পাঃ ফুঃ।—উপায় নাই! কি লগ হব নিদিয়াৰ কথা ?

১ম, বাঃ।—দৌতা-ঈশ্বাৰ, মোৰ সাতপুৰুষ দৌতা, নাক্‌টিবা দৌতা! অইই আমি গিলা তিনটা লগ হবা দেখিলাক, পিতা!

পাঃ ফুঃ।—বাৰু, লগ হলি। পিচে, কি হল ?

৩য়, বাঃ।—দৌতা, তিনটা লগ হলি কাট্‌বাৰ হুকুম হৈছি বলে ?

পাঃ ফুঃ।—এনে কথা তইঁতক কোনে কৈছে ?

২য়, বাঃ।—শুনছোঁ দৌতা, উজানত কাটবা লাগছি। অকে লাগি মুনিহ গিলা ভাগছি।

পাঃ ফুঃ।—মিছা, মিছা। তইঁতে একো ভয় নকৰিবি।

১ম, বাঃ।—ভাল দৌতা-ঈশ্বাৰ! উঃ, জীউ দিলাক আহি পিতা!

পাঃ ফুঃ।—বাৰু, ভয় নকৰিবি ; তইঁত যাগৈ। আৰু এই দৰে লগ হলেও কোনো ডৰৰ নাই। তইঁতে আনকো কৈ দিবিহঁক।

২য়, বাঃ।—ভাল দৌতা! জীউ দিলাক বাপাঐ! যাবা দিছি, যাওঁ চ'লা, বাপাগিলা, যাওঁ চ'লা।

( বাটৰুৱাইঁতৰ প্ৰস্থান )

পাঃ ফুঃ।—অৰাজকপূৰ্ণ দেশ!
ৰাজ্য জুৰি বিয়াপিছে অশান্তিৰ ঢউ।
নগৰৰ পৰা যিবা আহিছে বাতৰি,
ধুৰূপ ঘটনা। স্বৰূপ লিখিছে আৰু
বৃদ্ধ মন্ত্ৰীবৰে;—এজনৰ মন্ত্ৰণাত
ছাৰখাৰ দেশ! ৰসাতলে যায়-যায়!
—কি হব উপায়! (প্ৰস্থান)

# পঞ্চম গৰ্ভাঙ্ক।

## বৰফুকনৰ বৰঘৰ।

বঃ ফুঃ।—(মজিয়াত বহি ৰোৱা খোজ এটালৈ চাই)
কাৰ খোজ ইটো?
কোন্ তেওঁ পুৰুষ প্ৰধান, খোজ যাৰ
বহি যায় মাজ-মজিয়াত! মহাবীৰ
জানিছোঁ নিশ্চয় তেওঁ; নতু এনে খোজ
যাৰে-তাৰে নহয় সম্ভৱ। যেয়ে হোক;
কাৰ এনে সাহ, সোমায় ভিতৰ মোৰ!
—গুপ্তভাৱে আহে-যায়!
ফুকননী।—ক্ষমা কৰাঁ প্ৰাণনাথ!
দিয়াঁ ভিক্ষা এটি প্ৰাণ, অধিনীক আজি;
—ৰাখাঁ মোৰ প্ৰাণ।

বঃ ফুঃ ।—ইকি আচৰিত !
কিয় হল এনে মতি তৱ ? জানো মই,
তোমাহেন স্থিৰমতী অতুল জগতে ;
পতিভক্তি, পতিপ্ৰাণ, পতিমাত্ৰ ধ্যান,
তোমাৰ বিশেষ গুণ। কিয় দেখোঁ আজি,
এনে বিপৰীত মতি !

ফুকননী ।—চঞ্চলা চপলা যেন
নেভাবিবাঁ প্ৰাণনাথ ! সুগভীৰ তলি
মোৰ পতি-ভকতিৰ মনি পায় কোনে !
ভেটা দি বুৰাই পাৰ লক্ষ্যভ্ৰষ্ট কৰে,
সাধ্য এনে কাৰ ?

বঃ ফুঃ ।—সুবুজোঁ কথাৰ ধাৰ।
বুজিবৰ চল মোৰ নাই এই বেলা।—
কোন্ সিটো, দিয়ে আহি মজিয়াত ভৰি,
কব লাগে মোক। নসহে পলম আৰু,
নসহোঁ কিঞ্চিৎ।

ফুকননী ।—নহবাঁ অধীৰ নাথ !
নেভাবিবাঁ আন ভাব, বাতুলৰ দৰে।
আপোনাৰ পৰিচয় কিয় কৰাঁ হীন
প্ৰকাশি দুৰ্ব্বল ভাব,—নীচ অবিশ্বাস
বিশ্বাসী জনত !

বঃ ফুঃ ।—ভাব নাই নীচতাৰ।
উগুল-থুগুল ভাবে বাঢ়ে কৌতূহল ;
নসহে পলম। অনতিপলমে কোৱাঁ,
কোন্ সিটো জন ?

ফুকননী ।— নকৈ নেথাকোঁ নাথ !
প্ৰতিশ্ৰুত হোৱাঁ আগে, প্ৰাণ দিবলই ;
—দিম পৰিচয় ।
বঃ ফুঃ ।— নকৰোঁ প্ৰতিজ্ঞা আগে ।
নবধোঁ নিৰ্দ্দোষী কিন্তু, জানিবাঁ নিশ্চয়,
অন্য উদ্দেশ্যত ।
ফুকননী ।—শুনা তেন্তে প্ৰাণনাথ !
দিয়াঁ প্ৰাণদান মোক, ৰাখি ভ্ৰাতৃপ্ৰাণ ;—
গদাপাণি আছে আহি, আজি দিন চাৰি ।
গুপুতে ৰইছে বাছা, ৰজাৰ উঁৰিত ;
ৰাখাঁ তাৰ প্ৰাণ ।
বঃ ফুঃ ।— ইকি ! গদাপাণি !
কিয় তুমি ৰাখিছাঁ লুকাই ! প্ৰাণ স'তে
প্ৰাণৰ সোদৰসম স্নেহোঁ যাক মই,
মোৰ হস্তে ভয় তাৰ ?
ফুকননী ।— জানোঁ নাথ, তৱ ভাব ।
তথাপিতো, ৰাজকীয় কৰ্ত্তব্যত লাগি
জানো কিবা কৰাঁ !—ৰাজাজ্ঞাৰ কথা নিজে
শুনালাঁ সিদিনা ।
বঃ ফুঃ ।— নকৰিবাঁ ভয় ।—
ৰাজাজ্ঞাৰ প্ৰতিকূলে চলিছোঁ এতিয়া ;
প্ৰজাৰ উদ্ধাৰ হেতু কৰিছোঁ যুগুতি,—
লৰা-ৰজা ভাঙ্গি ৰজা পাতোঁ অন্য জন ।
শুভক্ষণে পালোঁ বাৰ্ত্তা গদা কোৱঁৰৰ ।

আনা মাতি, চাওঁ মই বাছাক এবাৰ,
দেখা নাই বহুকাল ।

ফুকননী ।—দেখিবাঁ এতিয়া ;
আনোঁ মাতি প্ৰাণেশ্বৰ !

( ফুকননীৰ প্ৰস্থান )

বঃ ফুঃ ।— অতি শুভক্ষণ ।
গদাপাণি কোৱঁৰক পালোঁ সময়ত ।
নকৰোঁ পলম আৰু ; সভাসদে মিলি
কৰিম যুগুতি আজি । ( চিন্তাযুত )
( গদাপাণিৰে সৈতে ফুকননীৰ পুনঃ প্ৰৱেশ )

বঃ ফুঃ ।— ( আগবাঢ়ি গৈ গদাক সাবটি ধৰি ) গদাপাণি !

গদা ।— ( উলটি সাবটি ধৰে ) ভিনীহিদেৱ !

বঃ ফুঃ ।— আছাঁহি লুকাই তুমি,
কিবা কাৰণত ?—নালাগে লুকাব আৰু,
নাই মোত ভয় ।

গদা ।— প্ৰাণৰ ভয়ত জানাঁ,
লোৱা নাই গুপ্তবাস ; দিওঁ যদি ধৰা,
নহব উদ্দেশ্য সিদ্ধি, নহব উদ্ধাৰ
অৰাজক পিতৃৰাজ্য অত্যাচাৰপৰা ;
—ইমানেই ভয় ।

বঃ ফুঃ ।— নাই আৰু সেই ভয় ।
কৰিছোঁ যুগুতি, পায় যাতো পৰিত্ৰাণ
নিমাখিত প্ৰজা । দিছাঁ আহি যোগদান
যথা সময়ত । যোৱাঁ, এবে ধৰাঁগই

ৰাজকীয় বেশ। যাওঁ মই দিওঁগই
সভাসদগণে, অতি শুভবাৰ্ত্তা এই।
ঘূৰিম সত্বৰে। (প্ৰস্থান)

ফুকননী।—আহাঁ, মোৰ বাছাধন!
ধৰাঁ আহি যোগ্য পৰিচ্ছদ; চাই ৰূপ
জুৰাওঁ পৰাণ!

(ফুকননী আৰু গদাপণিৰ প্ৰস্থান)

## ষষ্ঠ গৰ্ভাঙ্ক।

### বৰফুকনৰ চৰা।

পাঃ ফুঃ।— শান্তি নাই! শান্তি নাই!!
ৰাজ্য জুৰি বিয়াপিছে, অশান্তিৰ ধল!
শান্তি নাই উজনীত, নাই শান্তি লেশ
দৰঙ্গী প্ৰজাৰ প্ৰাণে; শান্তিভঙ্গ আজি
কামৰূপী প্ৰজা সমূহৰ। চউপাশে
আতঙ্কে আতুৰ হাঁয়, শান্ত প্ৰজাকুল,
—শঙ্কা প্ৰতি পদে!

মজিন্দাৰ-বৰুৱা।—নকবাঁ ফুকনদেৱ!
শুনিছোঁ বিস্তৰ ৰাজ-অত্যাচাৰ কথা,

শুনিব লাগিছোঁ দিনে।—কি হব উপায়!
কিমতে উদ্ধাৰ হয়, প্ৰজাবৰ্গ আজি,
ভাবি পোৱা নাই। নাই অন্ত ভাবনাৰ
নকৰোঁ যদিহে যুগুত মন্ত্ৰণা সৰে,
ইফালৰ পৰা।

পাঃ ফুঃ।— স্বৰূপ কইছা তুমি।
কোৱা তেন্তে যুগুত উপায়, কিবাৰূপে
কৰা ভাল কাৰ্য্য আৰম্ভণ। আছে যদি
লোৱা নাম যোগ্য কোঁৱৰৰ;—যোগ্য কোন্
ৰাজপাটলই?

ঘোঁৰা-বৰুৱা।—দেখিছোঁ বিষম!
নেদেখোঁ নিঘূণী জন ৰাজপাটলই।
আছিল যতেকমানে সুযোগ্য কোঁৱৰ,
অঙ্গক্ষত কৰি আশা কৰিলে বিনাশ,
ভাগিলে কোনো বা জন দেশ-দেশান্তৰে;—
চিন্ নাই পাবলই। তাতে হে চিন্তিত।
ভাবিলোঁ বিস্তৰ আমি, ডাঙ্গৰীয়া সতে,
নাপালোঁ বিচাৰি ভাবি, যোগ্য কোনো জন।
বংশই নিদিয়ে কাম; লাগে বাহুবলী,
ওথমনা, বীৰতেজী, সুযোগ্য কোঁৱৰ,
ইহেন সময়।

পাঃ ফুঃ।— মানিছোঁ তোমাৰ কথা।
মানিবা তুমিও,—"যথা ইচ্ছা তথা বাট";
—স্বভাবৰ গতি।

( বৰফুকনৰ প্ৰৱেশ )

ঘোঁৰা-বৰুৱা।—আহাঁ ডাঙৰীয়া!

আছোঁ আমি অপেক্ষাত; লোৱাঁহি আসন,
লোৱাঁহি চিন্তাৰ ভাগ। কিন্তু, দেখোঁ, যেন
প্ৰফুল্ল মুখানি আজি;—কিনো কাৰণত?
পাহৰিছাঁ ডাঙৰীয়া, ৰাজকীয় দায়?
ৰাজ্যৰ অশান্তি আৰু কোৱঁৰ সন্ধান,
পাহৰিছাঁ কিবা ভাবি?

বঃ ফুঃ।— কিবা কোৱাঁ তুমি!
পাহৰিম ৰাজকাজ? কওঁ শুনা আজি
আনন্দ কিহত মোৰ। লভিছোঁ সন্তোষ
ৰাজকীয় কথা লই; বিৰিঙিছে আশা,
হব বুলি আমাসাৰ উদ্দেশ্য সফল,
ঈশ্বৰ কৃপাত আজি।

ঘোঁৰা-বৰুৱা।—কিবা ডাঙৰীয়া?

বঃ ফুঃ।— মিলিছে কোৱঁৰ এটি।

পাঃ ফুঃ।— যোগ্য ৰাজপাটলই?

বঃ ফুঃ।— সুযোগ্য কোৱঁৰ।
শুনিছাঁ সবাৱে জানো গদাপাণি নাম,
—বাহুবল কোৱঁৰৰ?

পাঃ ফুঃ।— জানোঁ গদাপাণি।
জানোঁ আৰু বিক্ৰম গদাৰ। নাই বীৰ
সমনীয়া দ্বিতীয় এজন। কিন্তু জানোঁ,
নিৰুদ্দেশ এবে তেওঁ।

বঃ ফুঃ।— পাইছোঁ উদ্দেশ।
মিলিছে হাততে আহি, ঈশ্বৰ-ইচ্ছায় ;
—আছেহি আলহী হই।
ঘোঁৰা-বৰুৱা।—শুভবাৰ্ত্তা অতি।
"শুভস্য শীঘ্ৰম্" জানি, কাজে হাত দিয়া
উচিত এতিয়া দেখোঁ।
পাঃ ফুঃ।— নিশ্চয়, নিশ্চয়।
পলমে বিঘিনি মাতে ; নাৰাখিবাঁ ৰাখি
শুভকৰ্ম্ম পাচলই।
বঃ ফুঃ।— সুখী হলোঁ শুনি।
সবাৰো মিলিছে মত। অনতিপলমে
যাওঁ সবে কৰোঁগই যুগুত উপায় ;
ভাগে ভাগে শুভ কাম। সেনাদল আৰু
যাত্ৰাৰ আহিলা-পাতি হব লাগে স্থিৰ।
অতি শীঘ্ৰে দিব লাগে, সেনাধ্যক্ষ পাতি
গদাপাণি কোঁৱৰক। সেনানী সজাই
কৰোক যুগুতি ভাল ; সসৈন্যে উজাই
যাব লাগে পানী-পথে। কিন্তু, আগে তাৰ,
যাব লাগে আগ-বাৰ্ত্তা 'বৰ' মন্ত্ৰীলই ;—
ৰক্তপাত নোহে যাতো পাৰিতপক্ষত,
প্ৰজাবল ক্ষয় যাতো নহয় কাচিত,
প্ৰজা-হিত-সাধনত। ( সকলোৰে প্ৰস্থান )

অঙ্কপাত।

# ৪। অঙ্ক।

## প্ৰথম গৰ্ভাঙ্ক।

### গুৱাহাটী,—খাৰগুলি কোঁঠ।

পানীফুকন।—শুনাঁ সৈন্যগণ, ভাবীৰজা গদাবীৰে
স্বয়ং লবহি আজি সৈন্যাধ্যক্ষ বাব।
বজোৱাঁ মঙ্গলবাদ্য, বোলাঁ উচ্চস্বৰে ;—
বোলাঁ একেস্বৰে,—জয় গদাপাণি জয়।

সৈন্যগণ।—জয় গদাপাণি জয়।

পাঃ ফুঃ।—বোলাঁ আৰু বাৰ,—

সৈন্যগণ।—জয় ভাবীৰাজ জয়।

( গদাপাণিৰ প্ৰৱেশ )

পাঃ ফুঃ।—পশিছোঁ শৰণ
নতশিৰে সকলোৰে ; মানিছোঁ অধ্যক্ষ
আমি বীৰ গদাপাণি।

সৈন্যগণ।—জয় গদাপাণি জয়।

২০

গদা ।—নাচিছে হৃদয়,
নাচে মোৰ তেজপুঞ্জ প্ৰতি সিৰে বই,
অতনা সাহসী জন দেখি ৰণবেশে ।
যাৰ বাহুবলে দৰ্পচূৰ্ণ মোগলৰ
ত্ৰয়োদশ বাৰ,—বথানিলে শত্ৰুপক্ষে
তেজ অসমৰ ;—যাৰ বল-বীৰ্য্য-কথা
ৰাষ্ট্ৰ ভাৰতত ; ইন্দ্ৰবংশী ৰাজকুল
অসম প্ৰতাপে আজি অগ্ৰগণ্য কৰি
ৰাখিছে যি ধৰি ; সেই বীৰ সেনাদলে
মানিছে অধ্যক্ষ মোক নিজে তুষ্ট হই,
উচ্চাৰিছে জয়ধ্বনি মোৰ নাম লই !
ইহেন গৌৰৱ-আশা, লভি ভাগ্যবলে,
ৰণমদে মাতি উঠে দেহ-মন মোৰ,
—উলাহ নধৰে প্ৰাণে !
পাঃ ফুঃ ।—চোৱাঁ সৈন্যগণ !
কেনে বীৰ সেনাধ্যক্ষ মিলিছে আমাৰ,
কিযে ভাগ্যে পালোঁ আজি নেতা গদাপাণি !
যাৰ বাহুবল-কথা ৰাষ্ট্ৰ চৰাচৰে,
যাৰ নামে পায় বল বিমুখ সেনানী,
সেই গদা নিজে নেতা !—কি ভয় আমাৰ—
পৃথিবী জিনিব পাৰোঁ !
সৈন্যগণ ।—জয় গদাপাণি জয় ।
পাঃ ফুঃ ।—বোলাঁ ঘূৰিবাৰ ।
সৈন্যগণ ।—জয় ভাবীৰাজ জয় ।

গদা।— বাঢ়িছে উলাহ,
বাঢ়ে যেন বাৰিষাৰ বেগৱতী নই!
পৰিছে মনত আজি তাহানিৰ কথা,—
তাহানি এপক্ষে হই আথৰাস্থলত
ধেমালিতে ৰণজয় কৰা। হৃদয়ৰ
আৰু এটি গুঁপুত বাসনা অন্তৰত
উঠিছে উথলি,—কতকাল মনে মনে
পালিছিলোঁ আশা, ৰণত বীৰেন্দ্ৰ নাম
লভিম এদিন বুলি; শত্ৰু দলনত
বাহুবলে সাৰ্থকতা লভিবৰ গুণে,
কত ভাব পালিছিলোঁ এই হৃদয়ত,
কত ভাব উঠিছিল বিৰিঙ্গি এদিন;
তেজেৰে বোৱাই নই চকুৰ তৃপিতি
লভিম এদিন বুলি বান্ধিছিলোঁ যিবা
কঁকালত তৰোৱাল মোৰ! আজি সেই
বাসনাৰ, পূৰ্ণ দিন চাপিছে ওচৰ,
চাপিছে বাঞ্ছিত ফল সেই সাধনাৰ,
মুগ্ধকাৰী স্নিগ্ধপ্ৰভা অমিয়া সুখৰ,
বিয়াপিছে হৃদয়ত পৰাণ জুৰাই,
আগন্তুক সৰ্ব্বসিদ্ধি, বিধিৰ বিধানে,
চাপিছে ওচৰ দেখি!—অপাৰ আনন্দ
হিয়াত নধৰে মোৰ!

সৈন্যগণ।—জয় গদাপাণি জয়।

পাঃ ফুঃ।—বোলাঁ ঘুৰিবাৰ।

সৈন্যগণ।—জয় ভাবীৰাজ জয়।

গদা।— মুহুর্ম্মুহু জয়ধ্বনি
উচ্চাৰিছে যত, উথলি উঠিছে তত
দেহ-মন-প্ৰাণ প্ৰতিপলে প্ৰতিপদে
ৰণ উদ্দেশ্যত! বজোৱাঁ বজোৱাঁ ঘনে,
বজোৱাঁ ৰণৰ ঢেও, বজোৱাঁ তালত,
তালে তালে নাচি উঠি, বীৰ খোজে আনি,
উলাহত আগ বাঢ়োঁ ৰণ অভিমুখে!
চেৰে চেৰে ধৰোঁ খোজ, গণি প্ৰতিপদ,
প্ৰতিপদে শুভক্ষণ মানি;—আমাসাৰ
বাহুবল দেখোক জগতে; স্বৰ্গহস্তে
দেখে যেন দেৱগণে। উঠিছে হুঙ্কাৰ
অন্তস্থল এৰি মোৰ, দেখি সমুখত
সিংহৰ চিকাৰ,—মোহাৰি হৰিণাদল
একে আক্ৰমণে,—দিম পৰিচয় আজি
যি হেতু গদাৰ বাহু দুৰ্জ্জয় ৰণত।
বাঢ়োঁ আগ, ধৰাঁ পাচ, হেৰা বীৰগণ!
পদে পদে চমু কৰোঁ পৰীক্ষাৰ স্থল,
ৰণত বিজয়ী নাম লভিবৰ গুণে।
ৰাতি-দিন একে সাজ, একে অভিপ্ৰায়,
সকলো একেটা আজি এক লক্ষ্য ধৰি;
—'জিনিম শত্ৰুক, কিম্বা পৰিম ৰণত'—
বীৰশয্যা আছে পতা যশোস্তম্ভোপৰি,
চিৰশান্তি চিৰকীৰ্ত্তি লভিবৰ গুণে!

ভুমুকনি মাৰে, ডাৱৰ-ওৰণী কাণি।
সেই সুযোগতে হাঁয়, প্ৰিয়া-মুখ-জ্যোতি
চাওঁ প্ৰাণভৰি, মিলাই আদৰ্শ সতে ;
নিমিষে নেদেখা হওঁ, অপায় শতেক,
আনন্দ নধৰে প্ৰাণে। পৰিল একলা
সৃষ্টি-লীলা-জ্যোতি, কোলাত লীলাত মোৰ।
পূৰ্ণাঙ্গত গল মিলি, সাংসাৰিক লীলা,
অনন্তত লয় যেন প্ৰশ্বাসৰ বায়ু।
চমকি উঠিলোঁ পুনু, আতঙ্ক প্ৰাণত,
সমুখত ৰুদ্ৰমূৰ্ত্তি যেন দেখা পাওঁ।
সঙ্কেতে বুজালে হাঁয়, সংসাৰ-বিপদ,—
অন্ত নাই, আছে আৰু ছেগ অপেক্ষাত।
হৃদয়ত বান্ধি বল, লাগিব যুঁজিব,
বিপদৰ ধুমুহাৰ প্ৰতিকূলে গতি।
অকস্মাৎ গৰ্ গৰ্ গভীৰ গাজনি ;
বেঁকাবেঁকি চমকনি, বিজুলী ৰেখাৰ ;
মাজে মাজে ঢেৰেকনি, কাণ-টাল-মৰা ;
আৰু যত বিপদৰ গহীন পাতনি
প্ৰকৃতিৰ ভাগে ভাগে বিবিজি ওলাল।
বিপদীয়া এটি জীৱ সজাগৰে মাথোঁ
লাগিলোঁ ভবধ। ভাবিলোঁ সৃষ্টিৰ লীলা ;—
এয়েনে কি সংসাৰৰ ধাৰেবোৰা সুখ !
থাকোঁতে নিটাল মাৰি, ভাবত বিভোল ;
শোঁ-শোঁ শব্দে ধুমুহাৰ ঘোৰ গোজৰণি

আহিল পাকনি মূৰে, বলেৰে প্ৰবেশি
পঞ্জাৰ ভিতৰ। ক্ৰোধৰ কাৰণ তাৰ
বুজিলোঁ একো। থমকনি খাই উঠে
বস্তিৰ পোহৰ, বিলাতী দাপোন ভলে।
ভয়ত ঘুকুচা-খোৱা, মাদলীটি যেন,
নিদ্ৰিতা পথিক লীলা; উচপনি খাই
উৰুত সাবটি ধৰে, টোপনি ভোলত,
বিপদৰ ধৰি গম, শঙ্কাকুলা প্ৰিয়া।
চাওঁতে চাওঁতে হায়, উগ্ৰ মূৰ্ত্তি ধৰি,
ঘূৰিলে পৱন পুত্ৰ, প্ৰলয়-সংহাৰী।
ঘূৰণি পাকনি কত, নিষ্ঠুৰ ভাবৰ;
প্ৰকাশি প্ৰলয় বল, উৰালে পজাটি,—
নিলগত ঠাৰ্বান্ এছলীয়া ছাদি।
ক্ৰোধৰ চেপনি শালে কৰ, কৰ, কৰি,
ছেপিবে যতেকমানে আকাশী ডাৱৰ;
বৰষিল ধাৰাষাৰে, উদং শিৰত,
বিপদৰ বৰমুণ, দুৰ্যোগ চৰাই।
চমকি উঠিল লীলা। আৰ্ত্তনাৰ এটি
হৃদয় বিদাৰি ঘোৰ উঠিল গগণে।—
আজিও বাজিছে হায়, প্ৰতিধ্বনি তাৰ
হৃদয়ৰ অন্তস্থল জুৰি। সুধিলোঁ মনত,
"তোমাতে কি শিক্তি মোৰ সাংসাৰিক লীলা
অজনা দুৰ্যোগ খেলা, মায়া-সংসাৰৰ?"

—

## ১২ । সৰ্গ ।

---

### "পাৱন্ন পাণী" ।

পবিল নিজম পূৱা, সৃষ্টি-উৎপাত ;
মিটিকালে বতৰৰ কলা-পৰা মুখে ।
সলালোঁ গাড়ীৰ গৰু, 'গাড়োৱান' তাৰ,
নতুন যোগান লই ; আগুৱালোঁ পুনু,
নতুন উছাহে ধীৰে-শান্তে । মিটিকালে
ধীৰে ধীৰে সাংসাৰিক লীলা । পাহৰিলোঁ
পাৰ হোৱা সৃষ্টি-লীলা, অপায় অপাৰ ।
দ্বিতীয় যোজন পথ, ক্ৰমে অতিক্ৰমি,
পালোঁ এই পুণ্যস্থান, আতি বিভোপন ;
নামত 'পৱন পানী' । পবিত্ৰ নিজৰা
উতলিছে সদা । তাপিত হিয়াৰ যেন
উগাৰিছে শোক-অশ্ৰু ধৰণী মাতৃয়ে ।
পবিত্ৰ ধাৰেৰে তাৰ বাগৰিছে নই ;
ঢৌৰ্দিয়ি উপৰ ধৰা । হিয়া তাৰো হায়,
উতলা তাপত ! হৃদয়ৰ তাপ-তাপ
পবিত্ৰ উপতি কেন, পাপীকৃত হই
আত্ম-কলুষিত । নৰক আদর্শ ক'ত ।

চউপাশে বনভাগ গহীন গম্ভীৰ ;
চৰিছে নিজম ভাব শান্তি-প্ৰকৃতিৰ।
গঁড়ালত বন্ধা থকা ৰাজহংস জাকে
লভিলে মেলানি যেনে পুখুৰী পানীত,
ওপঙ্গি বিভোল হয়, উলাহিত মনে ;
কোলাৰ শিশুৱে নামি পালে ধূলি-খেলা,
কোমল প্ৰাণত যেনে আনন্দ নধৰে ;
সামাজিকগঁড়ালত বন্ধা থকা নাৰী,
গাড়ী-গঁড়াগৰপৰা চালুকীয়া লীলা
নামিল যেতিয়া গই নিজৰা পাৰত,
উপচি পৰিল প্ৰাণে আনন্দ অপাৰ,
আচৰিত শোভা দেখি সৃষ্টি-লীলা গাত !
নীৰবে নিটাল মাৰি চায় চউপাশে,
চাহনিৰ কেন্দ্ৰ ৰাখি নিজৰা বুকত ;
সলায় জেউতি ক্ষণে মুখ-দাপোনৰ,
কি যে ভাব কিবা কথা খেলাই প্ৰাণত !
আছিলোঁ নীৰৱে চাই লীলা-মিলামিলি,
নিলগৰপৰা। অপূৰ্ব্ব মিলন জ্যোতি
প্ৰতিভাত অহ, সংসাৰী-প্ৰকৃতি-লীলা !
প্ৰাণে-এৰা দেহাপ্ৰায়, ভাবত বিভোল,
আছিলোঁ পুতলা হই। উত্ৰাৱল প্ৰাণে,
উৰি আহি হাঁয়, সাবটি ধৰিলে ডিঙি,
ভাবে-ধৰা লীলা মোৰ, বাহুলতা-মেলি।
কিচাৰিলে মিথামুখে, তাপ-নিজৰাৰ,

অপৰূপ সৃষ্টি-লীলা উত্তৰ কাৰণ।
বুজালোঁ সাদৰে ; বুজিলোঁ যি ভাৱে মই
কবিৰ কল্পনা ধাৰে লই, পৃথিৱীৰ
তাপভৰা অন্তৰৰ কথা। লীলা মোৰ
আপুনি কবিতা। মিলিলে কল্পনা বিভা,
সৌন্দৰ্য্য বুকুত যেনে প্ৰকৃতিৰ শোভা!
শলাগিলে ব্যাখ্যা মোৰ, শলাগী-হাঁহিৰে।
কি যে ভাবে হিয়া মোৰ কৰিলে বিভোল!
বুকুত চপাই ধৰি, হাঁহি সুৰগাৰে,
দিলোঁ এটি হিয়া-ছেপা, আবেগ বান্ধেৰে ;
গুজিলোঁ শলাগ-ঋণ। লগালে লীলাই,
পুহু বেঁকা চাহনিৰে, ওপৰঞ্চি ঋণ ;
ওঁঠেৰে অমিয়া চুহি দিলোঁ প্ৰতিদান।
সুঁৱৰি চমকি প্ৰিয়া, জুৰিলে আলচ,
আহাৰ ব্যৱস্থা কথা। ভাগিল নিমেষে,
দিঠকৰ স্বপ্ন মোৰ, অতৃপ্ত সুখৰ।
দিহালোঁ যুগুত, যিবা প্ৰৱাস সম্ভৱ,
ৰান্ধোনৰ আগলি যোগান। প্ৰিয়া মোৰ
শুদ্ধভাৱে উঠিল ৰান্ধনী।—জীৱনত
গৃহিনী ৰান্ধনী পোনে' নিজৰা পাৰত!
উতলি অন্নৰ পাক মিলে ৰকৰক,
প্ৰকৃতি ৰান্ধোন শাল, নিজৰাৰ সত্তে ;
মিলিল ৰান্ধনী দুটি, লীলা-প্ৰতিভাৰ।
চোঁচনি চাহনি মাৰি একলীয়া হই,

পেলালোঁ চেঁচনি চকু, সজাগৰে থকা,
হিয়াৰ পোৰণি আৰু, বিপদ হেঁচাত।
বহিলোঁ পাতত পাচে, পাত আগনত,
পৰিল যেতিয়া মোত্ ভোজনৰ ডাক।
সমুখত বহি লীলা ধৰিলে যোগান,—
বিশ্বেশ্বৰ পাতে যেনে অন্নপূৰ্ণা ৰাণী!
অপূৰ্ব্ব ভোজন সুখ ভুঞ্জালে প্ৰাণক,
ক্ষুধাৰ অগনি সতে শান্তি-সুধা মিলি,
প্ৰিয়া-সুগন্ধত। দেখিলোঁ জগত তুষ্ট
অৰ্দ্ধেক ভাগত; অৰ্দ্ধ-আত্মা তুষ্ট যেৱে।
ৰহিলোঁ সুস্থিৰ হই এপাশে নীৰৱে।
ধোৱাঁপান আয়মেৰে। ইহাতে মুহুদি।
নোচাৱাৰ ভাৱে চাওঁ, বেঁকা চাহনিৰে,
পূৰ্ণ-আত্মা তুষ্ট হোৱা, প্ৰিয়া-ভোজনত;—
লগুৱাক অন্নদান কৰি সমাপন,
অৱশিষ্ট ভাগ মোৰ, ভোজন পাতত,
পৰম সন্তোষে অত, ধৰিলে চপাই,—
সাক্ষাৎ দ্ৰৌপদী, অতিথি-ভোজন পাচে!
ধোৱাঁতান দীঘলীয়া; থাকি থাকি ৰয়,
ভাবৰ কঁপনি লাগি। বাগৰি পৰিল,
মুহুদি হাতৰ; মিঠকৰ সপোনত,
মুকলি হাতৰ মুঠি! লাজুলী চকুৰে
ধৰে থিৰ ভাৱ; ভেলোৱা-চাহনি ধৰি,
একেঠৰে ৰল চাই প্ৰিয়া-মুখলই।

পৰিলোঁ বিষম ধৰা, চকুত চকুৰে ;
কোঁচালে থোৰালি হাত, লাজুকী লীলাই,
লাগি লাজ-সিৰামুৰি । লুকালে মুখানি
ওৰণী আশ্ৰয় টানি । বাজিল প্ৰাণত
অনুতাপ শেল, ভোজন-বিঘিনি হই ।
লৰি গই কাষলই, বুজালোঁ কতনা ;
কতনা উছাহ কথা, মৰমেৰে সনা ।
কতনা যতন পাচে কত চিপিয়নি,
অনুৰোধ ৰাখে মোৰ । বিফল বাসনা ;
লজ্জাৱতী লীলাৱতী, মোৰ বিলে হায়,
এবাৰ লাজৰ হাত । হলোঁ একলীয়া,
অগত্যা আঁতৰ হই, ইচ্ছা প্ৰতিকূলে ।
পূৰ্ণ বন-ভাত ৰান্ধনী ভোজন পাচে ।
তুষ্ট হল পূৰ্ণ আত্মা, পূৰ্ণ ভোজনত ।

# ১৩। সর্গ।



## নাম্বরর হাবি।

মধ্যাহ্ন জিবণি পাচে গাড়ী-কাবেওত,
লীলা-বাণী-শুশ্রূষাত লভিলোঁ জিবণি।
নিজম প্রকৃতি। নিজৰাব কলকলে,
বতাহৰ সৰ্ সৰে,—মিলন স্থৰত—
শান্তিৰ জুবণি ঢালি আনিলে টোপনি!
চাৰি চকু, ছুটি জীৱ, অভেদ আত্মা,
লাল্‌কাল্ ভাগৱত। সুমৰি দিঠক,
সপোনত প্ৰাণ-দিয়া-দিয়ি; সেই স্নেহ,
সেই দেহ, সেই প্ৰেম-বাহু-বান্ধনিৰে।
বহুদূৰ গতি হল, টোপনি ভাগত।
চকু মেলি দেখোঁ পাচে অটব্য অৰণ্য,
বিদ্যমান সমুখত,—গহীন আবেশে,—
নামে 'নাম্বৰ'। সেন্দুৰী সন্ধিয়া বেলা।
দিনকৰে দিন-দীপ্তি পুঞ্জ চুচি লই,
পদুম-বিৰহ-তাপে তেজ-গোবা বান্ধি,
লুকালে নীৰৱে হাঁয়, পৰিচে পাটীত,
পচ্ছিমাচলত। "নাম্বৰো" অস্ত তাতে।

দোর্ধোব অবণ্য আগে ;   নিজান নিটাল,
নিজম ভাবত তাব, গহীন প্রকৃতি
অলে ভয়ঙ্কবী ৰূপে মানব্ব হিয়াত !
সঙ্কোচিত 'গাড়োৱান', আতঙ্ক প্রাণত ;
নীববে ঢিমালে গতি, ভবিষ্যত ভাবি।
নিমিলিল মনে স'তে মোব।   নাই নই,
নাই বিল, নাই এটি নিজবাব জুবি,
অতিথি শুশ্রূষা হেতু প্রকৃতি বুকুত।
বিপদবো মুখভাগ।   আশ্রয় এবাই
ভাগেখিনি গতি।   পাবিলে এবাব,
'নামবব' মাজভাগ, জিলিকে নতুন
আশ্রয় আশাব চাকি।   উৰগালোঁ
'গাড়োৱান' ; কাণে কাণে উৰগলি বাণী।
জুবিলে অলস প্রাণী, পুনু ঘূৰ্ণিত ;
মুখব ভিতবে কিবা, অস্ফুট বকনি,
আশঙ্কাব নাম লই চলালে বাহন।
অৰ্দ্ধক্রোশ গতি পাচে, অৰ্দ্ধাঙ্গিনী মোব
উঠিল চমকি কিবা দেখি দুৰদশা,
দিঠকত সপোনব মায়া।   মনে মনে
গুণি কিবা আমোলালে গহীনাই মুখ।
নেপালোঁ উত্তব স্থিব, সুধি বাবেবাব,
সপোন বৃত্তান্ত কিবা।   নিমাতী প্রতিমা,
পথ্‌ব জাবত হাঁয়, ভাব-গবভিনী।
প্রকৃতি বুকুত দেখোঁ, ঘোবৰূপা হই

মিলিল সংসাৰী-লীলা সৃষ্টি-লীলা স'তে !
মনে মনে আশঙ্কাৰ বাঢ়িল ঠেঙুলি,
অজগৰ মুখে যেন, ভয়ে-ছেপা প্ৰাণী,
গ্ৰাসিলে যেতিয়া আহি ঘোৰ অন্ধকাৰে।
বন-শক্ৰ পাচ কথা ; মনোৰাজ্য জুৰি,
মনে-পতা শত্ৰু দলে কঁপালে হৃদয়।
কতো নাই সাৰ-সুৰ, নিটাল প্ৰকৃতি,
পৰিছে নিজম। নিমাত চালকে গাড়ী
চলায় নীৰৱে। কু-শবদে গাড়ী-ঘিলা,
ঘুৰিছে ঘাগৰি। মাজে মাজে সঁহাৰিটি
উঠে মোৰ কণ্ঠ এৰি ; বাজে-গহীনাই।
পৰে সি নিজম পুনু ; কাঁহপাত্ৰে যেনে
উঠি শব্দ পৰে জঁয়, আপুনি নিজম।
মিলে সি নিটাল ভেদি অনন্ত আন্ধাৰে,
নেৰাখি তাৰ চিন্ একো। অন্তেক পাচে,
প্ৰকৃতিৰ ঘোৰ ৰূপ, মানৱ হিয়াত,
উথলে ত্ৰুগুণে হাঁয়, দুৰ্যোগ চৰাই !
অন্ত নাই আন্ধাৰৰ। নপৰে সৰকি
এনি-তেনি জিলিকনি এটি ! নিশাকৰ
ভালেখিনি পাচে। থমকি থমকি মাথোঁ,
জ্বলে এটি বন্তি আগে, গাড়ী-চ'য়ে-থোঁটা।
জিলিকায় সি আলোকে গাড়ী-প্ৰাণীকিটি,
নিৰাশ্ৰয়, নিসহায়, ভয়ত আতুৰ,
অটব্য অৰণ্য মাজে, শত্ৰুক মুখত ;

শক্রক নেদেখা কৰে, বঢ়াই আন্ধাৰ;
ব্যাধৰ লুকনি আঁৰ। মুহূৰ্ত্ত নাযায়,
ধৰে যেন বেৰি আহি, শতেক অপায়ে।
"আছে বা কিমান আৰু আগলই বাট?"
আভুৰা লীলাৰ প্ৰশ্ন নীৰৱে সৰিল,
ভয়-গাঁথি ফৰমুটি খাই। মন মোৰ
চিন্তাযুত, বুজনিৰ বিচাৰি উপায়;
প্ৰিয়াক অভয় দিওঁ, ক্ষণ চমুৱাই,
"পালোঁহি, অলপ আছে" প্ৰবোধ পানীৰে
সুমালোঁ উদ্বিগ্ন জুই, হিয়াত লীলাৰ।
পাহৰালোঁ ভয়ভাব, জুৰি সাধুকথা;
অলৌকিক উপন্যাস, বিপদ, উদ্ধাৰ,
কথমপি গা-সৰা, পুনু সুখভাগী,
অদ্ভুত ঘটনা-পাক মেলি সুকৌশলে,
ভুলালোঁ তিনিটি প্ৰাণী, শঙ্কা পাহৰাই।
উমানত গৰু-খেদা, নীৰৱ চালক,
লাগিল তৱধ শুনি ঐশ্বৰিক লীলা।
অকস্মাৎ বিণি বিণি, শিঙা-উকিধ্বনি;
লৰি লৰি বস্তি এটি চাপে কাষলই।
ঈশ্বৰ-প্ৰেৰিত যেন অনাথ সাৰথি,
অথন্তৰ অৱস্থাত উপস্থিত আহি!—
চিনিলোঁ চিনাকী সাজে, ডাক-ভাৰী দুটি।
সুধিলোঁ আবেগ সুৰে সম্বোধি 'ককাই'
কিমানত আছে আগে, আলহী আশ্ৰয়?

উত্তৰিলে সমস্বৰে, সম্বোধি যুবাই—
লাগিব খেদিব আৰু পূৰ্ণ দুই ক্ৰোশ।
লাগিলোঁ তৰধ; পৰি যেন বজ্ৰপাত,
হতাশ খুন্দাত! সোধোঁ বুলি আৰু কিবা
হলোঁ আধা-গাড়ী-বাজ, মুৰ উলিয়াই।
দেখোঁ পুনু শুভ দৃশ্য! আহে নে কি আৰু
সুখৰ সম্ভেদ কিবা?— উজ্বলি আন্ধাৰ
আহিছে ছুটাৰি জোঁৰ, আমাকে ধিয়াই;
হাবি-বনে দিলে বাট, একতীয়া হই।—
চাপিল চাপিল হাঁয়, চাপিল ওচৰ,
বাজিল নাকীয়া শিঙা, কঁপাই বননি,
সমুখত মহাকায়, দঁতাল গজেন্দ্ৰ!
আতঙ্কে উৰিল প্ৰাণ; পুতলাৰ প্ৰায়,
তথা লাগি ৰলোঁ, মৃত্যুমুখী নৰপ্ৰাণী
চুৰ্ত্তি হেৰুৱাই। মুহূৰ্ত্ত পাচত,—হাঁয়,
নচলে লিখনী,—ডাকভাৰী বস্তি এৰি
চিটিকি পলাল প্ৰাণে, নিৰোধি নিশ্বাস;
গাড়োৱান পিচে পিচে, উন্মাদচিতীয়া,
নিমিষে লুকাল কেনি, অন্ধকাৰ ভেদি;
মাতিব নজনা দুটি গাড়ী-যোঁটা প্ৰাণী,
ধৰিল ঢাপলি পাচে, যুৰ্ৰলি পেলাই,
আন্ধাৰত পিচলই উৰাই নিচান;
ভয়ে-ছেপা তিনি প্ৰাণী এৰি গাড়ী স'তে!
নিৰাশ্ৰয়া লীলা হাঁয়, মেলি বাহুলতা,

ধৰিল সাৰটি মোৰ পাতি-ধৰা ডিঙি ;—
যুগুত আশ্ৰয়। আঁটি ধৰি বুকুলই,
পৰিলোঁ চেপেটা হই, স্থিৰ কৰি মনে,
এৰিম মানৱ দেহা, পূৰ্ণমিলনত,
একাঙ্গ বান্ধোনে। প্ৰভুভক্ত লগুৱাটি,
প্ৰভু-ভকতিত, আসন্ন লগৰী হই,
ছুটি পাৱ শিৰে ধৰি লগতে পৰিল।
অৰ্দ্ধেক সজ্ঞানে মই চাওঁ গজক্ৰীড়া
এৰি যোৱা বস্তি স'তে। অপেক্ষি মৰণ,
উপস্থিত বিপদৰ প্ৰতি মুহূৰ্ত্তত,
চাওঁ ভাবি সৃষ্টি-লীলা বিধিৰ হাতত।
সামৰিল ক্ৰুদ্ধভাৱ, বস্তি গুৰি কৰি;
আঁতৰিল গজপতি, গজেন্দ্ৰ গতিৰে,
মৰৰি যতেক দায় আতুৰ প্ৰাণীৰ।
এৰাই ৰাহুৰ গ্ৰাস, যেনে দিনকৰে
খলকি লগাই মেলে নিজ তেজ ৰাশি ;
এৰাই মৰণ গ্ৰাস, কানে-কানমাৰি,
লাগিল খলকি প্ৰাণে, বুকু ঢিপিয়নি।
ক্ষন্তেক নিস্তাৰ মানি, তিনে চোৱাচুই,
মৰণৰ আগ-পাচ, সুমৰি নীৰৱে,
প্ৰকাশিলে মনোভাব চকু-চাহনিৰে।
বাজিল প্ৰাণত পুনু, চেতনাৰ শৰ,
ভয়-বিহ-সনা-গাত। ভৱিষ্য বিপদে,
কন ছাতনিৰে, অতীত প্ৰকোপ জিনি,

ছাতিলে সমুখ ভাগ। চালক বিহীন,
অচল গাড়ীৰ থিলা। পৰ্ব্বত প্ৰান্তত
লাখুটি বিহীন যেন, খোৰা তিনি প্ৰাণী!
বিপদ-নজনা লীলা, আৰু লগুৱাটি,
আতঙ্ক খুন্দাত হাঁয়, মুছ্‌কঁছ্‌ গই,
হল সজ্ঞাহীন; তন্দ্ৰাৰ আবেশ পাচে।
অকলশৰীয়া, মাথোঁ কল্পনা ছঁয়াত,
প্ৰকৃতি বুকুত হাঁয়, বিভোল-জুৰণি
বহিলোঁ মুকলি কৰি উদাস পৰাণ।
ধীৰে ধীৰে নিশাকৰে, 'নামঘৰ' শিৰে,
ৰাঙলী নিচান তুলি, পুব শিতানত,
জোনাক-জাননী দিলে আক্ৰমি আন্ধাৰ।
আঁতৰিল অন্ধকাৰ, ঘাটিল যুঁজত;
বিস্তাৰিলে নিজ প্ৰভা, জোনাকি জগত।
উদঙালে প্ৰকৃতিৰ কাঁচলি বুকুৰ।
নিজম-সৌন্দৰ্য্য-প্ৰভা হল প্ৰতিভাত
উদং হিয়াত মোৰ। উদাস পৰাণ
পূৰ্ণ হল কি যে ভাবে, সৃষ্টি মহিমাৰ
কোটী গ্ৰহ, উপগ্ৰহ, নিশাকৰ সংতে,
পৰিল যেতিয়া, অহ, নীৰলা চকুত।
আৰু বা কতনা সৃষ্টি, নেদেখা ভাগত,
বিৰাজিছে আকাশত, ব্ৰহ্মাণ্ড বিয়াপি!
একনা নিয়ন্তা তাৰ, চাওঁতা একন,
একেজনা বিশ্বেশ্বৰ ৰক্ষক সবাৰ।

ক্ষুদ্ৰাদপি ক্ষুদ্ৰ আমি, মনুষ্য জীৱন,
ততোধিক অকলই, তুলনা যেতিয়া
অসীম ব্ৰহ্মাণ্ড স'তে। অজ্ঞান মানৱ,
লীলাৰ ঢাকনি তলে। নিজে সি সততে
বিধিৰ বিধান, নেদেখি প্ৰকৃত জ্যোতি,
সৃষ্টি-মহিমাৰ। ভাবত বিভোল হলোঁ।
উদাস পৰাণ মোৰ; আত্ম-বুজনিত।
কটালোঁ প্ৰফুল্ল প্ৰাণে, বিপদীয়া ৰাতি,
বখানি সৃষ্টিৰ লীলা ঈশ-গুণগানে।
কুমাল ৰাতিৰ স'তে যতেক অপায়,—
দিঠকৰ, কল্পনাৰ, অশেষ, অপাৰ,
—পুবালি মেঘৰপৰা, বিৰহ শেৰত,
পদ্মনাথে পুনু আহি দুৰণি বিলত,
ধৰিলে নাচোন যেই প্ৰিয়া-মিলনত।
ভাগিল নিটাল ভাব, শাঁত প্ৰকৃতিৰ,
হলোঁ বান্দৰ আদি ডলুৱা প্ৰাণীয়ে
জুৰিলে আনন্দ ৰাৱ যেবে ঢেও ধৰি।
লভিলে চেতনা পুনু, মূৰ্চ্ছা-যোৱা প্ৰাণে;
ধীৰে ধীৰে উঠি লীলা, ধৰিলে শুণনি;—
ৰাতিৰ বিপদ কথা। শুকান, নিমাত,
মুখ লগুৱাৰ; আতঙ্ক চৌচমি পাচে!
উভতি বলদ স'তে, গাড়োৱানে গাড়ী
যুঁটিলেহি পুনু; ঘুৰিল অচল যিলা।
বুজালোঁ কথাৰ ছলে, সৃষ্টি-লীলা-খেলা,

সংসাৰী লীলাৰ সঁতে ; নিজনি বিলত
সূৰ্য্য প্ৰতিবিম্ব খেলা। আশ্বাসিলোঁ পাচে,
প্ৰবোধি মনক, সুখ-দুখ স্বপ্নখেলা,—
বিপদৰ অন্ত সেয়ে বিধি-ধৰ্ম্মমতে।
হৰষিত লীলা শুনি, বুজনি হাঁহিৰে,
তিয়াগি বিপদ চিন্তা ভাবনা অপাৰ।
অনাহাৰে নোৱাৰিলে টুটাব জেউতি,
ৰসময়ী লীলাৱতী, জেতুলীপকাৰ।
দেখি কিন্তু চকু মোৰ মুদনিমুখীয়া,
ম্লানমুখ ভাগৱত, সজাগৰে থকা,
কোঁচালে চকুৰ পাহি ;—দুখ-পতিয়নি।
চৰিল চেহেনী ৰূপ, বেজাৰ ছঁয়াত ;
ধোঁৱাৰ পাকনি মাজে দাৰ-জোলোঙাৰ।
আঁঠু যুৰি কোলা পাতি, লই দুটি পাৱ,
বুলালে কোমল হাত, নিবেদি বিশ্ৰাম।
নিশাকৰে মিছা কৰি ৰাতিৰ বিপদ,
আপুনি পৰিলে শেতা। দিনকৰে পাচে,
বিস্তাৰি অভয় দীপ্তি, হৰিলে আন্ধাৰ,
শতুক লুকনি আঁৰ। পৰিল চেঁচনি।
ৰথীয়া দি পদ্মনাথ পদ্মিনী প্ৰিয়াৰ
অবিহনে মোৰ,—জিৰণিত ভোল গই,
জপালোঁ চকুৰ পাহি। প্ৰিয়া-স্পৰ্শ-সুখে
শান্তিৰ জুৰণি সানি, প্ৰতি অঙ্গভাগে,
কৰিলে বিভোল প্ৰাণ। আহিল টোপনি,

শান্তিৰ ওপৰে সদা আলাসত তহা !
নিমিষে নেদেখা হলোঁ দিঠকৰ মেলা।
সপোনৰ ইন্দ্ৰজাল বিয়াপি চৌপাশে,
অপৰূপ সৃষ্টিলীলা, বিয়পালে প্ৰাণে।
ভূপতি সমান ভোগ, সংসাৰ বিলাস,
ৰাণীসমা লীলা মোৰ, ভুঞ্জে তাৰ ভাগ ;—
পুণ্য মিলনৰ, অহ, পুণ্য প্ৰেম-ফল !
প্ৰথম প্ৰহৰ পাচে চাওঁ চকু মেলি,—
মুকলি চৌপাশে ; 'নামবৰ' অস্ত চিন্।
বাৰী-ঘৰ সমুখত, মানুহ-বসতি,
মাজে মাজে চিনি-পোৱা মুখৰ আকৃতি।
ডিমাপুৰ নামে ঠাই ; শান্তি ৰক্ষা হেতু,
ৰজাৰ ৰখীয়া 'থানা' ধনশিৰী পাৰে।
হিড়িম্বা নগৰ আগে, জীৰ্ণ অৱস্থাত।
শুনিলোঁ প্ৰিয়াৰ মুখে বহুদূৰ গতি,
টোপনি ভোলত মোৰ। বিশ্বাসঘাতকী
নৰ-পশু 'গাড়োৱান' নিশবদে নামি
এফলীয়া গৰু স'তে। আত্মধিক্কাৰত,
মৰ্ম্মাহত হল অমবোধী প্ৰাণ তাৰ।
নবচালোঁ তাপ তাৰ, চাহনি বাণেৰে ;
দিলোঁ মন আন ফালে, নেদেখা ভাৱত।
বন্ধুজন শুশ্ৰূষাত, পথিক ভোজন,
পূৰ্ণভাৱে সমাপন, আহঁত তলত,—
এসন্ধ্যা সন্ন্যাসী দৰে আৱেলি পৰত।

বহিলোঁ সি ৰাতি তাতে, শতাই ভাগৰ,
অসময় ভোজনৰ পাচে। লীলা কিন্তু
আজিকে বিমনা, কি জানো কি কথা গুণি ;—
"এনেই লাগিছে কিবা"—প্ৰশ্ন-উত্তৰত।
বুজিলোঁ আজলী প্ৰাণে বাল্য-লীলা-খেলা,
সাংসাৰিক লীলা স'তে পৰিছে ৰিজনি।
সুস্থুধি ছুনাই একো, ধৰিলোঁ বুকুত,
ভাবত জেউতি চৰা মুখানি সৰল।
পুলকিত নিমিষতে, কায়-মন-বাক্,
চকুৰ হাঁহিৰে যেবে হঁহালোঁ চকুক।

# ১৪ । সর্গ ।

## পর্ব্বতপাদ ।

যাত্ৰাৰ চতুৰ্থ দিনা ভৰদুপৰত
পৰিল চকুত পুনু, লাহে, লাহে, লাহে,
প্ৰকৃতি ৰক্ষিত মঠ ; শ্যাম ৰূহণীয়া ।—
মাতৃদেবী সুৰক্ষিত ৰৰঘৰ যেন,
অপেক্ষি যুগল ৰূপ, বৰ-যাত্ৰা পাচে ।
দেখোঁতে ওচৰ অতি চকুত সীমাৰ ;
উঠিবহি গাতে যেন, ঘূৰি পাকনিটি,
পুৰাব চকুৰে চাই, পোহনীয়া আশা,
প্ৰকৃত পৰ্ব্বত ৰূপ ; নিলগত দেখা
একলীয়া এচটীয়া সীমাবন্ধা গড় ।
পাকনিৰ পাচে কত ঘূৰিল পাকনি ;—
পাওঁ পাওঁ পাওঁ যেন,—একে নিলগত !
একেঠৰে ৰাখি চকু, আমনি-নলগা,
চাওঁতে চাওঁতে আহি, সন্ধিয়া পৰত,
চাপিলোঁ পৰ্ব্বতপাদ,—আনন্দ মঠৰ
প্ৰথম দুৱাৰদলি । প্ৰকৃতি সঙ্কেতে
যেন ৰজাৰ দুৱৰী, সশস্ত্ৰ প্ৰহৰী,
ৰক্ষক দুৱাৰ ;—'নিচুগাৰ্ড' নাম তাৰ ।

আনন্দ উপচি পৰা প্ৰকৃতি হিয়াত,
ধাৰেবোৱা এটি সোঁত শিলনি ওপৰে
বিভোল ভাবেৰে মিলি বইছে বাগৰি !
তুলিছে আনন্দ ৰাৱ, মঙ্গল আৰতি।
পৰিল উপচি ভাব, উগুল-থুগুল,
হিয়াত লীলাৰ।  পাচ কৰি আন কাম,
নিবেদিলে মোত, উত্ৰাৱল মনে-চিতে,
অপৰূপ সৃষ্টি-লীলা, আপোন হিয়াত,
আপোন চকুৰে চাই মিলাবৰ গুণে !
ধীৰে ধীৰে নামি, লীলা-বাৰেঁ, হাতেধোঁটা,
দিলোঁ থিয় হুয়ো এটি শিল-ওপৰত ;—
প্ৰকৃতিৰ পাৰি থোৱা শুদ্ধ চামপীৰা।
ধুৱালে পৱিত্ৰ জলে, উথলি আপুনি,
বৰ-কন্যা চাৰি-পাৱ। জননী প্ৰকৃতি,
মুকলি গহীন সাজে, মেলি বহু-লতা,
পিন্ধালে সাদৰি, আদৰণী ভাবমালা।
মুকলি বুকুৰ মাজে, সাৰটি দম্পতী,
চেনেহ-ছেপনি বান্ধে, ধৰি দুই মুখ,
চুমিলে দুইটি শিৰ অপত্য স্নেহত।
নমিলোঁ জননী পদ।  ভকতিৰ ভাৰ
ৰিবিঙ্গি চকুৰ কোনে, বাগৰিল ধীৰে,
দুগালে দুধাৰি, আনন্দৰ চকুপানী।
ৰখিলোঁ সি বাতি তাতে হৃদিৰ অন্তৰে।

——•——

## ১৫। সর্গ।

—※●⊠●※—

### পর্ব্বত-মঠ।

আনন্দ মঠৰ মাজ ; সৌন্দর্য্য-ভঁড়াল।
এহাতে অত্যুচ্চ বাৰ, শিলেৰে বন্ধোৱা ;
ইহাতে গভীৰ গুহা, পকোৱা বাটৰ।
কঁপি উঠে মন-প্ৰাণ, চুলি-আসে-জীৱ,
জুমিলে নেদেখা তলি,—প্ৰকৃতি অন্তৰ,
অমূল্য ৰতন ধৰা সৌন্দৰ্য্যৰ খনি।
এমাতৰ মাতে মুগ্ধ, পিপাসিত কাণ ;
নেদেখা ৰূপত মজে উত্ৰাৱল প্ৰাণ ;
নোপোৱা সুখৰ ফালে ধাউতি হিয়াৰ ;
সৃষ্টিৰ নাঠনি-যৌটা, প্ৰকৃতি নৱৰ।
উত্ৰাৱল মন-চিতে আনন্দ নধৰে,—
জুমি জুমি ৰূপ-লীলা,—লীলাৰ হিয়াত।
বিশাল প্ৰকৃতি বুকে মুকলিমূৰীয়া,
চাৰিচাপে ৰদ্ধা থকা নাৰী,—বন্ধা পখী
সজা মাজে বহুকাল ; পুষ্প গছ ডালে।
আহি পাচে পালোঁ এক শিল-চপৰাণি ;

সৰু-বৰ, নানা গছ, হেজাৰে হেজাৰ।
"দেহিঐ, চাওকচোন!"—নামে যেন লীলা—
নাৰাখোঁতে গাড়ী! পূৰিল প্ৰাণৰ আশা,
নামিলোঁ আহাৰ হেতু, সুচল সি ঠাই;
'কুকীপানী' নাম তাৰ। চপৰাণি মুখে
উধাৰত লীলা হাঁয়, কাচুতি চপাই!
এটি থই আৰু এটি, ঘূৰি আন এটি,
লৰি লয় আৰু এটি, আতিকে চিকুণ।
ইদৰে ভৰায় কোঁচ শিলৰ গুটীৰে,—
কাঢ়ি মোৰ হিয়া-ভাব, তুলি উদঙাই!
এবিলোঁ খেমালি স'তে শিলনি ওপৰে,
প্ৰকৃতি-দুহিতা লীলা প্ৰকৃতি-বুকুত!
আহাৰ যুগুত হেতু উঠিলোঁ বাঙ্কনি।
তৃষ্ণাযুত চকু মোৰ অতৃপ্ত সুখৰ,
মাজে মাজে বেঁকা-চোৱা, ভাউতি লীলাৰ;
বনদেবী বনমাজে, মানবীৰ বেশে।
আনন্দৰ উছাহত, টানি কথা হাঁহি,
অকলই উঠে ফুটি, হঁহাই মনক;
প্ৰাণভৰি চাই, অহ, লীলাৰ লৰালি!
ভোজন সমাপি যেই আৰম্ভিলোঁ পুনু,
বাটকুৰা বাট-খেদা, নতুন বিপদ
চাপিল ওচৰ এটি। সুখ পাচে দুখ,
সৃষ্টিৰ চকৰিযোঁটা। ভিতৰি ইবাৰ,
ব্যাধিৰ বিকাৰ হাঁয়, লীলা-দেহা মাজে।

অকস্মাৎ বিপদৰ সংহাৰ মূৰতি।
প্ৰিয়া মোৰ সঘনে মূৰ্চ্ছিতা। কিবা আৰু,
জোঁকাৰি হৃদয় শুৰি, উঠে থোৰাঁপ্ৰায়।
শূন্যত থিতাপি চকু, কি জানো কি দেখে!
থাকি থাকি মাৰে হাঁহি, কিবা অৰ্থ পাই,
গূঢ় অৰ্থ মনোভাব, অবুজ তাযাৰে।
মাজে মাজে উঠে চঁকি; অমঙ্গলে কিবা,
ধৰেহি সাৱটি যেন ভয়ঙ্কৰ ৰূপে।
তোলপাৰ প্ৰাণ মোৰ, কৰ্ত্তব্য বিমোৰ।
উন্মাদৰ বাহু মেলি, ধৰিলোঁ সাৱটি,
উন্মাদিনী লীলা। হাতত হেৰায় যেন,
যত্নে তোলা পানী-চলু! ধৰিলোঁ চপাই
হিয়াত হিয়াৰে টিপি, নাৰাখি শুকণ্ঠা,
বিচ্ছেদৰ অহা-যোৱা জলা! কঁপে হিয়া,
কঁপে মন-প্ৰাণ, অন্তিম ভাবত উঠি।
বিপদ-বান্ধৱহীন, নাই বেজ-জ্ঞানী,
নিজান প্ৰকৃতি ৰাজ্য, দশোদিশ জুৰি,
বিস্তাৰে নিজম ভাব, নৰ নিলগাই!
ঈশ্বৰ সহায় মাথোঁ, ভব-ভয়হাৰী;
বিপদতাৰণ নাম, শিৱ-শিৱময়,
অব্যৰ্থ ঔষধ স্মৰি ক্ৰমে আগুৱালোঁ।
অৰ্দ্ধেক যোজন পথ কটালোঁ ধ্যানত;—
বিপদ-ভূলোৱা বাহু। বতৰৰ স'তে
সংসাৰ-বতৰ-লীলা ক্ৰমে মিটিকালে।

সম্পদ, বিপদ কত কৰি তোলাপৰা,
স্মৃতিৰ বাগৰি চকা, সংসাৰ পথত,
ভুলিলে ইবেলি যেন পূৰ্ণ সুখ-ভাগ,
প্ৰবেশ যেতিয়া লীলা, কহিমা বুকুত,—
প্ৰবাসৰ ৰৰঘৰ,—বাটলই-চোৰা,—
দুৰাতি দুদিন আৰু দুখযাত্ৰা পাচে।



# ১৬। সৰ্গ।

## সংসাৰ-দুৱাবদলি।

আৰম্ভণ গৃহধৰ্ম্ম। যৱনিকা পাত
হল বৰাগী বহাৰ। ওৰণী লীলাৰ,—
গৃহলক্ষ্মী অনুকৃতি আঁকা। উলটিল,
নিয়ম-কাৰণ যত, পূৰ্ব্ব পাতনিৰ।
ভদ্ৰজন হল বাজ, প্ৰৱেশ নিষেধ;
দুখীজন,—বাহিৰত-সন্নিধান-পোৱা,—
ভিতৰ-আলহী হল গৃহলক্ষ্মী পাশে।
দুৰণিৰ দৃষ্টি-সোঁত ধৰি ওভতাই,
সৃষ্টি হল চকোৱাৰ চাৰিচাপ জুৰি।
ভেঁকুৰা পিৰালি গুচি, নিমজ চিকুণ;
চুকৰ জাবৰ আৰু ভাতচৰু-ছাই,
নজমি লভিল গতি দিনে বকৰাণি।
দৈনিক যাত্ৰাৰ বেলা ৰাজকাৰ্য্যলই
বিদায়ৰ সন্নিধান, চকু-চোৰ-চুই,
নতুন স্ৰজন। নতুন চকুত আৰু
বৰাগী দুৱাৰ উলটি মুকলি দেখা
ভাগকৰা প্ৰাণে আহি ঘণ্টা পাঁচ পাচে;
দুৱাৰত গৃহলক্ষ্মী, বাটলই-চোৱা,—
ওঁঠৰ কঁপনি স'তে জাগৰ-চোঁচনি।

যতেক ভাগৰ দুখ, জীৱন-যুঁজৰ,
অৰ্দ্ধেক পৰাণে বই, সমভাগ তাৰ,
বুজনি জুৰণি ঢালি অৰ্দ্ধভাগ মোৰ,
আতিকে লাঘৱ কৰে; জুৰায় পৰাণ!
আৰু এটি নতুন সলনি;—নাই আৰু
ওথ ভাব বৰাগীৰ,—মুকলিমুৰীয়া।
উদাস পৰাণে যেন, 'প্ৰভাস মিলন';
প্ৰবাসী পজাৰ মাজে গৃহ-যজ্ঞ ভাগ।
নিজম পৰিল যত, সন্ধিয়া-বিলাস;
উচ্চৰাৱে গীত-গোৱা সমনীয়া স'তে।
ললে ঠাই তাৰ গৃহিণী-মন্ত্ৰণা-সুৰে,
গৃহনীতি-বীণা ধৰি। টৌপনি পাতনি
প্ৰেমৰ আলচে অঁকা; পৱিত্ৰতাময়।
আৰু যত সংসাৰৰ নতুন প্ৰকৃতি,
লীলাৰ আঁচল ধৰি ক্ৰমে দিলে দেখা,
উদাসী পৰাণ কৰি সংসাৰ-বিভোল!



# ১৭ । সর্গ ।



## সাহিত্যিক সংসাৰ ।

ইৰূপে আগলি ছোৱা নৱ সংসাৰৰ,
কটালোঁ নতুন ভাৱে । আছিলোঁ পাহৰি,
পূৰ্ব্বভাৱ, পূৰ্ব্বকথা, পূৰ্ব্বপাণ্ডনিৰ
মনে-পতা মহাব্ৰত ;—জীৱন উদ্দেশ্য ।
প্ৰকৃতি বুকুত পুনু, উঠিল চমকি
পূৰ্ব্বৰ জেউতি সেই, লক্ষ্য-পোহৰৰ,
ধ্ৰুৱতৰা সৌৰৱণী উঠি অকস্মাৎ ।
চাৰিভিতে দেখোঁ পুনু, ব্ৰহ্মাণ্ড বিয়াপি,
কৰ্ত্তব্যৰ-পিচে-লৰা প্ৰকৃতি মণ্ডল ।
সুখ-বোধ জিৰণিত, কৰ্ত্তব্যৰ পাচে,
ঔষধৰ পাচে যেনে পথ্য অনুপান ।
হৃদয়ৰ গুপ্ত ভাব হল প্ৰতিভাত,
চকু-কোঁচনিত । মুখৰ আকৃতি জুৰি,
শোভে মন অনুকৃতি ;—এচলীয়া-চোৰা ।
তধা লাগে দেখি লীলা,—সৰল প্ৰতিমা—
জানো কিবা লগালে জগৰ ! দোষী ভাৰে,
চাপে কাৰ ; অপৰাধ নৰৰূপ হেতু !

উপচি হৃদয় মোৰ মৰম-নিজৰা
বাগৰে অজস্ৰ ধাৰে, প্ৰতি সিৰে সিৰে ;
মুখত উন্মাদ হাঁহি। কি জানো কি ভাৱে,
বুকু ঢপালনি ! মুখত মুফুটে কথা।
অৰ্থশূন্য চাহনিৰে জলাই দুগুণে,
মনৰ আশঙ্কা জুই হিয়াত লীলাৰ,
আপুনি বিমোৰ হওঁ, বিচাৰি উত্তৰ !
ইদৰে বাগৰি গল, দিন দুই-চাৰি।
লীলাৰ ডাৱৰ ভাব ক্ৰমে জিলিকিল ;—
মুখ আমোলনি। নসহিল প্ৰাণে, দেখি
ৰেজাৰ বাহুৰে প্ৰদা সৰলা জোনাই,
অনুকৃতি ছঁয়া পৰি অৰ্দ্ধেক হিয়াৰ ;
মুহূৰ্ত্তে হিয়াৰ ছবি হিয়াৰে ঢকাই,
বুকুত লীলাক ধৰোঁ, পূৰ্ণবান্ধনিৰে।
বুজাওঁ কাৰণ মোৰ ভিন্ ভাবনাৰ।
নৰহিল ভাব-ছবি, কোমল হিয়াত,
আঁকত-উৰ্বলি-থোৱা। তিয়াগিলোঁ আৰু,
লীলাক বুবোৱা আশা, ঘোৰ ভাবলই।
কটালোঁ মাহেক দুই, পুনু হেলাৰঙ্গে,
যোগাই প্ৰিয়াৰ মন, ৰলেৰে ছেপা দি
ভাব-উথলনি, ভিতৰি-থলকি-লগা।
পৰিল নিজনি হিয়া, অন্তেক নীৰলে ;
লুকুৱা ছবিটি তলে জিলিকে আপুনি।
লুকাই বিভোল হওঁ ; অন্তেক পাহৰি

লীলাক প্ৰসন্না ৰথা। পৰে পুনু জঁয়,
অন্তৰত ফুলা ভাব, চাপিলে ওচৰ
বাহ্যিক ভাবৰ মোৰ পূৰ্ণগৰাকিনী।
বাঢ়িল জঞ্জাল প্ৰাণে। বাহিৰে-ভিতৰে,
ঘনে লগ এৰা-ধৰা ;—দুনাৰে ডুভৰি!
উগাৰি উঠিল পাচে অশান্তি নিজৰা,
বাগৰিল পূৰ্ণ বেগে, অৰ্দ্ধাঙ্গ বিয়াপি ;—
লুইতত বালি-ভেটা, যতেক বান্ধনি!
দেখালোঁ সবল ভাৱে, হিয়া উদঙাই,
বাৰেঁ-থিয়-দিয়া মোৰ নিমাতী লীলাক ;—
পালোঁ দান ভিখাৰীয়ে অৰ্দ্ধেক সময়।
সেই দিন হস্তে দুয়ে ধৰোঁ এটি ব্ৰত ;—
অৰ্দ্ধাঙ্গিনী হল মোৰ, ভাব-আকৰ্ষণী।
—অনুৰক্ত দাস-দাসী সাহিত্য-সেৱাত।



## ১৮ । সৰ্গ ।

—✻◎✻—

### প্ৰথম-সন্তান ।

মাহেকৰ পাচে মাহ বছৰত লীন,
বছৰ বাগৰি লয় কাল-সাগৰত ।
বয়সৰ লগে লগে বাঢ়ে ভাব জুৰি ;—
সংসাৰী মানসী দুটি । তাৰে অনুকৃতি
দুটি দান, দুটি নাম, অভেদ আতমা ।
মিলনৰ শুভ ফল লক্ষিত দুয়োতে ;
সংসাৰী মানসী দুয়ে বিকসিলে পাচে,
সুফল ধৰাৰ চিন্, স্ব-স্ব কলেৱৰে ।
কিন্তু কিযে লীলা-খেলা, বিধি-বিড়ম্বনা ;
সংসাৰী আশাৰ ফুল যেই মলিয়ালে,
কুটিলে ঠাৰিটি তাৰ দুৰদশা-পোকে,
পৰিল কলিটি সৰি ! আচৰিত লীলা
সৃষ্টি বিধাতাৰ ;—সেই হস্তে অপৰীতি
থিতাপিল লীলা শৰীৰত । একে পোকে,
একে ক্ষণে, ধৰি ছেগ, আৰু তিনি কলি,
বিনাশিলে অকালত, লীলা-লতা গাৰ !
বিকল মানৱী প্ৰাণে হল অসহনি,
অকাল বিয়োগ হাঁয়, আশা সন্তানৰ ।

প্রিয়া মোৰ চিন্তাযুতা। সবল প্রতিমা,
বিষভাব গৰভিনী! সান্ত্বনাৰ হেতু,
পাচিলোঁ মানসী সখী। সখীয়ে সখীক,
বুজালে কতনা, অভেদ আত্মা কথা ;—
একে আত্মা প্রতিবিম্ব লক্ষিত দুয়োতে।
মানসী প্রসূত যিটি স্বামী অনুকৃতি,
একে ৰূপে পাব শোভা সাংসাৰী কোলাত।
শলাগিলে প্রিয়া মোৰ সন্তোষ হাঁহিৰে।
ধৰিলোঁ আগত পাচে প্রস্থ-পুত্র এটি ;
যুটীয়া ব্রতৰ ফল। হৰিষে বুকুত,
অপত্য স্নেহেৰে আটি ধৰিলে লীলাই।
মুগুচে হেঁপাহ চাই দিনে শতবাৰ ;
শত বান্ধনিৰে। সেইক্ষণ হস্ত হল,
পুত্রৱতী প্রিয়া মোৰ, লীলা সংসাৰৰ।



## ১৯। সৰ্গ।



### সামাজিক নীতি।

মনে-পতা সংসাৰৰ পূৰ্ণ সুখভাগ
ভোগ আৰম্ভণ, কৰমত ফলিৱাই।
নতুন গৃহিণী লীলা, নাৰী সমাজত,
পূৰালে আসন এক নতুন আৱেশে;
অন্যতম সমজুৱা, নৱ সংসাৰৰ।
নজনা কুটীল গতি নৱ সমাজৰ;
পোন বাটে খোজ-লোৱা, আতিকে সৰলা।
অকপট হিয়া হাঁয়, হয় কলুষিত,
কপটীয়া আচাৰৰ ঘন ঘঁহনিত!
শিকালোঁ সঙ্কেতে, চলতি সমাজ-নীতি;
ইচ্ছা প্ৰতিকূলে।   নৱ শিকনিৰে কত,
ঘটাই জঞ্জাল, জুৰিলে সমাজ-ৰীতি।
নিতে নৱ গোচৰৰ আবেদন পাঠে
প্ৰেমৰ আলচ ঠাই দিলে সমাজক,
মন্ত্ৰণাৰ জালিকটা আৱৰণ তলে।
বুজনিত গল মাৰ, উচ্চনীতি যত,
স্বভাৱী লীলাত আগে প্ৰতিভাত হোৱা!

নতুন সভ্যতা ৰীতি, সৃষ্টি মানৱৰ,
সৰলে-কুটীলে যোঁটা, কলে ঠাই তাৰ।
ইৰূপে সৃষ্টিৰ লীলা ঘটাই সংস্কাৰ,
আৰম্ভিলে মহামেলা, সামাজিক লীলা;—
অৰ্দ্ধেক সৰলা আৰু কুটীলা অৰ্দ্ধেক,
আচৰি সমাজ-ৰীতি;—আদি সভ্যতাৰ
কহিমা নিজাপী, আৰু নব বৈভৱৰ
কৃত্ৰিম শোভাত মৰা, নৱ সভ্যতাত।

## ২০। সর্গ।



### বিৰহ-সোৱাদ।

আঁতৰিল অবিৰামে বছৰ অৰ্দ্ধেক।
নতুন ভাবৰ ঢউ লীলাৰ হিয়াত
উথলিল, বাগৰিল, ওভতনি মুখে।
স্বামী-সেৱা ওপৰঞ্চি, সেৱা-ইচ্ছা আৰু
উপৰীয়া গুৰুজন; লক্ষ্যি ঘাইঘৰ,
বনালে লীলাৰ প্ৰাণে, জুৰ পাখি মেলি।
বুজালোঁ বুকুত ধৰি, যেবে প্ৰকাশিলে
মনোভাব হৃদয়ৰ, সিদ্ধি ভৰসাৰে।
কথা দি ৰাখিলোঁ কথা;—মাহ তিনি পাচে,
পূৰিব পৱিত্ৰ আশা, দীৰ্ঘ মেলানিত।
কিন্তু কি যে আচৰিত, লীলা-ইচ্ছা-যোঁটা
ঘটনা চকৰি যেন ঘূৰি অনুকূলে,
পৰিপূৰ্ণ ইচ্ছা যত, মানৱ হিয়াৰ,
মাসুহৰ দিন-দিয়া নহওঁতে পূৰ।—
আহিল আদেশ বাণী, বাব-সলনিৰ,
উপৰীয়া অফিচৰপৰা;—ঠৈয়ামত
সলনি বিষয়-বাব, লীলাভাগ্য বলে।
নামিলোঁ পুনৰ, উদ্দেশি জনম ঠাঁই;

পিতৃ-মাতৃ গুৰুজন য'ত। আঁতৰিলোঁ
পাচে, মাতৃ-চৰণত সমৰ্পি প্ৰিয়াক।
প্ৰথম বিৰহ ভাব, পোনে এৰা-এৰি ;
হিয়াৰ আবেগে অঁটা, চকুৰ আঁতৰ,
দুটি দেহা, এটি প্ৰাণ, অৰ্দ্ধ-অৰ্দ্ধাঙ্গিনী।
হেলাৰঙ্গে ভালেদিন, পূজি গুৰুজন,
বিভোল লীলাৰ প্ৰাণ, বান্ধ-সলনিত।
আলোকি আনৰ কোলা, চালুকীয়া শিশু,
থলকিত হৰে চিত, ঘন চোপনিত ;
দেখিলে মাতৃৰ ছুঁয়া, এৰি শত খেলা,
ঘটায় জঞ্জাল হাঁয়, মেলি হাত-মুখ।
চঞ্চলা লীলাৰ প্ৰাণ, বিৰহ ছুয়াঁত,
দেখি স্বামী-অনুকৃতি, কল্পনা চকুৰে,
উতলা হিয়াৰ ভাব পৰিল উপচি।
সযতনে ধৰি তাক মহী পৰশাই,
সজালে, পঠালে, পাচে, উদ্দেশি গৰাকি।
প্ৰাণ মোৰ মতলীয়া শুনি মনে-গোৰা,
বিৰহ সঙ্গীত সুধা ; লীলা সুৰে বন্ধা।
বিজুলীৰেখীয়া বেঁকা, চিঠি শাৰীটিত
কি যে জ্যোতি চমকনি ! দাঙ্গি ধৰোঁতেই
সৌন্দৰ্য্য ওৰণী তুলি চমকায় হিয়া !
প্ৰথমে চকুৰ কোনে ওপচাই ভাব,
পনীয়া জালেৰে ছাতি, দৃষ্টি-গতি ৰোধ ;
দ্বিতীয়ে আবেগ-বাগি, জোঁকাৰি হৃদয়,

কপালে বোৱায় তাৰ ভাপ বিৰিঙনি ;
তৃতীয় চাহনি সোঁতে চৌৱাই প্ৰকৃতি,
লীলাময় ভাবে লয়, জগত সংসাৰ !
ক্ষণে মেলা, ক্ষণে তৰা, ক্ষণে জাপ যোৱা,
লীলাজ্যোতি ভাব-পাখি দেখি মেলা-তৰা
উলাহত চালি ধৰি মন-পখী মোৰ,
উৰি গই আছে চুমি অৰ্দ্ধ-আত্মা তাৰ,
নিমিষে আকাশী বাটে ;—তুৰ-তুৰণিত।
ফুলোঁ ফুলোঁ পাহীটিয়ে, পুৱঁতী নিশাৰ,
পালে সূৰ্য্য দেখা ; বিকসিত পদ্মফুল,
হৃদি সৰোবৰ শোভি। শান্তিৰ সৌৰভে
জুৰালে পৰাণ মোৰ ;—পৰিমল ভাগী।



## ২১। সর্গ।



### প্ৰবাসী সংসাৰ।

নতুন সাজেৰে পুনু পূৰ্ব্ব সংসাৰৰ,
প্ৰবাসত পাতি ঘৰ, ভোগ আৰম্ভণ।
সবান্ধৱে গৃহস্থালী, ভাই-ভতিজাৰে,
আৰু শিষ্য-পুত্ৰে সমন্বিতে। লীলা মোৰ
বিস্তাৰিলে ওপচনি সাংসাৰিক মায়া।
দুখ, তাপ, ৰোগ, শোক, শতেক অপায়ে,
নিয়ন্তী আঁচল ধৰা, সংসাৰী ৰথত,
আবৰিলে গৃহস্থৰ ধৰ্ম্মক খিয়াই;
চৰিল গৃহিণী গুণ, সোণ-পোৰা হই।
ডাল-পাত আৰু কত, জীৱন যুঁজৰ,
ঠেকা-ঠেকি, লগা-যুঁজা, মান-অপমান;
সংসাৰ-পত্থলি জুৰি সশস্ত্ৰ প্ৰহৰী।
যশস্পৃ, গৌৰৱ-আশা, আত্মজীৱনৰ,
মজ্জাগত প্ৰাণ হাঁয়, মুগ্ধ মানৱৰ!
মায়াৰ ওৰণী টনা লীলা প্ৰতিভাৰো
কনালে আশাৰ পখী শূন্য আকাশত;
পকা ভেটী কল্পনাৰ, সুখঘৰ হেতু।

আচৰিত সৃষ্টি-লীলা, লীলা-জীৱনৰ ;
পূৰিল মনৰ আশা, মৰীচিকা ভেদি,
লভিল আসন এক উচ্চতৰ থাপে।
মিলনৰ পাচে যেনে পূৰ্ব্বৰাগ সুখ ;
পিপাসা নিবৃত্তি পাচে, পানী হাবিয়াষ ;
অভাব পূৰণ শেষে, লাভ হেতু আশা,
উজ্বলি নিস্তেজ পুনু লীলাৰ হিয়াত ;
দুদিনীয়া সংসাৰৰ, স্বপ্নৱত সুখ !
ঘূৰালে বিৰাগ মুখ ; আত্ম নামধ্যানে,
অস্থায়ী সংসাৰ সুখ, প্ৰমাণি অসাৰ !
লগে লগে মন মোৰ, চোঁচনি লীলাৰে,
অদৃশ্য সূতাৰে যোঁটা, আনিলে বলাই।



## ২২। সৰ্গ।

---

### পূৰ্ণ সংসাৰ।

নতুন সাজেৰে পুনু পুৰণি সংসাৰ,
নৱ দীপ্তিময়। পিতৃ-মাতৃ চৰণত,
দুয়ে মিলি একে ঠাঁই, অৰ্দ্ধেক বছৰ।
যুটীয়া সেৱাৰ ফল হল প্ৰতিভাত,
সন্তোষ জুৰণি সনা মিলন ৰেখাত।
ভিন্ নামে সম্বন্ধীয়া, ভিন্ বান্ধনীত,
পৰিয়াল জুৰি। ভিনে ভিন্ সম্বোধন;
সুধাৰাশি ঢালে কাণে, দিনে শতবাৰ।
চালুকীয়া ভতিজাৰ আধাফুটা মাত,
"সউ-খুই-দউ" অহ, অমৃত সমান,
বাজিছিল শান্তি প্ৰাণে, দুখ কোমলাই,
চিন্তাৰ সোঁতত যেবে উটি-যোৱা মন।
বাজিছে আজিও সেই প্ৰাণ-কঢ়া সুৰ,
হৃদয়ৰ অন্তস্থল জুৰি। কত বাৰ
উদিয়াই মন-প্ৰাণ, চুমিছিলোঁ হাঁয়,
দেখি তাৰ মহতালি, কৰি লাজে-ছেপা
'খুই-দউ' মৰমৰ, শুচাই ওৰণী,
গুৰুজন সমীপত! নথৰে আনন্দ

অমায়িক প্ৰাণে তাৰ, দেখি সি বিলাই,
লজ্জাৱতী বোৱাৰীক মুছকঁছ-যোৱা।
সংসাৰী লীলাৰ কোলা উজ্বলি 'পোনই,'
অপত্য চেনেহ মোৰ কৰে গাঢ়তৰ,
সৰল কিৰিলি মাৰি শলাগনি সুৰে,
পতি-পত্নী বহি যেবে, বোৱাৰী কোঁঠাত
প্ৰেমৰ আলচে ভোল, সংসাৰ-সুৰত।
লাজৰ টঁকনি প্ৰাণে, দিনে কোনোবাৰ,
দুয়ো যেবে ভেঁটা-ভেঁটী, গুৰুজন আগে,
তলমুখে নেদেখি বিপদ। নাচে হিয়া,
ভিতৰি আনন্দ তালে, যেবে চোৱাচুই!



# ২৩ । সর্গ ।

## আচানত ।

বিৰহৰ চোকা কাঁড়, পুনু হৃদয়ত,
কর্ত্তব্য সুমৰি যেৰে পুনু আঁতৰিলোঁ ।
প্রিয়া যায় আইঘৰলই ;—বান্ধি মন,
যাপিব বছৰ কাল, দীর্ঘ বিৰহত ।
অশুভ ঘটনা এটি এৰা-এৰি বেলা,
বিদায়-ঘাটত ;—'ধনশিৰীমুখ' নাম—
পৰিলোঁ আপুনি হাঁয়, অতি আচানত,
নিদয়া মাউৰ লাগি । চৰিল দুর্যোগ,
শোকাতুৰা লীলা প্রাণে ; বিৰহ আগত !
অকালত, আচানত, বৈদ্য-বিহনত,
দেখি প্রাণ আশাহত, স্বামী দেৱতাৰ,
অর্দ্ধাঙ্গিনী লীলা হাঁয়, উন্মাদিনী হই,
জুৰিলে যি আর্ত্তৰাৱ, গগণ ভেদাই ;—
মৰি বঁচা স্বামী পদে, কিয় বিপর্য্যয়,
অভাগিনী লীলা ভাগ্যে, বিধিৰ বিধানে !
নিন্দিলে বিধিৰ বিধি । দৃঢ় প্রতিজ্ঞাৰে,
সাক্ষী কৰি নীলাকাশ, সঙ্কল্প প্রকাশ ;—
এৰিব সতীৰ দেহা, সাক্ষাতে পতিৰ,

বিধাতাৰ বান্ধনীৰ শত বান্ধ ছিন্দি ।
লাগিলে ব্ৰহ্মপুত্ৰে, সঙ্কেতে সহায়।
—আঁতৰিল যমদূত; নোৱাৰি সহিব,
সতী-তেজ-অগনিৰ তাপ। গল এৰি
দুৰ্ভগীয়া প্ৰাণ, হিয়াভেদী শেল খুৰি
সহিবৰ গুণে, প্ৰিয়তমা বিচ্ছেদত;—
দিঠকৰ অগোচৰ, সপোনৰো আৰ,
শেহৰ সিদিন হাঁয়, লীলা সংসাৰৰ,
সংঘটিল যেই দিনা, যথা সময়ত,
অন্তিমৰ চোৱাচুই ভৰ হেঁপাহৰ
পিৰিকনি এটি সতে আন্ধাৰি জগত!
মছিলে নাথায় মছা সোঁৱৰণী ৰেখ,
ধাৰে বোৱা চকু-লোৰে দুগাল ঢৌৱায়!



# ২৪। সৰ্গ।

—•—

## শান্ত-সদনত।

কটালোঁ মাহেক দুই, দুয়ে দুই ঠাই
ভেলা-ভাৰী নৰ-নাৰী ! ইটিয়ে সিটিৰ
ভাবগ্ৰাহী দুটি প্ৰাণ, ঠাই সলনিত।
উত্ৰাৱল লীলা প্ৰাণ, ভাবি দশা মোৰ,
শাৰীৰিক শতেক অপায়। শুণি দশা,
এৰি বোৱা জীৰ্ণ দেহা, অৰ্দ্ধ শুশ্ৰূষাত।
ক্ষীণতৰ দেহা মোৰ, ভাবি পুনু হাঁয়,
বিষাদ ডাৱৰে ঢকা লীলা-মুখ-জ্যোতি।
ডাক-পথী আহে যায়; অশুভ বাতৰি
দিনে অনা-নিয়া। আহিল উভতি পাচে,
বাতৰি নতুন এটি; ভাঙ্গি মন-প্ৰাণ,
কৰিলে জীৱন্তে মৰা, অৰ্দ্ধ আতমাক।
নসহিল প্ৰাণে হাঁয়, উৰিল পখীটি
ভেলা এৰি বিপদৰ ঘোৰ পাকনিত;
প্ৰাণে-বোঁটা-ভেলা গল পিচে পিচে তাহি।
দেখিলোঁ ইবাৰ লীলা, নতুন ভাবত,
নৱ ভাব পৰভিনী;—গহীন মহান্!

সোধা-সুধি মনোভাব, ঘোৰ চাহনিৰে;
বিষাদ-গাম্ভীর্য্য-সনা মুখামুখি হই।
যাপিলোঁ দুদিন, ভুলি, শাহু-শুশ্ৰূষাত,
লগৰীয়া বিপদৰ শতেক অপায়।
আধা লাজে ভেটি ধৰা, আধা আবেগত,
আচুতীয়া কোঁঠা এৰি, বোৱাৰী-খোজেৰে,
চলাওঁ গহীন খোজ, ইফালে সিফালে।
পৰিলে প্ৰিয়াৰ চকু, মিচিকনি-যোঁটা,
চঞ্চলা-চপলাপ্ৰায় উঠে চমকনি,
গাম্ভীর্য্যৰ তলি উদঙাই! চাৰিফালে
নাৰী-চকু জিলিকনি, বাৰ-জলঙাত,
লাজেঢকা মুখ মোৰ জুমি জুমি চোৱা,
বিপদত নচা মোক লীলা-চাপৰিত।
তৃতীয় দিনৰ আগে, বিদায় বেলিকা,
নিজানে প্ৰিয়াৰ স'তে। বুজালোঁ বিস্তৰ,—
দুদিনীয়া বিৰহত চিন্তা অযুগুত।
নীৰলে পাতিলে কাণ। নেমানিলে প্ৰাণে।
দুধাৰি চকু-লো মচি, পূৰ্ণ আবেগত,
নিবেদিলে মূৰি হাঁয়, জুৰি দুটি কৰ,—
প্ৰাণৰ একান্ত তৃষ্ণা, স্বামীপদ-সেৱা,
জলিছে হৃদয় জুৰি, গাঢ়তৰ ভাৱে;
ৰইছে বিশেষ ত্ৰুটী, গত পূজনত;
আছে বাকী শোধনৰ পূৰ্ব্ব ঋণজাল,
অকুলন বয়সত শাক্তি-শিক্ষা পোৱা;

একান্ত বাসনা এবে, শুজিব সি ঋণ,
হেঁপাহৰ পূজাভাগ, পূর্ণ বয়সত ;
নেলাগে প্ৰাণত আৰু মাতৃ-কোলা-সুখ,
মৰীচিকা মাজে খেলা, স্বামীপদ বিনে !
সুঘূৰিল লীলা-মন শত বুজনিত ;
নোৱাৰিলোঁ একবাৰ, লগ-ধৰা-বাহু ।



## ২৫ । সর্গ ।



### লীলা-সাম্বৰণ।

জুৰিলোঁ পুনৰ আহি পুৰণি সংসাৰ,
পুৰণি ক্ষেত্ৰত ঘুৰি নৱ উলাহেৰে।
নামত পুৰণি অতি, নগৰ প্ৰধান,
পুৰণি 'শোণিতপুৰ'; বাণ নৰপতি,
অমৰ কিৰীটি পিন্ধি অন্তৰ্দ্ধান য'ত।
উষা দেৱী সৃষ্টি- লীলা প্ৰকাশি জগতে,
অগ্নিগড় মাজে য'ত হল অন্তৰ্হিত।
আৰু কত সৌৰৱণী—উন্নত, মহান্,—
বুকে-বন্ধা নগৰীত ঘুৰি লীলাৱতী,
আধা আঁকা সংসাৰৰ লীলা-চিত্ৰ লই,
আৰম্ভিলে ৰহণৰ পূৰ্ণ প্ৰলেপন,
পুণ্য লীলা জেউতিৰে পূৰ্ণ আকৃতিত।
উজ্জলিল ছবিটিৰ দীপ্তি লীলাময়ী,
সুমাৰৰ পূৰ্ব্বভাগে বস্তি-শলাকানি!
কিবা ৰূপে, কিবা ভাৱে, কিবা পাকনিত,
ঘুৰিল সংসাৰ-লীলা অপূৰব ধাৰে;
একজ্ঞান, একধ্যান, একমন্ত্ৰ স্মৰি,
একান্ত সেৱাত মতি, জন্মশোধ মানি,
স্বামীপদ তলে। শুশ্ৰূষাৰ অন্তসীমা

উদ্দেশ্য প্ৰাণত।  মনে মনে মন বুজে,
ভাব বুজে চাওঁতেই; সঙ্কেতে যোগান
প্ৰাণৰ বিচৰা কিবা; প্ৰাণে প্ৰাণ দিয়া,
বিপদে সম্পদে অহ, অৰ্দ্ধাঙ্গিনী লীলা।
জন্মান্তৰে মিলনৰ, প্ৰাণপতি সতে,
পূৰ্ণভাব প্ৰতিভাত, পূৰ্ণহিয়া জুৰি।
আচৰিত, দেখি হাঁয়, আধ্যাত্মিক ভাব,
অষ্টাদশ বছৰীয়া যুৱতী লীলাৰ!
বুজনি সুৰত পমে, একাণপতীয়া,
জিৰণি আসন বাৰে, শুনাওঁ যেতিয়া,
জন্ম-জন্মান্তৰ কথা, চিন্তা-শাস্ত্ৰে লিখা,
বিবেকৰ পাতনি টীকাত।  কিযে শান্তি,
বিৰিজে বিমল মুখে; দাম্পাণ হিয়াৰ।
দান, দয়া, ক্ষমা, সেৱা দুখিত জনাক,
যত্ন-স্নেহ, মাতৃব্ৰত, শিষ্য-পুত্ৰ সৱে,
দিনেকৰ কৰ্ত্তব্যত কৰি সাৰোগত,
স্বৰ্গৰ চৌচৰ্নি জ্যোতি জিলিকনি মুখে,
শান্তিময়ী লীলা, অপেক্ষি যাত্ৰাৰ দিন।
ইৰূপে মাহেক দুই সাধনাৰ ফলে,
উদিল শৰত জোন, উজ্বলি জগত,
শীতলি প্ৰকৃতি বুকু, স্নিগ্ধ শোভা মেলি।
দুৰ্গাদেৱী ভগৱতী, দুৰ্গতি নাশিনী,
ভকত প্ৰাণৰ সদা মুক্তি প্ৰদায়িনী,
আবিভূৰ্তা হল আহি কৰ্ত্তব্য সুমৰি।

সুপ্রসন্না ভগৱতী, লীলা-ভকতিত,
মুক্তিলাভ দিলে বৰ, শুভক্ষণ গণি।
সপ্তমীত আৰম্ভণ, অন্ত দশমীত,
দেবীপূজা লগে লগে স্বামীসেৱা ব্ৰত।
চাপিল ওচৰ ক্ৰমে মহাযাত্ৰা দিন,
বিজয়া দশমী। গোসাঁনীৰ লগে লগে,
ভাহি গল প্ৰাণ; কৰি ব্ৰত সমাপন,
স্বামী পূজা ভাগ। নিবেদিলে অন্তিমত,
নিৰ্দ্দেশি প্ৰকাশ্যে হীৰাৱতী সখীয়াক
সহধৰ্ম্ম পালনৰ ভাবী গৰাকিনী;—
অন্তিমৰ অনুৰোধ স্বামী-চৰণত,
গৃহধৰ্ম্ম চলে যেন সেই অনুক্ৰমে।
ললেহি আসন পাচে, মাউৰ কোলাত,
প্ৰকাশ্যে বিদায় মাগি স্বামী-চৰণত।
সাত দিন সাত ৰাতি, সপ্ত শিষ্যে বেৰি,
ৰাখিলোঁ সাবটি। মানৱ বান্ধনি হাঁয়,
থাকিল বান্ধতে!—কৃষ্ণপক্ষ দ্বিতীয়াৰ
ভৰ-দুপৰত, সামৰি সংসাৰ-লীলা,
স্বৰ্গত জিলিকে গই পুণ্যা লীলাৱতী!

অন্ত।

৬ পুহ, ১৮২১ শক।

# ওপৰঞ্চি।



## ৺ বাইদেউ।

সোঁৱৰণী শেল বাজিয়ে আছিল,
বিদৰাই ভগা বুকু ;
লগে লগ ধৰি বিষধৰ হুলে
বিন্ধিলে ইবেলি চকু !
[illegible]ঙঁতে শেষ, শোক-গীত গোৱা
নপৰোঁতে সামৰণী ;
[illegible] কপচাই, আথাউনি শোকে
কৰে প্ৰাণ অসহনী !—
যাৰ যতনত মাতৃকো নিচিনি
উঠিলোঁ কোৰঁৰ হেন ;
যাৰ চেনেহত, আছিলোঁ বন্ধুৰা,
বিয়াৰ যৌতুক যেন !
যাৰ যতনত লভি জ্ঞান-জ্যোতি,
লভিলোঁ মানৰ নাম ;
যাৰ কৃপা গুণে, অৰ্দ্ধাঙ্গিনী সতে,
মিলন অমিয়া পান।
যাৰ অপত্যত ভ্ৰাতৃবধূ লীলা,
বন্ধুৱা চৰণ তলে ;

মাতৃৰ সমান জ্ঞান উপদেশে,
শান্তিৰ মলয়া বলে।
শোকৰ অকণি টিপনি হেঁচাত,
মৰম নিজৰা ফুটি;
ছুগালত যাৰ, নিমিষে শুমায়,
অপায় শতেক উটি!
যাৰ চৰণত শোক, দুখ, তাপ,
নিবেদি মুকলি প্ৰাণে;
সন্তাপ ভাগৰ, আঁতৰে নিমিষে,
বুজনি অমৃত পানে।
সেই সহোদৰা, বাইদেৱে মোৰ,
আপুনি স্বৰগী হই,
সন্তাপ উপৰি চৰাই সন্তাপ,
কৰিলে জীয়াতু অই!
সুবুজিলোঁ বিধি, সৃষ্টিৰ মহিমা,
মায়া-ঢকা মহামেলা;
কিবা তত্ত্ব তাৰ, মৰীচিকাময়,
কিবা সৃষ্টি, শোক-লীলা!



# ৺ পানীন্দ্রনাথ !

হিয়াৰ অৰ্দ্ধেকে এৰা দিয়া পাচে,
চেনেহৰ ৰাইদেৱে
মৰমৰ থালী উজুটিত নিলে,
আঁতৰি একেটি ভেৱে !
বিষাদ ডাৱৰ হিয়া-আকাশৰ
বৰষি পাতল যেই ;
শোকৰ উপৰি ওপৰঞ্চি শোক
ছাতিলা পানীন্দ্ৰ গই !
দুদিনৰ আগে সুযোগ্য বন্ধুৰ
সুবিজ্ঞ বুজনি মেলি ;
তাপিত বন্ধুৰ দুখ পতিয়াই
নৰলা দুডাঁৰ বেলি !
পৰিছে মনত সিদিনাৰ কথা,—
পোনে দুয়ে কলি লোৱা ;
আৰু সিদিনাৰ, সহপাঠী হই
সমস্বৰে পাঠ গোৱা।
বয়সে যেতিয়া কৰিলে বান্ধই
পূৰঠ, দুইৰে প্ৰাণ ;
মিলন সুৰত দুয়ে মিলি গোৱা
জীৱন উদ্দেশ্য গান।
আৰম্ভণ যেৱে মাতৃ-ভাষা-সেৱা,
সমান ব্ৰতৰ ভাগী ;

পিচ কৰি মোক সঁপিলা জীৱন,
স্বাৰ্থৰ জোলোঙা ত্যাগি।
বহু দূৰ তুমি, আগুৱালা এৰি,
পকালা ব্ৰতৰ ফল ;
'লৰাশিক্ষা' তিনি,—আদি, মাজ, শেহ,
আৰ্জ্জিলা পাথেয় বল।
সুমৰি উদ্দেশ্য, লৰি গই মাথোঁ
ধৰিলোঁ তোমাৰ সঙ্গ ;
যুটীয়া সেৱাৰ 'সাহিত্য-সংগ্ৰহে'
জাতীয় অভাৱ ভঙ্গ।
তাৰো পাচে পুনু লৰিলোঁ সমানে,
সমান ব্ৰতৰ ভাৰী ;
মিঠা ফল তাৰ এটি-দুটিকই
মলিয়ালে দুই-চাৰি !
আৰু কত আশা ধৰি আগলই
দুখুনী অসম ধন !
কিয় অকালত সামৰিলা লীলা
দিলা শোক অকথন !!



# চৰাই।

ৰূপৰা আহে উৰি, বাতৰি কলই,
আকাশী বাতৰি-ভাৰী ;
শূন্যে শূন্যে দৃষ্টি তাৰ, ওপঙি আহিছে,
মুকলি জগত জুৰি।
কতনা বিৰহী জানো আকাশ তলত,
পৰিছে চকুত তাৰ ;
পৰৰ দুখত দুখী, নিঃস্বাৰ্থ প্ৰেমিক,
প্ৰাণ জানো তোলপাৰ !
যাকে য'ৰ লাগে যেন, আপুনি বিলাব
বিৰহ-বাতৰি মউ ;
আবুজা বুলিবে জানো তললই চাই,
তাকেহে সুধিছেঁও !
সুধিবৰ আছে মোৰো, বাতৰি প্ৰিয়াৰ
এদোপ্ উধাৰ ধৰোঁ ;
হুতাশিন প্ৰাণ হাঁয়, হেঁপাহ-ভৰত,
উভতি মাটিত পৰোঁ !
অফুট্ ভাষাৰ সেই নিফুট্ ৰাগিণী
প্ৰৱেশি হিয়াত মোৰ,—
উথলপুথল চিত্,—লাগি বিচাটন—
কৰে পৰাণ বিভোৰ !

# সন্তান।

ভাবৰ অস্থিৰে গঢ়ি জকা কল্পনাৰ,
সযতনে প্ৰতিষ্ঠা হিয়াত;
চিন্তাৰে তেজক মথি মাংস বঙহৰ
থাপি থুপি দিলোঁ সি কায়াত।

মগজু মন্থন কৰি ভাবৰ বাক্যাত,
দিলোঁ আঁটি বুজনিৰ সুৰ;
ভাষাৰ বৰণ সানি পূৰ্ণ আকৃতিত,
চাওঁ দেখোঁ, পূৰ্ণাকৃতি মোৰ!

ৰূপৱতী জননীৰ ৰূপহ সন্ততি
আনন্দত মাতে কোলা পাতি;
কুৰূপা জননী বুলি স্বামী-অনুকৃতি
চাই শান্তি নেপায় নে আতি?

অপত্য চেনেহ অহ, সমজুৱা ধন,
সকলো যে সমভাগী তাৰ;
জেউতিত নিয়ে কাঢ়ি আনৰ একণ
জগতত সাধ্য এনে কাৰ?

ভাগ্যৱন্তে নৰদেহী লভে বংশধৰ
মৃত্যুৰ পাচত ৰাখে নাম;
অভাগাৰ গ্ৰন্থদেহী লাভ সন্তানৰ
সেয়ে যেন সাধে সেই কাম।

# মিলন-মহত্ত্ব।

স্বৰ্গ-মৰ্ত্ত্য মিলনৰ
সাক্ষ্য দিয়ে আকাশে-সাগৰে ;
পাতালকো কৰে এক
চামে চামে মিলন-আকৰে।

*

সুমেৰু কুমেৰু মিল,
—মেৰুদণ্ড মুৰপুতি জোঁটা ;
বিষুব-বান্ধনী মেৰ,
ভূমণ্ডল আঁকোৱালি অটা।

*

উদয় অচল স'তে
অস্তাচল ধ্ৰুব সম্মিলন ;
পীতাম্বৰ পূজাৰিয়ে
পূৰা সন্ধ্যা কৰে আৱাহন।

*

পদ্ম-ৰাগ সূৰ্য্যত
—দিনমান মিলন-পোহৰ ;
চন্দ্ৰ-প্ৰভা কুমুদত
—মিলনৰ হিয়া-সৰোবৰ।

প্ৰতিভাত প্ৰকৃতিত
পুৰুষৰ মিলন-মহিমা ;
সৃষ্টিৰ স্বীকাৰ্য্য ৰেখা
বিয়াপিছে, নাই তাৰ সীমা।

*

সখি-মিলনৰ ফল,—
কৃষ্ণাৰ্জ্জুন,—গীতা-উৎপত্তি ;—
মানৱাত্মা মুক্তি হেতু
জগতত শ্ৰেষ্ঠ ধৰ্ম্মভেটি।

*

সৃষ্টি-স্থিতি-প্ৰলয়ৰ
সম্বন্ধ-নিৰ্ব্বন্ধ গূঢ়তত্ত্ব ;
একৰ কাৰণে তিনি,
—বিশ্বপ্ৰাণ, মিলন-মহত্ত্ব।

# জুৰণি।



সাহিত্যিক পেঞ্চনাৰ,

ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা, এম, আৰ, এ, এচ,

ৰচিত।



"গোহাঞি বৰুৱাৰ এইটি মউ-চাক। অসমীয়াই ইয়াৰপৰা আনন্দেৰে মৌ পান কৰক। গোহাঞি বৰুৱাৰ ভাষা বিতোপন; পাঠ সুশোভন; ব্যাখ্যা সুগম; প্ৰণালী সুঠাম।"—শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

দ্বিতীয় তাঙৰণ।

তেজপুৰ, অসম।

১৮৬০ শক।

লীলা-এজেঞ্চিৰপৰা

গ্ৰন্থকাৰৰ দ্বাৰাই প্ৰকাশিত।



বেচ,—ধনে ১৲ এটকা

# উছৰ্গা।



মোৰ

অৰ্দ্ধাঙ্গিনীৰ প্ৰথম অৰ্দ্ধেকৰ অকাল-বিয়োগত, বিধাতাৰ বিধান অনুসৰি,
যি দ্বিতীয় অৰ্দ্ধেকৰ মধুমিলনে জুৰণি-অনুপান-দানেৰে সন্তাপৰ
উতলা তাপ মাৰ-নিয়াইছিল,

আৰু

যি মোৰ মৌ-চাক যেন ভৰপূৰ সংসাৰৰ প্ৰসূতী হৈ
শান্তিলতাপাতেৰে মোক আৱৰি ৰাখিছে,

সেই

প্ৰিয়তমা দ্বিতীয়া ভাৰ্য্যা

**শ্ৰীমতী হীৰাৱতী দেৱীৰ**

শীতলা বুকুত সন্তৰ্পণে

**"জুৰণি"**

সাঁচি থোৱা হল।



**বৰ্চোতা।**

# ১। পাতনি।

"জুৰণি" ওলাব বুলি কেতিয়াবাই আগ-জাননী দিয়া হৈছিল; সাংসাৰিক লীলা-চক্ৰত পাক-ঘূৰণি খাই অলপ জিৰাওঁতে হে পলম হল। সেই বাবে ৰাইজৰ ওচৰত ক্ষমা-প্ৰাৰ্থী হলোঁ।

সংসাৰৰ বহাগী জহত চেঁচনি বিচাৰি পিয়া ঢোকাচাৰেক জুৰ অনুপানৰ অকণি অকণি বিৰিঙনি মাথোন 'জুৰণিৰ' পাতত ওলমি ৰৈছে। ৰাইজৰ করুণ ব্যৱহাৰত আছিলে, সি তাতে অক্ষয়ৰূপে ৰব বুলি আশা কৰা যায়। ইতি

| | |
|---|---|
| তেজপুৰ, অসম। | নিবেদক, |
| ২০ ভাদ, ১৮২২ শক। | শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা। |



## ২। পাতনি।

প্ৰথম তাঙৰণৰ "জুৰণি" গ্ৰাহকে তৃপ্তিৰে সৈতে পান কৰি কেতিয়াবাই ওৰ পেলালে। আজৰিৰ অভাৱত তাৰ দ্বিতীয় তাঙৰণ ভালেমান দিনলৈকে উলিয়াব পৰা নহৈছিল। পিচে, এতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষৰ কৃপাত, "জুৰণি" বি-এ মহলাৰ পাঠ্য নিৰ্দ্ধাৰিত হোৱাৰ আলমত, অনতিপলমে ইয়াৰ নতুন তাঙৰণ উলিয়াবলৈ খৰধৰ কৰা হৈছে। এই বাৰ আৰু টোপাচাৰেক আৰক সঁফুৰাত ভৰাই দি, তাত মোৰ মাত্ৰা চৰাই দিয়া গৈছে। ইয়াৰ পাচৰ বাৰত আকৌ আৰু টোপাচাৰেক চৰাই দিয়া যাব।

"পদ্মকুটীৰ", তেজপুৰ, অসম।
১৬ ভাদ, ১৮৬০ শক।

বৰচোঁতা।



# সূচী।



## অকণি।

## ওপৰঞ্চি।



## উপৰি-ওপৰঞ্চি।

## মোখনী।





শোধন,—৬৮৭ পৃষ্ঠাত মহি নহৈ মহী হব; ৬৯৩, ৬৯৬, ৬৯৮ পৃষ্ঠাত হমুনীয়া নহৈ হমুনিয়া হব।

## কবিতা।

সহস্র চকুৰে দেখা কত কি যে গুণি,
ফুটাব নোৱাৰি ভাব, টোকে চকু-পানী
কত কাল নীলাকাশে!—আগেয় কুসুম
সুকয় বুকুত লই, জ্বলে চতুগুণ।
অৰ্ঘভৰা হাঁহি মাৰি ফুল-কুৱঁৰীয়ে
চিপিয়াই কবলই পুহু এৰি দিয়ে!
ৰূপহী জোনায়ে দেহি, কত প্ৰেম ভাব,
সঙ্কেতে বুজাই তাহে,—কথাৰ অভাৱ!
সন্ধিয়াৰ ৰঙা বেলি আপুনি তপত,
বিচ্ছেদ পোৰণি তাপ নহয় বেকত!
কুল্ কুল্ নই বয় কত কি বিনাই,
সুবুজি নোসোধে কেৱেঁ কি তাৰ বিলায়!

নসহি কবিতা-বাণী, জড় জগতত
দিলেহি বুজনি সুৰ অব্যক্ত ভাবত।



## কবি।

চোৱাঁ সখি, আছে কবি নীৰলে নীৰৱে,
বননিৰ মাজবাটে নিমগন ভাৱে।
নিজম বীণাৰ সুৰ—নিজৰে জুৰণি—
আপুনি ব্যাকুল শুনি। তাৰে প্ৰতিধ্বনি

জুৰণি।

বাজিছে নীৰৱে বই, প্ৰতি ফুল কাণে,
উলাহ সঙ্গীত সুৰ ঢালি প্ৰতি প্ৰাণে।
প্ৰণয়ী আমাৰ কবি আছে আগুৱাই,
আটাইটি মৰ্জো ফুল, আগমনী চাই।
আৰু সৌ বুঢ়া গছ, জটাধাৰী বৰ,
সিবলি-পতীয়া কায়া শাল, এজাৰৰ,
আইঁত উদাস যোগী, নাহৰ, কদম,
সবাৰো শুচিব হাঁয়, দুখভৰা ভ্ৰম;—

সবাৰে পাঙিছোঁ আমি, মনমোহা ছবি,
ভাঙি কম মনোভাব, আছে সৌৱা কবি।



## মন।

বিশাল কৰ্ম্মৰ থলি, বিভাগ অশেষ,
অনন্ত আতমা গাত দেহা মহাদেশ।
প্ৰজা সৱ ইন্দ্ৰিয়াদি প্ৰতি ভাগে ভাগে,
আপোন ব্যৱসা ধৰি, কৰ্ম্ম ফল মাগে।
কাম, ক্ৰোধ, লোভ, মোহ, মাৎসৰ্য্য, মদ,
অসীম ক্ষমতাশালী ছয় পাৰিষদ;
মহা মন্ত্ৰে দীক্ষা লই ৰাজ্য শাসনত,
ভাগে ভাগে দিয়ে বল, নিজ অভিমত।
সবাৰো উপৰি ৰজা স্বেচ্ছাচাৰী মন,
অখণ্ড প্ৰতাপে শাসে দেহা কাম্যধন।

পাৰিষদ প্ৰেৰণাত, কেতিয়াবা নিজে,
মনোমত কাৰ্য্য কৰি সংসাৰত মজে।

দেহেশ্বৰ মানৱাত্মা—ৰাজ-ৰাজেশ্বৰ,
মনকো দমকি শাসে দেহা নিৰন্তৰ।

—৽৽—

## কল্পনা।

মনৰ অধীন প্ৰজা চকু বাহিৰত,
সীমাবদ্ধা শক্তি তাৰ, আতি যথাৱত।
বাহিক জগত জুৰি সৌন্দৰ্য্য যি কেৰি,
পূজেহি প্ৰভুৰ পাৱ তাকে আগ কৰি।
আৰু দুটি দিব্য চকু, গাতে লাগি থকা,
পচাৰতে ত্ৰিভুবন একচিত্ৰে আঁকা;
আজন্মে মনক সেৱি পায় প্ৰতিদান,
বিষাদত শান্তি লাভ সাগৰ সমান;
তৃষাশাত পিয়ে পানী ভেদি মৰীচিকা,
অভাৱত সম্ভোগৰ পূৰ্ণ প্ৰহেলিকা।
অন্তৰ বাহিৰ আৰু নভৰা ভাগৰ,
নিতে ন ন পূজা দিয়ে দীপ্তি সৌন্দৰ্য্যৰ!

কল্পনা যি জুৰি চকু, বিশ্বৰাজ্য ঘূৰে,
সৃষ্টি মাজে দেহেশ্বৰে তাকে পিন্ধি ফুৰে।



## প্ৰকৃতি।

শান্তিৰ মলয়া বলি প্ৰাণ জুৰ কৰে,
শীতল বৰণে তাৰ জগত সামৰে ;
অশান্তি ৰদৰ তাপ লাগিলে হিয়াত,
চাটিফুটি মন-প্ৰাণ, নাই তত্ গাত ;
মানৱ হিয়াত এনে প্ৰতিবিম্ব কাৰ,
নাচে কোন্ দাপোনত মহিমা অপাৰ ?
দেখি ৰূপ আপোনাৰ মজে মুগ্ধ নৰ,
নকৰে অকণি মন ৰূপ দাপোনৰ !
ভাবুক কবিয়ে চকু ঘনে পিৰিকাই,
ছয়াঁটিৰ আদি ৰূপ দিয়ে উদিয়াই ;—
অনুকৃতি ভিন্ ৰূপে নৰ-প্ৰকৃতিৰ,
আদি আৰ্হি সতে মিলে বাজত সৃষ্টিৰ।

ক্ষণে জুৰ, ক্ষণে ঘোৰ, ক্ষন্তেকে প্ৰলয়,
নোপোৱাঁ বিমুগ্ধ নৰে প্ৰকৃতি আশই।



## ৰূপ।

ৰঙা, মুগা, সেউজীয়া,—ফুল, গছ, পাত ;
বগা, ক'লা, গোৰা, শাঁও,—জীৱ অসংখ্যাত ;
আৰু কত ভিন্ ৰূপ প্ৰতি জীৱটিৰ,
ভিন্ ভিন্ অনুকৃতি আত্ম-প্ৰকৃতিৰ,

মানৱ চকুত পৰে তিল তিল কৰি,
তথাপি বলিয়া নৰ জেউতি বিচাৰি !
বাহ্যিক চকুৰে দেখা ওপৰে ওপৰে,
অন্তৰীয়া শোভা তাৰ চাওঁতেই হৰে !
প্ৰকৃত সৌন্দৰ্য্য-ধাৰ তলে তলে বয়,
ভাবুক চকুত ৰেখ ঠৰে ঠৰে ৰয় ;—
বিচিত্ৰ ওৰণী ভেদি প্ৰকৃতিৰ মায়া,
বিৰিঙি ওপজি ফুৰে সৌন্দৰ্য্যৰ ছাঁয়া।

চকু-ৰোৱা মন-মোহা তত্ত্বগ্ৰাহী শোভা,
কবিৰ হিয়াত মাথোঁ জ্বলে পুণ্য প্ৰভা।



## বাঁহী।

যি বাঁহী সুৰত পমা গোকুলৰ ৰাণী,
বংশীধাৰী পিচ-ধৰা ষোল শ গোপিনী ;
যি সুৰে হৃদয় পশি মুগ্ধ সংসাৰীৰ,
বৈৰাগ্য ভাবত কৰে উদাস অস্থিৰ ;
তাপিত বিৰহী প্ৰাণ যি সুৰে উজ্বাৰি,
কল্পনা ৰথত তুলি সাজে বংশীধাৰী ;
থৰতৰ ধাৰে বোৱা প্ৰেমনদী হাঁয়,
যি সুৰে বলিয়া কৰি উন্মত্ত বোৱায় ;

গভীৰ তপস্যা মগ্ন যোগিৰৰ ধ্যান,
শূন্যত লুকায় শুনি যি বাঁহীৰ তান ;
নৰঘাতী ৰাক্ষসিনী নিৰ্দয়া পাষাণী,
উদ্দেশ্য পাহৰে শুনি যি বাঁহী ৰাগিণী ;—

কোনে কয় অচেতন, পৰ-মুখ বায়ু,
আজীৱন জীয়া বাঁহী, সৃষ্টি পৰমায়ু।



## গীত।

সংসাৰৰ ভগা-ছিগা কৰ্কৰীয়া কথা,
নীৰস, গুটীয়া, নোহে ইটে সিটে নথা।
হিয়া-ছেপা প্ৰেমৰস, সুৰঙ্গা সমান,—
তাল, মান, সুৰ, লয়, ৰাগিণী মহান্,
পঞ্চামৃতে সানি তাক কৰে সুললিত,
হুলিগলি ভাবে আঁটি ইটিক সিটিত।
আথইফুটীয়া কথা আবেগত পৰি,
নিছিগা ধাৰেৰে বয় পঞ্চম ৰাগিণী ;
হৃদয় নিজৰা ফুটি বই অহা জুৰি,
বাজত কোৱাল নই ক্ষুদ্ৰ গুৰি এৰি।
নিৰগুণ নিৰাকাৰ পূৰ্ণব্ৰহ্ম নাম,
ভকতি সোঁতত তাহে এৰি পুণ্য ধাম।

মানৱৰ কণ্ঠ এৰি আহে স্বৰ্গ চুমি,
দেৱতা বিহাৰ থলি গীত মৰ্ত্ত্য-ভূমি।



## কাপ।

সৰি পৰা হাঁহপাখি বিলৰ দাঁতিত,
আছিল নিষ্কৰ্ম্মা পৰি বননি পাটীত ;
নাছিল চেতনা তাৰ, জাঁপখোৱা মুখ,
পিপাসাত দগ্ধ প্ৰাণ কৰে ঢুক্ ঢুক্ ।
গুণগ্ৰাহী নৰে তাৰ বুজি অন্তৰ্গুণ,
সযতনে আনি তাত দিলে ভাবগুণ ।
জাঁপখোৱা মুখ ছিৰি দিলে জীপ্-পানী,
ভাবৰ নিশ্বাস টানি হল জীয়া প্ৰাণী ।
উপকাৰী গুণ লই কৃতজ্ঞ অন্তৰে,
পান কৰি কালকূট অমৃত উগাৰে ;
যাৰ হাতে পালে প্ৰাণ তাৰে বংশধৰ,
নিজে মৰি কৰে তাক মৰিও-অমৰ ।

মমাপী ভাবৰ ধৰি উৰণীয়া পাখি,
জ্বলন্ত কীৰিতি আঁকে অমৰত্ব মাখি ।



## মহি ।

নিস্ফুট হিয়াৰ ভাব, বৰণ বিহীন,
শূন্যত মিলেহি আজি, মাথ যায় চিন্ ;
মন্তেকীয়া প্ৰাণ-বায়ু বাজনাই আহি,
অনন্ত বায়ুত মিলি যায় কেনি ভাহি ;



অগণন লীলা-খেলা,—সম্পদ, অপায়,
ক্ষুদ্র ক্ষুদ্র পানী-টোপ, উঠে আৰু নাই ;
দুদিনীয়া সংসাৰৰ সম্ভোগ, বিলাস,
মৃত্যুৰ পাচত চিন্ সমূলি বিনাশ ;
ভাবৰ চিনাকি হেতু আঁচে-ধৰা কথা,
জীৱনৰ কীৰ্ত্তিচিন, প্ৰাণ সতে গাঁথা,
সংসাৰৰ মহামেলা, মৰত প্ৰবাস,
সম্পদ, অপায়, আৰু সম্ভোগ, বিলাস ;

সবাৰো অক্ষয় চিন্ আঁকিবৰ গুণে,
মহি সৃষ্টি মৰতত স্বৰগ ৰহণে।

—❖—

## প্ৰথম।

শিশুৰ প্ৰথম বুলি, আধাফুটা ভাব—
শুনি গুচে জননীৰ সন্তাপ অভাৱ ;
নেদেখা মিলন পাচে পোনে দেখা-দেখি ;
আধাকোৱা দুটি কথা আবেগত লেখি ;
বছৰৰ পোন্-দিনা কালপাতনিত ;
প্ৰথম নতুন ভাব ঋতু সলনিত ;
বতৰৰ পকা ফল পোন্-প্ৰথমত ;
পোনতে প্ৰণাম শিকা গুৰু চৰণত ;
প্ৰথম পৰ্ব্বত দেখা, নদী উত্পত্তি,
নিজৰা-নিস্থত জুৰি, বেঁকা-বেঁকি গতি ;

জুৰণি।

জিৰণিৰ গছতল, প্ৰথম প্ৰবাস,
প্ৰথম স্বাধীন ভাৱে পুণ্য গৃহবাস ;

সবাৰৰে পাতনিত সনা এটি সুখ,
ভুঞ্জোমানে বাঢ়ে স্পৃহা, নভৰেহে মুখ !



## আদি-অন্ত ।

ওলাওঁতে ৰঙা ৰেলি, পৰোঁতে ৰাঙলি ;
ওপজোঁতে জোন-বিৰি, মৰোঁতে এবেলি ;
আহোঁতে সাদৰী মাত, বিদায়ত সেই,
একে বান্ধে আলিঙ্গন অহা-যোৱা যেই ;
জোৰোঁতে আগ্ৰহ যেনে, ব্যগ্ৰ সামৰোঁতে,
নেদেখা, নোপোৱা সুখ বিৰিঙে দুয়োতে ;
আগলি বতৰ ফল ধৰে হেঁপাহেৰে,
শেহনি যি কিটি হাঁয়, ৰাখে যতনেৰে ;
সন্ধিয়াৰ আদি-তৰা, প্ৰণাম জাননী,
পুৱাৰ আদিকা এটি বিদায় মাগনি ;
প্ৰথম সম্বন্ধ বান্ধ, সুৰগা মিহলি,
অন্তিম সংসাৰ মায়া, নেৰোৱা কুৰুঁলি ;

ধানৰ আদিতে ধান, ফলে পুনু ধান ;
আদি-অন্ত, জন্ম-মৃত্যু উভয়ে সমান ।



## আদহীয়া ।

যৌৱনত পূৰ্ণ হিয়া, পূৰ্ণ আবেগত,
ফুলি উঠি দকমক ; পূৰ্ণ উলাহত
পাতিছিল ফুলবাৰী, ফুলিছিল ফুল,
সুগন্ধত মলমল্, প্ৰাণ বিয়াকুল ।
বসন্তৰ মৃদু বাত ভাব উৰুৱাই,
ফুলৰেণু সতে হাঁহি, জগত বুৰাই,
মেলিছিল চউপাশে মত্ত আনন্দৰ,
আপোন পাহৰা ভাতি ভৰ ছুপৰৰ ।
নাই আৰু পূৰ্ণভাব, টুটিল আবেগ,
ফুলনিৰ সেই ক্ষণ, প্ৰাণ-কৰ্হা ছেগ ;
আনন্দৰ পাৰে উঠি বুকুত ফুৰণি,
সুৰঁৰি পূৰ্ব্বৰ বাগী পাইছোঁ জিৰণি ।

আবেলিৰ চেঁচনিত বহিছোঁ এতিয়া,
যৌৱনৰ হিয়া টুটি হলোঁ আদহীয়া ।



## ব্ৰহ্মপুত্ৰ ।

মানসৰ গৰ্ত্ত এৰি ব্ৰহ্মকুণ্ড ঘূৰি,
কটালোঁ কতনা যুগ পাথেৰ বিচাৰি ।
সাগৰ উজেলি পাচে কৰিলোঁ প্ৰয়াণ,
কত কাল ঘূৰি-পাকি বিলয়-মিলন ।

কত যুগ একে দৰে লই পূজাভাগ,
শোধাইছা বই-পৰা পুণ্য ব্ৰহ্মযাগ।
কতনা সৃষ্টিৰ কথা, উঠন পতন,
কতনা বুৰঞ্জী যুগ বুকুত মগন।
আজিকে পুৰণি তুমি বৃদ্ধ যোগিবৰ,
তথাপি লৰাটি সদা, 'পুত্ৰ' নামধৰ।
কতবাৰ যৌৱনৰ ভুগিছা বিলাস,
বছৰে বছৰে ঘূৰি বাৰিষা উলাহ।

যি বলে ধৰিছা ৰাখি অমৰ যৌৱন,
নিছিগা ভক্তিৰ সোঁত জ্বলন্ত প্ৰমাণ।



## মেঘাই।

ই চুবুৰি উঠি গই সি চুবুৰিলই
পাতে এক বৰগাওঁ সুৰুঙা নথই।
নিমিষে বিয়পি নাই,—নিৰ্ম্মল আকাশ—
কাষৰত সাজে গই দিব্য পানীগছ।
বদৰ তাপত পুহু কায়া কোমলাই,
শিমলুৰ তুলা উৰে আকাশ ধনাই।
সন্ধিয়া বেলিকা সানি সেন্দুৰি বৰণ,
চালি-ধৰা হ'বা হই হৰে প্ৰাণমন।
প্ৰেম-ৰস পৰিপূৰ্ণ পয়তিলে ধ্যান,
ভাবত বিভোল হই বিৰহী পাগল।

জুৰণি।

করুণ বসত পমা নিস্বার্থ প্রেমিক,
পৰৰ ব্যথাত ব্যথা পায় অতিৰিক।

অযাচিতে উৰি যায়, বিচাৰি বেগাই
সিপাৰৰ বিৰহীক, কটকী মেঘাই।



পুৰণি অসম।

অসম বিক্রম হেতু আহোম ৰজাৰ,
"অসম" সি জাতি নাম জগতে প্রচাৰ।
ৰজাৰ খিতাপ পিন্ধি ৰাজ্য বিভূষিত,
ৰাজ নামে ৰাজ্য নাম প্রথা প্রচলিত।
স্বাধীন নিচান তাৰ উৰিছিল শিৰে,
অখণ্ড প্রতাপ চিন্ চাৰিটি ছুৱাৰে।
ৰিষয়াৰ বংশধৰে ৰাজ প্রসাদৰ,
উপাধি পাগুৰি মাৰে বংশ-গৌৰৱৰ।
আজিও বাঢ়িছে তাৰ আদৰ অভাৱ,
নাই ৰজা, গুচা নাই উপাধি প্রভাৱ।
বিতোপন বাট, ঘাট, দেউল, মন্দিৰে,
অক্ষয় কীৰিতি চিন্ জগতে প্রচাৰে।

থাকোঁতে সৌভাগ্য ভাগ নেভাবিলে হাঁয়,
সুঁৰৰি এতিয়া কান্দে অসমীয়া ভাই!



## পটুৱাৰ ভুৰ।

দীঘলীয়া খাল বাট গাঁৱৰ মাজত,
বাৰিষা উপচি বয় নই বখাৰত।
চোতালৰ পানী বই পানীপাচ-ধাৰে,
খাল-নই ভৰে গই ফেনে-ফোটোকাৰে।
উলাহত বাল্যভাৱে হিয়াক চোৱাই,
তিৰবিৰ কৰি বয় প্ৰত্যেক শিৰায়।
পানীৰ সোঁতক চাই তাৰ-সোঁত মোৰ,
মন-প্ৰাণ উচটাই ললে পাক ঘোৰ।
পটুৱাৰ ভুৰ বান্ধি যাওঁ ভটীয়াই,
নাও বুৰি বং পাওঁ, পানী বতিয়াই।
সংসাৰৰ অন্ধকাৰে ভৰি দিয়া পাচে,
এতিয়া দেখিছোঁ তাৰ সোঁৰণী আছে।

পাকত পৰিলে নাও কৰোঁ কাওবাও,
হুমুনীয়া কাঢ়ি স্মৰোঁ সেই ভুৰ-নাও।

—

## "পালোঁ"।

জয়ে জয়ে ফৰমুটি, চিঠি-সামৰণি;
সমিধান আশা কৰি আছোঁ ক্ষণ গণি।
এদিন দুদিন হল ক্ৰমে তিন দিন,
সমিধান, ফৰমুটি, নাই একো চিন্।
বাজিল বিষম প্ৰাণে আশঙ্কাৰ শেল,
বাটলাই চকু ভিৰ, থৰি দেহা জেল।

ভাবিলোঁ সিটীৰ হাঁহ, নিকৰুণ চিত্ত,
সুবুদ্ধি কৰিলে জানো হিতে বিপৰীত !
থাকোঁতে ইদৰে হাঁয়, দোৱা-ভঙ্গা হই,
জীয়া ভাবে আঁকি "পালোঁ" পঠালে বান্ধই :—
প্ৰথমে ফুলাই 'প'ৰে এপাহী পদুম,
'া' কাৰে আকুল-কৰা দিলে তাত গুণ ;
'ে-া' কাৰে সাবটি ধৰি 'ল'ৰে কৰি লয়,
মিলনৰ (৺) দিলে ফোঁট, প্ৰেম ভাষাময় ।

## ৰামায়ণ ।

ৰাম নউ ওপজোঁতে ৰামৰ কাহিনী,
বাল্মীকি-নিজৰা ফুটি বলে পুণ্য নদী ।
আদি ভাগে ৰঘুকুল, মাজে জনকৰ
ৰাজৰ্ষি তপস্যা ফলে তৰে বংশধৰ ;
শেহ ভাগে ৰাৱণৰ পূৰ্ব্বকৰ্ম্ম ফলে,
সবংশে উচন কৰি গতি উদ্ধাৰিলে ।
সামৰণি সমুখত হই তিনি ধাৰা,—
ভাৰ্য্যা, পুত্ৰ, ভ্ৰাতৃপ্ৰেম,—সংসাৰৰ মায়া
তিনটি নিছিগা ধাৰে বই তিনি লই,
ঢৌৱালে মোহৰ ভেলা পিচ যুগলই ।
সাগৰ-সঙ্গম বেলা বালিভেটা ভেদি,
আপোন হেৰাই মজে ভোল মহানদী ।

বইছে, ব'বও কত যুগ-যুগান্তৰ,
আকৰ্ষণী সোঁতে টানি প্ৰাণ জগতৰ ।

## গুণাভিৰাম।

গুণৰ মুৰলীধাৰী গুণ-অভিৰাম,
এৰাবাৰী অসমত গাই জাতি নাম,
নিস্তেজ, নির্গুণী, নির্জ্জু অসমীয়া চাই,
আগুৱালাঁ ছুটি খোজ বাট দেখুৱাই।
তিতালাৰে ছাটি ধৰা এৰা-ঘৰ-ভেঁটি,
চিকুনাই উলিয়ালাঁ পুৰণি কীৰিতি।
বুৰঞ্জীত আঁক পাৰি গণি পূর্ব্ব কাম,
সুমাব লগীয়া কত উদ্ধাৰিলাঁ নাম;
‘অসম-বন্ধু’ চাকিটি ধৰি এটি হাতে,
দেশী ভাই হাত ধৰি উন্নতিৰ বাটে,
ধৰিলাঁ গহীন খোজ কৰি আলোচনা,
চকু-গজা হল ডেকা গুচি লিন-কণা।

গুণৰ নোলোৱা গুণ অগুণকাৰী জাতি,
স্মৃতিতো এতিয়া নানে ভৱ গুণ-ভাতি!

—০—

## অসম আৰু বঙাল দেশ।

কোন্ সক কোন্ বৰ, ছুই বাই-ভনী,
অসম বঙাল ছুয়ো যুঁজে কাল গণি।
অসম যুক্তিৰ বলে বয়সত বৰ,
উঠন যৌৱনা ভেওঁ, অহি বঙালৰ,

জুৰণি।

সাগৰৰ তলি এৰি পোনে জন্ম নিয়ে,—
'নৱদ্বীপ' 'মালদহ' নামে সাক্ষী দিয়ে।
অসম যেতিয়া মহা কাব্য ৰচনাত,
বঙাল ফুটাই কথা কব নজনাত।
অসম জুৰুলা যেবে ভাটী বয়সত,
পূৰ্ণ তেজে বঙ্গে আহি কয় অসমত,—
অস্তিত্ব তোমাৰ নাই, মোৰে মূল-ফুটা,
ধৰাঁহি জীৱন মোতে পৰজীবী লতা।

বুৰঞ্জী বুকুত ধৰা হিমাদ্ৰি, সাগৰে,
সুমৰি পুৰণি সত্য হুমুনীয়া এৰে!



## ঊৰ্ম্মিলা।

নিৰমল নাম-গোন্ধে প্ৰাণ কোমলাই,
ফুলনিৰ একুকত মুখ আমোলাই,
ফুলি ফুলি এটি পাহী কাব্য কাননত,
হৰিছিল কবি-প্ৰাণ থাকি নিজানত।
সৰ্ব্বগুণে বিভূষিতা অতুলনা সীতা;
আৰু দুটি ৰূপৱতী জনক-দুহিতা;
কৌশল্যা, কৈকেয়ী, সৰু সুমিত্ৰা সুন্দৰী,
সৌভাগ্য কিৰীটি পিন্ধা তিনি পাটেশ্বৰী;

সাবিত্রী, দ্রৌপদী, দময়ন্তী, জয়মতী ;
ৰম্ভা, মন্দোদৰী, তৰা, সতী, লীলাৱতী ;
সৰমা, ৰুক্মিণী, উষা, কত নাৰী-ফুল,
প্ৰকাশে ফুলাই নৰ কৰিলে আকুল।

সুচতুৰ স্বৰ্গীকবি, স্বৰ্গৰ কাৰণে,
উৰ্ম্মিলা পাহিটী থলে অৰ্দ্ধেক গোপনে।

## ঈৰ্ষা।

তলে তলে কলিটিয়ে উলাহত নাচে,
টিপে-টাপে পাহিটীত আক্ষেপ প্ৰকাশে ;—
"চোৰাঁচোঁ বাইটী হেৰা, কি ভাগ্য তোমাৰ,
সুগন্ধি জেউতি মেলি আনন্দ অপাৰ !"
ফুলে কয়,—"বেলি নাই, ফুলিবাঁ কালত,
ৰূপ, গোন্ধ যাব জহি, নহবাঁ বিতত !"

## বিপদৰ কাৰণ।

মনে মনে পাঙিছিল, ৰব সাৱধানে,
কোন্ পাকে আছে চাব বিপদ গোপনে।
সমুখত জোকালেহি ; দিলে উকৰাই।
পিচত আলচা দেখি, নিলে হোঁচকাই।
ই হাতে সি হাতে থকা, নিলগতে থ'ল।
'ভয় নাই' ভাব এটি,—সেয়ে কাল হ'ল !

## বেজাৰৰ বোজা ।

পুত্ৰৰ বিয়োগ শোক কি যে অকথন,
পিতৃ-মাতৃৰ মানত আতি অসহন ।
পোহনীয়া পখী এটি গল উৰি কেনি ;
বৰাগী প্ৰাণত দুখ আতি অসহনী ।
বুঢ়ীটীৰ কঁঠা শিয়া হেৰাল বেজীটি ;
বেজাৰত ঠাই নাই, অসহনী অতি !

—০—

## চকু-লো ।

মনেবোৱা দুখপাচি হিয়াত মেলাই,
ভাবনাৰ পিহনাৰে পিহি বিয়পাই,
সোৰঁৰণী পানীচলু চিপে চিপে ঢালি,
চকুৰ কোনক পাতি কৰমৰ থালি,
দীৰ্ঘ হুমুনীয়া ঢউ তুলি হৃদয়ৰ,
দুধাৰি চকু-লো বয়,—মুকলি অন্তৰ !

—০—

## বুজনি ।

সবল সহানুভূতি বন্ধু বিলাপত,
বুজাওঁ কল্পনা মেলি হিয়া-তাপৰত ;
কত যুক্তি বুজনিৰ, আহিঁ পটন্তৰ,
মেলি ভাবোঁ, কৰোঁ চেঁচা তাপিত অন্তৰ ।৮

নিজক যেতিয়া হাঁয়, আপদে মেৰায়,
নেমানি বুজনি ভেটা, চকু-লো বেগায় ।

—০—.

## দূৰণি ।

দূৰণিত জোনবাই শুৱনী গাভৰু ;
কৌশলে চপাই ধৰে,—লঠামূৰা লাৰু !
দূৰৈৰ পৰ্ব্বত দেখোঁ, নিমজ শীতল ;
ওচৰত,—জোপা, গছ, খলা-বমা থল !
আৰু যত দূৰণিত সৌন্দৰ্য্যৰ ভাতি,
হাতত পৰিলে আহি গাত-লগা মাটি !

—০—

## পৰ ।

কোন্ নো বুকৰ বাৰু, কোন্ বা নিলগ ?
—আটাইতে দেখোঁচোন চুতলীয়া-ঠগ !
পুৱাৰ কোমল বেলি বুকুৰ বান্ধই,
দুপৰত ঘোৰ মূৰ্ত্তি, কাল-শত্ৰু হই !
সন্ধিয়া মিচিকি মাৰি দুখ পাহৰায় ;
নিমিষে আনন্দ হৰে আন্ধাৰ ঘটাই !

—০—

## মৰণ-ভাতি ।

পুৱাত উষাৰ সন্ধিয়া দিনৰ হাঁহি ;
এবেঁাতে ব্ৰজৰ শ্যামৰ মোহিনী বাঁহী ;

## জুৰণি।

সুমাবৰ আগলিত চাকিৰ কঁপনি;
এৰোঁতে জীৱনে দেহা চকু-পিৰিকনি;-
বিদায়ৰ পিচলই বেঁকা চাহনিটি;—
জেউতিৰ জালি কাটি আছে ফুটি ফুটি!

—o—

## পাচত।

ছয়াঁ চাই ৰং পোৱা মধু বয়সত,
পাঙিছিলোঁ, বৰ হলে, নানো অভ্যাসত।
এতিয়া দেখিছোঁ দেখোঁ, তাতেই হে ধৰোঁ;-
দেহা গল, আছে ছয়াঁ, স্মৃতি পূজা কৰোঁ।

—o—

## নেদেখাত।

দেখি থকা চিনা ৰূপ আছিল আগতে,
লগা নাই এনে দৰে, মন-প্ৰাণ সতে!
ৰিণিকি ৰিণিকি দেখা দূৰণিত আগে,—
আহে আন, সিটি ৰূপ দেখোঁ দেখোঁ লাগে!

—o—

## বুজন কালত।

জোনৰ তুলসী-ছাঁত মৃগ-পহু-চৰা,
চাইছিলোঁ হেঁপাহেৰে মন-প্ৰাণ-হৰা;

এতিয়া কলিৰ দেখোঁ দিব্য চকুযোৰে,
আন্ধাৰ গাঁতত নি একো নাই কৰে !

—০—

## আশ্বাস আৰু বিশ্বাস ।

বিচাৰি নেপাই পাচে, মঙ্গলতী মুখে
'ওচৰতে আছে' শুনি বহিলোঁহি সুখে ।
আশ্বসেত সনা মউ হল বিষময়,
নিঠুৰ সত্যৰ মুখে আশাহত হই !

—০—

## মিঠা আৰু তিতা ।

মিঠাই সঁহাৰি কয়, "তিতা হেৰ তিতা,
অৰুচি, ঘৃণিত, ত্যাজ্য, তোৰে সতে মিতা !"
প্ৰত্যুত্তৰ তিতা'কায়ে দিলে গহীনাই,—
"মোকে স্মৰি মাথোঁ তোক চিনে মোৰ ভাই !"

—০—

## ক্ষণে বন মাতে ।

তাহানিয়ে ডাৱৰীয়া ভৰদুপৰত,
বাজিছিল এটি বাঁহী উদাস সুৰত ;—
বাঁহী নাই, আছে আজি বতৰ সমান,
বায়ে একে সুৰ, মাতে সিক্ষণৰ কাম ।

—০—

## নিৰাশ।

বাজ-মনে কয়, আৰু নলওঁ বাতৰি,
অৱশ শৰীৰ মন বৃথা চেষ্টা কৰি !
ভিতৰি মনৰ মনে গুণে গুৰ্ গুৰ্,
তুনাই বিচাৰি জানো পাওঁ কিবা ওৰ ?

—০—

## কেঁচা আৰু পকা।

অকালত শৰীৰৰ ভগন পতন
দেখি, নিন্দে নিয়তীৰ নিয়ম বন্ধন।
পকি-জহি হাৰ-ছাল, পূৰ্ণ হলে কাল,
এৰিব নোৱাৰি দেহা নিদায় কপাল !

—০—

## ডাঙৰীয়া।

ডাঙৰ দীঘল দেখোঁ তাল-তামোলত
আপোন শোভাৰ হেতু তুটিমান পাত ;
ছঁয়া নাই জিৰণিৰ,—বাজে প্ৰাণে ব্যথা,—
আশা কৰা ফল পোৱা নিলগৰ কথা !

—০—

## আশাৰ নিবৃত্তি।

'পাম নে নেপাম' ভাবে ঘূৰি-পাকি চায়,
আশাৰ চাকিটি যেন ঘনে খিমিকায় ;

সঁচাকৈ যেতিয়া সিটি উলটি আছিল,
পূৰ্ণ তেজে জ্বলি চাকি নুমায়ে থাকিল!

—০—

## পদুম আৰু গোলাপ।

পদুম গোলাপ দুয়ো লগালে বিবাদ,—
কোন্ ৰাণী, কোন্ দাসী?—বিষম প্ৰমাদ
ভাবুক কবিয়ে ভাবি খণ্ডালে অপায়,
হিয়াত দেখাই ধৰি দুহাত জঁপাই।

—০—

## বিবস্ত্ৰা।

সুগন্ধি সৌৰভ আৰু সৌন্দৰ্য্য সমল,
আঁচলেৰে ঢাকি ভোল কলি উতপল।
ফুলি পৰা ফুল পাহী,—গুপ্ত গুণ মেলি,—
বসন পেলাই হয় লাজে খেলি-মেলি!

—০—

## অসহ্য বেদনা।

আটাইকে সহা যায়; মুৰ কামোৰণি,
পানী-লগা-জ্বৰ আদি আতি অসহনী।
আছিলে কঁপনি জ্বৰ, বাত, শূল, আন,
একে দৰে অসহনী, একে তাৰে টান।

—০—

## সাধুৰ পৰীক্ষা।

কমাওঁতে সোণ-বালি কত ছলা-জৰা,
কত ভাপে উতলনি কত তাপে পোৰা ;
আৰু কত গঢ়া-পিটা, নাৰীৰ সমল ;—
যতেকে লাঞ্ছিত সোণ ততেকে উজ্জ্বল।

—০—

## নিলাজী।

চোওঁতেই যায় মুদ্ জালিকটা পাত,
লাজতেই পৰে জঁয় গাত দিলে হাত ;
আদৰ্শ লাজুকী পোনা নাৰী-গুণে আৰু,
তথাপি 'নিলাজী' নাম কোনে দিলে বাৰু !

—০—

## মহত্তৰ বিজনি।

'চন্দ্ৰতো কলঙ্ক আছে, আমি কোন্ ছাৰ !'
বুলি ঢাকি পাতলায় পাপ আপোনাৰ।
চন্দ্ৰই একেটি দোষ জগতে দেখাই
তুনাই নকৰা চিন্ নীৰৱে বুজায়।

—০—

## প্ৰকৃত দুখ।

দৰিদ্ৰৰ খেদ আতি, নাই অৰ্থ-বল,
ধনীৰ বাখোঁতে ধন অশান্তি কেৱল।

পশুক খোৱাত বাজে নেলাগে, নেভাবে ;
সভ্যতাই কেতিয়াবা চায় ঈৰ্ষাভাৱে !

—০—

## সৰু আৰু বৰ।

জোনে কয় হাঁহি মাৰি, "ক্ষুদ্ৰ তই তৰা,
দেখ্‌চোন, কেনে মই উজ্জলিছোঁ ধৰা।"
তৰাই সম্ভাষে,—"আমি আতিকই সৰু,
আপোন দীপ্তিৰে নিতে সৃষ্টি শোভা কৰোঁ।

—০—

## নিজ্জীৱৰ জীৱ।

সময়ে সমান ভাৱে আহে আৰু যায়,
অগণন কৰে কাম, গা নেদেখায়।
ঘৰীৰ একেটা কাম,—সময় দেখায়,
টক্‌ টক্‌ টক্‌ সদা, জীৱন্ত বোলায় !

—০—

## যথাৰ্থ বল।

ঘোঁৰাৰ বেগত বাগী, বেগী নাম পাওঁ,
পৰৰ যশস্যা পিন্ধি গৌৰৱ বঢ়াওঁ !—
মোক বা বেগায় কোনে, নেভাবিলোঁ বাগি !
নিৰ্দ্দোষী ঘোঁৰাক কিয় কৰোঁ লাজ-ভাগী !

## ঘূণত গুণ।

ভৰিত লাগিলে বোকা, ছি-ছি-ছা-ছা কৰি,
এছাৰত গাঁথি-ছিঙ্গা, নেৰেমানে সৰি ;
বাটৰ বোকাক বাৰু পেলালাঁ ঘিণাই,
পথাৰৰ বোকা কিয়, মাটি কোমলাই ?

—০—

## অপকাৰে উপকাৰ মাতে।

নুবুজোঁ, ঈশ্বৰে কিয় কৰিলে সৃজন,
ৰাতিও আমনি কৰা মহ অবুজন !
বুজোঁ মই, মহে কয়, সাধোঁ উপকাৰ.
জহত চেঁচনি বিছ মাতোঁ বাৰম্বাৰ।

—০—

## পৰস্পৰ উপকাৰী।

গছে বোলে, "লতা তোৰ জীৱনৰ খুটী
নহলে জীৱন মোৰ, কিযে তোৰ গতি !"
লতাই নীৰৱে কয়,—পাই আতি ব্যথা,—
"নহলে লতাৰ পাত ৰ'দে মাৰে লেঠা !"

—০—

## শকতৰ বিপদ।

দিনত ভুৰবি বন খহকাত মৰে,
ৰাতি হলে সূৰ ফুৰি পুৰুষ ঠন্ ধৰে।

পৰিল উভলি যদি বৰ গছ শুৰি,
দাঙ্গিব নোৱাৰে মুৰ, মুঠে আৰু ঘুৰি !

—০—

## গৃহিণী ।

আৰ্জ্জিলোঁ যতেকমানে ধন-বস্তুবোৰ,
আছিলোঁ সাবটি তাক কৰি মোৰ মোৰ ;
ন-অৰ্জ্জা এটীয়ে পাচে ললে আহি কাঢ়ি,
গিৰিসাই মোৰ বুলি থলেহি সামৰি ।

—০—

## ভাৰ্য্যা ।

যত্নত মাতৃৰ সমা, ৰঙত ভনীটি,
সঙ্গত বিশ্বাসী বন্ধু, ভক্তিত সন্ততি,
সম্ভোগত সহভুগী ; কোন্ সিটী বাৰু ?—
অৰ্দ্ধাঙ্গিনী প্ৰিয়ভাৰ্য্যা ;—হব কোন্ আৰু ?

—০—

## যাক্ক ।

কতনা যতন হাঁয়, কত চিপিয়নি,
সই-লোৱা "বাৰু" কম নে নকম শুণি ।
আধা কই নিৰুত্তৰ, তলমূৰে-চোৱা,—
মৌনেৰে সম্মতি ভাব ফুটাই নোকোৱা ।

—০—

## ৰোহ।

আনন্দৰ ওপচনি মিলন সোঁতৰ,
কেতিয়াবা পাৰ ভাঙ্গি কৰে অথন্তৰ।
ভেটা দি মাজতে, ৰোহিনীয়ে পাতে ৰোহ,
ওফোন্দ-মিলত প্ৰণয়ৰ বাঢ়ে মোহ!

—o—

## বান্দৰী।

বান্দৰীৰ বাওঁহাতে বাছি কেনে থায়!
সভ্যতাৰ থৰিকাই সৌন্দৰ্য্য ডুবায়।
ইতৰৰ স্বভাৱত আদিৰূপ আছে,
মানুহৰ দেখি ধুন্ প্ৰকৃতিয়ে হাঁহে!

—o—

## ছবি।

চউপাশে গছ, লতা, বন, ফুল কত;
দেৱতাৰ অনুৰূপী নৰ, নাৰী যত;
প্ৰতিপদে মানুহক এক্ষন্তেক নেৰে,
তথাপি অসুখী নৰে ছবি আঁকি মৰে!

—o—

## আনন্দৰ সীমা।

চুপতিৰ বা পালে আহে ঠন্ ধৰি,
চেনেহৰ লেতুসেতু কুমলীয়া ঠাৰি;

কথাত শিপাই কথা বাচে ৰঘুমলা,
আনন্দৰ কুঁহি ঠাৰি কৰে সি জুকলা!

—০—

## মধুপুৰী।

গুণ্ গুণ্ গুণে মন, উৰি ঘুৰি চায়,—
মনোমত ক'ত পায় জিৰণিৰ ঠাই!
আহিল উলটি পাচে বিশ্বৰাজ্য ঘুৰি,
স্বদেশৰ দৰে নাই পুণ্য মধুপুৰী।

—০—

## প্ৰকৃত অনুভৱ।

প্ৰাণে প্ৰাণে আশা কৰা অভাৱৰ গুটী,
নাইমানে পাৰলই,—হিয়াৰ থাউতি;
পাভিছিল কত ভোগ, পূৰ হলে আশা,—
ছাতিলে গুটাবে হিয়া;—পূৰ্ব্ব ভাব মিছা!

—০—

## বনগুটী।

কাছুতিত লাগি ধৰি কৰে সি আমনি,
ভালপোৱা নাই তাৰ উদ্দেশ্য অকণি!—
প্ৰাণ দি মিলন বাধোঁ, স্বভাৱেই মোৰ,
নীচ মই বনগুটী, প্ৰেম-পুৰী-চোৰ!

—০—

# অকণি ।



বিজুলী ।—

বেঁকা এটি ৰেখা মাথোঁ, লয় ক্ষন্তেকত ;
স্মষ্টিৰ সৌন্দৰ্য্য জিনে প্ৰতি ভমকত !



জিৰণি ।—

ৰ'দৰ তাপৰ ঢল, অসহনি গাত,
জগতৰ শান্তি বন্ধা এজুপি ছঁয়াত ।



সলনি ।—

বিৰহৰ টান ছেপা দিনে শতবাৰ,
মিলনৰ আলিঙ্গন মুঠে এটি বাৰ ।



মুমলীয়া ।—

বতৰৰ পকা ফল হেজাৰ সম্ভোগ,
মুমলীয়া একোটিত আত্তি আপুৰুগ



অতি ক্ষুদ্ৰ ।—

পানীৰ অকণি টোপ, বৃষ্টিৰ কাৰণ ;
পিতৃ বুলি মানে তাক সাগৰ প্ৰধান ।



৭১০

মহত্তৰ ক্ষমতা।—

বালিচাহী এটি পৰে হাতীৰ কাণত,
প্ৰতিকাৰ নাই তাৰ, বেদনা প্ৰাণত।

—০—

আদৰ।—

প্ৰকাণ্ড আকাৰে কত সৃষ্টি ভৰপূৰ;
সোণ-বালি বাছনিত কিয় তলমূৰ?

—০—

দুখীয়াৰ দান।—

ৰজাৰ অপাৰ শক্তি, লাখ হীৰা দান,
দুখীয়াৰ চৰা দান, একেমুঠি ধান।

—০—

ক্ষুদ্ৰৰ শক্তি।—

বৰ নৈৰ অহঙ্কাৰ,—গাওঁ-বন ভাঙে;
জুৰিটিৰ সমসোঁতে পাথৰকো খানে।

—০—

টকা আৰু কড়ি।—

টকাই কড়িক নিন্দে, বুলি কণা-কড়ি;
কড়িয়ে দুখিত তাৰে, টকা থাকে পৰি।

—০—

সক-বৰ ।—

পশুৰাজ বন্দী হঁায়, জৰীৰ জালত ;
নিগনিৰ ক্ষুদ্ৰ দাঁতে উদ্ধাৰে কালত ।

—০—

ক্ষণ ।—

দিনটো সম্পদে যায়, ক্ষণটো নাযায় ;
ক্ষন্তেক ছেগত ধৰে বিপদে মেৰাই ।

—০—

সৰুটি ।—

ভোঁহৰক ধৰে ভেটি, সুৰুঙা নেপায়,
বেজী-আগে পায় বাট কঁঠাক ভেদাই ।

—০—

কঠুৰাত কোমলতা ।—

ছাগৰ ডেডনি চোকা, অসুখ আমনি,
ম'হৰ নাকনি মাত, মৰম বুজনি ।

—০—

মূল-শক্তি ।—

অকাই পকাই বেঁতে ৰাখে জোৰা আটি,
নহলে নিসিজে কাম ক্ষুদ্ৰ মোচোৰাটি ।

—০—

ক্ষুদ্ৰ পাক ।—

যুগ, বৰ্ষ, মাহ, দিনে কালৈকো নবয় ;
মিনিটৰ টিপনিত সেও হই বয় ।

—০—

পথাৰ ।

বিশাল পথাৰ জুৰি মুঠে' ধান-খেতি ;
হিয়াৰ ওপৰে গজে ব্ৰহ্মাণ্ডৰ গুটি ।

—০—

চেঁচনি ।—

ক্ৰোধৰ অগনি বাণে চকু চমকায় ;
মৰমৰ মিঠা মাতে হিয়া কোমলায় ।

—০—

বিদায় ।—

'আহোঁ' বোলা সমিধান, বিদায় বচন ;—
আবেগে বুজাই কয়, পুনৰ মিলন ।

—০—

শেষ ।—

'শেষ' নামে সামৰণ সাধনাৰ কাম ;—
তাতে হে জনম পুনু 'আৰম্ভণ' নাম ।

—*—

শেষ ।

—*—

# ওপৰঞ্চি ।

—❀—

## লগাই-দিয়া ।—

সংসাৰ-হাটৰ ভাও যেনে চৰাচৰি,
ওপৰঞ্চি টানি ধৰা তেনে বঢ়াবঢ়ি ;
বেহায় যি লাখ টকা, আঁজলি ঘূৰায় ;
সিকীয়া বেহাই টানে কড়া, ক্রান্তি, পাই !

—০—

## উপৰি-আলাপ ।—

ভালেদিন পাছে দেখা, দীর্ঘ আলাপন
নহওঁতে এজনৰ, আনে আৰম্ভণ ;
সংসাৰী উদ্দেশ্যে টনা বিদায়ৰ মন,
ওপৰঞ্চি আলাপত ঘূৰি নিমগন !

—০—

## পুনশ্চ ।—

হিয়াৰ ঠিহনি ভাব বাজত মেলাই,
পত্রৰ হুপিঠি জুৰি কাপেৰে চলায় ;
সুফুটিল তথাপিতো হিয়াভৰা ভাব,
'পুনশ্চ' নহলমানে লিখা টীকা-চাব ।

—০—

বঁটা।—

লেকেটীয়া খাটনিৰ বৃত্তিভোগী প্ৰাণ,
জিৰণি নেদেখা দিন কটাই প্ৰস্থান।
তুনাই কামৰ নাম নসহে প্ৰাণত ;—
এফেৰি বঁটাই তাকো সধায় পাকত।

—০—

অন্ত।—

'অন্ত' নামে সামৰণ হাতৰ সকাম,
চকু-মনে বান্ধে সীমা নাই বুলি আন ;—
অনন্ত আশাই দেখে নেদেখা দেশত,
তুৰ-তুৰৈ হোৱা কিবা অলেখ লেখত।



অন্ত।



# উপাৰি-ওপৰঞ্চি।



## জুৰণি।

নিমাতী প্ৰকৃতি জুৰি জড়জগতত,
অব্যক্ত ভাবৰ হকে মুকলি দুৱাৰ ;—
সজীৱ কবিতা সৃষ্টি ভাবুক প্ৰাণত,
নিৰ্জ্জীৱ কল্পনা কৰি জীৱ-সমিচাৰ।
প্ৰমত্ত প্ৰেমিকে পতা ৰূপহী ফুলনি
মহা উলাহত ফুলে জকমক্ কৰি ;
পৰাণ উন্মাদ তাৰ ভবিষ্য নগণি,
কবিতাৰ আঁচলত আবেগেৰে ধৰি।
সপোন ৰাজ্যৰ সেই সৌন্দৰ্য্যৰ পাহি
লেৰেলি মৰহি যায় বিৰহ তাপত ;
নসহি মানিনী পাচে পুনৰপি আহি
সন্তৰ্পণে ফুলচাকি পিন্ধেহি খোপাত !—
প্ৰেমৰ অমিয়া চুহি,—কল্পতৰু জিনি,—
বিৰহ-পোৰণি মাৰে পিয়াই জুৰণি।

—০—

## মাতৃ মোৰ।

জনম-জঠৰধাতৃ আই-মাতৃ মোৰ,
স্তনদাতৃ জীৱনৰ জীপ্ প্ৰদায়িনী ;
পৃথিবীত মানৱীৰ প্ৰথমা মুখানি
প্ৰথম দৰ্শনে যাৰ, হল প্ৰাণ জুৰ।
মৰতত স্বৰগৰ স্নেহ উপভোগ,
জয়ে-জয়ে যাৰপৰা লাভ সংসাৰত ;
পীযুসীয়া হিয়া চুমি জন্ম-ভাগৰত,
জুৰণি অমৃত পান, প্ৰথম সম্ভোগ ;
যাৰ স'তে চাৰিচকু পোনে মিলা-প্ৰীতি,
—জগতীৰে কথা পতা চকুৰে-চকুৰে,—
সংসাৰৰ সুখ-দুখ, গুপ্ত ৰীতি-নীতি,
মায়া-মোহ, বিকাশিলে নিমাতীৰ ৰাৰে,
সেই মোৰ মায়াময়ী চেনেহী প্ৰস্থতী ;—
নমোঁ নমোঁ মাতৃ মোৰ নমোঁ তৱ পাৰে।

—০—

## আইদেউ 'আইকণ'।

মাতৃ-অনুকৃতি মোৰ প্ৰাণৰ ভনীটি,
আছিলা জিলিকি, আই, 'সূৰ্য্য'-পোহৰত ;
দাম্পত্যৰ ফললাভ পুত্ৰ-কন্যা দুটি ;—
হেৰাল দুয়োটি হাঁয়, ঘোৰ অকালত !

আদৰ্শ গৃহিণী হই গৃহস্থী কৰম
চন্তালি পৰোক্ষভাৱে থাপিলা কৃতিত্ব ;
সযত্নে পালন কৰি ভাৰ্য্যাৰ ধৰম,—
নাৰীৰ পৰম ৰত্ন অমূল্য সতীত্ব।
নহওঁতে বেলাভাটী ; 'সূৰ্য্য'ৰ কিৰণে
সংসাৰ জোনাক কৰি, থাকোতে আদৰি,
আচম্বিতে আঁৰ কৰি ধৰিলে মৰণে
আছোঁতে সতেজে দুয়ো দিনমান ঘূৰি ;
অন্তৰ্দ্ধান অকালত নিয়তী-নিয়মে,
পতি-পুত্ৰ নাতি-পুতি ঘৰ-বাৰী এৰি !

—০—

## হেমচন্দ্ৰ গোস্বামী।

চনেট্ চানেকি আঁচি পোন্-প্ৰথমতে,
'প্ৰকৃতিৰ চো-ঘৰ' চাই 'পিতৃ-পিত',
অসমীয়া সাহিত্যৰ ভঁৰালত থিতু
নতুন সম্ভাৰ এটি কৰিলা লাচতে।
'চানেকি' সংগ্ৰহ কৰি জাতি-সাহিত্যৰ,
অসম সমল স'তে সতিনী থলত
থন্ধালা বি ওখ দোল 'বিশ্ব'-মণ্ডপত,
চৰাব গৌৰৱ তব যুগ-যুগান্তৰ।

'কাকুতি' তোমাৰ শুনি, প্ৰেমিকাৰ প্ৰতি,
'বিজুলী বুকুত দেখি' সেই 'সোণলতা',
নপমি নোৱাৰে,—যাৰ সুকৰুণ মতি—
প্ৰতি পদে প্ৰতিভাত হোৱা কোমলতা;
বুৰঞ্জী-ভোমোৰা তুমি, পুৰণিত ৰতি,
সাধিলা তাৰেই দেৱ মৰ্ত্ত্য অমৰতা।

—০—

## হৰিনাথ গগৈদেৱ।

আজীৱন লগৰীয়া হৰিনামী জন,
শৈশৱ, যৌৱন আৰু আদহীয়া প্ৰাণে;—
কোনো বা লগৰী, কোনো পাত্ৰ পুত্ৰসম,
কোনো বা নমস্য জন 'হৰি'-ৰূপী নামে।
জোঁৱাই জেউতি মোৰ 'মাজিউ' সোণাই,
হৰিনাথ গগৈদেৱ,—সোণালী বৰণ,—
বুকু জুৰ্ কৰি মোৰ আছোঁতে শুৱাই,
নিদয়া নিয়তী আহি কৰিলে হৰণ!
বীৰ্য্যৰ প্ৰতিভা আৰু ধৈৰ্য্যৰ ধৰণী,
একাধাৰে সুলক্ষিত সুঠাম দেহত;
ৰাজত বীৰেন্দ্ৰ, ঘৰত 'হৃবৰি-'মণি;
সৰ্ব্বগুণাকৰ পুত্ৰ আজ্ঞাপালনত।
দেহা লই ৰূপ থই হৰি নিলে হৰি,
জীৱন্ততে মৰা মোক দিনকণা কৰি!

—০—

## ৰোহিণীকান্ত হাতীবৰুৱা।

ৰোহিণী নক্ষত্ৰ যেন ভাদ-অষ্টমীৰ,
জনমিলা অসমত দেশভক্ত হই ;
কৰিলাঁ প্ৰফুল্ল আহি 'পতুম কুটীৰ',
ঘুদিনীয়া আলহীৰ বেহ-ৰূপ লই।
'স্বদেশ-হিতৈষী' নাম ৰই-বই যায় ;—
গুপুত বাসনা মোৰ হল ধাৱমান
পাবলই পুত্ৰৰূপে,—তৃতীয় জোৱাই ;—
পূৰ্ণ হল মনোৰথ, ললাঁ কন্যাদান।
কিন্তু, হাঁয়, নহওঁতে দুটি বৰ্ষ পুৰ,
সগৰ্ভা কুমাৰী ভাৰ্য্যা কৰি জীয়াৰীৰী,
নিকৰুণ কালে আহি কৰিলে যে চুৰ,
সেউজীয়া অসমক কৰি এৰাবাৰী !
বিনায় সদৌৰে ধৰি সুমৰণ সুৰ,
তোমাক হৰিব দেখি অসম আন্ধাৰি !

—০—

## মাণিকচন্দ্ৰ বৰুৱা।

সবাৰো উপৰি শ্ৰেষ্ঠ মণি-উপহাৰ
মাণিক, আপুনি তুমি। কি আছে আমাৰ,
উপহাৰ নামে ধৰোঁ তোমাৰ নামত,
বস্তুৰ আকৰ মোৰ ৰম্য অসমত ?

আপোনাৰ কৰ্ম্মবীজ ৰুপিলা আপুনি,
গছ হই ফুলে ফলে শোভে সি ধৰণী ;
গোদ্ধত আমোলমোল, ফল উপভোগে
ঋণী কৰি জাতি ভাই থব যুগে-যুগে।
স্বাৰ্থত 'স্বদেশ' কিন্তু ধৰ্ম্ম-ৰীতি যাৰ,
নোৱাৰে শুটাব সিটে ঋণ-উপকাৰ ;—
আপোন পাহৰি যদি পাৰে সুমৰিব,
মূল এৰি সুদ-অংশ পাৰে বা শুজিব ?
কৃতজ্ঞতা, জাতিভাব, গুণপূজা-ৰীতি,
নাই যদি কৰমত,—ৰ'ব ক'ত স্মৃতি ?

—০—

## লুকুৰা হাঁহি।

প্ৰকৃতিৰ ফুলি-উঠা বুকু উদিয়াই,
আধা আলো আধা ছাঁত জেউতিৰ খনি,
প্ৰাণভৰি চাওঁ হাঁয়, বাৰজলভাই,—
চিক্‌মিক্ ৰূপলীলা, বৈদ্যুতিক মণি !
সমুখীয়া তিৰিপিতি নপৰোঁতে ওৰ,
এগলীয়া মনমোহা দীপ্তি দেখা পাওঁ ;
সিগলীয়া জেউতিত সৌন্দৰ্য্যৰ ভৰ,
চকামকা ৰূপ চাই পমিয়েই যাওঁ !
পাকে পাকে ধৰা পৰে বেঁকা চাহনিটি,
মন-প্ৰাণ কাঢ়ি নিয়ে চকু-পচাৰতে ;

মিচিকি মিচিকি কঁপা বিম্ব-ওঁঠ দুটি,
কওঁ কওঁ কওঁ কথা, বুজাই ভাবতে !
অত শোভা লুকায়িত ঢোপা কলিটিত,
ফুলোঁ ফুলোঁ পাহীটিৰ লুকুৰা হাঁহিত !

—০—

## সোণৰ সংসাৰ ।

নল মবে গাজ উঠে, জীয়ায় জাৰণি,
চন্ পৰা বননিৰ জেউতি চৰায় ;
উলাহত পাহমেলা কুঁহি ঠাল-ঠানি
বাঢ়ি নিতে আশে-পাশে জোপাটি পূৰায় ।
জীৱনৰ আদিছোৱা—শুদা লীলা-খেলা—
মাৰ গল যেবে ঘটি ৰূপান্তৰ তাৰ,
সুগুকাল নলমূল, মৰি সেই বেলা,
পোন্না-পোখা মেলি পুনু পুৰঠ্ সংসাৰ ।
বাঢ়ে যেন বল তাৰ, অঙ্গবৃদ্ধি স'তে,
বাঢ়ি নিতে দাম্পত্যৰ পৱিত্ৰ সম্ভোগ ;
জ্ঞাতি, জাতি, জন্মভূমি, ধৰা সমন্বিতে,
সম্বন্ধ চৰাই যেন ভুঞ্জোঁ নৱভোগ ।—
বাঞ্ছা, হাঁয়, এই ভোগ নহওঁতে পাৰ,
পাৰ হওঁ, পূৰ কৰি সোণৰ সংসাৰ ।

—০—

## লগৰে অকল।

বিষয়-জঞ্জালে পোৱা পৰিয়াল মাজে,
আলাপ আলচে ভৰা সংসাৰ-সভাত,
লগৰে কামত লগা মানৱ সমাজে
আজৰি নাপায় লেশ কৰ্ত্তব্য সধাত।
সাহিত্য, সমাজ, ধৰ্ম্ম, ৰাজনীতি লই,
কত আলোচন, কত আন্দোলন ঘোৰ,—
নিছিগা ধাৰেৰে বোৱা প্ৰবাহিত নই;
এফেৰিও নাই ছেগ অকলে ৰবৰ।
তাচ-পাশা, খেল-নাচ, হাঁহি-ধেমালিৰে
মত্ত লৰা, ডেকা, বুঢ়া আতি উলাহিত;
গান-বাদ্য, ভাব-ভঙ্গী, হাই-উৰুমিৰে
সংসাৰৰ মাজভাগ জোঁৱাৰে প্লাৱিত।
তাৰোমাজে কোনোবাটি লগৰে অকল,
জনতাৰ মাজে থাকি নিজানৰ জ্ঞান;
অকলে নিৰৱে হাঁহে, ভাবত বিকল,
কিবা খেল, কিবা মেল, কিবা নাচ-গান!

—০—

## অকলে লগত।

নিজান নিটাল, নাই প্ৰাণীৰ সঞ্চাৰ,
সংসাৰী লগৰী যত, বহু নিলগত,
সুগুনি আৱাৰ-ৰাৱ জীৱিকা-বেহাৰ;—
নিজম প্ৰকৃতি জীৱ বহু ভাগৰত।

উঠা-পৰা ইঁহা-কন্দা জীৱন-যুঁজৰ,
অশান্তিৰ নাই চিন্ ভৱ-তুপৰীয়া ;
নাই কোনো লগৰীয়া কথা পাতিবৰ,
বিৰহী পৰাণ এটি অকলশৰীয়া !
আলাপত নাই ৰাপ্, বিলাস-নজনা,
সমাজৰ মাজ হই জীৱন্তে নোপোৱা,
নিবোকা-চামোন সিটি, সততে বিমনা,
সঙ্গত্যাগী ৰঙ্গহীন সংসাৰ বেহোৱা,
আছে কোনো মুগ্ধপ্ৰাণ চিন্তালগৰীয়া,
সাৰটি সাহিত্যচৰ্চ্চা উন্নতি কল্পত,
জীৱন উছৰ্গা কৰি ভৱ-ভাৰৰীয়া,—
জিৰাবৰ ছেগ নাই,—অকলে লগত।

—o—

## উষা-হৰণ।

জুৱণি জেউতি মেলি পুব আকাশত,
অনিৰুদ্ধ-ৰবি-কায়া উজ্বলি উষাই
কোমল লাৱন্য প্ৰভা পুৱঁতী মুখত
ধৰোঁতেই লয় পায় জীৱন জুৰাই !
কোমলে কোমল মিলি কুমলীয়া বেলি,
প্ৰেমৰ আবেগ মেলি যেই ধৰা দিলে,
হিয়াত হিয়াৰে দেহি চাওঁতেই মিলি,
উষাৰ কোমল কায়া হৰিয়েই নিলে !

কাৰ কায়া, কাৰ ছাঁয়া, হেৰাল চিনাকি,
দুটি কায়া একাকাৰ,—দৈহিক মিলন—
যৌৱনত দক্‌মক্‌,—থৌকিবাথৌকি—
পূবত মিলিত যোৱা পছিমে শয়ন।
সংসাৰ-সুখৰপনা কৰোক বঞ্চিত,
গুচোক সৃষ্টিৰ লীলা, মায়াৰ ঢাকোন,
মিলে যদি এনে সুখ,—অমৰবাঞ্ছিত—
পৱিত্ৰ মিলন মাজে সুখৰ মৰণ!

—০—

## জীৱন-সন্ধিয়া।

সমনীয়া লগৰীয়া, হেৰা 'ৰাজখোৱা'!
আত্মাই আত্মাক শুনে দেহদুৰ্গ ভেদি;—
তোমাৰ 'সন্ধিয়া গীত' নিলগত গোৱা,
গোৱাৰ আগেয়ে মই শুনোঁ কেনিবাদি!
মিলিছে তোমাৰে স'তে মোৰো সান্ধ্যগীত,
নাপাই বিচাৰি মনে সিপূৰীয়া থান,
মানৱী চকুৰে চাই,—চাই পিত্‌-পিত্‌—
যুক্তিৰ বুজনি মাথোঁ;—নাই একো আন!
আছোঁ বাৰু দুয়ো আজি ধৰাতে উমলি,
চেমনীয়া কাল ধৰি একে সমলেৰে;
কাইলই দেহী গুচি যাম কেনি চলি,
নাভাবিবা, জানিছা নে সঁচা প্ৰমাণেৰে?

যুক্তিৰ ধৰম সাৰ মন-পতিউৱা,—
প্ৰত্যক্ষ প্ৰমাণ তাৰ দিবলই নাই ;
নাপালে সন্ধান সেই পুৰী নো কেনুৱা,
কেনেকই বোলোঁ ‘ভাল’ ?—কোৱাঁ মোৰ ভাই !

—o—

## নেদেখা-জন ।

ত্ৰিভুবন-ভুবন-ভুবন-লাখকোটী,
ত্ৰিজগত-জগত-জগত-অধিপতি ;
সৃষ্টি-স্থিতি-প্ৰলয়ৰ নিগূঢ় কাৰণ,
কোটী ব্ৰহ্মাণ্ডৰ স্বামী মাথোঁ একেজন ।
কৰ্ম্ম আছে, কৰ্ত্তা নাই,—মানৱী চকুত—
নিদৰ্শন বৰ্ত্তমান-ভৱিষ্যত-ভূত ;—
বিদ্যমান চিন্-চাব আকাশে পাতালে
চামে-চামে দৃশ্যমান দিব্যদৃষ্টে চালে ।
মানৱ গায়ক জিনি কীট্-পখী-নদী,
ভজন গাওঁতা আছে,—চিন্তি চোৱাঁ যদি,—
পৱনৰ আবতিৰ মৰ্ম্মস্পৰ্শী স্বৰে
হৃদয় গহ্বৰ ভেদি বিয়াকুল কৰে !
বাহিৰে-ভিতৰে ভৰা,—কাৰ কীৰ্ত্তি কৰ্ম্ম ?
মুক্তিমাৰ্গ পোহৰায়,—কাৰ পুণ্য ধৰ্ম্ম ?
কাৰ হিয়া, কাৰ প্ৰাণ, কোন্ সি সুজন ?
ক’ৰ তেওঁ, থিতে ক’ত ?—নেদেখা সিজন !

—o—

## কবি ৰবীন্দ্ৰনাথ।

ৰবীন্দ্ৰ কবীন্দ্ৰ আজি অমৰ সভাত,
'বাল্মীকি প্ৰতিভা' প্ৰভা প্ৰকাশি ধৰাত ;
কালিদাস-পূজাভাগ সম্ভোগি জীৱন্তে
পুষ্প-অৰ্ঘ্য পৃথিবীৰ লভি অযাচিতে।
সাদৰৰ 'ৰবি বাবু'—ভাৰতবিদিত—
প্ৰতিভা প্ৰভাৰ গুণে পৃথিবী পূজিত ;
'সুমেৰু কুমেৰু' চুঁচি—'কণক আঁচল'—
'স্তন'-ৰত্ন তাহানিয়ে কৰিলা দখল।
থলা কিবা, বল কিবা, কিবা বাকী আৰু ?
কিহেৰে আদৰি তৱ যোগ্য মান ধৰোঁ !—
অকণি 'কণিকা' আৰু 'ক্ষণিকা' ঠগত,
তোমাৰে চানেকি চাই ৰচা নিলগত,
'জুৰণি' আঁজলি ধৰি আছোঁ পাতি হিয়া,
লোৱাঁহি আসন ৰবি!—জীৱন-সন্ধিয়া ;—
লাখ টকা 'নবেলৰ' বঁটা পূৰণত,
কড়া-ক্ৰান্তি যোগ মাথোঁ এই ওলগত !

—o—

## লক্ষ্মীনাথ বেজবৰুৱা।

কান্দো-কান্দো মন-প্ৰাণ কান্দন ওলাই নাহে,
শোকাশ্ৰু উপচি পৰি, চকু-লো নিজৰি আহে!
ঘনে-ঘন নিশ্বাসত ভগা-বুকু ভাগি যায়;
দীঘলীয়া হুমুনিয়া',—অৰ্থ তাৰ অন্ত নাই!
মৰ্ম্মথল মষিমূৰ কৰি কিহে অসাঠন
কৰে আতি বিচাটন দগ্ধ দেহ-প্ৰাণ-মন!
নেদেখাত দেখি থকা প্ৰিয়তম লগৰীয়া,
সহধৰ্ম্মী সহযোগী সহকৰ্ম্মী সমনীয়া,
তনুত্যাগী হল বুলি বিজুলী-বাতৰি আহে;
অকলশৰীয়া ভেলা মোৰ বিষাদত ভাহে!
নামানে যে মনে মোৰ নাহে প্ৰাণে পতিয়ন,
খুহুটীয়া 'ৰসৰাজ' স্বৰ্গী হোৱা বিজ্ঞাপন;
ৰাজ-বেজ বৰুৱাক মাৰে কোনে, সাধ্য কাৰ?
মৰিও অমৰ তেওঁ লেখনীৰে আপোনাৰ;
'অসমীয়া ভাষা' নাম আছেমানে জগতত,
'কৃপাবৰ' লক্ষ্মীনাথ অমৰ ই মৰতত।

সমাপ্ত।

# মোখনী।



## নাৰায়ণী সন্দিকৈ।

গোহাঞিবৰুৱা-বংশজিলিকনি-জ্যোতি
—আছোঁতে উজ্বলি সন্দিকই বংশধৰ—
'সোণফেৰি' !—সুমলীয়া প্ৰাণৰ ভনীটি !—
নিলগি সিপাৰ হলি নীলা আকাশৰ।
'বিনামেঘে বজ্ৰাঘাত',—'কান্ত'ৰ বুকত ;
পুত্ৰ-কন্যা, নাতি-পুতি, অগ্ৰজৰ প্ৰাণ,
ঠৰ্‌মৰ্‌ খাই পৰে হই মৰ্ম্মাহত ;—
জ্ঞাতি, জাতি, গুণগ্ৰাহী সৱো মৃয়মান্।
'নাৰায়ণী-সন্দিকই-মঠ'—স্মৃতিচিন্—
থাকিল ৰখীয়া, আই ! কীৰ্ত্তিৰাশি তোৰ
অনুকৃতি চিত্ৰস'তে,—বিস্মৃতিবিহীন—
সহোদৰা স্নেহ আৰু অন্তৰত মোৰ।
সধৱা জীৱাত্মা তৱ পৰমাত্মালীন ;—
নাই, হাঁয়, সন্নিধান এই চকু-লোৰ !

—০—

## কমলাকান্ত বৰুৱা।

পিতৃ-অনুকৃতি মুখ,—'সূৰ্য্য'ৰ তনয়,
মাতৃ-অনুকৃতি ওঁঠ,—'আইকণ' ভনী;
তোৰো এটি ভনী স'তে পুত্ৰ-কন্যাদ্বয়
কৰি লাভ বিমোহিত জনক-জননী।
এৰি গল ভনীটিয়ে, অকালত মৰি,
ৰই গলি 'মইনা'টি ঢোপা থুপিটিত;
একেটি সন্তান তোকে আঁকোৱালি ধৰি,
সন্তাপিত পিতৃ-মাতৃ আতি হৰষিত।
কানসমনীয়া ডেকা হলি যেবে তই,
'হাকিম' বিষয়া-বাব,—পিতৃৰ সমান—
বাছনিত কৰি লাভ, যোগ্যতৰ হই,
ৰাখিলি সুদৃঢ় কৰি বংশৰ সুনাম।
আছোঁতে কুটুম্বে চাই তোৰ যশলই,
আচম্বিতে অস্ত তোৰ তনুটি সুঠাম!

—o—

## সত্যনাথ বৰা।

সত্যকই সত্যনাথ সাহিত্য-সেৱক,
মাতৃভাষা-মজিয়াত পীৰা পাৰি লিখা
নিমজ নিভাঁজ ঠগে' জাতীয় লেথক ;—
স্বদেশীয়া দাপোনত আত্মৰূপ দেখা।
ভাবত গভীৰ সুৰ, ভাষাত ঘকুৱা,
বাজত সৰল সাজ, ভিতৰি জটিল ;
প্ৰাচ্য-পছিমীয়া ঠাচ, বিষয় সাকুৱা,
চিন্তা-আলোচন নোহে অকণো কুটিল।
সাহিত্য-কঠীয়াতলি 'উষা'-'জোনাকী'ৰ
সেউজীয়া পথাৰত গ্ৰন্থ-ৰোৱা ৰই,
নদনবদন শস্য আই অসমীৰ,
ভৰালৈ ভঁৰাল তুমি আদকুৱাকই।
পাণ্ডিছিলা আৰু যিবা নেদেখা কালিৰ,
লগতেই লয় পালে অকালত অই !

—০—

## কমলাকান্ত ভট্টাচাৰ্য্য।

'অগ্নি-কবি' নামে তুমি অসম-বিদিত,
'চিন্তানল' চিতাকাষে বহি যোগিবৰ !
গণি গণি পূৰ্ব্বকীৰ্ত্তি আঁখি উন্মিলিত,
হিয়াত উতলা ভাব তাপিত প্ৰাণৰ !
ৰিঙিয়াই চউপাশে,—ভৈয়ামে পৰ্ব্বতে,—
তুলিছিলা প্ৰতিধ্বনি জাতি উটঙ্গাই ;
এলাহ-টোপনি ভাঙ্গি, নিন্দাবাণী স'তে,
ভ্ৰমি বহু কীৰ্ত্তিস্থল,—নুগুই-নেথাই !
অভিজ্ঞানবিশাৰদ,—দাৰ্শনিক কবি,
আছিলা বিতৰি আৰু মৌলিক চিন্তাৰ
প্ৰখৰ ময়ুখ মথি,—সন্ধিয়াৰ ৰবি,—
আত্মতত্ত্ব পৰমাৰ্থ জ্ঞানৰ বিস্তাৰ।
আছোঁতে চৌৰাশী বৰ্ষ নিবোকীয়া ছবি,
টুপুৰাই মাৰি বুৰ পালাগৈ সিপাৰ।

## মোখনী সম্পূৰণ।



# গাওঁবুঢ়া।

( বৃটিচ শাসনৰ আদিছোৱাত অসম )

সাহিত্যিক পেঞ্চনাৰ,

ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱা, এম, আৰ, এ, এচ,

ৰচিত।

তৃতীয় তাঙৰণ।

তেজপুৰ
লীলা-এজেঞ্চিৰপৰা প্ৰকাশিত।

তেজপুৰ, অসম।

১৮৬০ শক।

ৰেচ্ দং তিনি সিকি।

# উছর্গা।



জয়েজয়ে যাৰপৰা
মোৰ কুমলীয়া অন্তৰত
অসমীয়া সাহিত্যৰ প্ৰতি অনুৰাগ ওপজে,
আৰু
যাৰ মুখে পোন্‌-প্ৰথমে
এই
"গাওঁবুঢ়া"
অসমত বৃটিচ্‌ শাসনৰ আদিছোৱাৰ
"নিভাঁজ চিত্ৰ"
বুলি
শলাগৰ উৎসাহ পাওঁ,
সেই

শ্ৰদ্ধাস্পদ সবল দেশহিতৈষী
অনৰেবোল ৰায় ফণিধৰ চলিহা বাহাদুৰৰ
কৰ-পদ্মত
এই পুথি
শ্ৰদ্ধাঞ্জলিস্বৰূপে
অৰ্পণ কৰা হল।



গ্ৰন্থকাৰ।

# মূল পাতনি।

আধুনিক অসমীয়া সমাজৰ আদিছোৱাত, চৰ্কাৰী কৰ্ম্মচাৰী গাওঁবূঢ়াৰ "অনাহাৰী" বিষয়-বৰীয়া থাটনি বিষয়ক ৰহস্যই এই লেখকৰ অন্তৰত, লৰাকালত, সদায় কৌতূহল জন্মাইছিল। সেই ৰহস্যৰ আৰ্হি ৰাইজৰ আগত দাঙ্গি ধৰাই এই সামাজিক নাটক লিখিবলৈ লোৱাৰ আগ-উদ্দেশ্য। আজিকালি অসমত পছিমীয়া ধাৰণৰ অভিনয়ৰ প্ৰতি যেনেকৈ অনুৰাগ বাঢ়িছে, তেনেকৈ তাৰ জোথায় অসমীয়াত নাটক নাই,—বিশেষকৈ সামাজিক নাটক; সেই অভাৱ কিঞ্চিৎমান গুচাবলৈ আগবঢ়াটো এই পুথি লিখাৰ দ্বিতীয় লক্ষ্য। এই গল লেখকৰ সংকল্প আৰু উদ্দেশ্য; কিন্তু তাক কিমানলৈ কাৰ্য্যত ফলিয়াব পৰা গৈছে, সেইটো ৰাইজৰ বিচাৰলৈ ৰল। সমাজৰ স্বৰূপ চিত্ৰ আঁকা উজু কাম নহয়, তাতে এইফালে লেখকৰ এয়ে প্ৰথম উদ্যম; গতিকে, ইয়াত যে ভালেমান আসোঁৱাহ ওলাব, তাক কোৱাৰ সকাম নাই। ইতি

তেজপুৰ, অসম।
৬ আঘোণ, ১৮১৯ শক।
শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা।

## দ্বিতীয় তাঙৰণৰ পাতনি।

এইবাৰ আগৰ ভালেমান আসোঁৱাহ গুচোৱাৰ উপৰি, ষ্টেজৰ নিমিত্তে উপযোগী কৰিবৰ উদ্দেশে নাটকৰ ঠায়ে-ঠায়ে গোটাদিয়েক পট অগা-পিচা কৰি দি, শেহত দুখন পট নতুনকৈ লগাই দিয়া গৈছে। ইতি

তেজপুৰ, অসম।
১ ভাদ, ১৮৩৯ শক।
গ্ৰন্থকাৰ।

# তৃতীয় তাঙৰণৰ পাতনি।

অং ১৮৩৯ শকত দ্বিতীয় তাঙৰণ ওলোৱাৰ দুবছৰমানৰ পাচৰপৰা "গাওঁবুঢ়া" যোৱা কুৰি বছৰ ছপাৰ-বাজ হৈ আছিল। গ্রাহকসকলে ওপৰা-উপৰিকৈ 'অর্ডাৰ' দিও কিতাপ নাপাই নিটাল মাৰিলে; কিয়নো, আমাৰ স্কুলীয়া পাঠ্য কিতাপবিলাকৰ নতুন নতুন তাঙৰণ উলিৱাৰ বাবে আহৰি নোপোৱা হেতুকে, বাজে কিতাপৰ নতুন তাঙৰণ উলিয়াবলৈ আমি ছেগ ধৰিব পৰা নাছিলোঁ। এতিয়া, কলিকতা ইউনিভাৰ্চিটীৰ অনুগ্রহৰ চিন্ স্বৰূপে 'গাওঁবুঢ়া' এম, এ, মহলাৰ্থীৰ কাৰণে পাঠ্য নিৰ্দ্ধাৰিত হোৱাত, পৰম উলাহেৰে তাৰ তৃতীয় তাঙৰণ থৰধৰকৈ উলিৱা হৈছে। এই আলমতে, সৰ্ব্বসাধাৰণ ৰাইজৰ কুৰি বছৰীয়া আহ্বান ৰক্ষা কৰিবলৈ এটি আপুৰুগীয়া ছেগ পোৱাটো আমাৰ সৌভাগ্য বুলি মানিছোঁ। এই তাঙৰণত আগৰ আসোঁৱাহ পাৰ্য্যমানে গুচাবলৈ চোৱা গৈছে; কিন্তু লৰালৰিকৈ উলিয়াব লগীয়া হোৱাত, সংকল্পিত উন্নতি মনৰ জোখায় সাধিব পৰা নহল, পাচৰ তাঙৰণলৈ হে সাঁচি থোৱা হল। ইতি

তেজপুৰ, অসম।
১ ভাদ, শ্ৰীকৃষ্ণাষ্টমী, ১৮৬০ শক। } গ্ৰন্থকাৰ।

# ভাওবিলাক।



## মুনিহ।

| | |
|---|---|
| ৰত্নেশ্বৰ হাজৰিকা | লক্ষীমপুৰৰ মৌজাদাৰ। |
| বাপুৰাম শইকীয়া | „ মণ্ডল। |
| কচুখোৱা ছুটীয়া | „ গাওঁবুঢ়া। |
| [illegible]পাই কোচ | „ গাওঁবুঢ়া। |
| টেপেৰা কলিতা | „ গাওঁবুঢ়া। |
| ভোগমন চেটীয়া | „ ন-গাওঁবুঢ়া। |
| মাণিকচন্দ্ৰ বৰুৱা | থানাৰ দাৰোগা। |
| মঙ্গলা | মৌজাদাৰৰ লগুৱা। |
| মিঃ ইয়ুং | মহকুমাৰ গৰাকী চাহাব। |
| বিলত আৰু পেজান | ছুটা গাঁৱৰ মৰিয়া। |
| মিঃ স্কট্ | জিলাৰ গৰাকী, বৰচাহাব। |

আৰ্দ্দলি, চৰ্দ্দাৰ, টেকেলা, খান্‌চামা, কুলী, চিপাহী, ৰায়ত, গুচৰীয়া, পদকীয়া, মেলুৱই, পেস্কাৰ, মুক্তিয়াৰ, নাজিৰ ইত্যাদি।

## তিৰোতা।

| | |
|---|---|
| অমিলা | ৰত্নেশ্বৰৰ ভাৰ্য্যা। |
| ৰংদৈ | ভোগমনৰ ঘৈণীয়েক। |
| জেতুকী | „ জীয়েক। |
| ভেলেউ | গাঁৱৰ মৰিয়ানী। |

লিগিৰী, নাচনী, গঞানী, ইত্যাদি।



# গাওঁবুঢ়া।

## ১। অঙ্ক।

### প্ৰথম পট,—গাঁৱলীয়া ৰাজবাট।

( বাপুৰাম, কচুখোৱা আৰু এটা চিপাহীয়ে কুলী ধৰে )

১ম, কুলী।—( বাপুলৈ চাই ) দেউতা-ঈশ্বৰ! অলপ কিৰ্‌পা নকৰিলে আৰু বন্দী নিগমে মৰিলোঁ! মোৰ নো কোন্ আছে, অকলশৰীয়া মানুহ, দেউতাই দেখিছেই। কালিয়ে সিজনীয়ে ডাঙৰী গোটাচেৰেক দাই থৈ আহিছিল, আজি নচপালে, পথাৰৰ মুঠি পথাৰতে ৰব! আৰু, কানীয়া মানুহ, গাত নো কি বল-শক্তি আছে, দেখিছেই।

বাপু।—(থঙেৰে) কটা, তই মৰ্‌বা তৰ্, মই কি কৰিম? চৰ্কাৰী কাম; কুলী নিদিলে মোক হবলা হাকিমে শুদাই এৰিব? গুচ্, টপ্‌টপাই নাথাকিবি মোৰ ওচৰত।

১ম, কুলী।—( কচুখোৱালৈ চাই ) গাওঁবুঢ়া ককাই! তুমিও নো মুখলৈ নোচোৱা নে?

কচু।—এৰা, নেচাম নো কেলৈ? তই মোলৈ কোঁচ্‌ভৰাই নি চাৱ নহয়? আমাক তামোল এটা, পাণ এবিৰা পাবি দিয়াও তইঁতৰ মানত লাজৰ কথা! এতিয়া মুখলৈ নেচাম নো কিয়?

২য়, কুলী।—( বাপুৰ পিচফালে থিয় দি ) ডাঙৰীয়াই অলপকৈ হাত-খনি মুকলি কৰিলেহেঁতেন ( বাপুৱে পিচফালে হাত পাতে, কুলীটোৱে টিপতে সিকি এটা গুজি দিয়ে )।

বাপু।—( উলটি চাই ) অ, হেৰ ভটাগুটী!

২য়, কুলী।—দেউতা, কিবা কব খুজিছে?

বাপু।—হেৰ, তোৰ বৌৱেৰৰ ভিনীহিয়েকৰ পিতেকৰ তিলনী গল জানো? লৰাটো ঢুকাবৰ আজি কেই দিন?

২য়, কুলী।—তিলনি নাই যোৱা দেউতা! ঢুকাবৰ আজি দুদিন হে হৈছে।

বাপু।—এৰা, তইঁতৰ অশৌচ যোৱাই নাই তেন্তে। বাৰু, আন এটাহে বিচাৰিব লগীয়া হল; তই যাগৈ তেনেহলে।

২য়, কুলী।—ভাল ডাঙৰীয়া-দেউতা! ( আনন্দেৰে প্ৰস্থান )

৩য়, কুলী।—( কচুখোৱাৰ কাণে-কাণে ) শুনাচোঁ গাওঁবুঢ়া ককাই! সিদিনা মালভোগ কল এথোকা পকিছিল। মনতেহে, বোলোঁ, কলও পকক, নতুনকৈ বেঙেনা এগাল কলিয়াইছে সিও ডাঙৰ হক, একেলগে নি তোমাৰ ঘৰত দি আহিমগৈ। তাকে সিদিনা সৌ তেওঁ মণ্ডলে বুজ পাই আহিবৰেপৰা গোটেই আমাৰ ফালে টিঙিৰিতুলা হৈ আছে! নেদেখিছাঁ, আজি পোন্ছাটেই তেওঁ মোক হে লাগিছেহি।

কচু।—( ইফালে-সিফালে চাই, ফুচ্ফুচীয়াকৈ ) সঁচা নে? বাৰু, হেন্তে মই তোৰ ফালে পিঠি দিওঁ, তই লৰেই মাৰ। কিন্তু, বেঙেনা পাচেও দিবিগৈ, কলথোকা এতিয়াই নি আমাৰ সিজনীৰ হাতত দিবিগৈ। যা, যা।

৩য়, কুলী।—ভাল, কোনো কথা নাই, গৈয়েই দিমগৈ ( লৰ মাৰে )।

বাপু।—দেখ, দেখ, কনিষ্ট! ঐ কুলী ভাগ্‌কে লৰ্ মাৰ্তাহেঁই। তুমি খেদি যাইকে তাক পাকুৰি আনও। ( চিপাহীটোৱে যাবলৈ ধৰে )

কচু।—নাহি, নাহি, কনিষ্ট বাবু, তুমি ৰহ; হামি এক লৰমে যাইকে তাক পাকুৰি লৈ আনেগা। ( কুলীৰ পিচে পিচে লৰ ধৰে )।

চিপাহী।—( মণ্ডললৈ চাই ) এ কেইচা বাত্‌হৈই? হাম্‌লোক্‌কো চাৰ আড্‌মিকো দৰ্কাৰ থা, চব পূৰা হো গিয়াৰাহা ; লেকিন তোম্ আপ্‌না মত্‌লবচে একঠো চোৰ্ দিয়া ; আওৰ একঠো আভি ভাগ্ যাতাহৈই। হাম্‌লোক্ আওৰ ডেৰি কৰ্ণে নাহি চেক্তাহে। তব্ আভি ক্যা কৰেগা? হামকো মালুম হোৱা, এ চব তোমলোক্‌কা কায়দা হৈঁই। ( খঙেৰে ) আওৰ ডেৰি নাহি কৰেগা। তোমলোক দুনো আপ্‌নে কুলী যানে পৰেগা।

বাপু।—( ভয়েৰে ) নাহি নাহি, চিপাহী জি! আপ্ খং নাই কৰেগা। হামি এতিয়াই দোচোৰা কুলী ধৰি দেঙ্গা।

( ফোঁপাই ফোঁপাই কচুখোৱাৰ পুনঃ প্ৰৱেশ )

কচু।—(বাপুলৈ চাই ) নেপার্লোগৈ ; নোৱাৰিলোঁ ধৰিব! সি গোটেই ফিৰিঙ্গতি ওফৰাদি উফৰিল!

চিপাহী।—( খঙেৰে ) চুৱাৰ, পাজী, তব তোম্ কাহে হামকো যানে মানা কিয়া? আভি তোম্ আপ্‌নে কুলী যানে পৰেগা। ( কচুখোৱাৰ গল্‌ধনত হেচি ধৰি ) চলও আভি।

( এটা মানুহে লৈতে ভোগমন আহি আছে)

কচু।—( কাওবাওকৈ ) কনিষ্ট বাবু! আপুনি খং নাই কৰেগা। আপুনি অলপ চবুৰ কৰেগা ; ঐ দুটা আড্‌মি আহ্‌তাহে। ঐ দুটাকে ধৰি দেঙ্গা। এতিয়া হামিলোক চুপ্ কৰি ৰহেগা।

মানুহটো।—( নিলগৰপৰা বেঙা মেলি চাই ) বোপাই ভোগমন, মোক ভাল বাঘৰ মুখত পেলালিহি! সৌ জাক নেদেখিছ? লগতে ৰঙাপাগুৰি মৰা এটাও! তোক যেনিবা ভালমানুহৰ লৰা বুলিয়েই এৰিব বোপাই ; মই ইমানতে পলোৱাহে ভাল। ( উলটি লৰ ধৰে )

ভোগমন।—( কচুখোৱাৰ কাষ চাপি গহীনাই ) কি, গাওঁবুঢ়া ককাই, কুলী ধৰা হৈছে নে? কলৈ নো যাব লাগে?

কচু।—এৰা, যেনিবা কুলীকে ধৰা হৈছে। তুমিও লগত লগ নধৰা নে?

ভোগ।—এৰা, লগ ধৰাব পৰা হলে যেনিবা ইমান দিনে মুকলিমুৰীয়াকৈ নেৰিলাহেঁতেন। এতিয়াও আমাক সেই ফেৰা উপকাৰ নকৰিলেই ভাল। ( গহীনভাৱে পাৰ হৈ যাব খোজে )

কচু।—নহয়, নহয় শুনিছানে, এনে ছেগত আৰু তোমাক অকলশৰীয়াকৈ এৰি দিব নোৱাৰি। আহাঁ, আহাঁ, লগ ধৰাঁহি। ( হাতত ধৰি টানে )

ভোগ।—( কচুৰ হাতখন আছাৰমাৰি পঠিয়াই ) এৰি দিয়াঁহে ; বুঢ়া মানুহ হৈ কি ভেঙ্গুচালিখন কৰাঁ! ( জোঁটাপুটি লাগে )

কচু।—কনিষ্ট বাবু, কনিষ্ট বাবু, ধৰও ইয়াকু ধৰও, পাকুৰি লও। ( চিপাহীয়ে ভোগমনৰ গল্‌ধনত ধৰি টানি আনে )।

ভোগ।—( কচুখোৱাৰ প্ৰতি ) হেৰ, চপনীয়া গোলামৰ পিতেক, তই দেখোন বৰ কেৰেমতালি কৰ! মই বায়নৰ ঘৰৰ লৰা বুলি দেশখনে জানে। তোৰ দৰে মই ধেমু-চোঁচা কাঁড়ীৰ লৰা নে? মোক কেতিয়াবা কুলী খটা দেখিছিলি নে? বাৰু বল, ডেৰেকা বাবুত কৈ, মই তোৰ আগতে এৰাই আহিব পাৰোঁ নে নোৱাৰোঁ চা। তই দেখোন—( চিপাহীয়ে টেঁটুত চেপা দি ধৰে )।

বাপু।—চিপাহী, আভি চলও। বহুত ডেৰি হৈ গিয়া। বাট মে আৰু একঠো পাকুৰি লৈ যায়গা।

চিপাহী।—আচ্ছা, চলও আভি। ( সকলোৰে প্ৰস্থান )



# দ্বিতীয় পট,—থানা।

( এটা চিপাহীৰে সৈতে মাণিকচন্দ্র দাৰগা বহি আছে )

মাণিক।—তইঁতে দেখ্‌চোন বাৰু! সেই বদ্‌মাচ দেচোৱালী চিপাহীটো পুৱাতে গল, কতিয়াও উলটি নাহিল; ইফালে মোৰো গা ধুবৰ সময় হলহি।

চিপাহী।—হয়, দেউতা, সি বৰ ফিকিৰদাৰ মানুহ। সি বা কি ফন্দী পাতি কৰিছেগৈ, কোনে জানে? আমাৰ অসমীয়া এটা যোৱা হলে, ইমান বেলি কেতিয়াও নহলহেঁতেন। ( বাটলৈ বেঙামেলি চাই ) অ, দেউতাই বৰকৈ ভাবিব নালাগে আৰু, সৌৱা, ওলাইছেহি।

( ৪ টা কুলীৰে সৈতে মণ্ডল, গাওঁবুঢ়া, চিপাহীৰ প্রৱেশ )

মাণিক।—( খঙেৰে ) হেঁইৰাও বদ্‌মাচ্, কাহে এটনা ডেৰি হোৱা? তোমাৰা মতলব হাম্ জান্তাহেঁই।

চিপাহী।—নাহি হজুৰ, হামাৰা কুছ্ কচুৰ নাহিহেঁই; চব্ এ ছুনো বদ্‌মাচ্‌চে হোতাহেঁই। ( বাপুলৈ আঙুলিয়াই ) পহিলা হাম্‌লোক্‌কা চাৰঠো আদ্‌মি পূৰা হো গিয়াৰাহা; লেকিন, এহি মণ্ডল আপ্‌না খুচিছে একঠো ছোৰ্ দিয়াহেঁই। আওৰ একঠো ( কচুখোৱালৈ আঙুলিৱাই ) ওহি গাওঁবুঢ়া মতলবচে ভাগনে দিয়া হ্যাঁই। ইচোৱাষ্টে এটনা ডেৰি হো গিয়া।

মাণিক।—( বাপু আৰু কচুখোৱালৈ চাই ) মই তইঁতৰ ফিকিৰ আগৰে পৰা জানোঁ। তইঁতকো জোখাকৈ এশিকা নিদিলে নহয়। হেৰ, চন্তৰি, ইহঁত ছুইকো আটক কৰি ৰাখ, বেলি ভাটী দিলেহে এৰি দিবি।

কচু।—(কাওবাওকৈ) ডাঙৰীয়া, মোৰ ফালে কাণ কৰকচোন। সঁচাকৈ

—মাণিক।—চুপ্, তোৰ মুখ বন্ধ কৰ। মোৰ এতিয়া গোচৰ শুনিবৰ সময় নহয়।

( ছুইকো ছুটা চিপাহীয়ে ধৰি লৈ যায় )

ভোগ।—( মাণিকক ) ডাঙৰীয়া, চাওকচোন, ইহঁত দুয়ো আখেজৰ ওপৰত মোক নো কুলী ধৰি আনিব পায় নে? মই কেনে ঘৰৰ লৰা ডাঙৰীয়াই জানেই; মই নো কেতিয়াবা কুলী খাটিছিলোঁ নে? ইহঁতে নো মোক এনে অপমান দিব পায় নে?

মাণিক।—( মুখ বিদৰায় ) থৈ দিয়াঁ তোমাৰ মান-অপমানখন! কুলী হবৰ বেলিকা আটাইবিলাক ভালমানুহ ওলায়। পিচে, তোক এৰি মোক কুলী যাবলৈ দিছ নে?

ভোগ।—কপাল! আপুনিও এনে অবুজন হল! কিন্তু, নেদেখাজনে—

মাণিক।—চুপ্, তোৰ মুখ বন্ধ কৰ। নহলে, ৰুলমাৰিৰ খুন্দাত দাঁত এটাও নাথাকে।

১ম, কুলী।—দেউতা-ঈশ্বৰ! বন্দীক আৰু মৰিয়াই মাৰিলেই ভাল আছে। কানীয়া মানুহ, নিগমে মৰিলোঁ দেউতা-ঈশ্বৰ! কানি খাবৰো পৰ হল, বন্দীক কিৰ্‌পা কৰোক দেউতা! ( দীঘলকৈ হামি মাৰে )

মাণিক।—বাৰু, ৰবাঁ, অ, ককাই! সৰহ পৰ নাই; ভালকৈয়ে কানি খাবাঁ! চাহাবে থৈছে তোমালৈ কানি!

৪র্থ, কুলী।—( মাণিকৰ ওচৰ চাপি ফুচ্‌ফুচাই ) ডাঙৰীয়াই সিদিনা বিচাৰি পঠিওৱা বস্তু বন্দীয়ে ঠিক কৰি থৈছোঁ। আজি আনিম বুলি ওলাওঁতেই এইখন আপদে পালে!

মাণিক।—( অলপ গমি ) হেৰ বিহগুটী, তই মোৰ তালৈ যাচোন; তাতে, চিপাহীয়ে দেখুৱাই দিব, অলপ চৰ্কাৰী কাম আছে কৰগৈ যা। তোক, মই যাওঁতে, লগতেই চাহাবৰ বঙলালৈ লৈ যাম, যা। ( আনে শুনাকৈ ) তই তাৰেপৰা গুচি যাগৈ, আৰু সেই বস্তুটো লৈ আহগৈ, যা।

৪র্থ, কুলী।—ভাল, ডাঙৰীয়া!

( প্ৰস্থান )

( আৰ্দ্দলিৰ প্ৰৱেশ )

মাণিক।—অ, কি হে, আৰ্দ্দলি ককাই ?

আৰ্দ্দলি।—বাবু! চাহাবে পঠিয়াইছে। বোলে, কুলী আহি পালে যদি, সোনকালে পঠিয়াই দিয়ক।

মাণিক।—এৰা, এয়া, কুলী ঠিক হৈছে। পুৰাৰেপৰা কত যতনেৰে হে গোট খুৱাইছোঁ! চাহাবে লগত মাল কিমান লৈছে? এই কেইটা কুলীয়েই নহব নে ?

আৰ্দ্দলি।—মাল সৰহ নহয়। কুলী তিনটামানেই বলে পাৰিব।

মাণিক।—ভালেই হল। মই আকৌ ইমানে নহব বুলি, আৰু গোটাচাৰেক আনিবলৈ পঠিয়াইছিলোঁ। সেই হে পলম হৈছিল। আৰ্দ্দলি, তুমি এই কেইটাকে লৈ আগ বাঢ়া; ময়ো পাচতে গৈছোঁ।

ভোগ।—ডাঙৰীয়া! সেই, ঘৰলৈ যোৱাটোৰ সলনি মোকে ৰাখিলেও, মই এনে অপমানৰপৰা ৰইখা পাওঁ! ডাঙৰীয়া, অলপ কিৰ্পা—

মাণিক।—তই চুপ্ থাক্। আৰ্দ্দলি, ইয়াক মুৰ্গীৰ ভাৰখন দি নিবাগৈ, তেহে ইয়াৰ মান-মৰ্য্যাত সোপাই ৰক্ষা পৰিব! মই যাওঁ, ওলাওঁগৈ; তোমালোকো যোৱাঁহঁক।

( সকলোৰে প্ৰস্থান )

# প্ৰথম অঙ্কপাত।

# ২। অঙ্ক।

## প্ৰথম পট,—ভোগমনৰ মাৰল-ঘৰ।

( ৰংদৈৰে গুণ্ গুণ্ কৈ আই-নাম গাই সূতা কাটি বহি আছে ; ভোগমনে প্ৰৱেশ কৰি ওচৰতে মূৰে-কপালে হাত দি বহেহি )।

ৰংদৈ।—( ঘূৰি চাই ভোগমনক দেখা পাই আচৰিত ভাৱে ) এ, আই ! ইটোৰ বা হল কি ? আঁঠুৰ ওপৰত চাং পাতি দেখোন মূৰ ঘুমাই বহি আছেহি কেতিয়াবাৰেপৰা !

ভোগ।—( দীঘলকৈ হুমুনিয়া কাঢ়ি ) শুনিছ নে, মোৰ জীৱনত আৰু সকাম নাই ! মোৰ আৰু সংসাৰত ৰাপ্ নাইকিয়া হল ! মোৰ দেহ-চিত্ এনেহে লাগিছে, যেন আজিয়েই দেশ এৰি বিদেশলৈ গুচি যামগৈ ! পিচে, কি কৰিম, ঈশ্বৰে মোক নিকুটুম্বীয়া কৰিলে ; তোলৈ আৰু ছোৱালীটিলৈ চাই হে আজিও মই বান্ধ্ খাই আছোঁ। তইঁতক কাৰোবাৰ হাতত গতাব পৰা হলে, মই মুকলিমূৰীয়া চৰাইৰ দৰে কৰবালৈ উৰি গুচি গলোঁগৈহেঁতেন !

ৰংদৈ।—( চিয়ঁৰ মাৰি উঠি ) দেহি ঐ, মোৰ শৰীল ঐ, কাক নো এনে কথা শুনাৰ ঐ ! ( চকুত হাত দি কান্দে )।

( জেতুকী লৰি আহি প্ৰৱেশ )

জেতুকী।—( কান্দো কান্দো হৈ ) আই, তোৰ কি হল ? তই কিয় কান্দিছ, হুঁ ? বুপাই, তই আইক মাৰিলি নে কি ? ওঁ-ওঁ কেলৈ মাৰিলি ? ( কান্দে )

ভোগ।—( জেতুকীক কোলাত তুলি লৈ ) আই, মই মাৰক নাই মৰা, আন কিবা বেজাৰত হে কান্দিছে। ( ৰংদৈৰ হাতত ধৰি ) আইটীৰ মাক,

নেকান্দিবি; কান্দি নো কি কৰিবি? মই মনৰ বেজাৰত হে তেনেকৈ কৈছিলোঁ; তইঁতক এৰি নো মই কলৈ যাব পাৰোঁ? (টলকা মাৰি বৈ) আৰু, শুনিছ নে, সেই দিনা দুপৰীয়া লঘোনত থেকাৰখোৱা চিপাহীটোৱে বলেৰে যেতিয়া মোৰ কানত কুকুৰাৰ ভাৰখন তুলি দিছিল, সেই থেনৰ কথা মনত পৰিলে, এতিয়াও মোৰ বুকুখন দুফাল হয় যেন লাগে! লাজ-অপমানৰ কথা এৰিছোঁ; মইনো কিমান ভাৰ বব পাৰোঁ দেখিছই নহয়। সেই কুকুৰাৰ মেট্‌মৰা ভাৰখনে সেই দিনা মোৰ কলিজা ভাঙিবৰ নিচিনা কৰিলে!

ৰংদৈ।—(বলেৰে ধৈৰ্য্য ধৰি) দেহি ঐ, কিনো কৰিম! কপালৰ লেখা কেনেকৈ গুচাম! তেও বুলি ইয়াৰ নো এটা উপায় কৰিব নোৱাৰি নে?

ভোগ।—জানো, কি উপায় কৰ। কিবা জান যদি কৰি থাক; মই হলে নিৰুপায়!

ৰংদৈ।—বিবুধি হব নেলাগে। বাৰু, মই ইয়াৰ বুধি উলিয়াম।

ভোগ।—(ৰংমুৱা হৈ) পাৰিলেও পাৰিব পাৰ। লোকে কোৱা শুনিছোঁ, বোলে, মাইকী মন্ত্ৰী।

ৰংদৈ।—মোৰ মনেৰে যি গাঁওবুঢ়াই আমাৰ এনে বিলাই কৰিছে, তাৰ বিষইখনকে লবলৈ কাৰবাৰ কৰা হওকচোন।

ভোগ।—সেইটো হলে তো এনে আপদৰপৰা ৰইথাকে পাওঁ। তাকে লব পাৰিলে হে আকৌ; আমি নিচগালৈ নো কোনে চাব খুজিছে!

ৰংদৈ।—এনেকৈ চালে, ই বৰ টান কথা নহয়। ইয়াৰ এটা ভাল বুধি আছে। কেৰ্‌পাই আৰু নদী গাওঁবুঢ়াই ধৰা বাট হে ধৰিব লাগে।

ভোগ।—সিহঁতে নো আকৌ কি বাট ধৰিছিল?

ৰংদৈ।—তইঁত নো কেনৈ পোষ্কৃমৰাটো হলি কব নোৱাৰোঁ! বাহিৰৰ খা-খবৰ অলপো নেৰাখ। কেৰ্‌পায়ে এৰি কাপোৰ এখন, আৰু নদীয়ে মুগাৰ বিহা-মেখেলা এযোৰ দি, মৌজাৰীক পোন্ কৰি হে তেও বিষইকেখন পাইছে। আমিওচোন তাকে কৰোঁ। তইঁতে জানো কেনে দেখ?

ভোগ।—কেনে দেখিম; পাৰিলে বৰ ভাল কথা। পিচে, সিহঁতৰ দৰে আমাৰ নো কেইথন এৰি কাপোৰ আৰু কেইযোৰ মুগাৰ ৰিহা-মেখেলা আছে? নিজলৈকেচোন নাটনি!

ৰংদৈ।—যি আছে তাৰেই এটা দিহা নকৰিলে হব নে? সামৰণত থকা এৰি কাপোৰথন, আৰু সিদিনা শালৰপৰা কটা তিতাকৰীয়া মেখেলাথনকে লৈ গৈ ধৰোঁগৈচোন। তইঁতে কাপোৰথন লৈ মৌজাৰীৰ ওচৰলৈ যাবি। মই মেখেলাখন লৈ ভিতৰত হাকিমনীৰ ওচৰলৈ যাম। মৌজাৰীতকৈও হাকিমনীক পোনাব পাৰিলে যে কথাই নাই।

ভোগ।—(দীঘলকৈ হুমুনিয়া কাঢ়ি) হে হৰি! বাৰু, যেনে ভাল দেখিছ, তাকে কৰ। ভাত ৰান্ধগৈ যা এতিয়া; মই পথাৰৰপৰা আহোঁগৈ। চাওঁ, আই, নামচোন, মাৰৰ লগত ভাত ৰান্ধগৈ যা। মই যাওঁ। (জেতুকীক কোলাৰপৰা নমাই থৈ, চুমা দিয়ে)।

(সকলোৰে প্ৰস্থান)



# দ্বিতীয় পট,—মৌজাদাৰৰ চৰা।

( মৌজাদাৰে ৰায়তৰ খাজনা লৈছে )

ৰত্ন।—( পটা এখন চাই ) হেৰ, এই কিস্তিত তই ৭৸৵০ দিব লগীয়া হৈছে; দে।

১ম, ৰায়ত।—দেউতা, শেহ কিস্তিত বা কিমান দিব লগা পৰিছে?

ৰত্ন।—( আকৌ পটাখন চাই ) শেহ কিস্তিত তোৰ ৪৸৴০ দিব লগা পৰিব। তাৰ ওপৰঞ্চি টকাইপতি ৴০ চৰতীয়াকৈ স্থানীয় কৰ লাগিব।

১ম, ৰা।—দেউতা, এনেকৈ হলে আৰু দুখীয়া ৰায়ত কেনেকৈ তৰিম! মাটি সেই আগৰ কেডৰাই আছে; আৰু এইবেলি সেই এৰাবাৰীখনো ইস্তফা দিলোঁ; ইফালে খেজেনা টুটক ছাৰি বাঢ়িব হে লাগিছে!

ৰত্ন।—হেৰ, বলিয়া, ইস্তফা পলমে দিয়াত, এই বছৰলৈ তোৰ এৰাবাৰী এৰা নপৰিল। আৰু, এইবাৰ খাজনা বাঢ়িছে বুলি তোৰ খবৰ নাই হবলা?

১ম, ৰা।—বাঢ়ক বা টুটক; নহলে কৰপৰা দিম? এইদৰে বজাৰ খেজেনা বাঢ়িব লাগিলে ৰাইজ তৰিব কেনেকৈ? এই পাঁচ টকাকে ঘৰৰ মানুহজনীৰ কাণৰ কঁৰীয়াযোৰ সোঁতা থৈ হে আনিছোঁ।

ৰত্ন।—বলিয়াৰ দৰে বকিছ কিয়? নাই বুলিলেই চৰ্কাৰেও শুনিব, আমাৰো গা ৰব নহয়। চাপৰিলে মেৰ নেৰায়। চাও, চাও, আন সেই পাঁচ টকাকে দে; বাকী এই কিস্তিৰ ২৸৵০ পৰহিমানলৈ দি যাবিহি ( হাত মেলি ধন লয় )। বাৰু, মই বহিত লিখি ৰাখোঁ, তই যাচোন, সৌৱা ভদিবামহঁতে ভঁৰালৰ ছালখন বৈছে, তয়ো অলপ লাগি-মেলি দেগৈ।

১ম, ৰা।—ভাল দেউতা, পলম হে হল এতিয়া!

২য়, ৰা।—দেউতা, আমাৰ ফেৰাও ধৰকচোন ( খাজনা আগ বঢ়ায় )।

ৰত্ন।—কটা, তোৰ চকু নাই হবলা? মোৰ হাত কেইখন অ? আগেয়ে অহাবোৰক আগধৰি বিদায় দিব লাগে। বাৰু, তহঁত কেইটাবো টকা পটাৰ ওপৰে ওপৰে থৈ যাইঁক, হাতে-পাতে লাগি ঘৰটোৰ ছাল দুখন উলিয়াই পেলাগৈ। মই তহঁতৰ ৰছিত লিখি থওঁ।

২য়, ৩য়, ৪র্থ, ৰা।—( টকা থৈ ) এয়া দেউতা, আমাৰ হলে বাকী-বুকা নাই; একেবাৰে উচল কৰি লেখি ৰাখিব।

( আটাইকেইওটাৰে প্ৰস্থান; ভোগমনৰ প্ৰৱেশ।)

ভোগমন।—(লাহে লাহে ওচৰ চাপি) দেউতাৰ ওচৰলৈকে ময়ো আহিছিলোঁ।

ৰত্ন।—অ, ভোগমন? তোৰো খাজনা আনিছ নে? লৈ আহ, বাৰু।

ভোগ।—খেজেনা পৰহিমানলৈ হে দিম হি; দেউতা, আজি আন কিবা সকামত হে আহিছিলোঁ।

ৰত্ন।—( ৰহস্য কৰি ) কিনো সকাম পাতিছ অ? বিয়া নে সবাহ?

ভোগ।—নহয় দেউতা, আন কিবা কথা এটা হে খাটিবলৈ আহিছিলোঁ। দেউতাই এই মাউৰা বন্দীলৈ অলপ কিৰ্পা কৰোঁ বুলিলে কব পাৰোঁ।

ৰত্ন।—( ৰং কৰি ) বাৰু, কচোন, কিনো খাত লাগে নে পাম লাগে, শুনোঁ। খাত হলে, ৰজাই হে দিব পাৰে; মই বাৰু পাম এখনকে দিব পাৰোঁ নে চাওঁ।

ভোগ।—মই নো কেনে ঘৰৰ লৰা দেউতাই জানেই। বুপাই থাকোতে আমাৰ ঘৰৰ অৱস্থা কেনে আছিল, তাকো আটায়ে জানে। পিচে, কি হব, তেওঁৰ কপালেৰে তেওঁ নাম জ্বলাই আছিল; এতিয়া মৰি দেৱতা হলগৈ। ইফালে মই মাউৰা দুৰ্কপলীয়াৰ হে দুৰ্গতিৰ সীমা নোহোৱা হল। এতিয়া আগৰ দৰে মান পোৱাৰ কথা এৰিছোঁৱেই, বাটৰ খঁৰা-কুকুৰতকৈয়ো আমাক মানুহে অধচ্ দেখা হল! দেউতাই এতিয়া উভলি পৰা কলাপুলি আকৌ কই ঠন্ ধৰাব লাগে।—বোলোঁ, দেউতাই দয়া কৰিলে, দেউতাৰ্ তলতে গাওঁবুঢ়া এটা হৈয়ে অলপ জিলিকিব় পাৰোঁ।

ৰত্ন।—( হাঁহি ২ ) হেৰ, তয়ো নো গাওঁবুঢ়া হব খোজ নে? গাৰ দেখোন ছাল-বাকলিয়েই নাই, কেনেকৈ নো তেনে বৰমূৰীয়াটো হব খুজিছ? হলেও নো বাৰু, তোক কোনে মানিব?

ভোগ।—দেউতাৰ আজ্ঞা পালে কোনে নো নেমানি পাৰিব? বন্দীক কৃপা কৰি বাবটি দিয়াৰ পাচতে দেখিব; মোৰ মনেৰে, কামত এই নিচলাই শকত-আৱত কেইটাকো চেৰ হে পেলাব। ( লাহেকৈ কাপোৰখন উলিয়াই আগতে থৈ, মাটিত মূৰ লগাই সেৱা কৰে )।

ৰত্ন।—( ৰং মনেৰে ) বাৰু, মই ভাবি চাওঁ। তই বাৰু অহা-যোৱা কৰি কাম শিকি থাক। হওঁতে, তহঁতৰ গাঁৱতে মোক এটা গাওঁবুঢ়া লগা হৈছে। বাৰু, এটা কৰিব লাগে; নহলে নো তই ভাল পাবি নে? বাৰু, যা এতিয়া।

ভোগ।—( হৰিষ্ মনেৰে আকৌ সেৱা এটি কৰি ) ভাল দেউতা, বন্দী এতিয়া আহিলোঁ হে। সকলো ভেৰেৰা দেউতাৰ ওপৰত হে।

ৰত্ন।—বাৰু, তই যাচোন, মই কৈছোঁ নহয়।—যাওঁ, মোৰো গা ধুবৰ পৰ হল। পানী দিছে নে নাই জানো? ( ভোগমনৰ প্ৰস্থান। )

ৰত্ন।—( ভিতৰলৈ ৰিঙিয়াই ) হেৰ, মঙলা।

মঙলা। ( ভিতৰৰপৰা ) দেউতা!

ৰত্ন।—হেৰ, এই ফালে আহ। ( পটাত বহিত লিখাত মগ্ন )

মঙলা।—( মঙলা থিয় হৈ আছেহি, ৰত্নেশ্বৰে মন নকৰি লিখিয়েই আছে ) দেউতা, মই হেৰিয়াৰ অ, আহিছোঁ নহয়। কি কব খুজিছে, হেৰিয়াৰ অ, নকয় নো কিয় আকৌ। সিফালে মই, হেৰিয়াৰ অ, শাকনিতে কোৰখন এধা-শলাকৈয়ে, হেৰিয়াৰ অ, এৰি আহিছোঁ!

ৰত্ন।—ইঃ, ইয়াৰ কোৰখন আধা শলা হোৱাত হে বৰকৈ চিন্তা হল! দিনটোত আৰু সময় নেপাব নহয়! হেৰ, গা ধুবলৈ পানী দিছ নে নাই?

মঙলা।—এৰা, হেৰিয়াৰ অ, এতিয়াও গা ধুবলৈ, হেৰিয়াৰ অ, পানী

দিবলৈ আছে। সিফালে তপত পানী, হেৰিয়াৰ অ, বাহী চেঁচা পানীৰ নিচিনা, হেৰিয়াৰ অ, হল আকৌ! বেলিও, হেৰিয়াৰ অ, ভাটী দিলে।

ৰত্ন।—বাৰু যা যা, ধঁপাত এচিলিম আনগৈ যা।

মণ্ডলা।—ঐ গোসাঁই! এতিয়া আকৌ, হেৰিয়াৰ অ, ধঁপাত হুঁপিবৰ বেলি আছে! (আন ফালে মুখ কৰি ভোৰ্ভোৰাই) বিযৈয়া বুলিলে, হেৰিয়াৰ অ, পেটৰ নাৰী ছিগা! ভাল যেনিবা, হেৰিয়াৰ অ, মই এইখনত নাৰী-ছিগা হৈ, হেৰিয়াৰ অ, মৰিবলৈ আহিলোঁ! (মৌজাদাৰলৈ চাই) বাৰু, এতিয়া আহক, হেৰিয়াৰ অ, গা-ধোৱা পীৰাত বহিও, হেৰিয়াৰ অ, ধঁপাত হোঁপকহি।

ৰত্ন।—(হাঁহি হাঁহি) বাৰু, যা, যা, হেৰ লেবা, যা। তাৰ লৈকে আনগৈ যা। হেৰ, তালৈকে তেলো আনিবি।

মণ্ডলা।—(যাওঁতে যাওঁতে) এৰা, হেৰিয়াৰ অ, এতিয়াও তেল দিবলৈ হেৰিয়াৰ অ, বাকী আছে!

ৰত্ন।—যাওঁ। (পটাত ৰছিত লিখি এটাই ৰত্নেশ্বৰৰো প্ৰস্থান)



# তৃতীয় পট,—মৌজাদাৰণীৰ বুলনি।

( আগত তামোলৰ বটা লৈ অমিলা বহি আছে )

অমিলা।—( ভিতৰলৈ চাই ) হেৰ পাহিটি ! তইঁতে আৰু মেল পাতিয়েই থাকিবি নে ? ইফালে বেলি ভাটী দিলে নহয়; পথাৰলৈ আজি আৰু কেতিয়া নো যাবিহঁক ?

ভিতৰৰপৰা।—আইচু ! ওলালোঁ, যাওঁ।

( ৰংদৈৰ প্ৰৱেশ )

অমিলা।—অ, ৰংদৈ আহিছ। বহ, সেই চলিপীৰা ডোখৰ টান মাৰি নি !

ৰংদৈ।—( মাটিতে বহি ) নেলাগে আই-দেউতা, মাটিতে বহোঁ। বাটৰ গঁৰাকুকুৰেও বাট নিদিয়া মানুহ, আমি নো কি চৰা-পীৰাত বহিবৰ লায়েক !

অমিলা।—ক'ত নো গঁৰা-কুকুৰে বাট নিদিলে অ, ৰংদৈ ?

ৰংদৈ।—এৰা, তেনেকুৱাই নহয় নো কি, আই-দেউতা ! আজি-কালি নো আমাৰ বিলাইৰ কথা কি কম। শল্লুৰ চুকাবৰপৰা আৰু দিনে দিনে আমাৰ বিলাই চৰি হে গৈছে !

অমিলা।—এৰা, কবোঁতা-মেলোঁতা নাই দেহি ! এইবেলি নো খেতিৰ ধান কিমান পাবি ? খাবলৈ আটিব নে ?

ৰংদৈ।—হয়, আইচু ! চপাব পাৰিলে, মুৰামুৰিকৈ আটিবগৈ। অকল ভাত-কাপোৰৰ দুখ হলেওচোন ৰইথা পাওঁ ! আমাৰ নো কথা কি সোধে !

অমিলা।—আৰু নো কিহৰ দুখ ? কচোন্ বাৰু; দুখ গুচাব নোৱাৰিলে, তেও পুতৌ কৰিব পাৰি।

ৰংদৈ।—নোৱাৰিব নো কেলৈ ? আই-দেউতাই কেৰাহিকৈ চালেও, এনে দুখুনী বেটী হেজাৰজনী তৰিব পাৰে।

অমিলা।—( হাঁহি হাঁহি ) বাৰু, কচোন ক, কিহৰ নো দুখটো ?

ৰংদৈ।—আই-দেউতা ! হলা বাঁহক আটায়ে আঁজোৰে ! শহুৰ ঢুকাবৰ-পৰা আমাক আৰু কোনেও গণিতাকে নকৰা হল। এতিয়া, যেয়ে পাৰে কুকুৰৰ দৰে টঙনিয়াই মাৰিবলৈ হে বিচাৰে। কিনো কম, আইচু, বুকু ফাটি যায় যেন লাগে, সিদিনা কচুখোৰা গাওঁবুঢ়াইঁতে বাটৰপৰা মোৰ নিচলা মানুহটোক কুলী ধৰি নি, কুকুৰাৰ মেটমৰা ভাৰখন দি, চেহাবৰ লগত মকচললৈ পঠালে। দুদিনৰ পাচত হে এধামৰা হৈ ওলাইছেহি ! ( কান্দিবলৈ ধৰে )

অমিলা।—( পুতৌ কৰি ) আয়ৈ দেহি ! ভোগমনক নো সিইঁতে কুলী দিব পায় নে ? তেতিয়াই তই আহি আমাৰ ডাঙৰীয়াৰ আগত নজনালিহি কিয় ? মোক কোৱা হলেও হলহেঁতেন।

ৰংদৈ।—কিনো কম আইচু, মই সিটোক লৈ যোৱাৰ ভালেখিনি পৰৰ পাচত হে আবেলি বুজ্ পালোঁ। কান্দি নো কি কৰিম আৰু ? এতিয়া আই-দেউতাই অলপ চকু মেলি চায় বুলি হে বেটীয়ে ওচৰ চাপিছোঁহি।

অমিলা।—হয় তো ; বাৰু তই যা, মই ডাঙৰীয়াক এই কথা কম। এতিয়াৰপৰা আৰু তাক কুলী নিদিয়ে।

ৰংদৈ।—নহয়, আইচু ! বিধিনিৰ জইন্ নেমাৰিলে আকৌ মাজে মাজে উকাই হে থাকিব। সেই হে কৈছোঁ, বোলোঁ, আইদেৱে মন কৰিলেই হওঁতে বেটীৰ কামনা পূৰাব পাৰে।

অমিলা।—কেনেকৈ ? বাৰু, তয়ে কচোন।

ৰংদৈ।—আইদেৱে যদি দুখুনীক কিৰপা কৰি, দেউতাক জনাই, সিটোক গাওঁবুঢ়া এটাকে পতাই দিয়ায়, তেনেহলে এনে আপদৰপৰা ৰইখা পাওঁ।

অমিলা।—মই নো এতিয়া ঠাৱৰকৈ কেনেকৈ কওঁ ? বাৰু, আজি মই ডাঙৰীয়াক সুধি চাম। ত'ত যদি ভাল বোলে, হব পাৰিব।

ৰংদৈ।—(কাওবাওকৈ ) নহয়, আই-দেউতা ! আপোনাতেই সদৌ ভেৰেঘা। আপুনি টানি ধৰিলে, দেউতাই কেতিয়াও মুই নকৰে।

( কাপোৰৰ তলৰপৰা নিশিয়া মুগাৰ মেখেলাখন উলিয়াই দিয়ে )

অমিলা।—এ, নেলাগে নেলাগে আই হে, নেলাগে ; তইঁত দুখীয়া মানুহ, কিয় এইবোৰ ভগন কৰিব লাগিছে ? লৈ যা, তইঁতৰ হৈ মই যি পাৰোঁ এনেয়ে কৰি দিম। লৈ যা, আই হে, লৈ যা।

ৰংদৈ।—নহয়, আইচু, নললে বেটীয়ে বেজাৰ হে পাম। যেতিয়া নহব, আপোনাসকলকে খুজি-মাগি পিন্ধিম। আগবঢ়োৱা বস্তু ওলটাই নিদিব। বেটী এতিয়া আহিলোঁ হে। ( উঠে )

অমিলা।—বাৰু, এতিয়া যা। তইঁতে বাৰু বেজাৰ কৰি নাথাকিবি। মই যি পাৰোঁ কৰিম।

ৰংদৈ।—ভাল, আইদেউতা ! ( প্ৰস্থান )

অমিলা।—ময়ো যাওঁ। অলপ জিৰাওঁগৈ। ( প্ৰস্থান )

ৰংদৈ।—( কাঁও-বাঁওকৈ ) যি পাৰোঁ বুলিলে নহয়, আই-দেউতা, পাৰিবই লাগে। হাকিম দেউতাই আইদেউতাৰ কথা কেতিয়াও নেপেলায় ; বেটীয়ে বেচকৈ জানোঁ।

অমিলা।—এ, তইঁতে মুবুজ ; এইবোৰ চৰ্কাৰী কথা, মই খাতাংকৈ কেনেকৈ কম ! তথাপি, ডাঙৰীয়াক আজি টানি কৈ চাম। তই বাৰু কাইলৈ আহি যাবিচোন।



## চতুৰ্থ পট,—চাহাবৰ বঙলা।

( ভোগমনৰ হাতত এটা মইনা চৰাই আৰু এথাং সুম্‌থিৰা টেঙ্গা; ৰত্নেশ্বৰ আৰু ভোগমনে চাহাবলৈ বাট চাই জোমা-জুমি কৰি আছে। )

ৰত্ন।—হেৰ, চাহাব ওলালেই মই চেলাম দিম; তয়ো মোৰ পিচৰপৰা দীঘলকৈ চেলাম দি থিয় হৈ থাকিবি।

ভোগ।—ভাল দেউতা! পিচে, মই হলে কথা কব নোৱাৰিম; চেহাবক দেখিলেই মোৰ ভয় লাগিব। এতিয়াই মোৰ বুকুখন ঢিপিং ঢিপিং কৰি আছে, দেউতা!

ৰত্ন।—হেৰ, কটা, একো ভয় নকৰিবি। ভয় কৰা যেন দেখিলে হলে চাহাবে কেতিয়াও কাম নিদিয়ে। অ, ইয়াৰ্টেকে হে গাওঁবুঢ়া হবলৈ মটুমটাই ফুৰিছিলি? গাওঁবুঢ়া বুলিলে চাহাবৰ কত যে ডাবি হুকি খাব লাগিব তাৰ কি লেখ আছে!

ভোগ।—নহয়, দেউতা! তেতিয়াও এটা কথা। কাম পালে আৰু এনেকৈ ভয় নকৰোঁ। এতিয়া তেনেই নিচলা দেখি হে! তাতে আকৌ মই যেতিয়াও চেহাবৰ আগত থিয় হোৱা নাই। ( চাহাবক ওলাই অহা দেখি কঁপি কঁপি ) অ, দেউতা, দেউতা, দৌৰা, দৌৰা, ওলালহি, ওলালহি, আগ হওক! ( ঠক্‌ঠক্‌কৰে কঁপিবলৈ ধৰে )

ৰত্ন।—হেৰ, কটা, কি কৰিলি! থিৰ হ! ( চাহাবক দীঘলকৈ এটা চেলাম দিয়ে; পিচৰপৰা ভোগমনেও মাটিত হাত লগাই চেলাম এটা দি, কঁপিবলৈ ধৰে )।

ইংৰ।—ওৱেল, মৌজদাৰ আহিছে? ইয়াতে টোমাৰ কি কাম টাকিছে?

ৰত্ন।—এনেই হে হজুৰক চেলাম দিবলৈ আহিছিলোঁ। বিশেষ কাম একো নাই, হজুৰ!

ইয়ং।—আচ্ছা, টেনেহলে কিজানি টুমি এটিয়া যাব ফাৰে। ( ভোগমনলৈ চাই ) হেইটো কোন্ মানুহ টাকিছে? হেইটো কি আনিছে? হি কি কৰিব মাগিছে?

ভোগ।—( কঁপি কঁপি ) দেউতা, দেউতা, কওক, কওক; মোৰ কথাকে সুধিছে দেখোন!

ৰত্ন।—হজুৰ, সেইটো মোৰ মৌজাৰে মানুহ। তাৰ ঘৰত এই মইনা চৰাইটি আছিল; ভালকৈয়ে মাত-কথাও ফুটিছে। মই সিদিনা দেখি কলোঁ, বোলোঁ, এইটো হজুৰৰ বঙলাত থবলৈ হে ভাল হৈছে। ইয়ো বৰ বং মনেৰে হজুৰলৈ চৰাইটো আগ বঢ়ালে। আৰু, তাৰ বাৰীতে নতুনকৈ সুমথিৰা টেঙ্গা জোপাদিয়েক আগতীয়াকৈ পকিছে। সি বোলে জয়ে-জয়ে হজুৰতে লগাব। সেই মনেৰে তাৰে গোটাচাৰেক সি লৈ আহিছে।

ভোগ।—হয় হজিৰ, খোদাবেণ্ডা, দেউতাই যি কৈছে, সেয়ে।

ইয়ং।—চৰাই ডেকি হামি কুব্ খাল ফাইছে। আচ্ছা, হেইটো মোৰ চৰ্দাৰৰ হাটতে ডিব ফাৰে। ( ভোগমনলৈ চাই ) হেইটো মানুহ কি হৈছে? হি কেলে কাঁপিছে? ( চৰ্দাৰে আহি চৰাই আৰু টেঙ্গা নিয়ে )।

ৰত্ন।—এৰা, হজুৰ, গাঁৱলীয়া মানুহ, হজুৰক দেখি ভয় কৰিছে।

ইয়ং।—( ভোগমনৰ ওচৰ চাপি ) টুমি কেলে বয় কৰিছে? হামি বাগ টাকিছে নে বালুক টাকিছে? ( গা-চাপি গৈ ধেমালিকৈ ) হামি কি জানি এটিয়া টোমাকে কাব ফাৰে!

ভোগ।—( বৰকৈ কঁপি কঁপি ) দেউতা, দেউতা, কি হয় এটা কওক। মোক বেয়াকৈ লাগিল দেখোন!

ইয়ং।—আচ্ছা, মৌজদাৰ! মই হলে টোমাৰ ওপৰ খুছি ফাইছে। এটিয়া টুমিলোক যাব ফাৰে। ( ঘূৰিবলৈ ধৰে )

ৰত্ন।—হজুৰ, এই মানুহটোৰ কিবা এফেৰি খাটনি আছিল।

ইয়ং।—কি কাটনি টাকিছে? হেইটো কাট কাটিব মাঙিছে? অঃ, টেনেহলে হেইটো কাম টুমি ডেকিব ফাৰে।

বস্থ।—নহয় হজুৰ, আন কিবা সকাম হে আছিল।

ইয়ং।—কি কাম টাকিছে? টুমিলোকৰ এইঠো বহুত বয়া ডস্তুৰ টাকিছে; কোন্ কাম টাকিলে যদি, আগাৰি কেলে কাম নাই বুলি কৈ ডিছে? চব বাবুলোক এই ৰকম টাকিছে। আচ্ছা, হামি টোমাক হিকাই ডিছে, কোন্ কাম টাকিলে পহিলা কৈ ডিব লাগে; জানিলে?

বস্থ।—ভাল, হজুৰ! আমি অসমীয়া বুঢ়া মানুহ, হজুৰসকলৰ বিলাতী ধাৰণ ভালকৈ ভু নাপাওঁ।

ইয়ং।—আচ্ছা, কি কাম টাকিছে, এটিয়া কব ফাৰে।

বস্থ।—হজুৰ, তালন গাঁৱৰ ফালে মোক গাওঁবুঢ়া এটা লগা হৈছে। হজুৰে অনুমতি দিলে এটা লব পাৰোঁ।

ইয়ং।—টাটে আগাৰি দোছৰা গাওঁবুঢ়া নাই টাকিছে?

বস্থ।—হয় হজুৰ, আছোঁতে এটা আছে। কিন্তু, সি বুঢ়া মানুহ, এতিয়া আৰু অকলে ভালকৈ কাম চলাব নোৱাৰা হৈ পৰিছে।

ইয়ং।—আচ্ছা, গাওঁবুঢ়ালোক টলব নাই ফাইছে; টুমি একঠো লব ফাবে। হিঠো বুদ্ধা আছে; ইঠো যোবান মোটা মানুহ লব লাগে।

বস্থ।—ভাল, হজুৰ! হজুৰৰ আজ্ঞা পালে এই মানুহটোকে লব পৰা যায়।

ভোগ।—( থৰকৃবৰকৃকৈ ) হৈছে, হজিৰ গোলাম খোদা-বেণ্ডা।

ইয়ং।—অঃ, হেইঠো গাওঁবুঢ়া হব নাই ফাৰিবে। হেইঠো একদম্ ডোবলা আড্মি টাকিছে। কি জানি কানি কাইছে। হি কাম কৰিব নাই ফাবে, টুমি ডোছৰা আড্মি ডেকিব লাগে। কানীয়া আড্মিকে হামি কাম কভি নাই দিবে।

বস্থ।—নহয় হজুৰ, মই জানো, সি কানি নাখায়।

ভোগ।—হয়, হজিৰে গোলামে কানি নেখায়। কেতিয়াবা সঙ্গত পৰিলে টিকিৰা হে ছুটা-চাইটা পোৰ। হয়,—

ইয়ং।—চুপ্ৰাও। হেইটো কি বক্বক্ কৰিছে? হামিকে গালি দিছে?

ৰত্ন।—এইটোৰে নো টপ্টপাই আছে কেলৈ? কথা নুবুজে, এনেই বলকি থাকেচোন! (চাহাবলৈ চাই) নহয় হজুৰ, সি এনেই হে নিচলা; তাৰ বাপেকো এনেকুৱা আছিল। কিন্তু, গাঁৱৰ ভিতৰত হলে বৰ টনকিয়াল। কওঁতে কেনা লগাইছে এতিয়া হজুৰৰ আগত ভয় কৰি হে, গালি পাৰিবলৈ তাৰ কি শক্তি আছে!

ইয়ং।—অঃ, টেনেহলে চাহাবলোকৰ লগতে হেইটো কেনেকৈ কাম কৰিব পাৰিবে? গাওঁতে ডোছৰা আড্মি ভি টাকে বয় নাই কৰিবে।

ৰত্ন।—নহয় হজুৰ, নতুনতে সকলো এনেকুৱাই থাকে। পাচলৈ দেখি-শুনি আপুনি ভয় ভাগিব। আৰু, চৰ্কাৰী বিষয় এখন পালে নিচলাকো মানুহে ভয় নকৰি নোৱাৰে।

ভোগ।—হয়, হজিৰ, গোলাম, অলপ কিৰ্পা পালে গৰিপ ৰইখা পৰে।

ইয়ং।—হেইটো কোন ৰইকা পৰে কৈছে?

ৰত্ন।—অৰ্থাৎ, হজুৰে মৰম কৰি তাক কামটো দিলে সি সুখ পাব; সি ডাঙৰ হৈ তৰিব পাৰিব বুলিছে।

ইয়ং।—অঃ, গাওঁবুঢ়া কামতে কি হুক্ টাকিছে? টাটে টলব নাই টাকিছে। টেনেহলে হেইটো কাম কেলে মাঙিছে? মই জানিছে, টাটে কি জানি বহুত লাব টাকিব ফাৰে।

ৰত্ন।—নহয় হজুৰ, আন কি লাভ আছে,—সেই, বিয়াই-সবাহে আগ-চাকি, আগ-পাত্ত, মেল-দোৱানিত আনতকৈ ছুটা পইচা সৰহকৈ পোৱা, এয়ে গাওঁবুঢ়াৰ লাভ। আগৰদিনীয়া ভালমানুহৰ লৰা হলেই মানকেৰাৰ নিমিত্তে এই কামত সোমায়। হওঁতে, ইয়ো বেয়া ঘৰৰ লৰা নহয়, ইইতক বামুনৰ ঘৰৰ বোলে।

ইয়ং।—অঃ, আৰু কব নাই লাগে, হামি চব জানিলে। (ভোগমনলৈ চাই) আচ্ছা, টুমি কাম কৰিব ফাৰিবে?

ভোগ।—(কঁপি কঁপি) হুজিৰ, হুজিৰ গোলাম—

ইয়ং।—(মিছা খং দেখাই) ইউ ডেম্ ফুল! কি হুজুৰ গোলাম বুলি টাকিছে! কাম কৰিব ফাৰিবে? চাহাবলোকৰ খং হুনিব ফাৰিবে? (গোৰোহনি মাৰে)

ভোগ।—(ভয়ত চুৰ্ত্তি হেৰুৱাই) হয়, হুজিৰ গোলাম ডেম্-ফুল্! মই একো জগৰ কৰা নাই,—দোহাই মহাৰাণী!

ইয়ং।—(খঙেৰে) ইউ ডেভিল্, ৰাস্কেল! টুমি হামাকে গালি ডিছে? বয় ডেকাইছে? টুমি মহাৰাণী মাটিছে! টুমি হামাকে বোকা ডেকিছে?

ভোগ।—(বোকা হোৱা ঠাই এডোখৰলৈ চাই) অ, হয়, হুজুৰ বোকা হয়! মই এতিয়া হে মন কৰিছোঁ হুজুৰ বোকা আছে। কিন্তু মই গাওঁবুঢ়া হলে হুজুৰ আৰু বোকা নাথাকে।

ইয়ং।—(অপ্ৰস্তুত সেমেনাসেমেনিকৈ হাঁহি হাঁহি) আচ্ছা, টুমি টিক্ কাম কৰিব ফাৰিবে?

ভোগ।—কাম দিলে হুজুৰ গোলামে চাব পাৰে।

ইয়ং।—অঃ, চাব ফাৰিলে নাই অবে? কাম কৰিব ফাৰিব লাগে। কূলী ধৰিব ফাৰিবে?

ভোগ।—(টনকিয়াল হৈ) অঁঃ, পাৰিম হুজুৰ; কোনো কথা নাই।

ইয়ং।—(হাঁহি হাঁহি) আচ্ছা, টুমি কাম পাব ফাৰে। (ৰত্নলৈ চাই) মৌজদাৰ, আচ্ছা, টুমি টাকে গাওঁবুঢ়া বনাব ফাৰে।

ৰত্ন।—ভাল, হুজুৰ! আজিয়েই তাক মকৰলি পৰণা দিয়ামগৈ।

ইয়ং।—আচ্ছা, এটিয়া টুমিলোক যাব ফাৰে।

ৰত্ন।—(দীঘলকৈ চেলাম দি) ভাল হুজুৰ, গোলামহঁত এতিয়া আহিলোঁহে। মকৰলি পৰওণা লবলৈ কাছাৰি হুজুৰলৈ বৈ থাকোঁগৈ।

ভোগ।—(মাটিত হাত লগাই চেলাম দি দি পিচহুঁহকি গৈ গৈ প্ৰস্থান)।

# পঞ্চম পট,—মৌজাদাৰৰ চৰা।

( এখন গাঁৱলীয়া মেল। )

১ম, মে।—হেৰ, গুচৰীয়া-পদকীয়াইঁত, কিনোৰূপেসৈতে, মেল-মৰা কি পেলাবি কিনোৰূপেসৈতে পেলাইঁক।

২য়, মে।—এৰা, আৰু পলম কৰাৰ সকাম নাই ; কি পেলাব লাগে পেলাইঁক। গোচৰ কিন্তু শকতেই, তাকে চাই হে পেলাব লাগে।

গুচৰীয়া।—মই বাৰু এই অটকা পেলাইছোঁ। ( বটাত টকা থয় ) পিচে, মকটমাৰ খৰচাটো এনেই যাব নে ?

৩য়, মে।—সেইটো কিন্তু পাচ কথা। মেলত তাৰ কিন্তু যি হয় বিচাৰ হব। কিন্তু গোচৰ চাই কিন্তু তোৰ পেলোৱা কিন্তু হোৱা নাই ; আৰু এটকা কিন্তু পেলাব লাগে।

গুচৰীয়া।—মোৰ আৰু এইখন বৰোতেই হাত উদং হব লগা হলহি! ( আৰু এটকা দিয়ে ) বাৰু, আৰু অটকা পেলাইছোঁ।

৪র্থ, মে।—গোচৰ বুলিলে, তাৰ পৰিণামে, দেৱলীয়া কৰি হে এৰে ; তাৰ পৰিণামে, ইয়াকে বৰ টান পালি। এতিয়া পদকীয়াই, তাৰপৰিণামে, পেলাব লাগে।

পদকীয়া।—ককাইঁত, মোৰ হাতত হলে সিমান নাই, আধলি এটা হে আছে। তাকে পেলাব পাৰোঁ।

১ম, মে।—হাতত নাই, কিনোৰূপসৈতে, ধাৰ কৰি ল। এতিয়া নাই বুলিলেই, কিনোৰূপসৈতে, হব হবলা ?

পদ।—এৰা, তোমালোকে লাগিছা যেতিয়া এৰিব খুজিছা নে ? (মেৰতলিৰ পৰা টকা দুটা উলিয়াই বটাত থয় )।

( ভোগমনৰে সৈতে মৌজাদাৰৰ প্ৰৱেশ )

( মেল আৰম্ভ ; মৌজাদাৰে মৌজাৰ কাকত লিখিবলৈ ধৰি আওকণীয়া হৈ বহে ; মেলুৱৈইবিলাকে কাৰো কথালৈ কোনেও কাণ-নিদিয়াকৈ একে সময়তে অসংলগ্ন কথাৰে নিজ নিজ মত প্ৰকাশ কৰি মেল মাৰিবলৈ ধৰে ) ঃ—

১ম, মে।—মই, কিনোৰূপেসৈতে, তেতিয়াই কৈছিলোঁ, বোলোঁ, তইঁতৰ ভাব-গতি, কিনোৰূপেসৈতে, কিবাহে দেখিছোঁ ; ভালে ভালে থাকোঁতেই, কিনোৰূপসৈতে মানুহ-তুনুহ চপাই ভিতৰুৱা বস্তুৰ, কিনোৰূপেসৈতে, ভাগ কৰি লইঁক।

২য়, মে।—তোৰ যদি মনে মনে তেনে ভাব আছিলেই, তেন্তে তই ককায়েৰক কব হে পাৰ, বাপুৰে একেলগে থবলৈ মোৰ মন নাই, আমাৰ বস্তুৰ ভাগ হব লাগে। পোনেই নো গোচৰথন কৰিবলৈ ওলাব লাগে নে ?

৩য়, মে।—বাপেৰ কিন্তু চুকাবৰ নৌ-চাইদিন হওঁতেই কিন্তু তইঁতৰ ভিতৰত কিন্তু এনে খোঁচা-খুঁচিথন কিন্তু হব পায় নে ? এনে কথাৰ মূৰত হে কিন্তু হেৰিয়াৰ ঘৰৰ কিন্তু ভেঁটি উচন্ হব লগাত কিন্তু পৰিছে।

গুচৰীয়া।—মই বৰলা মানুহ, বোলোঁ, মোৰ নো কি ঘৰ আছে ; ককাইৰ হাতত থাকিলে নো মোৰ ভাগ-বস্তু কলৈ যাব। অ, এতিয়া তেওঁ চল পাই চপাই বনমালী কৰিব খোজে !

৪র্থ, মে।—ইহঁতে আৰু, তাৰপৰিণামে, গাঁৱৰ বুঢ়া-মেথাকো, তাৰপৰিণামে গণিতা নকৰা হল। এইথন কৰাৰ আগেয়ে, তাৰপৰিণামে, আমাক এটায়ো যদি, তাৰপৰিণামে, এটা কথা সুধিলে ! ইও, তাৰপৰিণামে, মেনে-মেনেই ফন্দীথন, তাৰপৰিণামে, পাতিলে, সিয়ো মেনে-মেনেই, তাৰপৰিণামে, কেছাৰি ঘৰ উঠিলগৈ।

পদ।—দেখাদেখি যি বস্তু আছিল, সেইবোৰ এতিয়াও আছে। ভিতৰুৱা বস্তু কেতিয়াবাই দুয়ো আপোছতে ভাগ কৰি ললোঁ। এতিয়া দি তাৰ ভাগ

কৰবাত লুকুৱাই থৈ, লোকৰ বুদ্ধিৰে, মোৰ ওপৰত এইখন মিছা মকটমা কৰিলে কি হব?

১ম, মে।—সেই দিনা, কিনোৰূপেসৈতে, গৰুটো বেছিবলৈ ধৰোঁতেই, কিনোৰূপেসৈতে, মই তাক বুজাই কলোঁ, বোলোঁ, কিনোৰূপেসৈতে, ভায়েৰ নথকাত গৰু বেছাটো, কিনোৰূপেসৈতে, ভাল হোৱা নাই।

ৰত্ন।—তোমালোকে লগ-বান্ধ নোহোৱা কথাৰে হাই-উৰুমি কৰিয়েই থাকিবা নে? আজিৰ মেল নিছিঙো বুলি লাগিলাইঁক নে কি?

ভোগ।—ৰাইজসকল! এই ফালে কাণ দিওক, দেউতাই কিবা কব খুজিছে (সকলোৱে নিমাত হৈ মৌজাদাৰৰ ফালে চাই ৰয়)।

ৰত্ন।—বোলোঁ, সোধা-পোছা কৰি গোচৰৰ এটা মীমাংসা কৰি দিয়াটোহে ভাল। (সকলোৱে 'হয়' 'হয়' কৰে)। এতিয়া আমি শুচৰীয়াক সুধিব লগীয়া একো নাই; তাৰ আৰ্জ্জিতে সকলো পোৱা গৈছে। পদকীয়াই কচোন বাৰু, তই নো ভিতৰুৱা বস্তুৰ ভাগ নকৰাকৈয়ে কিয় সোপাকে গ্ৰাহ কৰিব খুজিছ?

পদ।—নহয় দেউতা-ঈশ্বৰ! এই অতথিনি ভকতৰ আৰ হবলৈকে মই মিছা নকওঁ; তাৰে মোৰে ভিতৰত ভিতৰুৱা বস্তুৰ ভাগ কেতিয়াবাই হৈ গল। এতিয়া, সি তাৰ ভাগৰ বস্তু কৰবাত লুকুৱাই থৈ, লোকৰ বুদ্ধিৰে, মোৰ ওপৰত এইখন মিছা মকটমা কৰিছে।

ৰত্ন।—তাৰ কিবা প্ৰমাণ আছে নে? ভাগ কৰাৰ সময়ত কোন্ কোন্ আছিল? কোনে কোনে দেখিছিলে? তই তাৰ সাক্ষী দিব পাৰ নে?

পদ।—তেতিয়া, দেউতা, আন কোনো নাছিল; মাথোন, মোৰ ঘৰৰ মানুহ-জনী হে আছিল।

মেঃ বিলাক।—(গিৰ্জ্জনি মাৰি হাঁহি) এৰা, হয়, তোৰ বৈণীয়েৰক হে সাক্ষী মানিব লাগিল, ঐ!

গুচৰীয়া।—দেউতা, ৰাইজসকল, মই কেতিয়াও মিছা নকওঁ। তাৰে-মোৰে ভিতৰত বস্তুৰ ভাগ কেতিয়াও হোৱা নাই। সি বাৰু কীৰ্ত্তন পুথিত ধৰি শপত খাওক, মই এৰি দিম।

পদ।—উঁঃ, সঁচা হলেও, মিছা হলেও, মই কেতিয়াও শপত নেখাওঁ। জন্মা জুয়ে শুকানো পোৰে, কেঁচাও পোৰে।

ৰত্ন।—বাৰু, তেন্তে সিয়ে শপত খাওক, তই ভাগ-বস্তু দিবলৈ গাত ল।

পদ।—ভাল, দেউতা, সিয়ে শপত খাওক; লাম্‌গাকতি যি এডোখৰ আছে, তাৰে ভাগ কৰিবলৈ মই মান্তি আছোঁ।

ৰত্ন।—সি কথাই কথা নহব; মোৰ গাওঁবুঢ়াইঁত গৈ, মানুহ-দুনুহ চপাই, ভাগ কৰি দিবগৈ। বাৰু, এতিয়া শপত খুৱাবলৈ দিহা কৰা হওক। (ভিতৰলৈ চাই) হেৰ মণ্ডলা! হেৰ, হাত-ভৰি ধুই শুচি হৈ, কীৰ্ত্তন পুথিখন লৈ আহ।

৩য়, মেঃ।—এৰা, কিন্তু হাকিমৰ মুখেই কিন্তু নিষ্পতি।

১ম, মেঃ।—অঃ, কিনোৰূপৈসেতে, নহব নো কিয়? কিনোৰূপেসৈতে, হাকিম নো আকৌ, কিনোৰূপৈসেতে, বোলে কিয়?

মণ্ডলা।—(ভিতৰৰপৰা হাতত লোটা এটাৰে সৈতে মূৰত কীৰ্ত্তন পুথি লৈ আহি মেলুৰৈ এজনৰ প্ৰতি) হেৰা, ঠাইখন, হেৰিয়াৰ অ, অলপ মোহাৰি দি, হেৰিয়াৰ অ, তাতে বটাটো থোৱাঁ দেও হে! (মেলুৰৈ এজনে মাটিত হাত ফুৰাই বটা পাতি দিয়ে; বটাৰ ওপৰত কীৰ্ত্তন পুথি ৰাখি মণ্ডলাৰ প্ৰস্থান)।

ৰত্ন।—বাৰু, এতিয়া আমাৰ কচুখোৱা গাওঁবুঢ়াই তাক শপত খুউৱাচোন।

কচু।—ভাল। (উঠি গৈ) হেৰ, আহ, আঁঠু লহি।

গুচৰীয়া।—(উঠি গৈ আঁঠু কাঢ়ি কীৰ্ত্তনত ধৰি) বোলক।

কচু।—ক, বুলি, ককাইৰে মোৰে ভিতৰত যদি বস্তুৰ ভাগ হৈছিল, তেন্তে মোৰ দেহ-নাম ভগন হব।

গুচৰীয়া—ভগন হব।

১ম, মে।—অঃ, কিনোৰূপে সৈতে, অকল 'হব' বুলিলেই, কিনোৰূপেসৈতে, নহব। গোটেইখিনি বচন, কিনোৰূপেসৈতে, লুটিয়াই কব লাগে।

গুচৰীয়া।—এঃ, সিমানবোৰ কথা মোৰ মনত নৰয় দেও হে।

কচু।—বাৰু, এটা এটাকৈ কৈ যাওঁ, তই ধৰি যাবি। ক, বুলি—

গুচৰীয়া।—ক, বুলি।

কচু।—এঃ, পোনেই গুৰিতে নধৰিবিচোন।

গুচৰীয়া।—বাৰু গুৰিত নধৰোঁ ; আগত ধৰিম।

কচু।—বুলি, বস্তুৰ ভাগ হৈছিল যদি, মোৰ দেহ-নাম ভগন হব।

গুচৰীয়া।—দেহ-মান ভাগ হব।

কচু।—নহয়, দেহ-নাম।

গুচৰীয়া।—হয়, বাৰু দেহ-মান।

কচু।—কি আঁকৰা ঔ, এইটো! বাৰু ক, ভগন হব।

গুচৰীয়া।—বাৰু ক, ভগন হব।

কচু —এঃ, ইয়াক আৰু বোলাব নোৱাৰি দেও হে!

১ম, মে।—বাৰু, হৈছে ; কিনোৰূপেসৈতে, সেয়ে পাবগৈ। এতিয়া বিলনীয়া উঠি কিনোৰূপেসৈতে মেলমৰা বিলাই দিব লাগে।

৩য়, মে।—হয়, কিন্তু গোটাৰূপ কেটকা কিন্তু শিউলাৰ গোলাত কিন্তু পইচাকৈ ভঙাই আনোগৈ কিন্তু (বটাৰপৰা টকা লৈ গুলাই গৈ পাকতে ভঙনীয়া পইচা আনি বটাত লেখি লেখি থয় হি।)

(বিলনীয়াই মানুহ-চাই মেল-মৰা বিলাই দি গৈ ভোগমনৰ ভাগ দিয়েগৈ)

ভোগ।—(উচাৎ মাৰি) ইঃ, মই ইমান হে পাওঁ নে? সৌৱা, টেঁপেৰা গাওঁবুঢ়াইঁতে কিমান পাইছে নাচাৰ কিয়? বোলে, 'সমানৰ ভাই, পাইকৰ ককাই' ; চাই-চিতি কাম কৰিব লাগে।

বিলনীয়া।—সিহঁতে যিমান পাব লাগে সিমান পাইছে। গাওঁবুঢ়া বুলিলে আগে-পাচে যি নিয়মে পায়, এতিয়াও সেই নিয়মেই পাইছে।

ভোগ।—মই নো তেন্তে সেই নিয়মেই নেপাম কিয় ? ( থং কৰি ) মোক নো পিচে কিয় বে-দস্তুৰ কৰি দিছা ?

বিলনীয়া।—(আচৰিত ভাৱে হাঁহি) তই নো আকৌ কহানিৰপৰা সেই নিয়মে পোৱা হলি ? ( ৰাইজে গির্জনি মাৰি হাঁহে )।

ৰত্ন।—অ, নহয়, তাক তালন গাৱঁৰ ডেকা-গাওঁবুঢ়া পতা হৈছে। সিদিনা চাহাবে তাক মকৰলি পৰণাও দিছে।

১ম, মেঃ।—হয় নে দেউতা ? এ, আমি, কিনোৰূপে সৈতে, ভূকে পোৱা নাই। অ, তেন্তে তেওঁকো, কোনোৰূপেসৈতে, মান ৰাখি দিব লাগে। ( বিলনীয়াই আকৌ দিয়ে ) ল, তেনেহলে গাওঁবুঢ়াৰ সমানেই ল, আমাত একো কথা নাই। (বিলনীয়া বহেগৈ)।

১ম, মেঃ।—দেউতা, এতিয়া আৰু, কিনোৰূপেসৈতে, আমি উঠো হে।

ৰত্ন।—বাৰু, যোৱাঁহঁক। ময়ো উঠোঁ।

( সকলোৰে প্রস্থান )



## ৩। অঙ্ক।



## প্ৰথম পট,—ভোগমনৰ মাৰলঘৰ।



( ভোগমন, ৰংদৈ আৰু জেতুকী )

জেতুকী।—( পিৰালিত বহি নাম গায় ) "ৰদালি এ ৰদ দে। আলি কাটি জালি দিম, বৰপীৰা পাৰি দিম, তাতে বহি ৰদ দে॥" ( ঘুৰাই ঘুৰাই গাই থাকে )

ভোগ।—( পুৱা শুই উঠি আহি চকু মোহাৰি মোহাৰি ) হেৰ, শুনিছ নে, এইপিনে আহ। ( আপোনা-আপুনি ) এতিয়াই নগলে, খেজেনা দিবলগীয়া মানুহবিলাকক ঘৰত পোৱাগৈ টান হব।

ৰংদৈ।—( বৰঘৰৰপৰা ওলাই আহি ) কি হল? কেলৈ?

ভোগ।—সেই ভদৰীচুকৰ নিধক মানুহবিলাকে আজিলৈকে মৌজাদাৰৰ খেজেনা পইচা এটাকে দিয়াহি নাই; মৌজাদাৰে কালি গধুলি খণ্ডত একো-নাই কৰিছে! মই তালৈকে যাওঁ, পলমে হে ওলামহি। তামোল গোটাচেৰেক আৰু পাণবিৰাদিয়েক বান্ধি গামছাখন লৈ আহ।

ৰংদৈ।—( মুখ জোকাৰি ) উ, উ, মই বোলোঁ কিবাটোহে হল! মৌজাৰীৰ কামতে এইদৰে সদাই টলৌ টলৌকৈ ফুৰি থাকিলেই ভাত-কাপোৰ এটাইবোৰ আপুনি হব।

ভোগ।—কিনো কৰিম বাৰু! সেই বুলি, চৰ্কাৰী কাম নকৰি পাৰি নে?

ৰংদৈ।—চৰ্কাৰী কাম নকৰি নোৱাৰি হয়, পিচে আমি হবলা ইকালে নেখাই মৰিব পাৰোঁ? তেন্তে, চৰকাৰে আমাক এটা জীবিকাৰ উপায় নিদিয়ে কিয়? ঘৰৰ খাই পৰৰ হৈ খাটি মৰা ক'ত আয়ণ আছে?

ভোগ।—নেখাই নো ক'ত কেইটা মৰিব দেখিছ? গোসাঁয়ে এক ৰকমে খুৱাব। সংসাৰৰ গতিয়েই এনে!

ৰংদৈ।—এৰা, হাত সাবটি বহি থাকিলেও গোসাঁয়ে বঢ়া ভাত আগত দি খুৱাই দিবহি নহয়?

ভোগ।—(বেজাৰ মনেৰে) মোক নো তই কিমান বহি থকা দেখিছ বাৰু? মোৰ নিচিনা দুখকাৰী জীৱ আৰু সংসাৰত কোনোবা আছে নে নাই মই কব নোৱাৰোঁ।

ৰংদৈ।—বহি থকা নাই, ঘূৰিয়ে ফুৰিছহঁক। পিচে, কাৰৈ? লোকক খুৱালেই নিজৰ পেট ভৰে হবলা? তেনেহলে যাহঁক, খাবলৈ নিবিচাৰিবিহি মুঠে'। মই নো কৰপৰা খুৱাম?

জেতুকী।—(পিৰালিৰপৰা লৰি আহি মাকৰ আঁচলত ধৰি) আই! মই ৰাতিপুৱা খাবলৈ কালি ভাত থৈছিলি নে? দেহি আহ, মোৰ ভোক লাগিছে।

ৰংদৈ।—(খঙেৰে) গুচ, এই কুলইখনী জনী এইখনৰপৰা। কৰবাৰ থং কৰবাত সাৰিম পাচে!

জেতুকী।—(কান্দি কান্দি বাপেকলৈ চাই) বুপাই, চাচোন আয়ে মোক ভাত নিদিয়ে!

ভোগ।—(বেজাৰ মনেৰে জেতুকীক কোলাত তুলি লৈ) নেকান্দিবা মোৰ আই! মোৰ আয়ে আপুনি বিচাৰি খোৱাঁগৈ যোৱাঁ। (জেতুকীৰ প্ৰস্থান)

ভোগ।—তোৰে সৈতে এইদৰে চুপতি মাৰি থাকিলেই মোৰ গা নুজুৰায়। মই যাওঁ। কি কৰ, কৰি থাক।

ৰংদৈ।—এৰা, ঘৰৰ কথা পাতিলে গা নুজুৰায় তো! যা, এতিয়া দিনটো টলৌ টলৌকৈ জুৰণি বিচাৰি ফুৰগৈহঁক। আজি দুবছৰে ফুৰি ফুৰি যিখিনি জুৰণি চপাই আনিছ, সেয়ে তিনিওটাৰে গা জুৰাইছে নহয়! লোকে বিষই লয় সুখ খাবলৈ, আমাৰ বিষয়ে দুখৰ পাচি ভৰাইছেহি। মাজ-পথাৰৰ ধান

দেখি হে ইমান দিনলৈকে আছিল; এতিয়া চাৰিওফালে লোকৰ ধান দাই নি মুকলি কৰি দিলে; যি এডাল আছে সিও উদঙীয়া গৰুৰ ঘাঁহ হওক! মই নো একেজনী মানুহে কেইপিনে চাম? ঘৰলৈকে চাম নে, ধানকে চপাম? গাঁৱে গাঁৱে ফুৰি থাক, তেও বা কৈ-মেলি এজনী মানুহকে মাতি আনি ধান কেমুঠি কটাই লওঁ, এনেটোও মনত নাই। যি হয় হৈ থাওক, মষো উভতি নেচাওঁ। এই বেলি ভাত-ভঁৰালৰো ভিকাচন ভাগিব!

ভোগ।—হেৰ, এনে কথা নো কিয় কৰ? মোৰ হবলা সেইটো গিয়ান নাই? পিচে, কি কৰিম, আজিকালি মানুহৰ ভিতৰত কাক কোনে মানে? মোৰ কথা এৰিয়ে দে, সিদিনা হাকিমৰ ধান দাবলৈ কওঁতেই সোণাৰিয়নীহঁতে টেঁটুতে ধৰাদি ধৰিলেহি। বাৰু, যি হয় হক। পিচে, এতিয়া এইদৰে বলকি থাকিলেই হব নে? ভাত-পানী ৰান্ধি থৈ, তয়ে যি পাৰ দাই থবি, মই সিবেলাকৈ যি পাৰোঁ চপাম হি।

ৰংদৈ।—বাৰু যাহঁক, চপাবলৈ পাৰিবিহি। মই যাওঁমানেই সিফালে উদঙীয়া গৰুৱে পেটত চপাই থব। হাঁয়, হাঁয়, এইবেলি আৰু ভাতমুঠিৰো ভিকাচন ভাঙিব যেন হে পাইছোঁ। ভাল যেনিবা মই থাটি-লুটি ভেঁটী-ভাৰ দিয়াই, মান ৰইখ কৰিবলৈ বুলি বিষয় লোৱাঁ'ওঁতে, এতিয়া জীৱই ৰইখা নপৰা হল! সঁচাকৈ'এই বিষই খাবলৈ গৈ যেনিবা বিহ হে খালোঁ!

ভোগ।—( দীঘলকৈ হুমুনিয়া কাঢ়ি ) ওঁ, হুঁ! কি কৰিম! সকলো ঈশ্বৰৰ বল! যাওঁ, বেলি হে হল। সোনকালে নেপালেগৈ সিফালে কাকো নেপাবগৈ; দিহা-দিহি ওলাই যাব। ( জেতুকীক লৈ ৰংদৈ সোমায়, ভোগমন বেজাৰমনেৰে ওলাই যায় )

# দ্বিতীয় পট,—মৌজাদাৰৰ বাটচৰা।

( ৰত্নেশ্বৰ আৰু কচুখোৱা। )

ৰত্ন।—( খঙ্গেৰে ) মোৰ ফালে যেই হওক, তইঁতে মাথোন গাঁৱে গাঁৱে মেল মাৰি সিধা-পাতি বিচাৰি ফুৰিবি। পৰহিলৈ খাজানা নোশোধালেই নহয়, ইফালে আজিলৈকে তাৰ আধাৰো-আধা উঠা নাই। তোৰ ফালৰ মানুহ-বিলাকৰ হে তেনেই বাকী পৰি আছে।

কচু।—দেউতাই যেনে ভাল দেখে কৈ থাওক, আমাৰ শুনিবৰ দিন পৰিছে, শুনি থাকিম! মই নো মেল মাৰি সিধাকে বিচাৰি ফুৰোঁ নে দেউতাৰ কামকে কৰোঁ, সেইটো নেদেখা-জনে দেখি আছে। চুৱাখোৱা নিলাজহঁতে ৰজাৰ খেজেনা দিব লাগে বুলি জানিও নিদিয়েহি, মই নো কি কৰিম!

ৰত্ন।—কোমল মাত পালে নো কোনে দিয়েহি? তইঁতৰ সিধা-পাতিৰ কেনে-বাকৈ পৰালি পৰে বুলি, ভয়ত মানুহক টানমুখীয়া হৈ কব পাৰিলে হে! বাৰু, মোৰ ফালে যি হয় হওক, তইঁতেই তৰি থাক্। ( খঙ্গত এফলীয়া হৈ নিটাল মাৰে )।

কচু।—দেউতাই কবলৈ ভাল পাইছে কওক। আমি নো কেনে দৰে তৰিছোঁ, সকলো দেখিয়েই আছে। চৰ্কাৰী কামতে দিনটো ঘূৰি ফুৰোঁতেই যায়, ঘৰৰ বন বুলি কুটা এগছ দাঙ্গি ধৰিবলৈকো আজৰি নেপাওঁ। সিফালে কৰোঁতা-মেলোঁতা গোটাচেৰেক থকা হলেও এটা কথা আছিল। সেই কান্দি-ভাতখোৱা লৰা ছুটাৰে সৈতে একেজনী মানুহে হেপোৰ-তেপোৰকৈ নো কিমান কৰিব পাৰে? দেউতাই আমাক তৰিবৰ কথা হে কৈছে, গাওঁবুঢ়া হবৰপৰা আৰু আমাৰ অৱস্থা দিনক-দিনে তললৈ হে গৈছে। আৰু বা কি হব লগা আছে, ঈশ্বৰে হে জানে। ইমানকৈ খাটি মৰাৰ বাবে যদি খেজে-

নাকে টকাচেৰেক ৰেহাই পালোহেঁতেন, সিও এটা কথা আছিল; আমাৰ কপালেৰে ভাল যেনিবা নিকিনা-গোলাম সোমাই মৰিব লগা হলোঁ!

ৰত্ন।—( উলটি ) বেয়া পাইছ যদি, এৰি পেলা এইখন বিষয়। মই তোক কাবৌ কৰি ৰখা নাই। নোৱাৰ কৰিব কাম, গুচি যা। তই গলে এই কামৰ কাৰণে দহোটাই চুঁচৰি ফুৰিবহি।

কচু—( বেজাৰমনেৰে তলমূৰ কৰি ) হে হৰি!

( ভোগমনৰ প্ৰৱেশ )

ৰত্ন—( খঙত জলজলাই ভোগমনৰ প্ৰতি ) টোপনি ভাগিল নে? নাই, নিজৰ পেটলৈ কাৰবাৰ কৰি ফুৰি এতিয়াহে মুখখন দেখুৱাবলৈ আজৰি পালি? তহঁতৰ কাম কৰিবলৈ যদি মন নাই, আজৰি নাই, তেন্তে কিয় চুঁচৰি-বাগৰি খাটি-লুটি গাওঁবুঢ়া হবলৈ বিচাৰি ফুৰ?

ভোগ।—দেউতা, মই পুৱাতে উঠি গৈ ভদৰীচুকৰ ইমূৰৰপৰা সিমূৰলৈকে ফুৰি বাজে বাজে দেউতাৰ কাষ চাপিছোঁহি।

ৰত্ন।—মিছলীয়া, নিধক! পুৱাতে উঠি আমাৰ কামলৈ যোৱাৰ চিন্ পাইছোঁ নহয়,—আজি ভদৰীচুকৰ খাজনা দিবলৈ অহা মানুহেৰেই চৰা-ঘৰ ভৰি পৰিছিল!

ভোগ।—দেউতা, বন্দীয়ে কি কম; আন মানুহেও দেখিছে নহয়। মই ঘৰে ঘৰে গৈ গালি-শপনি পাৰি কৈ ফুৰিছিলোঁ। সিহঁত এটাইখন যাওঁ-যাওঁ বুলি ওলাইছিল; আৰু ৰাতিয়া, ভদি, কেক্টু, ডোমাই, ৰহপুৰ এই কেইটা মোৰ লগতে ওলাই আহিছিল। মই সিহঁতক দেউতাৰ এখেলৈ পঠিয়াই দি, সিচুবুৰীলৈ গলোঁগৈ। সিহঁত নাহিল হবলা?

ৰত্ন।—( চকু পকাই ) হয়, মই জানিছোঁ। সিহঁতক পঠিয়াই দি, তই নিজৰ পেটলৈ শিধা বিচাৰি গলি; ইফালে তোৰ মন বুজি সিহঁতেও নিজৰ পেটৰ নিমিত্তে কাৰবাৰ কৰিবলৈ দিহাদিহি গুচি গল চাগৈ।

ভোগ।—দেউতা, কেলেই নো কয় এনে কথা? মই বাজে-বাজেই এইখিনি পাইছোঁহি; কিনো শিধা-পাতি গোটাই আনিছোঁ দেখিছেইচোন। সেই দৰে গোটাব পৰা হলেচোন মোৰ এনে দশা নহয়েই। পাৰোঁতে নো তিৰোতাই বেজাৰত কয়, বোলে, মান ৰইখা কৰিবলৈ চাওঁতে এতিয়া জীৱই ৰইখা নপৰাত পৰিল!

ৰত্ন।—এতিয়া তইঁতৰ বগকনি শুনি থাকিলেই মোৰ গা নৰয়। পৰহিলৈ খাজনা নোশোধালেই নহব; কালিৰ ভিতৰত যদি তোৰ ফালৰ আটাইবিলাক মানুহে খাজনা নিদিয়েহি, তেন্তে বাৰু কি দেখ দেখিবি।

ভোগ।—ভাল দেউতা, চাব লাগে। ভাত্‌মুঠি খায়ে আকৌ যাওঁগৈ। কি কৰিম!

ৰত্ন।—ৰাতিপুৱাৰেপৰা এই বেলি ভাটী দিয়ালৈকে যি কৰিলাগৈ সেয়ে আমাক আঁটিছে; মিছাকৈ ইবেলাও মেল মাৰিবলৈ নালাগে। অকল সেইটোৱেই কাম নহয়। কালিয়েই টেকেলাই পৰওনা দি গৈছেহি, আজি আবেলিকৈ বৰচাহাব এইখিনি পাবহি; চাৰি বজাৰ সময়ত সকলো ৰসদ-পাতি ঠিক কৰিব লাগে। তই গৈ মৰিয়াগাওঁকেথনত বিচাৰি কুকুৰা দহোটা আৰু কণী দুকুৰিমান গোটাই নি বৰচাহাবৰ আৰ্দ্দলিৰ হাতত দিবিগৈ। দেখিবি, জোখাৰে নহলে, চাহাবৰ চৰ্দ্দাৰে শুদাই নেৰে, মোৰ ওচৰত হলে তেতিয়া বেজাৰ নকৰিবিহি। (কচুথোৱালৈ চাই) তই যা, সোণাৰিগাওঁ, ডোমগাওঁ আৰু বহতীয়া গাঁৱৰপৰা খৰি-কাঠ আৰু মাছ-পুঠী জোখাকৈ গোটাই নি সেই সময়তে দিবিগৈ। মল্লো চাহাবক আগবঢ়াই আনিবলৈ লাগিব; যাওঁ, ওলাওঁগৈ। তইঁতেও যা। (ৰত্নেশ্বৰৰ প্ৰস্থান)

ভোগ।—(কচুলৈ চাই) ককাই! আমাৰ বিলাই কি হৈছে নেদেখিছ? ভাল যেনিবা দিঙ্গিত কলহ বান্ধি পানীত পৰিছোঁ, ককাইটি ঐ!

কচু।—এ, বুপাই, আমাকো আভোকৰ ন-মুঠিয়ে ভালকৈয়ে আঁটিছে।

এই বুঢ়াকালত যেনিবা ভাল লটি-ঘটি হৈ মৰিবলৈ কপালত আছিল। কিনো হব কলে, তই অহাৰ অলপৰ আগতে মোকো ভালকৈয়ে থেকেচনি এপালি দি থৈছিল।

ভোগ।—এৰা, ককাই, মই নেভাবি-নিচিন্তি আপোনা-আপুনি আপদ চপাই ললোঁ! হওঁতে, তয়ে হে মোৰ এনে দশা কৰাৰ গুৰি। মোৰ এনে বধৰ ভাগী তয়ে হে হলি ককাই! সেই দিনা যদি তই মোক অইনাইকৈ কূলী ধৰি নিদিলিহেঁতেন, মই নো কেলৈ এই হাড়-মাল চপাই লওঁ!

কচু।—এ, বুপাই, মোক নো কিয় দুষিছ? এতিয়া গাতে নেপাইছ? চৰ্কাৰী কাম নকৰিলেও নহয় দেখি হে টানত পৰি তোকো কূলী ধৰি দিলোঁ। (চাঁত্‌কৰে মনত পৰি) অ, আজি আমাৰ কামৰ ভাৰখন কম নহয় ঐ বুপাই! বল, এতিয়া ঘৰলৈ বল। ভাতমুঠি খায়ে যাওঁগৈ বুপায়! নহলে, গধুলিকৈ ইয়াতকৈও ভাল জলপান আছে। ইখনত্‌কৈ সিখন হে টান হব।

ভোগ।—এৰা, ভাল কৈছ ককাই! যাওঁ, যাবি দেই।

(ভোগমনৰ প্ৰস্থান; টেপেৰাৰ প্ৰৱেশ)

কচু।—অ, টেপেৰা ভাইটি, কলৈ যাব?

টেপেৰা।—কলৈ নো যাম, ককাইটি, কূলী ধৰিবলৈ যাওঁ। কাইলৈ পুৱাতে বোলে বৰচেহাব আৰু ছোটচেহাব মকচললৈ যাব; আজি আবেলিকৈ থেনাত দহোটা কুলী হাজিৰ কৰিবগৈ লাগে। মৌজাদাৰীয়ে তত্‌ দিয়া নাই। ভাতমুঠি খাই তিতাহাতেই ওলাই আহিছোঁ; মুহদি কৰিবলৈকে নেপালোঁ। ককাই, বহচোন, গাঁঠিৰ গুৱা অকণকে দেচোন।

কচু।—আও, বহি মৰিব দিছ নে? মৌজাদাৰীয়ে মোক ৰচত গোটাবলৈ পাচিছে। আজি আবেলিকৈ বৰচেহাবৰ বাহৰত খৰি, মাছ, পাচলি যোগান দিবগৈ লাগে। কি কৰোঁ, উপায় নাই! ভাতৰ পাতত বহিবলৈকে আজবি নেপামহে কি জানি। যাওঁ; যা, যা, যা। (দুইবো দুফালে প্ৰস্থান)।

# তৃতীয় পট,—ভোগমনৰ চোতাল।

বংদৈ।—(ভিতৰলৈ চাই আপোনা-আপুনি ৰোৰৰাই) ভাল যেনিবা কণা-বিধতাই এনে জীয়াতু চাবলৈকে মোক চর্জিলে! মই নো কি কৰিম, কলৈ যাম; অকল এজনী মানুহে কেইফালে চাম! মই নো নমৰি কেলৈ জীয়াই আছোঁ কব নোৱাৰোঁ! (ভোগমনৰ প্ৰৱেশ)

ভোগ।—(নিলগতে নিটাল মাৰি শুনি থাকি, আপোনা-আপুনি) হুঁঃ আজি হে আজি! মেঘৰ গাজনি যেনেহে শুনিছোঁ, আজি ভালকৈয়ে বৰষিব! বাটত লগ পোৱা জাকেই গাৰ কাপোৰ-কানি তিয়াই জুৰুলা কৰি পঠিয়াইছে; এইজাকে এতিয়া কি কৰে গোসাঁয়ে হে জানে। (চাঁতকৰে মনত কৰি) অ, মই কি কৰিছোঁ! সময় যে নাই আৰু। লোকে কচুখোৱা ওলালগৈয়ে চাগৈ। (ফুটাই) হেৰ, শুনিছ নে, কিনো কৰিছ? চাপি আহচোন। দিনটো আৰু তোৰ মুখখন জাপ্ যাব নেপায় নে? থ এতিয়া তোৰ বকনিখন, ভাত হল নে নাই, ক।

বংদৈ।—(খঙেৰে চাপি আহি) থৈছোঁ ৰান্ধি; খোৱাঁহি মাথোন! কেইজনীমান বেটী থৈ গৈছিলি, কৰি-মেলি ৰান্ধি-বাঢ়ি থবলৈ? আমাৰ বিষয়া সিফালে চর্কাৰী কামলৈ ওলাই গল, ইফালে পথাৰ চোৱাই পথাৰ চাইছে, বন কৰোঁতাই বন কৰিছে, ৰন্ধাই ৰান্ধি থৈছে; এতিয়া আহি মুঠেই ভাতৰ পাতত বহিবগৈ হে লাগে!

ভোগ।—(খঙেৰে) হেৰ, তোৰ সেইখন চুপতি এতিয়া থৈ দে বুলি নকৈছোঁ? দুপৰীয়া ভোকত খং তোলাই লোৱাৰ পোটক পাবি দেই এতিয়া! ভাত হল যদি গা ধুই আহোঁমানে বাঢ়গৈ, যা। মই ৰব নোৱাৰোঁ, ৰৰচেহাৰ আহিছে, ৰচত গোটাবলৈ যাব লাগে।

ৰংদৈ।—( হাত-মুখ জোকাৰি ) উ-উ, এতিয়াহে তৰিলোঁ! ধান সোপাকে চপাই দিলেহি! সেই হেঁকেৰ-পেঁকেৰ ঢেঁকীটোৰে—ছোৱালীটীৰ হাতখনো খুন্দিলোঁ!—চাউলকেটা কাঁৰি নৈ বৰ্হাবলৈ ওলাইছোঁ, এনেতে সিফালে ভেচুৰীৰ মাকে চিঞঁৰি কলে, বোলে, দেখৰ উদঙ্গীয়া গৰুৱে ধানডৰা খাই শুকুৰায় এতিয়া! তেতিয়াৰেপৰা এইখিনি পৰলৈকে নৰাণিয়ে-নৰাণিয়ে গৰু খেদি ফুৰোঁতেই হাইৰাণ হলোঁ! এতিয়া মুঠে' জেং-খাৰি লুৰি আনি, গাটো ধুই আহি, আখাত জুই দিছোঁগৈ, আমাৰ ৰচত তুলিবলৈ যোৱা বিষয়া পালেহিয়েই!

ভোগ।—অ, আখাত এতিয়া জুই হে দিহ! তেনেহলে আৰু আমাৰ ভাত খোৱা হৈছে! বেলি ভাটী দিয়াতে ৰচত-পাতি নি যোগাবগৈ লাগে বুলি হাকিমে কৈছে; এতিয়া দুপৰ ভাটী দিলেই, এই অলপ সময়ৰ ভিতৰত নো কেনেকৈ কি কৰোঁগৈ নিকগায়! মই যাওঁৰেই তেন্তে; গা নোধোওঁ আৰু।

ৰংদৈ।—( মনৰ খং মনতে মাৰ নিয়াই কোমলকৈ ) ভাত কেটা সিজোঁতে নো কিমান পৰ লাগিছে। উতলিছেই, লগতে হব। শুদাই-নিকাই এমুঠি খাই যাইঁক। মই যাওঁ, খৰধৰ কৰোঁগৈ। ( বেগেৰে ভিতৰলৈ গৈ, বাপেকক ভুলাই ৰাখিবলৈ জেতুকীক পঠিয়াই দিয়ে গৈ )।

ভোগ।—কি কৰোঁ এতিয়া! ( নিটাল মাৰি ভাবে; জেতুকীৰ প্ৰৱেশ )।

জেতুকী।—( ঢেঁকীয়ে খুন্দা হাতখন দেখুৱাই কান্দি কান্দি ) বুপাই! চাচোন আয়ে আজি মোৰ হাতখন কেনেকৈ খুন্দিলে!

ভোগ।—চাওঁ, মোৰ আইক ক'ত খুন্দিলে চাওঁ; ( জেতুকীৰ হাত চাই ) দেহি ঐ, মোৰ আইক কেনেকৈ খুন্দিলে! কেলৈ নো গৈছিলি?

জেতুকী।—আয়ে আকৌ বোলে চাউল কেটা কাঁৰি লওঁ, বঢ়াই দেহি। বঢ়াই থাকোঁতে এবেলি হাততে খোৱাটো পৰিল!

ভোগ।—দোহ ঐ, মই নো কি ভাত খাবলৈ আহিছোঁ ঐ! হে হৰি! কি কৰিম! সিফালে বেলিও হল, ইথনতকৈ সিথন হে টান হব পিচে; যাওঁ।

( জেতুকীক চুমা দি, বেজাৰমনেৰে প্ৰস্থান )

জেতুকী।—( পিচৰপৰা ) বুপাই, মেলৈ পকা পনীয়াল আনিবি দেই।

ৰংদৈ।—(ওলাই আহি) হেৰ, বাপেৰ গলেই নে কি? কিমান পালেগৈ?

জেতুকী।—ওঁ, বেলি হল বুলি গলগৈ তো। বেগাই গৈছে।

ৰংদৈ।—হেঁই আঁকৰীজনি! নেযাবি বুলি কবও নোৱাৰিলি! ( বহি, কপালত হাত দি ) ভাল হল এতিয়া, দিনটো শুকাই-উবাই মৰকগৈ আজি! ৰাতিপুৱাৰেপৰা ঘূৰি ফুৰি ঘৰ ওলাইছিলহি, আকৌ বাহী গাৰেই যাব লগা হল! দেহি ঐ, দুপৰীয়া আহি পাওঁতেই মই কুলৈখনীয়ে নো জুয়ে ধৰাদি কিয় ধৰিছিলোঁ ঐ! খায় ধান খাব পায়, মই নো কেলৈ গৈছিলোঁ কব নোৱাৰোঁ! থক, আমিও নেখাওঁ, ভোকতে মৰোঁ! ( মুখত ৰিহাৰ আঁচল দি কান্দে; জেতুকীয়েও মাকৰ ডিঙ্গিত ধৰি কান্দিবলৈ ধৰে )।



# ৪র্থ অঙ্ক।

## প্ৰথম পট,—মৰিয়াগাওঁ।

( ভোগমনে হাজত নামেৰে মৰিয়া-লৰা এটা লগত লৈ ৰচদ বিচাৰি ফুৰে )

ভোগ।—হেৰ কটা, তইঁতৰ গাঁৱৰ কাৰ কাৰ ঘৰত কুকুৰা আৰু কণী সৰহকৈ আছে? কচোন।

হাজত।—এ, আমাৰ গাঁৱত থৰহকৈ কাৰো ঘৰত নাই দেও। খৌ ভেলেউ আৰু বিলত এইঁতিৰ ঘৰতে দহোটামান দেখিছোঁ; আৰু পেঞ্জানৰ ঘৰত হলে মই ৰাতি খুবলৈ যাওঁতে, তাৰ কুকুৰা ডুজনীয়ে কণী পৰা দেখিছিলোঁ।

ভোগ।—বাৰু, আহ, আগেয়ে ভেলেউ আৰু বিলতৰ ঘৰ হৈয়ে যাওঁ। মই ধৰ বুলিলেই তই ধৰি লবি দেই; তই কাৰো কথালৈ কাণ নিদিবি।

হাজত।—উঃ, মই নোৱাৰোঁ দেও, ভেলেউ মানুহ ভাল নহয়, তাই গালি থপিব দেও।

ভোগ।—বাৰু, মই আছোঁ, তই ভয় নকৰিবি, গালি পাৰে, যি কৰে, মোক কৰিব; তোক কোনেও একো কৰিব নোৱাৰে। (ভেলেউৰ দুৱাৰ-মুখতে কুকুৰা এজনী দেখা পাই ) হেৰ, ধৰ ধৰ, সেইজনী ধৰি ল। ( লৰাটোৱে লাহে লাহে গৈ ধৰিলত কুকুৰাজনী চিয়ঁৰি উঠে )।

ভেলেউ।—(ওলাই আহি) ছুহ, ছুহ, কিহে নো ধৰিলেও মোৰ কুকুৰাজনী! ( মৰিয়া লৰাটোলৈ চাই ) অ, খোদাই! ভালেটি হে, এই থিয়াংটোৱে

ধৰিছেহি। হেৰ, খুলমুৰা, কেলেই ধৰিছ মোৰ কুকুৰাজনী? বাপেৰৰ বৰঘৰ পাইছহি নে কি? বন্দি, ভিকহুৰ পো!

ভোগ।—ময়ে ধৰাইছোঁ। আজি বৰচেহাব পাবহি, ৰচত তুলিব লাগে। হেৰ, ভেলেউ, কণী আছে যদি গোটাচেৰেক আনগৈ যাচোন।

ভেলেউ।—এঃ, নেদেখিছা দেহি! এইটোৱে ৰচতলৈ মোৰ কুকুৰাজনী হে পাইছেহি! চাওঁ, এৰি দে। (কাঢ়ি আনিবলৈ আগ বাঢ়ে)।

ভোগ।—হেৰ, এইটো-সেইটো নকৰিবি দেই, ধুন্ দেখুৱাম পাচে।

ভেলেউ।—ইঃ, এইটো বুলিলত নাকতিটো খৰি পৰিল দেহি! মৰিয়াৰ পইতা খোৱা পো, চেহাব বাপেৰক ৰচত লাগে যদি, খৰহকৈ থকা কেবৰলৈ নেযাব কিয়? বাঁৰী-তুখুনীৰ ঘৰত হে তোৰ চকু পৰে?

ভোগ।—হেৰ ভেলেউ, তই মুখ চম্ভালি কথা কবি দেই। ইয়াৰপৰা তোৰ বেয়া হব, জানিবি। মই আজি গৈয়ে মৌজাদাৰ হাকিমক এইবোৰ ৰেপট কৰিম গৈ, ৰবি।

ভেলেউ।—ঔ, খোদাই! এতিয়া হে মৰিলোঁ! পলাবলৈ কেঁকোৰা-গাঁত এটাকে বিচাৰিব লাগিল! কবিগৈ যা, মৌজাৰীয়ে মোৰ কাণ দুখন কাটিব, তালৈকে মই ভয় কৰিছোঁ!

ভোগ।—(মৰিয়া লৰাটোক) হেৰ, বল, আমি যাওঁ। মৰিয়ানীৰে সৈতে কোনে চুপতি কৰি থাকে। আমাৰ কাম কৰি লৈলোঁ; তাই এতিয়া বকি থাওক।

হাজত।—(বিলতৰ কমাৰশাললৈ আঙুলিয়াই) চোৰাচোন্ খৌ কেটা কেনেকৈ খুই আছে! ধৰিবলৈ বৰ ভাল হৈছে। যাম নে? ধৰিমগৈ নে?

ভোগ।—ওঁ, সুধিব লাগিছে নে? যা, যা, ধৰগৈ। মনে মনে যাবি।

হাজত।—(লাহে লাহে গৈ দুহাতে দুটা ধৰি লয়) হেৰা, খৌটো বিলত আছিছে! আপুনি আগ বাঢ়া। মোক খপিবহি এতিয়া!

বিলত।—( ভিতৰৰপৰা খঙ্গেৰে আহি ) হেৰ, এইকিটা ক'ৰ কুকুৰা ধৰা খিয়াল আহিলহঁতও! হাঁহৰ পেটু-চোঁচা হৈছ, বিথয় খাইছ, ৰচত যোগাব লাগে যদি, ঘৰতে কুকুৰা পুহি নলৰ কিয় ? দুখীয়া মানুহক কেলেই এইদৰে অইনাই কৰি ফুৰ ?

ভোগ।—হেৰ, শুকান-খোৰা মৰিয়া! ৰৰকৈ টপ্‌টপাৰ দেখোন। হাকিমৰ হুকুম মতে হে আহিছোঁ, সেইটো মনত ৰাখিবি। সিবাৰ গফুৰ মৰিয়াৰ এনে কথাৰ মূৰত কি দশা হৈছিল মনত আছে নে ?

বিলত।—( সেও হৈ ) এৰা, বুবাই! তহঁতে আৰু দূৰৈলৈ যাব নোৱাৰ, দুখীয়া বুঢ়াৰ হে দুটাকৈ কুকুৰা ধৰিবলৈ পালি হি! বাৰু যা, আমি মৰা মৰোঁ, হাকিমেই বিথই খাই তৰক। ( ভিতৰলৈ বেজাৰমনেৰে সোমাই যায় )।

ভোগ।—( মৰিয়া লৰাটোলৈ চাই ) হেৰ, কুকুৰা যেনিবা তিনটা পোৱা হল, কণী হে নেপালোঁ। সঁচা কথা কলে কোনেও নিদিয়ে; সেই দেখি, পোনেই কিনিবলৈ আহিছোঁ বুলি কম। তাৰ পাচে, কণী হাত কৰি ললে, আন উপায় পোৱা যাব।

হাজত।—বাৰু, আপুনি যি বুধি কৰিবা, মেয়ো তাকে্ কৰিম।

ভোগ।—( পেজানৰ দুৱাৰমুখত ) হেৰ, পেজান ঘৰত আছ নে ? ওলাই আহচোন।

পেজান।—(ওলাই আহি) কোন্ ? অ, আমাৰ গাওঁবুঢ়া দেওঁ। কিবা হল ?

ভোগ।—হেৰ, তোৰ ঘৰত বোলে কুকুৰা-কণী আছে; মোক সিকি এটামানৰ দেচোন। আমাৰ চেহাবক লাগে বোলে।

পেজান।—বাৰু, আপুনি অথন্তক থিয় হোৱাঁ; মই আনোগৈ। (প্ৰস্থান)

( ভোগমনে জোমাজুমিকৈ থাকোঁতেই কণী লৈ পেজানৰ পুনঃ প্ৰৱেশ )

ভোগ।—কিমান আনিছ ?

পেজান।—খোলটো আনিছোঁ; আনক হলে তিনি পইচাৰৰ দুটাকৈহে দিওঁ। তোমাক বুলি হে গোটে পইচাকৈ দিছোঁ।

ভোগ।—বাৰু, হেৰ লৰা, কণীকেইটা বান্ধি লচোন। (মৰিয়া লৰাই কাপোৰৰ আগত কণী বান্ধি লয়; আৰু দুয়ো আহিবলৈ ধৰে)।

পেজান।—(আগচি ধৰি) ক'তা, আপুনি পইচা নিদিলাচোন?

ভোগ।—(হাঁহি মাৰি) হেৰ, এইবোৰ বচত হে গোটাইছোঁ। মৌজাদাৰ হাকিমৰ হুকুম। বৰচেহাব আহিছে।

পেজান।—(মনটো আমোলাই) এহ্, এইবোৰ আৰু বৰ অথহনি কথা! দুখীয়া মানুহ, কণীগাল বেচিয়ে চুৰিয়া এডোখৰ লম বুলিছিলোঁ! এতিয়া থিকেটা বেচি নো কি পাম, মুজুৰিব!

ভোগ।—অ, আৰু আছে যদি, আন চাইটামান; এবুৰি তেও পূৰা হওক।

পেজান।—এ, নাই দেওঁ, যোৱাঁ, যোৱাঁ। এ খোদাই! এনেকুৱা অধৰম হলে আৰু কেনেকৈ তৰিম! (উচাৎ মাৰি গুচি যায়)

ভোগ।—(দীঘলকৈ হামি এটা মাৰি) ৰাধে, ৰাধে, ৰাধে! গাটো ৰাঁই-জাঁই কৰি আহিছে ঐ! লঘোনীয়া গা!

হাজত।—কি হল? গা বেয়া কৰিছে নে? মোৰো ভোক লাগিছে। আপুনি মোক এৰি দিয়া দেওঁ।

ভোগ।—হেৰ, মই আজি গাকে ধোৱা নাই! তই দিনটো হাঁহ-কুকুৰাৰ দৰে খাই থাকিও এতিয়া কেঁকাইছ নে?

হাজত।—হয়, হয়, আপুনি এখাজি নমৰাকৈ আহিছাঁ? মিছা নকবা হে।

ভোগ।—এৰা, নপতিয়াবি তো; মোৰ দুখ নো কোনে পতিয়াব! বল, বল, একেবাৰে আৰ্দ্দলিৰ হাতত দি আহোঁগৈ বুপাই। নিচেই তাকৰ হে হল, কি কৰে আজি ঠিক নাই। (প্ৰস্থান)

# দ্বিতীয় পট,—চৰ্কাৰী আলহী-বঙলা।

( খানচামা, চৰ্দ্দাৰ, আৰ্দ্দলি এইবিলাকে বৰচাহাবৰ
মাল-বস্তুৰ দিহা লগাইছে )

খানচামা।—( চৰ্দ্দাৰ জি, আভিতক ৰচদ নাহি মিলাহৈঁই ; ক্যা কৰেঙ্গে ? টিফিন্‌কোৱাষ্টে কয়ঠো আণ্ডা মিলনেচে ভি হোতা হ্যাই।

চৰ্দ্দাৰ।—হ্যাঁ, আভিতক কুচ্ নাহি আয়া ; একঠো আড্মি ঠোৰা লাক্‌ৰি ৰাখ্‌কে চলাগিয়া হ্যাই। ( আৰ্দ্দলিলৈ চাই ) দেখ আৰ্দ্দলি, তোম্ ইধাৰ-উধাৰ হোকে দেখতো কোই আতাহেই কি নাহি।

আৰ্দ্দলি।—অ, ৰহ, ৰহ, ঐ দুইটা আড্মি আহ্‌তা হে। তাঁহাত্তৰ হাতমে কিবাকিবি আন্‌টাহেই।

( ৰচদে সৈতে ভোগমনৰ প্ৰবেশ আৰু ৰচদৰ
ভাৰখন থৈ মৰিয়া লবাৰ প্ৰস্থান )

খানচামা।—তোম্ কি কি আনিছে ? আচ্ছা, আমি দেখিবে।

ভোগ।—এ, কিনো চাবা, নেপালোঁৱেই দেও ; কুকুৰা তিনটা আৰু কণী ষোলটা মাখোন পাই লৈ আহিছোঁ।

খান।—( আৰ্দ্দলিলৈ চাই ) অঃ, ইস্মে ক্যা হুগা ! আভি টিফিনমে দেকে, হামলোক খানেছে, ফজৰমে ছোটা হাজিৰিকোৱাষ্টে আণ্ডা নাহি হোগা। তব্ ক্যা হোগা ?

আৰ্দ্দলি।—( খঙেৰে ) হেৰ গাধ, ইমান দিনে ইয়াকে গোটাই ৰাখিছিলি

নে ? চুয়ঁৰ বদ্‌মাছ ! মই জানিছোঁ, এইবোৰ তইঁতৰে ফাঁকতি। পাচত বেচি খাবলৈ কৰবাত লুকুৱাই থৈ আহিছ, নহয় নে ?

ভোগ।—এ, দেও হে, তুমি অসমীয়া মানুহ হৈয়ো এনে কথা কিয় কোৱাঁ ? আজি দুপৰীয়া মাথোন মৌজাদাৰে ৰচতৰ কথা কৈছে। ময়ো দিনটো বিচাৰি এই কেটা হে পালোঁগৈ।

আৰ্দ্দলি।—দগাবাজ ! এতিয়াই কলি, বোলে, দুপৰীয়া হে খবৰ পাইছ, আকৌ নো দিনটো কেনেকৈ বিচাৰিলি ? মই জানোঁ, এইবোৰ চব তইঁতৰ ফাঁকতি। বাৰু, এতিয়াই মই তাৰ পোটক দিম, অলপ ৰবি।

ভোগ।—( কাওঁবাওঁকৈ ) হেৰা দেও ! কেলৈ নো এইখন কৰাঁ। মই শপত খাই কৈছোঁ, ইয়াতকৈ আৰু আজি সৰহ গোটাব পৰা নাই।

আৰ্দ্দলি।—চুপ্, চেলা হেৰামজাত ! এতিয়াই মই তোক চেহাবৰ ওচৰত হাজিৰ কৰি দিম নি। ( অলপ লাহেকৈ ) বাৰু, কুকুৰা আনিছ চেহাব আৰু মছলমানকেটালৈ ; আমালৈ কি আনিছ ? তই কুকুৰা খাব হবলা ? নেগান নে চেহাবৰ লগত হিন্দু মানুহো আছে ?

চৰ্দ্দাৰ।—চুৱাৰকা বাচ্ছা, হামিভি জানিছে তুমি বৰা পাঁজি আড্মি আছে। আচ্ছা, হামি হিন্দুলোক খাবলৈ কি আনিছে ?

ভোগ।—এহ্ তোমোলাকে ভাল কব পাৰাইকদেও ! হাকিমে যাক যি কাম বটাই দিছে, আমি তাকে হে কৰিব পাৰোঁ। মোক মৰিয়া গাঁৱৰপৰা কুকুৰা আৰু কণী বিচাৰি আনিবলৈ হে হুকুম কৰিছিল।

আৰ্দ্দলি।—কোন্ তোৰ হাকিম অ ? কোনে তোক এনে হুকুম দিছিল ? তই মৰিয়া নে কি, তোক যে কুকুৰালৈ হে পঠাইছিল ? বাৰু, আজি সেই কুকুৰা আৰু কণী তোকে খুৱাম, ৰ। ( চৰ্দ্দাৰলৈ চকুটিপ্ মাৰি ) চৰ্দ্দাৰ, ধৰও, ইস্কু থানটামাৰ পাচ লৈ যাইগা ; হুঁৱা ইস্কু কুকুৰা কণী খিলাই দেগা ( দুয়ো ভিতৰলৈ নিয়াৰ ভাবুকি দেখুৱাই ভোগমনক টনাটোনা কৰে )।

ভোগ।—( কাওঁবাওঁকৈ ) হেৰ, বধ লাগে দেউতাটি সকল ঐ! কাবৌটি কৰিছোঁ, মোক এৰি দিয়াহঁকক ঐ। হেৰা, মোৰ ঈশ্বৰহঁত, দিনটো ভাত-পানী নাই, গা আচন্দ্ৰাই কৰি আছে; আৰু টনাটনিকৈ মোক নবধিবাহঁকও!

আৰ্দ্দলি।—এতিয়া আৰু দেউতা-বিধতা কৰিলে এৰণ নাই। ব'ল, চেলা, ব'ল ( দুয়ো টানি অলপ বাট লৈ যায় )।

ভোগ।—( বৰকৈ চিয়ঁৰি ) ঔ, সঁচাকৈয়ে নিয়ে দেখোন ঔ! হেৰৌ, মহাৰাণীৰ দোহাই! দেউতাসকলঔ! এনে কথা ক'ত দেখিছ বোপাহঁত ঔ! ইহঁত মানুহ নহয়, যমদূত ঔ! ( গোলমাল শুনি বৰচাহাব ওলাই আহে )

বৰ চাঃ।—ইয়াটে কোন্ মানুহ হালা কৰিছে?

আৰ্দ্দলি।—হজুৰ, এই মানুহটোৱে।

ভোগ।—( কঁপি কঁপি ) হজুৰ, হজুৰ খোদাবেণ্ডা, গৰিপৰ মা-বাপ!

বঃ চাঃ।—টুমি হাই কৰিছে? টোমাৰ কি হৈছে? কব লাগে, আমি ডেকিব কোন্ আড্‌মি টোমাকে জুলুম কৰিছে।

ভোগ।—হজুৰ, একো হোৱা নাই। গোলামৰ একো হোৱা নাই। এই কেইটাই হে—

আৰ্দ্দলি।—হজুৰ, এইটো বৰা লাঠুৱা মানুহ আছে। ই নতুনকৈ গাওঁবুঢ়া হৈছে; আমি সিবছৰত আহোঁতে শুনি গৈছোঁ। ই আজি দিনটো হজুৰৰ নাম কৰি ৰায়তৰপৰা ৰচত গোটাই তাৰ ঘৰত লুকুৱাই থৈ আহি, ইয়াত মুঠে কুকুৰা এটা আৰু কণী চাইটা উলিয়াইছেহি।

বঃ চাঃ।—( চকু পকাই ভোগমনক ) টুমি টিক্ ৰচত লুকাই ৰাকিছে? টেনেহলে মই টোমাক ফাটক ডিবে। টুমি টিক্ টিক্ কঠা কব লাগে।

ভোগ।—( ভয়ত চুক্তি হেৰুৱাই ) হজুৰ, গোলামৰ অপৰাধ খেমা কৰক। মোক এৰি দিয়ক, মই ৰাতিয়েই আৰু ৰচত বিচাৰি আনি হজুৰত শোধাই দি যামহি।

আৰ্দ্দলি।—সেয়া, শুনক হজুৰ, সি নিজেই দোষ স্বীকাৰ কৰিছে; আৰু, সি ঘৰত লুকুৱাই থৈ নাহিলে নো ৰাতিয়েই ৰচত দি যামহি বুলিবলৈ সাহ কৰে নে?

বঃ চাঃ।—হামি জানিছে, টুমি টিক্ ৰচদ্ লুকাই ৰাকিছে। টুমি বড়া লাটুৰা মানুহ টাকিছে। আচ্ছা, মৌজদাৰ বেটিয়া আহিবে, আমি টেটিয়া হুদিবে। হেইটো কঠা ঠিক হলে হামি টোমাকে ফাটক দিবে।

ভোগ।—(আতুৰ ভাৱে) হজুৰ, গোলাম, গৰিপ, মা-বাপ! মাৰেও মাৰক, কাটেও কাটক। মই হলে, অলপো মিছা ফাঁকি দিয়া নাই। দেহিঐ, তেনে কৰিব পৰাহেঁতেন দেখোন, মোৰ এনে দশা নহয়েই!

বঃ চাঃ।—টুমি কি কৈছে?

ভোগ।—হজুৰ, সঁচা কথাকে কৈছোঁ। বোলোঁ, গোলাম হজুৰক মই একো ফাঁকি-ফুকা দিয়া নাই। আৰু তেনে অইনাই কৰিব পৰা হলে মোৰ ইমান দুখ নহলহেঁতেন। ইমান দিনে বৰমানুহ হলোঁহেঁতেন।

বঃ চাঃ।—(খঙেৰে) কি! অইনাই কৰিলে বড়া মানুহ হয়,—হুক্ ফায়! টুমি বড়া লাটুৰা আছে, মই বুজিলে। আচ্ছা, টুমি দুক্ পালে এইঠো কাম কেলে কৰি টাকিছে?

ভোগ।—(কাওঁবাওঁকৈ) হজুৰ, হজুৰ গোলামে কব নোৱাৰে।

বঃ চাঃ।—(হাঁহি হাঁহি) এটিয়া কেলে কব পাৰিবে! হামি জানিছে, লাব নাই টাকিলে টুমি এইঠো কাম কেলে কৰিবে? তুমি ৰায়তপৰা ঘুচ্ খাবলে গাওঁবুঢ়া হৈছে?

ভোগ।—(ঘোচা খোৱা অৰ্থ বুজি) হয়, হজুৰ, ঢেৰ খাইছোঁ। আমাৰ কপালে কৰিছে! কি কৰিম?

বঃ চাঃ।—ঠিক কঠা। এই চব মৌজদাৰকে হামি হুদিবে। আজি টুমি ষাব ষাবে। (চাহাবৰ প্ৰস্থান)

ভোগ।—( মুখ মোহাৰি মোহাৰি ) ৰইথা পৰিলোঁ, দেউতা! এতিয়া হে মোৰ জীৱ আহিছে!

আৰ্দ্দলি।—বাব্বু, ৰইথা পোৱান ৰবি। ( পৰি থকা গোটাখৰি এডাললৈ দেখাই ) এই গোটা কাঠ খৰি দিবলৈ তইঁতক কোনে শিকাইছিল? এতিয়াঁই ফালি দে, চেলা, পাঁজি। ( হেঁচুকি নিয়ে )

ভোগ।—হেৰা, খৰি গোটোৱাৰ বাব মোৰ গাত নাছিল। বোলোঁ, গোটা খৰি মই দিয়াহি নাই, জানিছা নে? মোক এনেখন কিয় কৰিছাহঁক!

চৰ্দ্দাৰ।—( ভোগমনৰ কাণত ধৰি ) আও, শ্যালা, পাজি, বক্ বক্ নাই কৰিবি। আভি লাকৃৰি ফাৰি দিব লাগে।

ভোগ।—হেৰ, মোৰ ঈশ্বৰহঁত! মই কাবৌ কৰি মাতিছোঁ, মোক এৰি দে হঁক। লথোনীয়া গা এনেই অথিৰ হব লাগিছে, টনা-আজোৰা কৰিলে মোৰ জীৱই যাব এতিয়া! মোক এৰি দিয়াহঁক আজিলৈ; মই সঁচাকৈ কৈছোঁ, কাইলৈ তোমোলাকলৈকো বেলেগে হাঁহকণী লৈ আহিম।

আৰ্দ্দলি।—আচ্ছা ভাই, উচ্‌কো আভি ছাৰি দেও। কালি নাই আনেগা তো ফেৰ দেখেগা। ( চৰ্দ্দাৰে এৰি দিয়ে )

ভোগ।—ভাল, মই যাওঁ এতিয়া, কাইলৈ পুৱাতে ওলামহি। কি বোলা?

চৰ্দ্দাৰ।—আচ্ছা, আভি যাও।

( ভোগমনৰ বেগেৰে প্ৰস্থান )

আৰ্দ্দলি।—দোচোৰাঠো গাওঁবুঢ়াক ভি এই মাফিক কৰেগা দেই। ইচ্‌ৰকম নাই কৰিলে চেলালোক কুছু নাই দেগা। তোম্ জাস্তা?

চৰ্দ্দাৰ।—হাঁ, হাঁ, হাম আভি চমজ্ গিয়াহাই। হাম্‌ভি বৰাবৰ ইস্মাফিক্ কৰেগা। ( দুইৰো প্ৰস্থান )



# তৃতীয় পট,—ৰত্নেশ্বৰৰ চৰা।

( ৰত্নেশ্বৰ, কচুখোৱা, আৰু কেৰ্‌পাই )

ৰত্ন।—তইঁতৰ গাফিলিতে মোৰ ফালে আৰু আধ্যা পৰিবগৈ যেন হে দেখিছোঁ। মই ইমান দঢ়াই দঢ়াই কৈ আছিলোঁ, বোলোঁ, সময়ত খাজনা শোধাব নোৱাৰিলে মোৰ গাৰ ফালে টান পৰিবগৈ। কিন্তু, 'কাৰ ভাগিন মৰে, কাৰ হয় হানি'! মোৰ বিপদ মিলিলে, তইঁতৰ কি হব? কালি ৫৲ পাঁচ টকীয়া সুদেৰে দুহেজাৰ টকা ধাৰ কৰি হে এই কিস্তিৰ কেঁঠাটো মাৰিছোঁ; তইঁতৰ সেই বাবে কি হব? তইঁতে মাথোন গাঁৱে গাঁৱে মেল পাতি ফুৰিবলৈ পালেই হল।

কেৰ্‌পাই।—দেউতাই আমাৰ ওপৰত আৰু কেতিয়াও চোভা নেৰে! গাফিলিকে কৰিছোঁ! নে মেল পাতিয়ে ফুৰিছোঁ, নেদেখা জনে দেখি আছে নহয়; আৰু দেউতাই যাকে সোধে সেয়ে কব।

ৰত্ন।—থ, থ, তোৰ সাদৰী কথাখন! মই তইঁতৰ আটাইকেইওটাকে হাড়লৈকে চিনিছোঁ; তইঁতে মুখতে আটাইখিনি কৰ, কামৰ ফালে কিন্তু একো নাই। তইঁতে যে বহি নাথাক, বাৰু, কচোন, মই ওলাই গলে যে লগতে মানুহ আহি চৰাখৰ ভৰি পৰেহি, তইঁতে গলে নো কিয় বাটলৈ চাওঁতে আমনি লাগে? যদি ৰায়ত বলাবৈ নোৱাৰ, তেন্তে গাওঁবুঢ়া হবলৈ বিচাৰিছিলি কিয়? মই পূৰ্ব্বতে নকৈছিলোঁ, বোলোঁ, এতিয়া বিষয় পাবলৈ খাটি ফুৰিছ হয়, পাচে হে তাৰ পৰিমাণ বুজিবি। বিষয়া বুলিলেই, বিষয় চাই, দুখ আছেই; এতিয়া কেঁকাই দেখুৱালে কোনে শুদাই এৰিব?

( ভোগমনৰ প্ৰৱেশ )

কচু।—ভাল কৈছে দেউতা, আগেয়ে নেভাবি-নিচিন্তি এই হাড়-মাল চপাই লৈছিলোঁ দেখি তো এতিয়া তাৰ পোটক পাইছোঁ। নহলে নো ঘৰে-পৰে আমাৰ শান্তি নোহোৱা হয় নে ?

ভোগ।—সঁচা কৈছা, মোৰ ককাইটি! সেই পাকত হলে মোৰ জীৱনত সকাম নাইকিয়াই হল। সিদিনা লখোনে-ভোকে—

ৰত্ন।—(খঙেৰে) হেৰ, কপটীয়া ফাঁকিদাৰহঁত, তহঁতৰ দুখ-বেজাৰৰ টোপোলা মোক মেলি দেখাব নালাগে। তহঁতক মোৰ লেঠাৰ কথা বুজাই কৈ কাম কৰিবলৈ কম, তহঁতে মোৰ আগত নিজৰ দুখ-বেজাৰ কৰি দেখাবি! এই দৰে থাকিলেই আমাৰ কাম সিজিব নহয় ? এতিয়া আৰু সেইবোৰ থৈ দে; লোকৰ খাজনা গোটাই দি আমাক যি চহকী কৰিছহঁক, সেইটো তহঁতেই বুজিছ; এতিয়া নিজৰ নিজৰ খাজনা দিবহি লাগে। ৰজাৰ খাজনা নিদিলে নহয় বুলি নাজান হবলা ? নাই, মোৰ বৰপেৰা ভৰাবলৈ দিব লাগে ?

কেৰপাই।—সেইটো নো কেলেই কব লাগিছে দেউতা! ৰজাৰ খেজেনা, গুৰুৰ কৰ, এইবোৰ বছৰি শোধাব লগীয়া বাব, দিবই লাগিব। ময়ো বছৰি দিয়ে আছোঁ, ঘৰত পয়মাল হোৱাত হে এই বেলি পলম হৈছে; কাইলৈমানে দি যামহি। নিদিলে হব নে ?

কচু।—দেউতা, মোৰ ঘৰত এইবেলি বৰ পয়মাল! সাইধতে আগকিস্তিৰ খিনিকে দিমহি, বাকীখিনিৰ নিমিত্তে দেউতাই অলপ দিন দিব।

ভোগ।—(ইফাল-সিফাল কৰি) দেউতা-ঈশ্বৰ, মই হলে নিচেই নিচলা। সিহঁতৰ তেও ঘৰত দুটা-চাইটা কবোঁতাই আছে। মোৰ হে—

ৰত্ন।—(খঙেৰে) নিচলা বুলিলেই গা জুৰাব নহয় ? মোৰ মৌজাত যিমান দুখীয়া-নিচলা আছে, তেন্তে সকলোকে মাফ দি মই চাপৰি ধৰোঁ! তই তো কটা, গাওঁবুঢ়া হবৰ দিনৰেপৰা দুবছৰৰ খাজনা মুঠেই পইচা এটাকে দিয়া নাই। এইবাৰ আৰু মই মুখলৈ নাচাওঁ।

ভোগ।—( কাওঁবাওঁকৈ ) দেউতাই মাৰে, তাৰে, সেইটো দেউতাৰ ইছা। কিন্তু, বন্দীক অলপ কিৰ্‌পা কৰিব লাগে। চৰ্কাৰী কামত ফুৰোঁতেই কোনো ফালৰ পৰা যোগাৰ কৰিব নোৱাৰিলোঁ; মই নিচলাই তুৰ্ছৰৰ কেনেকৈ দিম? সিবছৰৰে এধামান পাওঁ নে কি বিচাৰি চাওঁ গৈ।

ৰত্ন।—( থঙত গোৰোহনি মাৰি ) মই তহঁতক জীয়াই, নিজে মৰিব নোৱাৰোঁ। আজিক এৰি তিনদিন সময় দিছোঁ, ইয়াৰ ভিতৰত খাজনা আদায় কৰি নিদিলেহি সত্যে কৈছোঁ, ঘৰ-ক্ৰোক কৰাম। তহঁতে দেখোন লাই পাই দাঁত মেলি দেখুৱাৰ। থৰমেৰে মুৰ ভাঙিব দিছ নে কটাহঁত!

( মাৰে-মাৰে যেন দেখি গাওঁবুঢ়া তিনিওৰো বেগেৰে প্ৰস্থান )

( খণ্ডেক নিটাল মাৰি ৰৈ মৌজাদাৰৰো প্ৰস্থান )



# ৫। অঙ্ক।

## প্রথম পট,—ভোগমনৰ মাৰল-ঘৰ।

( ভোগমন, ৰংদৈ আৰু জেতুকী )।

( জেতুকীয়ে ফটাকানিৰ দৰা-কন্যা সাজি উমলি আছে )।

ৰংদৈ।—এতিয়া আৰু ঘুমনি ধৰি বহি থাকিলেই হব নে? কি পাৰ এটা উপায় কৰ্‌হঁক। আজি নাজিৰৰ টেকেলা ঘৰ-কুৰুক্ কৰিবলৈ ওলাৰহি নহয়?

ভোগ।—( হুমুনিয়া কাঢ়ি ) এবা ওলাবহি। ওলায়হি হে লাগে; মই আহোঁতেই শিৰলাল কেঞাৰ গোলাৰ আগত লগ পাই আহিছোঁ। কিন্তু কি কৰিম, নিৰুপায় হলোঁ!

ৰংদৈ।—কিয়, বৰ কাপোৰখন বেচিও নো এটা কিস্তিমানৰে জোৰা মাৰিব নোৱাৰিলিনেহঁক?

ভোগ।—এটা কিস্তিৰ দিহা কৰিলে কি হব? মৌজাদাৰে ছুয়ো বছৰৰ চাৰি কিস্তিৰ কুৰুকি একেলগে দিছে। ইফালে টানত পৰিলে কেঞা-বেপাৰীয়েও কাপোৰ-কানি কিনোতে এধামুলীকৈ লৈব খোজে। এতিয়া আকৌ খেজেনাৰ টানত পৰি যেয়ে-সেয়ে কাপোৰ এধামূলীকৈয়ে বেচিছে। মোৰ আগতে কচুখোৱাই দুখন বেচি হে এটা কিস্তিৰ জোখাৰে ১৩৲ তেৰে টকা ৰূপ লৈ গৈছে। আমাৰ সেই একেডোখৰ বৰকাপোৰ; তাকে লৈ গলোঁ, ৭৲ সাত টকাতকৈ সৰহ দিবলৈ কোনো নোলাল দেখি ওলটাই লৈ আহিলোঁ।

ৰংদৈ।—তেন্তে নো কি উপায় হব এতিয়া?

ভোগ।—উপায় আৰু কি আছে? লাম্লাকত্তি যি কেডোখৰ আছে, তাকে কুৰুক্ কৰি লৈ যাবহি। টেকেলা আহিলে, তামোল-পাণ এটা দি ধৰি চাম; সি মৰম কৰিলে অলপ কিবাকিবি এৰি গলেও যাব পাৰে।

ৰংদৈ।—টেকেলাই যিখন মৰম কৰিব, আমি পাইছোঁ! সেই দেখি মই আগধৰি মোৰ কেৰুযোৰ আৰু মণিথোকা পিন্ধিয়ে আছোঁ; আইটীৰ মণিধাৰো পিন্ধাই থৈছোঁ। কবৰ শুনিছোঁ, বোলে, চৰ্কাৰৰ ঘৰৰপৰা কুৰুক্ কৰিলেও হাতৰ-কাণৰ খহাই নিবৰ আয়ণ নাই।

ভোগ।—জানো, সেইবোৰ মই বুজি নেপাওঁ! কিন্তু, মোৰ মনেৰে তইঁতক পিন্ধি-উৰি থকা দেখিলে, টেকেলাই সৰহকৈ আছে বুলি বৰকৈ পেৰিবলৈ হে ধৰিব, একোকে নেৰে।

ৰংদৈ।—বাৰু, থৈ দে তইঁতৰ বুধিখন। যমৰ দূত যেন টেকেলাই পোৱাখিনিত যিখন এৰিব আমি এতিয়াই জানিছোঁ। সিবেইচা ৰামহৰিৰ ঘৰ কুৰুক্ কৰোঁতেই দেখি—ছোঁ——অ, থাক্, থাক্ মেনে মেনে থাক্, সোৰা ওলালহি!—

( এটা মানুহৰে সৈতে টেকেলাৰ প্ৰৱেশ )

ৰংদৈ।—( চৰাখন আগ বঢ়াই দি ) আহক, ইয়াতে বহক। মই তামোল-ছালি আনোগৈ।

টেকেলা।—আমাৰ বহিবৰ আৰু তামোল খাবৰ সময় নাই। চৰ্কাৰী কাম কৰি লওঁ; তাৰ পাচত হে তামোল-ছালি।

( ভোগমন মূৰে-কপালে হাত দি বহি আছে )

ৰংদৈ।—এ, আই, চৰ্কাৰী কাম হল বুলি নো দুখীয়াৰ ঘৰত ছালি এডোখৰো খাই যাব নেপায় নে? বহক, তামোল এখন খায়ো যকচোন। চৰ্কাৰী কাম বুলিলে আমাৰ জনৰো এই নিচিনা লৰা-ঢপৰা।

টেকেলা।—যাম কলৈ? চৰ্কাৰী কাম তইঁতৰ ঘৰতে। এতিয়া ফাঁকি-ফুকাৰ দৰকাৰ নাই, বস্তু উলিয়াই দে; নহলে মই ভিতৰ সোমাবলৈ পালে একো নেথাকে! ( ভোগমনলৈ চাই ) হেৰ, বৰ গাওঁবুঢ়াটো, এতিয়া তললৈ মূৰ কৰি গুণি থাকিলেই আমাৰ চিকাৰুপ কেটকা ওলাব নে?

ভোগ।—( মূৰ দাঙ্গি বেজাৰেৰে ) যি কৰিব লাগে কৰাঁ; টেকেলা ককাই, মই নিৰুপায়, কি কৰিম? মোক নো কি সুধিব লাগিছে আৰু!

টেকেলা।—এতিয়া ভালৰি বোলালে কাম নচলে। খাজনাৰ জোখাৰে ধন উঠাকৈ বস্তু উলিয়াই দে।

ভোগ!—ককাই, ঘৰ গোটেইখন বেচিলেও থেজেনাৰ জোখাৰে টকা নোলাব। মই নো কি বস্তু দিম, তুমি নিজেই যি পোৱা বিচাৰি নিয়াঁ।

টেকেলা।—নোলাব যদি নো কিবা উপায়-বুধি নকৰ কিয়? নাই, একেবাৰে উদং হব খুজিছ হবলা?

ৰংদৈ।—( টেকেলাৰ মনৰ ভাব বুজিব পাৰি, সাউৎকৰে বটাত তামোল-পাণ আৰু সিকি এটা থৈ আঁঠুকাঢ়ি আগত দি ) শক্তি চাই হে ভক্তি! দুখীয়াৰ খুদ্-কণতো দেৱতা তুষ্ট হয়।

টেকেলা।—( বটালৈ চাই ) ৰোগ চাই ঔষধ নপৰিলে, কেনেকৈ তাৰ বিকাৰ গুচিব? আৰু——( টেপেৰা গাওঁবুঢ়াৰ হঠাৎ প্ৰৱেশ; টেকেলাই মনত শঙ্কা কৰি, খং দেখুৱাই ) কি, তহঁতৰ এইখন! চাপৰিলে মেৰ নেৰায়; মোক হাতী এটাৰ লোভ দেখুৱালেও মই চৰ্কাৰী কাম নকৰাকৈ নেৰোঁ।

টেপেৰা।—এ, টেকেলা বোপা, ইয়াতে আছাঁহি! মই আকৌ বিচাৰি বিচাৰি হাইৰাণ; তুমি ইফালে আহি এইখিনি পালাহি, মই সিফালে তোমাৰ ঘৰ পালোঁগৈ! পিচে, এতিয়া নো কি হৈছে?

টেকেলা।—কি হব, সৌ বটালৈ চোৱাঁচোন; মোক তুষ্ট কৰি গা সৰাবলৈ কেনে ফিকিৰখন পাতিছে! মই আকৌ কেনে ভকত তুমি জানাই নহয়!

টেপেৰা।—এৰা, বোপা, আজিকালি মৌজাদাৰে আমাক কথাইপতি চোভা কৰা হৈছে। এইখন শুনিলে আৰু আমাৰ ফালে যে আধ্যা পেলাবই, তোমাকো লটি-ঘটি কৰাব। ( চাতুকৰে মনত পেলাই ) অ, এতিয়া আৰু পলম কৰিবৰ সকাম নাই; আজি বোলে নৰাগাওঁৰে সৈতে গোটেইখন কুৰুক্ হব লাগে। মৌজাদাৰ হাকিমে বাটলৈকে দঢ়াই দঢ়াই কৈ পঠিয়াইছে।

টেকেলা।—এঃ, আমি কিবা মৌজাদাৰৰ গোলাম নে? যিমান পাৰোঁ, কৰি থাকিম। বাৰু, আহাঁচোন, আমি ভিতৰ সোমাওঁ।

টেপেৰা।—বাৰু, বলাঁ। তুমি আগ হোৱাঁ। অ, ভোগমন, তয়ো আহ।

(তিনিওৰো ভিতৰলৈ প্ৰৱেশ)

ৰংদৈ।—(চকুত আঁচল দি কান্দে) হে পৰ্ভু! এই দুখুনীৰ কপালত নো ইয়াকে লেখিছিলা নে? তিৰোতাৰ জনম দি মতাৰ বন কৰাবলৈ বাকী নেৰাখিলা; পুৱাতে পাটীৰপৰা উঠিয়েই মাইকী আৰু মতা দুইৰো বন অকলে কৰোঁতে মোৰ শাঁতি-শুঁতি নেথাকে; পথাৰত মতাৰ কাম কৰি আহি, দুপৰীয়া ভোকত বাঁহতলৰ জেং-খৰি লুৰি আনি ভাত বান্ধোহি; গৰু-গাই ধান-চাউল চপোৱাৰ উপৰিও, দিনটো কেইফালৰপৰা কিমান চিন্তাই খাই মাৰেহি তাৰ লেখ নাই; আৰু যে কিমান দুখ, পৰ্ভু, তুমি দেখিয়েই আছাঁ! হঁায়, ইমান দুৰ্গতি দেখিও তুমি এই বেটীক কিৰ্পা নকৰিলাঁ! কি কৰিম, মই জানিছোঁ, মোৰ এই জীৱ দেহাৰপৰা বাজ নহয়মানে আৰু মোৰ দুখৰ অন্ত নপৰে! মই নো কেলেই নমৰোঁও!! (বুকুত চাপৰ মাৰি মাটিত পৰি মূৰ্চ্ছা যায়)।

জেতুকী।—(মাকৰ গাত ধৰি কান্দি কান্দি) আই! তোৰ কি হৈছে? তই, কিয় কান্দিছ? তই কেলেই পৰিলি? (চিয়ঁৰ মাৰি) ঔ, বুপাই, আইৰ কিবা এটা হল ঔ! বেগাই আহ ঔ!!

(লোটা-কলহ, কঁাহী-বাটি, কাপোৰ-কানি আদি লৈ টেকেলা, টেপেৰা আৰু ভোগমন ভিতৰৰপৰা ওলাই আহে)

ভোগ।—কি হল, কি হল! (বিতত হৈ ৰংদৈক তোলে) উঠ, উঠ, কিয়নো এনে অথিৰ হৈ বেজাৰৰ ওপৰত বেজাৰ দিছ? ঈশ্বৰৰ ইছা, যি কৰে কৰি থাওক। (ৰংদৈ উঠি চকুত আঁচল দি কান্দিবলৈ ধৰে।)

টেপেৰা।—এইখন আৰু চাই থাকিব নোৱাৰি! টেকেলা বোপা, কি কি বস্তু লোৱা হৈছে, বেগেতে ফৰ্দ্দ এটা কৰি লোৱাঁ।

টেকেলা।—( হাঁহি হাঁহি ), বাৰু, বহাঁচোন। ইমানতে ইমান হলে আৰু টেকেলা-গাওঁবুঢ়াৰ কাম ভালকৈয়ে কৰিবা! তুমি এটা-এটাকৈ বস্তু ধৰি যোৱাঁ, মই লেখি যাওঁ। ( লিখিবলৈ ধৰে )।

জেতুকী।—(লৰি গৈ বাটি এটা লৈ) অ, এইটোচোন মোৰ ওমলা-বাটিটো! অ, মই নিদিওঁ নিবলৈ।

টেকেলা।—( বাটিটো আঁজোৰমাৰি কাঢ়ি লৈ ) থ, তোৰ বাটি এতিয়া। গুচ্ ইয়াৰপৰা।

জেতুকী।—( ফেঁকুৰি ফেঁকুৰি বাপেকক ধৰেগৈ ) বুপাই, মোৰ বাটিটো নিয়ে এতিয়া! আজি মই কিহেৰে উমলিম? হুঁ, মোৰ বাটিটো দে। ( বৰকৈ চিঞঁৰি চিঞঁৰি কান্দে )।

ভোগ।—( চকু-লোটুকি ) নেলাগে সেইটো। মোৰ আইক মই আন এটা আনি দিম। ( কোলাত তুলি লৈ জেতুকীক নিচুকায় )

টেকেলা।—ওঁ, আমাৰ কাম হল ; এতিয়া উঠিবহে লাগে। ( লগত অনা মানুহটোক ) হেৰ, এইখিনি ভাৰ বান্ধি ল।

টেপেৰা।—এৰা, উঠাঁ, বলাঁ যাওঁ। সিফালেও কেবাঘৰো আছে।

( বস্তু লৈ তিনিওৰো প্ৰস্থান )

ভোগ।—( বস্তু নিয়ালৈ চাই থাকি ) হাঁয়, এতিয়াও মই জীয়াই আছোঁ! ( পৰি মূৰ্চ্ছা যায় )।

ৰংদৈ।—( ভোগক দাঙ্গি ধৰি ) উঠ্, উঠ্‌হঁক, মাইকী মানুহৰ দৰে বিয়াকুল হৈছ কেলেই? ( বলেৰে ধৈৰ্য্য ধৰি বহি ) কপালত যি আছে তাক কোনে গুচাব? তথাপি, দুখৰ পাচত সুখ আছে বুলি সকলোৱে কয়।

ভোগ।—( উঠি বহি চকু মোহাৰি ) কিনো কম ঐ! মই তইঁতৰো বধৰ ভাগী হলোঁ! কুলী হোৱাৰ ভয়ত, আৰু মান ৰইথা কৰিবলৈ গৈ, চৰ্কাৰী গাওঁবুঢ়া বিষই খাওঁতে এতিয়া মোৰ এনে বিলাই! দেহিঐ, মোৰ আইৰ হাতৰপৰা সি অধৰমীয়ে বাটিটো আঁজোৰ মাৰি নিয়ালৈ মনত পৰিলে,

এতিয়াও মোৰ বুকু ফাটি যায় যেন লাগে ! হে পৰ্ভু, তোমাৰ কি অতভুত্ মহিমা ! এনেথন সুখ ভুগিলৈকে মানুহে গাওঁবুঢ়া-বিষই থাবলৈ থাটি-লুটি ফুৰে ! হাঁয় ! হাঁয় !

ৰংদৈ।—মৰাটো মৰেই ; জীয়াটোও সেই বুলি তাৰ লগতে মৰিব পাৰে নে ? এতিয়া আৰু শোক-বেজাৰ কৰি থাকিলে কি হব ? গাওঁবুঢ়া বিষৈয়ে আমাৰ গতি যি কৰিলে কৰক। এতিয়া আৰু তাত সকাম নাই ; কাইলৈ গৈ হাকিমৰ আগতে সেইখন বিষই শোধাই থৈ আহি গাটো আজৰি হৈ লবিহঁক। দেহা ভালে থাকিলে, কোন্ নো নেথাই মৰিছে ? এতিয়া হাতে-কাণে যি আছে, তাকে বেচি তৰোঁহঁক। পাচে পৰ্ভূৱে যি কৰে !

ভোগ।—( দীঘলকৈ হুমুনিয়া পেলাই ) ভাল কৈছ ; তোৰ কথাতে ভৰ দিলোঁ। কাইলৈ মৌজাদাৰ হাকিমৰ ওচৰত আমাৰ বিষৈথনৰ মেট্‌মৰা ভাৰথন শোধাই দিহে আহিবগৈ লাগে।

ৰংদৈ।—আহচোনহঁক, ভিতৰ সোমাওঁ, কিবা এৰি গৈছে নে চাওঁগৈ।

( তিনিওৰো প্ৰস্থান )

# দ্বিতীয় পট,—আদালত।

( মিঃ ইয়ং, পেস্কাৰ, টেকেলা )

মিঃ ইয়ং।—ফেস্কাৰ!

পেস্কাৰ।—হজুৰ!

ইয়ং।—ফৌজ্‌দাৰী মকদ্দমা পেচ্‌ কৰিবে লাগে।

পেস্কাৰ।—বহুত আচ্ছা হজুৰ! হেৰ, টেকেলা, ভেলেউ মৰিয়ানীক ফুঁকাৰচোন।

টেকেলা।—ভাল, দৌতা। ( চিয়ঁৰি ) ভেলেউ মৰিয়ানী হাজিৰ। ভেলেউ মৰিয়ানী হাজিৰ।

( ভেলেউৰ প্ৰৱেশ ; হাতযোৰকৈ থিয় দিয়ে )

ইয়ং।—টুমি, গোচৰ কৰিছে?

ভেলেউ।—হৈছে হজিৰ!

পেস্কাৰ।—বাৰু, হলফ্‌ ল। ক, বুলি, যি কম সঁচা কম। মিছা কলে ধৰ্ম্মে ঘটাব।

ভেলেউ।—এ খোদাই! মিছা কবলৈ নো কি হৈছে? খঁচা কমতোন্।

ইয়ং।—টোমাৰ কোন্ কটা টাকিছে?

ভেলেউ।—নাই হজিৰ! বেটীক কোনেও কটা নাই।

পেস্কাৰ।—নহয়, তোৰ কি কথা কবলৈ আছে, তাকে হে সুধিছে।

ভেলেউ।—অ, খেইটো কথা! হজিৰ, বেটী বাঁৰী মানুহ। খেতি-পথাৰৰ খঁচেই নাই। কুকুৰা পোৱালি পুহি যেন্তেন্কৈ পোহ যাওঁ। তাৰে যাই কুকুৰাজনীকে খিদিনাসন ভোগমন গাওঁবুঢ়াই কাঢ়ি আনিলেগৈ! বেটী নিগমে মৰিলোঁ! এনে অইনাই হলে কেনেকৈ থাকিম, হজিৰ!

ইয়ং।—হেইটো টোমাৰ কুকুৰ ডৰিছে? ডৰিছে তো কি কৰিছে?

ভেলেউ।—মাৰি খালে চাগৈ, হুজিৰ!

ইয়ং।—হেইটো কুকুৰ কায়? হি কি জাত আছে?

পেস্কাৰ।—নহয় হুজুৰ, কুকুৰ নহয়, মুৰ্গী হে।

ইয়ং।—হাঁ, হাঁ, হামি এটিয়া জানিলে। আচ্ছা, গাওঁবুঢ়াকো বলাও।

পেস্কাৰ।—হেৰ, টেকেলা, ভোগমন গাওঁবুঢ়াক ফুঁকাৰ; মুক্তিয়াৰকো খবৰ দিবিগৈ।

টেকেলা।—ভাল, দৌতা! (চিয়ঁৰি) ভোগমন গাওঁবুঢ়া হাজিৰ। ভোগমন গাওঁবুঢ়া হাজিৰ।

(কঁপি কঁপি ভোগমনৰ প্ৰৱেশ)

ইয়ং।—টুমি গাওঁবুঢ়া টাকিছে।

ভোগ।—(কঁপি কঁপি) হয়, ধৰ্ম্মাৱতাৰ!

ইয়ং।—হেইটো মাইকী গড়তে টুমি মুৰ্গী ডৰিছে?

ভোগ।—হয়, হুজুৰ, ধৰ্ম্মাৱতাৰ!

ইয়ং।—টুমি টাকে ডাম ডিছে?

ভোগ।—নাই দিয়া, হুজুৰ।

ইয়ং।—এটিয়া ডাম ডিবে?

ভোগ।—নাই হুজুৰ, কৰপৰা দিম, দুখীয়া মানুহ।

(মুক্তিয়াৰৰ প্ৰৱেশ)

ইয়ং।—(পেস্কাৰৰ প্ৰতি) ওৱেল, এই আড্মি কচুৰ কবুল কৰিছে। টাকে আমি ফাটক ডিবে।

পেস্কাৰ।—হয়, হুজুৰ! কিন্তু সি আচল কথা চম্‌জি কব জনা নাই। তাৰ মুক্তিয়াৰক সুধিলে ভাল আছিল।

ইয়ং।—আচ্ছা, মুক্তিয়াৰকে বলাবে লাগে।

মুক্তিয়াৰ।—হুজুৰ! বেণ্ডা হাজিৰ আছোঁ।

ইয়ং।—টোমাৰ কুচ্ জবাব টাকিছে?

মুক্তিয়াৰ।—হয়; হজুৰে ঠিককৈ দৰিয়াপ কৰিব লাগে।

ইয়ং।—( অসন্তুষ্ট হৈ ) হামি টিক দৰিয়াপ নাই কৰিছে?

মুক্তিয়াৰ।—হজুৰ, মোৰ মোক্কেল গৰিপ; কিন্তু ভাল মানুহ। ইয়াৰ সম্বন্ধে ভালকৈ দৰিয়াপ কৰিব লাগে।

ইযং।—( খঙেৰে ) ডৰিয়াপ! ডৰিয়াপ! ক্যা ডৰিয়াপ আছে?

পেস্কাৰ।—আপুনি একে-আষাৰে নো আচল কথা কৈ নেপেলায় কিয়?

মুক্তিয়াৰ।—অ, হয়। হুজুৰ, এই গৰিপে তাৰ নিজৰ ক্ষমতাৰে মুৰ্গী কাঢ়ি অনাগৈ নাই।

ইয়ং।—টাকে কোন্ থেম্‌টা দিছে?

মুক্তিয়াৰ।—হজুৰে।

ইয়ং।—অঃ, টুমি একদম্ জুঠা কৈছে; হামি টাকে হেই থেম্‌টা নাই ডিছে। জোৰ-জবৰদস্তি জুলুম কৰিবলে হুকুম হামি নাই দিছে।

মুক্তিয়াৰ।—হজুৰে দৰিয়াপ কৰি চাওক, দিছে।

পেস্কাৰ।—হয়, হজুৰে দৰিয়াপ কৰি চাওক, দিছে।

ইয়ং।—হামি জুঠা নাই কৈছে; হামি হুকুম নাই ডিছে।

মুক্তিয়াৰ।—বাৰু, মই ভাঙ্গি কওঁ। হজুৰ, সেই মুৰ্গী বৰচাহাবৰ ৰচদলৈ হে আনিছিল; গাওঁবুঢ়াৰ নিজলৈ নহয়।

ইয়ং।—ৰচদ আনিছে তো ডাম নাই ফাইছে?

মুক্তিয়াৰ।—দাম পালে আৰু এনে হবলৈ পায় নে? হজুৰ নতুন কাৰণে বুজা নাই এথোন, পাচে সকলো বুজিব।

ইয়ং।—ডাম নাই ফাইছে! আচ্ছা, হামি নাজিৰকে ছুডিবে,—নাজিৰ বাবু!

নাজিৰ।—( নেপথ্যৰপৰা 'হজুৰ!' বুলি বেগেৰে প্ৰৱেশ )

ইয়ং।—এই আডমি ৰচদ ডাম নাই ফাইছে?

নাজিৰ।—নাই, হজুৰ, দাম দিয়াৰ দস্তুৰ নাই।

ইয়ং।—ডস্তুৰ নাই! মাগ্‌না কাবে! বহুত বয়া ডস্তুৰ আছে। আচ্ছা, হামি এই কঠা ডেকিবে পিচাৰি। আভি আচামী থালাচ।

( মুক্তিয়াৰ, ভোগমন, নাজিৰ প্ৰভৃতিয়ে চেলাম দি প্ৰস্থান কৰে )

ভেলেউ।—হুজিৰ! পিচে, দুখুনী বেটী হে নিগমে মৰিলোঁ!

ইয়ং।—নাই, নাই মৰিবে। এইঠো বাট হামি ওপৰতে লেকিবে। কি জানি টোমাৰ থাটিৰে চবকো ভালা হব ফাৰে।

ভেলেউ।—সেইটো খোদায়ে হে জানিছে! ( চেলাম দি প্ৰস্থান )

ইয়ং।—( পেস্কাৰৰ প্ৰতি ) ওৱেল, এইঠো ভালা ডস্তুৰ নাই আছে। কুলী জবৰদস্তি ডৰিবে! ৰচদ কাবে, ডাম নাই ডিবে! গাওঁবুঢ়া কাম কৰিবে, টলব নাই পাবে, কুচ্ নাই মিলিবে! কেইচা ডস্তুৰ! এ চব বাট হামি ওপৰতে লেকিবে। ( প্ৰস্থান )

( চাহাব উঠি যোৱাৰ পাচত, কাকত-পত্ৰ জুকিয়াই লৈ পেস্কাৰৰো প্ৰস্থান)।



# তৃতীয় পট,—গাঁৱলীয়া ৰাজবাট।

( কচুখোৱা, কেৰপাই আৰু টেপেৰা )

কেৰ।—মোলৈ হলে অসহনী হলহি ককাইটি! নোৱাৰি আৰু! কাইলৈ মোৰ বিষৈথন শোধাই দিওঁগৈ হে বুলিছোঁ।

কচু।—দেগৈ শোধাই। পাৰিলে আমিও দিওঁগৈ।

টেপেৰা।—কিয়, নোৱাৰিম নো কিয়? কিনো নিকিনা-গোলাম সোমালোঁ? এৰিলেও নেৰিবৰ আয়ণ আছে নে কি?

কচু।—এৰা, তেনেকুৱাইতো। আন এটা নলয়মানে নেৰে হেনো।

( ভোগমনৰ প্ৰৱেশ )

ভোগ।—( হাঁহি হাঁহি ) হেৰ, মৰিব-নজনাইঁত, আছ? কি কৰিছইঁক?

কেৰ।—ওঁ, আছোঁ তো। তই মৰিব জনাটোওচোন আছ? কলৈ নো গৈছিলি? আজিচোন মন মুকলি?

ভোগ।—এৰা, গৈছিলোঁ এই ফালে; হাকিমৰ ঘৰৰপৰা আহিলোঁগৈ।

টেপেৰা।—সকাম বা কি আছিল?

ভোগ।—সকাম আমাৰ বিবৈথনৰ ভাৰথন শোধাই দিয়া।

কচু।—কি, কি, হেৰ, কেনেকৈ শোধালি কচোন?

ভোগ।—কাম নকৰোঁ বুলিলোঁ, আৰু হৈ গল।

কচু।—কাম নকৰোঁ বোলাতে এৰি দিলে নে?

ভোগ।—হেঃ, ক'ত এৰে খেমেখা; কত টাংবাং কৰি হে এৰাইছোঁ!

কেৰ।—কিনো টাংবাং কৰিলি? কচোন আমাকো বুধিটো।

ভোগ।—সলনি নিদিলে নেৰে একোপধ্যে। পিচে, কছাৰী-লৰা ভদিয়াক ফুচুলাই নি সলনি দি পাকতে এৰাই গুচি আহিছোঁ।

কচু।—এৰা, মই নকৈছোঁ, বোলোঁ, আন এটা নেপায়মানে নেৰে।

কেৰ।—ভাল হল, শিকি ললোঁ! ময়ো সলনি বিচাৰিব হে লাগিল বোপাই! কোনোমতে এৰাব পাৰিলেই হয়।

টেপেৰা।—ময়ো', ময়ো। হেৰ, পাব যদি, মোলৈকো বিচাৰিবি এটা!

কচু।—কিন্তু, চাবিইঁক, এৰিলেও সুখ নাই। খেমেখা নেৰিবিইঁক। কুলী-ধৰা ৰচদ-দিয়া এইবোৰ নিয়ম উঠিব, আৰু গাওঁবুঢ়াই বানচ পাব বুলি শুনিছোঁ! আমাৰ চেহাবে হেনো এই কথা চৰকাৰলৈ লিখিছে।

কেৰ।—এঃ, মেনেমেনে থাক। বোলে, "মোমাই মৰক, ভূতক পাচে পাওক"। চৰকাৰৰ হুকুম অহালৈ আমি জীয়াই নেথাকোঁ!

টেপেৰা।—বাৰু, যি হয় ঘৰত কৰিবিগৈহঁক। এতিয়া দুখত এফেৰি আনন্দ কৰি চাওঁ আহহঁক। সিদিনা জিলাৰ 'ঠেইটাৰ'-ভাওনাত শুনি অহা গাহানটোকে ধৰোঁহঁক।

কেৰ।—বেচ কথা। মোৰ হলে গাহানটো মুখত আহি আছে। চেৰে-চেৰে পাক এটাও দিওঁ, ধৰিবিহঁকচোন :—( কেৰপায়ে লগাই দিয়ে, চাৰিওটাই গীত গাই গাই ঘুৰি ঘুৰি নাচে )

## গীত।

থট,——কাশ্মিৰী খেম্‌টা।

আমি চাৰি গাওঁবুঢ়া,
চাৰিগোট ঢেঁকী-খোৱা;
ৰাতি দিনে কাম বানি হওঁ এধামৰা! ( আমি গাওঁবুঢ়া )
বাহিৰত বৰ-কথা,
ভিতৰত কন্দা-কটা;
ঘৰে-পৰে থকা-খুন্দা গৰিহণা খাই ফুৰা! ( আমি গাওঁবুঢ়া )
ঘৰৰ খোৰাক খাই,
পৰৰ কাম চলাই,
ঘুৰি ফুৰোঁ দিনে-ৰাতি অনাহাৰী বিষৈখোৱা! ( আমি গাওঁবুঢ়া )

## যৱনিকাপাত।

# টেটোন তামুলি।

( ধেমেলীয়া নাটক )

আদিছোৱা।

বচোঁতা,
সাহিত্যিক পেঞ্চনাৰ
ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা, এম্‌, আৰ, এ, এচ।

দ্বিতীয় তাঙৰণ,
১৮৬২ শক।

তেজপুৰ, অসম,
লীলা-এজেঞ্চিৰপৰা প্ৰকাশিত

বেচ ।০ আধলি এটা।

তেজপুৰ,
লীলা-এজেন্সিৰপৰা
গ্ৰন্থকাৰৰ দ্বাৰা প্ৰকাশিত।

কলিকতা,—৮৫নং অপাৰ চাৰকুলাৰ ৰোড,
'ভাৰতমিহিৰ' যন্ত্ৰত
শ্ৰীযুগলচৰণ দাসৰ দ্বাৰাই মুদ্ৰিত।

# পাতনি।

"টেটোন তামুলি"ৰ বিষয়ে অসমীয়া ৰাইজে আগৰেপৰা ভালকৈ জানে। এই বিষয়ে একেৰিমান বঢ়াই কবলৈ গলেও অতিৰঞ্জিত হোৱাৰ হে ভয়। গতিকে, ৰাইজৰ মূলবস্তুত কোনো লৰচৰ নঘটাই, তাক নাটমন্দিৰত উলিয়াব পৰাকৈ সজোৱা হল মাথোন। কিন্তু, লিখকৰ কাল্পনিক সাজপাৰে যে মূলচিত্ৰৰ আচল জেউতিত অলপ হীন-ডেঢ়ি ঘটাইছে, সেইটো তেওঁ স্বীকাৰ কৰে; আৰু সেইবাবে ৰাইজৰ ওচৰত তেওঁ ত্ৰুটী মাৰ্জ্জনা বিচাৰে।

"টেটোন"ৰ চিত্ৰ সুবিধাকৈ তিনি ছোৱাত ভগাই, তাৰে এই আদিছোৱা আগধৰি আগবঢ়োৱা হৈছে; সময় আৰু ছেগ পালে, মাজ আৰু শেহ ছোৱা পাচত উলিয়াবলৈ বাঞ্ছা থাকিল। কিন্তু, অসমীয়া 'ষ্টেজ'ত খেমেলীয়া নাটকৰ বৰ্ত্তমান যেনে অভাৱ, তালৈ চাই, এই লিখকে সেই সময় আৰু ছেগ পোৱাৰ আগেয়ে যদি কোনোবা সুলিখকে বাকী দোছোৱা হাতত লয়, তেন্তে সি অতিশয় আনন্দৰ বিষয় হব। ইতি

তেজপুৰ, অসম।<br>১৭ আহিন, ১৮৩১ শক।

বিনীত,<br>শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা।

---

# দ্বিতীয় তাঙৰণৰ কথা।

এইবাৰ আগৰ তাঙৰণৰ ছপা-ভুল আৰু বৰ্ণাশুদ্ধি আশোঁৱাহ পাৰ্য্যমানে শোধন কৰা হৈছে; আৰু নাট-মন্দিৰৰ সুবিধা বঢ়াবৰ অভিপ্ৰায়ে নাটৰ গোটাদিয়েক দৃশ্যৰ যৎসামান্য লৰচৰ কৰি, গোটাদিয়েক নতুন দৃশ্য লগাই দিয়া গৈছে।

তেজপুৰ, অসম।<br>ভাদ্ৰ, ১৮৩২ শক।

গ্ৰন্থকাৰ।

# টেটোন-তামুলি।

## আদিছোৱা।

### প্ৰথম অঙ্ক।

#### প্ৰথম পট,—মনাইৰ পদূলি।

টেটোন।—( অকলশৰে ইফাল-সিফালকৈ টহলি ) আহক বাইটী মাছৰপৰা আজি। মই, বাপেকে, এইখিনিতে খালৈৰপৰা পোনেই বৰকাৰৈ এটা আৰু মৰঠী-পুঠী এজনী লৈ, বেলেগে খৰিকাত দিমগৈ। বোপাই পথাৰৰপৰা আহি নৌ পাওঁতেই, বাপেকে, খৰিকা-দিয়া পেট পাবগৈ। আকৌ, আইৰপৰাও আঞ্জাত দিয়াবো ভাগ লম নহয়, মই বাপেকে। আহক আজি; জাকৈয়া নাহেমানে ময়ো পদূলিমূৰৰপৰা নাতৰোঁ নহয়। ( অলপ পৰ টলকা মাৰি বৈ ) অ, ভাল মনত পৰিছে! আজি ভিনীহিকো মাতি পঠিয়াইছে নহয়। সেইটো আহি পালে, আমাৰ কাৰৈ মাছৰ মূৰ চোবোৱাটি হৈছে আৰু! আইৰ আৰু বোপাইৰ আকৌ তালৈ হে ধাউতি। জোঁৱাই-লৰা আহিব বুলিলেইচোন দুইবো গাত ততেই নাইকিয়া হয়। আজি, বাৰু, আহক বাপেকে, দেখিম ময়ো।

( ধনাইৰ প্ৰৱেশ )

টেটোন।—আও! ভিনীহি, তুমি বহুত দিন জীবাঁ দেও!

ধনাই।—হেৰ, কি হল অ? কোন্‌খন মঙ্গলত নো প্যালি, মই বহুত দিন জীম বুলি?

টেটোন।—এ, মঙ্গল নহয়, ভিনীহি, মানুহৰ নাম লওঁতেই ওলালেহি হেনো তাৰ আয়ুস্ বাঢ়ে।

ধনাই।—অ, তই তেন্তে মোক চৰ্চ্চি হে আছিলি হবলা?

টেটোন।—সঁচা, তোমাক লৈয়ে নিতৌ মোৰ চৰ্চ্চা বাঢ়িছে হওঁতে।—ঘাইকৈ আজি,—এইবেলা।

ধনাই।—তোৰ নো কি ভাগৰ ভাতগাল খালোঁ অ, তাকে যে চৰ্চ্চি থাক?

টেটোন।—এ, ভাগৰ ভাত হে বুলিছোঁ, তাৰ লগতে মাছকেটাও যে! ভাততকৈ মাছৰটো ভাবনা হে আগ হৈছে।

ধনাই।—বাৰু, তোৰ ভাত-মাছ খোৱা কাথাখন থ এতিয়া। কচোন, বাপেৰ কলৈ গল?

টেটোন।—( আপোনা-আপুনি ) আও! "বাপেৰ"! শহুৰ বুলিবলৈ 'বৰ মানুহৰ বেটাৰ' লাজ লাগে! বাৰু, শিকাম বাপেৰে ময়ো, ৰবি। ( ফুটাই ) এ, ভিনীহি, বোপাই পতাল ছিৰি তলৰ মাটি ওপৰ কৰিবলৈ গৈছে।

ধনাই।—( আপোনা-আপুনি ) উঃ, কটা, ভাল কথা সুধিলে আকৌ ই পেংলাই হে কৰে! ( ফুটাই ) বাৰু, বাপেৰৰ কথা বুজিলোঁ; হেৰ, মাৰ গল কলৈ?

টেটোন।—( ভোৰভোৰাই ) উস্! শাহু বুলিবলৈকো লাজ! মোৰ আইক শাহু বুলিলে ই বজাৰ কোৱঁৰটো সৰু হব! বাৰু, চাম বাপেৰে ময়ো, কিমান উধাব পাৰ। ( ফুটাই ) এৰা, ভিনীহি, আইও নাই। আই সাদিনীয়া পঁইতা খুৱাই মৰা জীয়াবলৈ গৈছে।

ধনাই।—( আপোনা-আপুনি ) ঔ কটা, লৰাটোৰ ভেঙ্গুচালিখন বাঢ়ি হে গৈছে! ( ফুটাই ) হেৰ, বায়েৰো নাই হবলা ঘৰত?

টেটোন।—( ভোৰভোৰাই ) বাৰু, অলপ শাম কাটিছে। ( ফুটাই ) নাই, ভিনীহি, বাইটীও নাই ঘৰত। বাইটী সাগৰ চালি মাণিক তুলিবলৈ গৈছে।

ধনাই।—( আপোনা-আপুনি ) ই কটা বৰ আধাকটা লৰা! ভাল কথা সুধিলে সি পেংলাই হে কৰে! বাৰু, ৰবি, ময়ো চুঙা চাই সোপা দি থওঁ। ( ফুটাই ) হেৰ, বাপেৰ আহিলে কবি, বুলি, ভিনীহি আহিছিল, কাণমাৰিলৈ তহঁতৰ বৰ চঁপা গছজোপা কাটি নিবলৈ; পিচে, ঘৰত মানুহ নেপাই উলটি গল।

টেটোন।—( ভোৰভোৰাই ) আও! ম'হৰ শিঙত কঁকিলা-দাৱ্! এওঁৰ বুধিৰ লৰটো অমুকাই লগ নেপামগৈ যেন ভাবিছে! আৰু, হেনো ঘৰত মানুহ নেপাই হে এওঁ এতিয়া ওলটে! আমি এওঁৰ মানত মানুহেই নহওঁ! বাৰু, ৰবি, বাপেৰে, মানুহ নে গৰু দেখুৱাম। ( ফুটাই ) এ, ভিনীহি, চঁপাগছৰ আশাটি এৰিলেই ভাল। আমাৰ দাঁত-খৰিকা কৰিবলৈ বুলি সেই জোপা গছ বোপায়ে মোক কালিয়েই কাটিবলৈ কৈ থৈছে। পিচে, মোৰ্ নগীয়া কটাৰীখন ধৰাই লবলৈ শিল পোৱা নাই দেখি হে আজিও কাটিব পৰা নাই; পৰ্ব্বতলৈ শিল বিচাৰি যাওঁ বুলি হে ভাবিছোঁ।

ধনাই।—( আপোনা-আপুনি ) উঃ কটা! ই গুদাগুদি লৰা নহয়। ইয়াৰে সৈতে উত্তৰা-উত্তৰি কৰিবলৈ গলে আৰু লাজ হে পাব লাগিব। ( খং দেখুৱাই ) হেৰ, বান্দৰ! তোৰে সৈতে মই চুপতি কৰিবলৈ অহা নাই, জানিছ। কটা, কুকুৰ, লৰাই লাই পাই গললৈকে জঁপিয়াৰ দেখোন!

( উচাৎ মাৰি ধনাই গুচি যায় )

টেটোন।—( কাষলতি বজাই ভঁপিয়ায় ) আয়ুস্, আয়ুস্, এতিয়া হে মোৰ গাটি শুত্ লাগিছে। আজি এইপাটক এই দৰে নেখেদা হলে, মোৰ ফালে মৰঠী-পুঠী খৰিকাত দিয়াটি হৈছিল আৰু! ( ভিনীহিয়েকলৈ চাই চাই ) যোৱাঁগৈ, বেগাই যোৱাঁগৈ। ঘৰত চাগৈ ৰোহপাটীখনে বিৰহত বিনাব লাগিছে!

( মনাইৰ প্ৰৱেশ )

মনাই।—কি, অ, আপুটি, কি হল? আজিচোন তোৰ মনত ৰৰ ৰং?

টেটোন।—এৰা, ভিনীহিৰ খংচাটু দেখি!

মনাই।—কি! ভিনীহিয়েৰ আহি গল নে কি?

টেটোন।—ওঁ, সৌটো নহয়, ভিৰাই বেগ্‌ ধৰিছে ঘৰলৈ।

মনাই।—কিয়? কিয়?

টেটোন।—কিয়?—পৰ্ব্বতখন যে থিয়।

মনাই।—এ, দুপৰীয়া খং তুলি নলবি দেই লবাই। কি হৈছিল ভাঙ্গি নকৱ কিয়?

টেটোন।—ভাঙ্গিম কেনেকৈ আকৌ? হাতেৰে ধৰিব পৰা বস্তু হলে হে ভাঙ্গিব পাৰোঁ!

মনাই।—কটা, মই কি ওভত্-গোৰৰ লৰাটো পালোঁ! এনে লৰা হোৱাতকৈ নোহোৱাই ভাল। হেৰ, বোলোঁ, মোৰ কথা কিবা কৈছিল নে ভিনীহিয়েৰে?

টেটোন।—ওঁ, কৈছিল তো। সমন্ধত নাকটি ছিঙ্গি কৈছিল, বোলে "বাপেৰ কলৈ গল?"

মনাই।—পিচে?—তই কি সমিধান দিলি?

টেটোন।—পিচে, মযো দিলোঁ তাক দান চাই সমিধান যি দিব লাগে।

মনাই।—কটা, গৰু! দান নহলে হে সমিধান দিয়ে। তই নো কি দান পাইছিলি?—তোক পালে কিহে আজি!

টেটোন।—পাব লাগিছে কিহে আৰু, ওভোতগোবৰ বুলিহে নহয়।

মনাই।—হেৰ, ভিনীহিয়েৰে বাপেৰ কলৈ গল বুলি সোধোঁতে তই কি বুলি কলি?

টেটোন।—কলোঁ, বোলোঁ, বোপাই পতাল ছিৰি তলৰ মাটি ওপৰ কৰিবলৈ গৈছে।

মনাই।—দেখিছোঁ বাৰু এতিয়া!

টেটোন।—বোলোঁ, দেখিবলগীয়া বস্তু নহয়, কথা হে। ভিনীহিক কোৱা কথা মিছা জানো? তুমি হাল বাবলৈ নাই যোৱা জানো?

মনাই।—বাৰু, আন কাৰো কথা সোধা নাই নে?

টেটোন।—কিয় নাই সোধা; আইৰ কথাও সুধিছিল, বাইটীৰ কথাও সুধিছিল।

মনাই।—তই পিচে কি কলি?

টেটোন।—মই সঁচা সঁচা কথা কলোঁ।

মনাই।—হেৰ, কি সঁচা কথা কলি?

টেটোন।—কলোঁ, বোলোঁ, আই সাদিনীয়া পঁইতা খুৱাই মৰা জীয়াবলৈ গৈছে; আৰু বাইটী সাগৰ চালি মাণিক তুলিবলৈ গৈছে।

মনাই।—বাৰু, চোৱাঁ এতিয়া!

টেটোন।—বোলোঁ চাবলগীয়া বস্তু নহয়, কথা হে। আই ভুঁই কৰলৈ আৰু বাইটী জকাই বাবলৈ যোৱা নাই জানো?

মনাই।—বন্দী, বাবৰ বুকুত যোৱা, আৰু কিবা সুধিছিল নে?—তোক আজি ধুন্ মেথুৰাম বাপেৰে।

টেটোন।—আজিয়েই বা কাইলৈয়েই। কি ধুন্ মেথুৰা, মেথুৰাবা। যি হৈছিল তাকে হে কৈছোঁ। সঁচা কথা কলে খং উঠে যদি নকওঁ, কি আছে।

মনাই।—উঃ, উপায় নাই ইয়াৰপৰা ! বাৰু ক, আৰু কি হৈছিল কৈ যা।

টেটোন।—আৰু, ভিনীহিয়ে কৈছিল, বোলে, বাপেৰ আহিলে কবি, তইঁতৰ বৰ চঁপাগছজোপা কাণমাৰিলৈ কাটি নিবলৈ আহিছিলোঁ, পিচে,—

মনাই।—( হাঁহি মাৰি ) পিচে, তই কি কলি ?

টেটোন।—মই কলোঁ, বোলোঁ, সিটি আশা এৰি দিয়াঁ ভিনীহি, আমাৰ দাঁত-খৰিকা কৰিবলৈ সেইজোপা গছ মই কাটোঁ৷ কাটোঁকৈ হে আছোঁ।

মনাই।—( আপোনা-আপুনি ) ইয়াৰ আটাইবোৰ পাক-লগা কথা ! ( ফুটাই ) তাৰ পিচে ?

টেটোন।—তাৰ পিচে, ভিনীহি দেখোন উচাৎ মাৰি গুচি গৈছেগৈ !

মনাই।—অ, কটা, লৰাই ইমান অতপালি কৰ ! বাপুৰে, ভিনীহিক এসাঁজ খুৱাবলৈ বুলি মাতি আনিছে, ভালকৈ মাতি-বুলি বহিবলৈ দিওঁ, সেইটো নাই, সি পেংলাই কৰি খেদি হে দিলে ! কটা, এনে আপদীয়া লৰা কেলেই লাগিছে ! তই এতিয়াই মোৰ ঘৰৰপৰা ওলাই যা। নহলে, এই হালোৱা এছাৰিৰ কোবত তোৰ ধাতু উৰুৱাম আজি !

টেটোন।—বাৰু, মোৰ ধাতুটো উৰুৱাই তোমাৰটো ধাতু পাচত উৰুৱাবলৈ বৰ নেলাগে ! আমি বাৰু আপোন মনেৰেই ওলাই যাওঁ। তুমি জী-জোৱাঁই লৈয়ে থাকাঁ। ওলাই নগলে মোৰ কল্যাণ নাই বুলি ময়ো জানি লৈছোঁ। যাওঁ, কাৰোবাৰ জীৰ লগত মোৰো জোৱাঁই-যোৰা মিলিলে মিলিব পাৰে।

( গা কেহেলিয়াই ২ টেটোনৰ প্ৰস্থান )

মনাই।—ভাল কৰিলে বন্দী বাঘেখোৱাই ! ভিনীহিয়েকে চাগৈ বেজাৰ পাই হে গৈছে। যেনেবোৰ হে ভেঙুচালিৰ কথা শুনিলোঁ, কাৰ নো

বাক খং মুঠিব ! কি কৰিম, এই ওভত-গোৰে নচা লৰাটোৰপৰা মই নিৰুপায়। যাওক সি, কত মৰে মৰকগৈ। মই যাওঁ, ভিনীহিয়েকক বৰাই-বুজাই আকৌ মাতি আনোগৈ। যাওঁ।

(প্ৰস্থান)

---

## দ্বিতীয় পট,—

চম্পাৱতীৰ ফুলনি।

(চম্পাৱতীয়ে ফুলনিৰ ফুল তুলি লৈ, মালা গাঁথিবলৈ বহি, গুণ্‌গুণ্‌কৈ বিয়া-নাম গায়)

* * * *

পুখুৰীৰে চউপাশে থাগৰিৰে বেৰা,
ৰাম ৰাম থাগৰিৰে বেৰা।
দলি মাৰি পেলাই দিছে স্ফটিকৰে মালা,
ৰাম ৰাম স্ফটিকৰে মালা॥

* * * *

পুখুৰীৰে চউপাশে মৃগপহু চৰে,
ৰাম ৰাম মৃগপহু চৰে।
তাকে দেখি ৰামচন্দ্ৰে শৰ-ধনু ধৰে,
ৰাম ৰাম শৰ-ধনু ধৰে॥

(বংদৈৰ প্ৰৱেশ)

বংদৈ।—এ, আই, আইদেৱেচোন অকলে অকলেই বিয়াখন পাতিছে ! মই তেও আঁৰে-আঁৰে শুনি হে আছিলোঁ। পিচে, নামৰ মুৰৰ কাঁকিকেচোন এৰিলে !

চম্পা।—মোৰ মনত নাই অ, ৰংদৈ! মূৰৰ ফাঁকি নো কি আছিল?

ৰংদৈ।—এই ফাঁকি আছিল, শুনক :—

আগত দিয়াঁ পাচত দিয়াঁ পাঞ্চ আয়তীয়ে,
ৰাম ৰাম পাঞ্চ আয়তীয়ে।
দুৰ্ব্বা ঘাটৰ পানী তোলে যশোদা সুন্দৰী,
ৰাম ৰাম যশোদা সুন্দৰী॥

চম্পা।—তোৰো ভাল মনত থাকে, ৰংদৈ!

ৰংদৈ।—মনত নাথাকিব কিয়, মই আওৰাই থৈছোঁ নহয়।

চম্পা।—কেলৈ নো আওৰাই থৈছ?

ৰংদৈ।—কেলৈ?—বিয়ালৈ।

চম্পা।—কাৰ বিয়ালৈ অ, ৰংদৈ?

ৰংদৈ।—মই যাৰে বান্দী, তাৰে বিয়ালৈ।

চম্পা।—হেঁই এই জনি!—গুচ্ ইয়াৰপৰা।

ৰংদৈ।—আও! নামৰ ভাগ ললেও দায় লাগে নে? নেলাগে বাৰু নামৰ ভাগ; যোজোনা এটাকে দি থওঁ,—"বাঁহৰ আগত বগলী নাচে, আমাৰ আইদেউৰ বিয়ালৈ এদিন-এবেলা আছে"।

চম্পা।—এই লেবীজনীয়ে কিথন বলকে! থাক্ তই তোৰ যোজোনা লৈ। (চাঁত্‌কৰে আঁতৰি গুচি যায়)

ৰংদৈ।—এ, আই, ৰং কৰোঁতে খঙেই উঠিল হবলা। যাওঁচোন, আকৌ ৰং লগাবলৈ চাওঁগৈ। (প্ৰস্থান)



# তৃতীয় পট,—

ধনাইৰ আগচোঁতাল।

ধনাই।—( অকলে ) উঃ কটা, লৰাটোৰ ভেঙ্গুচালিখন! কটা, ওঁঠ চেপিলে গাখীৰ ওলোৱা কালিৰ ফুকলীয়া লৰাটোৰ কেনে আঁহে আঁহে কথা! নহব নো কেলেই,—যেনে বাপেকি, তেনে পোৱালি! বাপেকপাটো সেই; বাপেকৰ চালত হে পিতেক চলে। মোক মাতি নি এই দৰে লঘু কৰাটো বাপেকৰ বুধি নহলে নো ফুকলীয়া লৰাই ইমানবোৰ কথা ঢুকি পায় নে? আৰু, মাকজনীও হব পায় সেই একে গছৰে পাণ। জীয়েকতে তাৰ পৰিমাণ পাইছোঁ নহয়। সেই দিনা দুপৰীয়া পথাৰৰপৰা আহি থকা-খুন্দাকৈ শুদা ভাতগৰ্হা গিলোঁতে টেঁটুত লাগি মৰোঁ আৰু! তথাপি তাই জানো কৈ দিলে, পানী এঢোকা পি দিয়া বুলি। সেই হে কয়, বোলে, "টিক্ বলধা, ওলাই মাটি; মাক ভালে হে জীয়েক জাতি।" মই যেনিবা সুগুণি-নেমেলি ভাল কলগ্ৰহটো চপাই ললোঁ!

( মনাইৰ প্ৰৱেশ )

মনাই।—( আঁতৰৰপৰা ) এঃ দেহি! লৰাটিয়ে বৰ বেজাৰ পাই আহিল! বেজাৰ পাবৰ কথাও হয়, বাঘেখোৱা লৰাটোৰ কথাত মোৰে খং-বেজাৰ গৈ মূৰত উঠিছিল। হেজাবো হওক, পৰৰ লৰা; পৰৰ তিতা মাত কেনেকৈ সহিব! সেইবোৰ বাৰু এৰিছোঁ এতিয়া; মই আগবাঢ়ি আহি কিন্তু ভাল কৰিলোঁ। নহলে, আকৌ উপ্যাচি আমাৰ ঘৰলৈ যাবলৈ লৰাই বেয়া পালেহেঁতেন। এতিয়া মই মিঠামুখেৰে দু-আষাৰমান কলেই পাহৰি যাব আটাইবোৰ কথা। ( ফুটাই ) এ, বোপাই, ঘৰলৈ গৈ আকৌ ঘুচি আহিলি নো কিয়?

ধনাই।—(জ্বলি উঠি) ঔ, কটা, বিটলিয়া সোলা! তই আকৌ কি চেলাবলৈ আহিছ? ঘৰলৈ মাতি নি, পিতেৰৰ হতুৱাই যি জলপান খুৱালি সেয়ে আটিছে, আকৌ বাপেৰটোও খেদি আহিছ ইয়ালৈকে নহয় নে? মই উলটি জলপান নৌ খুৱাওঁতেই ভালে ভালে আঁতৰি গুচি যা এতিয়াই।

মনাই।—এ, বোপাই, কিয়নো খং কৰ। সেইটো তোৰ ভায়েৰ নহয় জানো? নজনা লৰাৰ কথাতে নো লাগিব লাগে নে?

ধনাই।—এৰা, নজনা লৰা,—পানীকেঁচুৱা!

মনাই।—বাৰু, খুলশালিয়েৰ লৰা নহয়, যেনিবা বুঢ়া; এতিয়া মোলৈ চাই তাৰ কথা এৰি পেলা বোপাই! বল, বল, শাহুৱেৰে বাটলৈ চাই হে আছে চাগে।

ধনাই।—আকৌ শাহুৰ কথা! জুইত ঘিঁউ ঢালি নলবি দেই এতিয়া। জীয়েকতে পাইছোঁ শাহুটীৰ কথা! তইঁতৰ বাপেৰ চাই পিতেৰ, আৰু মাক চাই জীয়েক, বজিতাখাই মিলিছে। বিধতাই একেখন সাঁচতে ভাল মাৰিলে তইঁত চাৰিওকো। যা, যা, জীয়েৰ নে মাৰ সেই জনীক পঠিয়াই দেগৈ এতিয়াই। নহলে, মই যাবলৈ পালে, তাৰেপৰা চুলিত ধৰি চোঁচোৰাই আনিমগৈ।

মনাই।—এৰা, ভালক ভালে নেপায় নহয়।

ধনাই।—(জাঁপমাৰি উঠি) ঔ, কটা, লাপুং! ইমানতো আকৌ বোলে ইহে ভাল, মইহে বেয়া; হেৰ, গঁতাত মূৰ নৌ ছিঙোতেই গুচি যা এতিয়াই ইয়াৰপৰা।

মনাই।—(আটিমুটি কৰি) অ, কটা, চল পাই কুকুৰে দেখোন গললৈকে জঁপিয়ায়। চকুচাওঁতেই ইয়াতে তাও কৰিব পাৰোঁ বুলি জনা নাই নে?

ধনাই।—( চোঁচা লৈ ) হয় নে লাপুং! তোৰ ইমানটো পিত্ নে? হেঁচো এটাৰ বহত নহবি হ্বলা।

মনাই।—কটা, গোলামৰ লৰা, বন্দী কটা! খোপে খোপে চৰি হে গৈছ দেখোন! কটা, গছকি পেটু কাৰিব দিছ নে বাপেৰে? ( খেদা মাৰি যায় )।

ধনাই।—( চোঁচা লৈ ) সঁচাই নে বন্দী, সোলা বান্দৰ! বৰকৈ অতপালি কৰচোন! ( দুইৰো দবৰাদবৰিত মনাই তলত পৰে )

মনাই।—( লৰালৰিকৈ উঠি ) বাৰু, তই থাক, দেখুৱাম মই বাপেৰ কেনেটো! ( উচাৎ মাৰি গুচি যায় )।

ধনাই।—( মুখ বিদৰাই) বাৰু, যোৱাঁ, আমাক বৰশীত দিবাগৈ নি! তালৈকে অমুকাই ভয় কৰিছোঁ! ( একে চাবে ভিতৰলৈ সোমাই যায় )।



## প্ৰথম অঙ্কপাত।



# দ্বিতীয় অঙ্ক।



## প্ৰথম পট,—ৰাজ-আলি।

টেটোন।—( অকলশৰে বহি ) অহ, আজি এই পৃথিবীখনেই মোৰ ফুৰা-চকাৰ ঠাই। গোটেই জগতখনেই মোৰ বন্ধু। জোন, বেলি, তৰা সকলোৱেই মোৰ সুখ-দুখ দেখোঁতা। ইমানত আৰু অমুকাৰ ভয় কি? বোপাইৰ বল নাপালেও, অমুকা তৰিব পাৰিব পায় দেখোন। কিন্তু, ( অলপ পৰ টলকা মাৰি পেটৰ উমান্ লৈ ) ওঁ-হুঁ-হুঁ, গতিক বিষম! মোৰ ভেম্‌টো নৰজিবগৈ যেন পাইছোঁ। পুৱাৰ পঁইতা যে পেটতে পানী হলেই, বাটত খোৱা আঠীয়া কল আথিৰো বল নোপোৱাত পৰিছেগৈ। এতিয়া নো ক'ত কি পাওঁ, পেটৰ জুইকুৰা কিহেৰে নুমাওঁ! হওঁতে এই পেটাৰিটো লৈ হে লেঠা, নহলে অমুকাক পায় কোনে? ( পেট মোহাৰে )। এৰা, তাহানিৰ ফুল-কোৱঁৰৰ পিতেক নগৰা-জগৰাৰ দশা হে মিলিছে মোৰো। সিহঁতে দুখত আনদ কৰা শুনি হেনো মেনী ম'হে গাখীৰ পিয়াইছিল, শুকুলী হাতীয়ে পিঠিত তুলি লৈ ফুৰিছিল। মোলৈকো তেনে কোনোবা আছে বা? ময়োচোন সেই গটকে এবাৰ ধৰি চাওঁ।—কি বুলি? ( অলপ ভাবে ) এঃ, যি বুলি আছে, মাৰি দিওঁ, বাপেকে, সেই বুলিয়েই :—

"অ, বোপায়ে খেদিলে দুপৰীয়া ভোকত,
আই নাছিলে ঘৰত।
অ, কোন্ ক'ত আছাহঁক এই জগতত,
এমুঠি দিয়াঁহি মুখত॥"

—সৌৰা নহয়, বাপেকে, চাপিছেহি আমাৰো কোনোবা। পিঠিত তুলি নি খুৱাবগৈ এতিয়া। ( মূৰে-কপালে হাত দি নিটাল মাৰে )।

( দুটা চোৰৰ প্ৰৱেশ )

১ম, চোৰ।—এঃ, গৃহস্তে সাৰ পায় বুলিহে ভয়! নহলে, মোৰ দৰে উমানত বস্তু বাছিব জানে কেইটাই ?

২য়, চোৰ।—এৰা, মোৰ হলে দুৱাৰ মেলোঁতেই গম্ পায় যেন লাগি যায়! অ, সিদিনা আকৌ, জানিছ, ৰবচাঙৰপৰা বোন্দাটো নামি অহা দেখিয়েই মানুহ বুলি বৰ ভয় খালোঁ ককাই! কিনো কম, দুদিনলৈকে মোৰ বুকুখনে ধানবনাদি বানি আছিল। সেই হে বোলোঁ, মোক আগ নকৰিবি, বহিৰতে থবি ; মুঠেই, ভাৰ লবৰ বেলিকা মোক বিচাৰিবি।

১ম, চোৰ।—অ, ইয়ালৈকে মতাটো হৈ উপজিছিলি ? ভয়ৰ গোট ইমানটো হলে ইমান ডাঙৰ কামলৈ ওলাবই নেলাগে! হেৰ, বুধি জানিলে ভয় নাই। শুন, আন একো নেপালে দুৱাৰ-চুকৰ গাঁথিত চালৰ কুটা গুজি লব লাগে ; তেতিয়া আৰু দুৱাৰে কেৰ্-নেকেৰায়। মনত ৰাখিবি।

২য়, চোৰ।—এৰা, এই দৰে বিদাটো শিকাবি আকৌ, তেহে পাৰোঁ এতিয়াৰপৰা চাবিচোন তেন্তে। আজি ৰাতিয়েই দেখিবিচোন।

১ম, চোৰ।—সঁচা, হয়। মাকৰ পেটতে কোনেও শিকি নাহে। তই বাৰু মোৰ চালত চলিবিচোন, তোক মই মানুহ কৰি হে এৰিম। নিছয় বুজিবি।

টেটোন।—( আপোনা-আপুনি ) এৰা, মোৰ মন্ত্ৰফাঁকিয়ে হাতে-হাতে গুণ দিলে। ইহঁতেই মোক দুখত আনন্দ কৰাব যেন পাইছোঁ। এতিয়া ইহঁতৰ লগৰ এটা হৈ লব পাৰিলেই কাম সাধিলোঁ ;—আন.

নহলেও তেও মোৰ পেটজনাৰ জঞ্জালটো ভাঙ্গিব পৰা হব। কিন্তু, এই ফেৰাই মেনী ম'হৰ গাখীৰৰ হে কাম দিব; শুকুলী হাতীৰ পিঠিত উঠা সুখ ফেৰাওতো লাগে। বাৰু, দেখা যাওক, কৰ পানী কলৈ যায়। আছে তাৰো উপায়! (কেঁকাই কেঁকাই) হে মোৰ কপাল! বোলে, দৰিদ্ৰ লঙ্কালৈ যায়, লঙ্কাত জুই লাগে!—উঁ-হুঁ-হুঁ।

২য়, চোৰ।—(উচাপ্ খাই) ঔ ককাই, এতিয়াহে মৰিলোঁ! এইটো মানুহ! কেনি পলাওঁ মই!

টেটোন।—অ, নেলাগে পলাব, মই হে। বোলোঁ, এৰি নগলে লগ ধৰিব হে খোজোঁ।

১ম, চোৰ।—হেৰ, ই ধৰে হেনোঔ!

টেটোন।—ভয় নাই। লগ হে ধৰিব খুজিছোঁ।

১ম, চোৰ।—কিনো কয় অ! ই আমাক চোৰ বুলি চিনিছে হবলা?

টেটোন।—অ, নিচিনিম নো কিয় হেৰা? সাপে হে সাপৰ ঠেং দেখে। সেই হে লগ ধৰিব খুজিছোঁ। ককাইহঁতঐ, যি ঘৰত হে সোমাইছিলোঁগৈ! কি হব কলে! মই অকল দেখি হে! যি হে বস্তু বাজ কৰি লৈছিলোঁ। পিচে, কপাল! ভাৰ কানত তুলি লওঁতেই কঁকাল-মোচোকা খালোঁ। কোনোমতে বগুৰাবাই আহি এইখিনিতে বহি আছোঁ।

২য়, চোৰ।—কি কথা আছে, ভাৰ লোৱাত মই আছোঁ নহয়। ককাইটি, নকৈছিলোঁ, বোলোঁ, ভাৰ লবলৈকো এটা লাগে।

১ম, চোৰ।—বাৰু, ৰবিচোন তই। এওঁৰে সৈতে সোধা-পোছা কৰি চাওঁ।

টেটোন।—সোধা-পোছাৰ সকাম নাই, আমি উঠিব হে লাগে। যাওঁ বলাঁহঁক। সৰহ দূৰৈ নহয়, সৌ ধাপ-মৰা বাৰীখনেই। বৰ চহকী মানুহ থেও সেই ঘৰ।

১ম, চোৰ।—বেচ কথা। ভাল ছেগ মিলিছে। উঠাঁ তেন্তে।

টেটোন।—এ, কওঁতেই কলা, বোলে, যঁতৰতে শলা। উঠিবলৈ নেদেখিছাঁ, চিপ্ মাৰি কঁকালটো লৰাবই পৰা নাই! উস্, উস্, উস্!

২য়, চোৰ।—পিচে?

টেটোন।—জানো, এতিয়া কাৰ পিঠি পাওঁ?

২য়, চোৰ।—কি "পিঠি পাওঁ"?

১ম. চোৰ।—এ, নহয় অ, অৰ্থৎ তেওঁক বোকোচাত লব লাগে; —নহয় নে হে?

টেটোন।—হয়, ঠিক ধৰিলাঁ কথাটো। তোমাৰ বুধিটো বৰ চোকা।

২য়, চোৰ।—কিয়, মই আছোঁ নহয়। কি কথা আছে, ময়ে লম বাৰু বোকোচাত।

১ম, চোৰ।—বেচ কথা। সেইটো হল বাৰু। পিচে, ভিতৰ সোমাব কোন্‌টো?

টেটোন।—সেইটো মোকে ধৰি থোৱাঁচোন।

১ম, চোৰ।—বাৰু, সোমাবাঁ তুমিয়েই। কিন্তু বস্তু বাছিব জানিবা জানো?

টেটোন।—সেইটো নজনাকৈয়ে নো চোৰৰ বৃত্তিটো মূৰত লৈছোঁ নে? তথাপি, শুনোচোন তোমাৰ বুধিটোও।

১ম, চোৰ।—মই হলে কৰোঁ কি, এন্ধাৰত খপিয়াই পোৱা বস্তুবোৰ নিয়মীয়াকৈ বজাই চাওঁ। তেহে কেনে দৰৰ বস্তু বুজিব পাৰি।

টেটোন।—উঃ, ভাল মিলি গল দেও কথাটো। ময়ো তাকে কৰোঁ।

২য়, চোৰ।—নিমিলিব কেলেই, দুয়োজন পকা মানুহ।

টেটোন।—এৰা, এতিয়া আৰু পলম কৰাৰ সকাম নাই। ৰাতি ভালেখিনি হৈছে। উঠিব হে লাগে।

১ম, চোৰ।—হয়, উঠিব হে লাগে।

টেটোন।—এৰা, উঠোঁৱা আকৌ?

২য়, চোৰ।—( পিঠি পাতি ) এয়া নহয়!

টেটোন।—মন্ত্ৰই গুণ দিছে বাপেকে! ( স্ফূৰ্ত্তিৰে সৈতে বোকোচাত উঠে )।

( টেটোনক বোকোচাত লৈ তিনিওৰো প্ৰস্থান। )



# দ্বিতীয় পট,—

চহকী গৃহস্থৰ বৰঘৰ।

গৃহস্থ।—( বৰঘৰৰ দুৱাৰ কেইখন ভালকৈ মৰা হৈছে নে নাই পৰীক্ষা কৰি চায় ) বোলে, হৰিণাৰ গাৰ মঙহেই শত্ৰু। মোৰো ধন-বস্তবোৰেই কাল হল। এইবোৰ আৰ্জ্জোতে যি দুখ পাইছিলোঁ, ৰাখোঁতে এতিয়া তাৰ ষাঠিগুণ দুখ পাইছোঁ। ই মোৰ শোৱন-খাৱন নাইকিয়া কৰিছে। ৰাতি চিল্‌মিল্‌কৈ টোপনি আহিলেও, মেকুৰী-নিগনিয়ে জৰ্‌জ্ৰৱালেই কাণ-সাৰ দি শুনি থাকোঁ; বতাহত দুৱাৰে কেৰ্‌কেৰালেই উঠি আহি চাওঁ। সিদিনা ধনৰ পেৰাটো চোৰে নিবৰপৰা মোৰ দেহত তৰণি নাই। পিচদিনাই বাকীখিনি ধন কলহত ভৰাই নিজানে নিজানে নি বাৰীচুকত পুতি থলোঁগৈ। এই কথা কাকো কোৱা নাই; সিজনীকো কোৱা নাই। নকওঁ, বাৰ-চালৰো কাণ আছে! নোকোৱাকৈ মৰোঁ যদি, ধনগুলৈয়ে পাওক; তথাপি চোৰৰ বুকুত নিদিওঁ। ( দুৱাৰ-ডাংকেইটা আকৌ এবাৰ হেঁচি টানকৈ মাৰি ) কিমান-নো পৰ্‌ দিম আৰু!

শোৱাখোঁটালীৰপৰা।—আজি ৰাতিৰে-ৰাতিটো পহৰা দিয়ে থাকিব নে? শোৱাপাটীত নপৰো বুলিয়েই লাগিছে নে কি?

গৃহস্থ।—এৰা, পাটীত পৰি নো লাভ কি! তাতো কাণেৰে পহৰা দিয়া হে!

শোঃ কোঃ পৰা।—তেন্তে, দিনত গুই ৰাতি পহৰা দিবলৈ নিয়ম কৰাই ভাল। এই দৰে টোপনি খতি কৰিলে গা নাঠাহৰে নহয়।

গৃহস্থ।—হয়, নিয়মটো বেয়া নহয়। এতিয়াৰপৰা তাকে হে কৰিব লাগিব। বাৰু, গৈছোঁ।

( দুৱাৰ-ঘৰ আকৌ চকুফুৰাই চাই প্ৰস্থান )



# তৃতীয় পট,—

বৰঘৰৰ ভিতৰ।



( শোৱা-কোঠাত চাকি এটি মিটমিটকৈ জ্বলি আছে ;
চোৰ দুটাই দুৱাৰ মেলি টেটোনক ভিতৰলৈ
সুমাই দি চোৰাং চাই থাকে )।

টেটোন।—( আন্ধাৰত বগুৱাবাই বস্তু বিচাৰে ) আন্ বস্তু মোক নেলাগে ; সান্দহৰ কলহ এটা বিচাৰি পালেই হয় এতিয়া। ( খপিয়াই ফুৰি ) অ, বহালোঁ বাপেকে, এইটো গুড়ৰ টেকেলিয়ে ধৰা দিছে! এতিয়া সান্দহৰ কলহটো লগ পালেই মোৰ গা ৰব বাপেকে। ( খপিয়াই ফুৰে ) এঃ নেপাওঁচোন! আও! এই ঘৰৰ গৃহস্থ বৰ কটকিনা মানুহ দেও! পেট মাৰি পইচা সাঁচিছে! চহকী হবলৈ বৰ মন ঔ! বাৰু, অলপ ৰবি, চহকী কৰিম বাপেৰে! মোৰ পেটৰ জুইকুৰা সুমাই লবলৈ হে চাইছোঁ। ( খপিয়াই ফুৰোঁতে এটা ভগা ঢোলত হাত পৰে ) অ, এইবাৰ হে বাৰ, বহালোঁ বাপেকে! ( লুটীয়াই বগৰাই হাত ফুৰাই

চায় ) এঃ, নহয় হবলা সান্দহৰ কলহ। কিনো এইটো ঔ ? অ, ভাল কথা ; লগৰীয়াই বজাই চাবলৈ শিকাইছিল নহয়। বাৰু, চাওঁচোন বজাই কিনো এইটো। ( ঢোলত চাপৰ ধৰে )।

( ঢোলৰ মাত শুনি শোৱাচাঙ্গৰপৰা "কোন্" "কোন্" বুলি গৃহস্থে আহি টেটোনক গবা মাৰি ধৰে। ই দুটা চোৰে ভিৰাই ধৰি লৰ মাৰে )।

গৃহস্থ।—হেৰ কটা, কোন্ তই ?

টেটোন।—কোন্ মই ! কিনো অকৰাও ! বোলে, 'হাতত পুথি, মঙ্গলবাৰ', সুধিব লাগিছে নে মই কোন্ ? মই ৰাতিফুৰা।

গৃহস্থ।—কটা বন্দী তই চোৰ ?

টেটোন।—( ভোৰভোৰাই ) আৰু নো ই কি বুলি ভাবিছিল ! ( ফুটাই ) বোলোঁ, চকু নাই নে ? এই মাজনিশা চোৰ নহৈ আলহী সোমাইছোঁহিনে ? চোৰ নে আলহী চিনিবি পাচত ; আগেয়ে মোক বাৰু সান্দহৰ কলহটো দেখুৱাই দেচোন।

গৃহস্থ।—অ, এইটোৱে কয় কি !

টেটোন।—ভাল কৈছোঁ। পেটৰ জঞ্জালটো বোলোঁ আগেয়ে মাৰি লওঁ, পাচতো তোমাৰে সৈতে মেল মাৰি থাকিম।

গৃহস্থ।—কটা, চোৰ বুলিলে ওৰ পৰে। ইয়াৰচোন মট্‌মটনি বাঢ়িছে হে !

টেটোন।—বাৰু, মোক পাচেও ওৰ পেলাবাঁ। আগেয়ে ওৰ পেলাওঁ সান্দহৰ কলহ এটা, দেখুৱাই দিয়াঁ।

গৃহস্থ।—কটা, এইটো কৰবাৰ বলিয়া মানুহ। ই সান্দহ-বলিয়া। বাৰু, বজাক খুজি খাবিগৈ সান্দহ কাইলৈ। এতিয়া বান্ধি থওঁগৈ বল। ( টেটোনৰ কঁকালত পঘা লগায় ) বল, কটা, বল।

টেটোন।—বাৰু, বলাঁ। কিন্তু, কঁকালৰ বান্ধটো এফেৰি টানি দিয়াঁ। নহলে, কাছুটি খনে নৰওঁ নৰওঁকৈ ওজৰ কৰিছে। কালিৰেপৰা মোৰ পেটত লখিমীৰ সঞ্চাৰ হোৱা নাই।

গৃহস্থ।—তোৰ কেল্‌কেলনি শুনি থাকিলে গা নৰয় আৰু। উঠ যদি উঠ, নহলে চোঁচৰাই নিম এতিয়া।

টেটোন।—বাৰু, উঠিছোঁ, বলা। কিন্তু, মোৰ পেটজনাক পূজা এভাগি নিদিলে তোমাক পাপে চুব, জানিবা দেই। (প্ৰস্থান।)



# চতুৰ্থ পট,—

## পথৰুৱা আলি।



(কানত নাঙ্গল লৈ এটা হালোৱাৰ প্ৰৱেশ)

হালোৱা।—(কানৰপৰা নাঙ্গল নমাই থৈ) হেৰ ৰঙা, সও সও। উঃ, দেখিছা এতিয়া, সি ঢাপলি হে ধৰিছে আকৌ! (উলটি চাই) অ, ভাল হল এতিয়াহে! ইটোক খেদোঁতে সিটোও যায় সিফালে। (উলটি খেদা মাৰি) হেৰ, সও, বগা সও, সও। হাঁই-আঁই, নৰয়, দেখিছা বাৰু! যক বাঘৰ বুকত যোৱা গৰু কলৈ যায়, নেবাওঁ হাল! কি কৰিম, মই অকলে ইটোকে খেদিম নে সিটোকে খেদিম। (আঁঠুত বাহু পেলাই বহি) মই কানি-খোলাৰেপৰা নকৈছিলোঁ সিজনীক, বোলোঁ, সাঙোৰৰ পৰাৰ খান্দৰিত গুনঠিটো ভালকৈ সুমুৱাবি। গৰু চেঙ্গা বুলি তাই নেজানে জানো! ভাল ল! আজি কৰিহি দুই হাতে!

(কঁকালত ৰচা লগোৱা টেটোনক লৈ গৃহস্থৰ প্ৰৱেশ)

টেটোন।—ইজন বা কোন্? এওঁকো লগৰীয়া কৰি লোৱা হওকচোন ৰজাৰ আগলৈ।

হালোৱা।—(আথেবেথে) হে দেউতাটি!

টেটোন।—কিবা হল, বিধতাটি?

হালোৱা।—মোক এফেৰি উপকাৰ কৰক দেউতা হে। ঈশ্বৰে হে মিলাইছে আপোনালোকক ইখিনি পৰত।

টেটোন।—ভাল, আমি সাজু আছোঁ। পৰৰ উপকাৰ কৰাটি আমাৰ পিতৃধৰ্ম্ম। বাৰু, বাটতে ধৰম ফেৰি আৰ্জ্জি লওঁ। কি কৰিব লাগে কোৱাঁ মাথোন।

হালোৱা।—হে, দেউতা হে, লৰ মাৰি গৈ সৌ বাঘৰ বুকলৈ যোৱা গৰুটো মাৰ এটা মাৰি ৰাখি দিয়াঁগৈ দেও হে। আৰু, ইগৰাকীয়ে ইটোলৈ খেদা এটা মাৰাঁ দেউতা হে।

গৃহস্থ।—অঃ, সেইটো হব নোৱাৰে। মই এইটো চোৰ ধৰি ৰজাৰ আগলৈ আনিছোঁ। ইয়াক মই এৰি দিব নোৱাৰোঁ; ই মোৰ হাতত বন্দী।

টেটোন।—এ, মই বন্দী হে, তুমি যে আকৌ মোৰ লেজুত ধৰা বন্দীৰো বন্দী। বাৰু, তুমি এৰিব নোৱাৰা থাকাঁ। তোমাৰ তো ধৰমলৈ মতি নাই। আৰু, মোৰ পেটজনাক পূজা নিদি তুমি ঘৰতে পাপ লগাই আহিছাই। মোৰ হলে পাপলৈ বৰ ভয় দেও। চাওঁ, এৰাঁ, লৰ মাৰি ধৰম ফেৰা আৰ্জ্জি আহোঁ। (গৃহস্থৰ হাতৰপৰ আজোৰ মাৰি এৰাই আগ বাঢ়ে)

গৃহস্থ।—(অবাক্ হৈ ভোৰভোৰাই) উঃ কটা, চোৰৰো ধৰমলৈ মতি! মই হে অকল ধনতে মজিছোঁ! বাৰু, ইয়াক যাবলৈ দিওঁ। তাৰ পুণ্যৰ এভাগ কিজানি ময়ো পাম। কিয়নো, মই এৰি দিলে হে সি যাবলৈ পাব। (ফুটাই) বাৰু যা, নপলাবি আকৌ।

টেটোন।—বাৰু, সেইটিলৈ ভয় কৰিব নেলাগে। অমুকাই পলৰীয়া নাম নলয়। চাই থাকাঁ, এটা লৰত পুণ্য আৰ্জ্জিমগৈ; আৰু উলটি ইটো লৰত পৰৰ গাত পাপ থমহি।

হালোৱা।—এৰা, যোৱাঁ দেউতা হে, বেগাই যোৱাঁ। গুণ নহয় তেও ধৰম হব। পাৰতে মই ইটো আগচি আনোগৈ।

টেটোন।—কিয়, গুণ নো নহব কিয়? মই দুইটা আৰ্জ্জিম চাই থাকিবা এতিয়া,—( গৃহস্থৰ হাতৰপৰা টোকোনডাল টান মাৰি লৈ, লৰ মাৰি গৈ, গৰুটো একেমাৰে বধি, উলটি আহে )।

হালোৱা।—ক'তা গৰুটো ওভতাই নানিলাঁ দেখোন?

টেটোন।—তুমি জানো আনিবলৈ কৈছিলাঁ? ৰাখি থৈ আহিবলৈ হে কৈছিলাঁ। সৌটো নহয়, একেটা মাৰতে ৰাখি থৈ আহিছোঁ।

হালোৱা।—কি কোৱাঁ!

টেটোন।—ভাল কৈছোঁ। যেনেকৈ কৈ পঠিয়াইছিলাঁ, তেনেকৈ কৰি থৈ আহিছোঁ। চোৱাঁগৈ মিছা কৈছোঁ যদি, জিভা মেলি দীঘল দি পৰি আছে সৌটো।

হালোৱা।—ও কটা, তই দহোন মোক মৰিয়াই মাৰিলি একা?

টেটোন।—অ, তোমাক মৰিয়াই মাৰিলোঁ আকৌ কেতিয়া? গৰুটো হে মাৰিবলৈ কৈছিলা; তাক হে মাৰিলোঁ। তুমি নোকোৱাকৈ আকৌ তোমাক কিয় মাৰিম?

হালোৱা।—অ, মই ইবোৰ-সিবোৰ কথা নেজানো। বল, ৰজাৰ আগত দিওঁগৈ। ময়ো এগছ লগাওঁ জৰী (টেটোনৰ কঁকালত জৰী লগায়)।

টেটোন।—ই-এ! এইটো কেনে মানুহ ওঁ! ইয়েই মাৰিবলৈ কয় গৰুটো, ইয়েই হেনো গোচৰ দিয়েগৈ! অ, উচটাই গো-বধ কৰাই এতিয়া পৰাচিতৰ ধন দিব লাগে বুলি এইখন টাং-বাং কৰিছে। বাৰু, বল ৰজাৰ আগলৈ। কাৰ ভাগ্যত কি আছে দেখা যাব। এটাতকৈ বঢ়াই মাৰ মাৰিছোঁ যদি, মোৰ গাত ঘাটি।

(প্ৰস্থান)



## পঞ্চম পট,—

হাটৰুৱা বাট।

( কল-বেঙেনা,পাণ-তামোলৰ পোহাৰ আগত লৈ এজনী পোহাৰী )

হাৰী।—( আপোনা-আপুনি ) আললু-আপচু দিবলৈ বহি! কোন্ নো বিজতৰীয়াক দেখি আহিলো ঐ আজি! পইচা এটাৰো কিবা বেছিবলৈ পালোঁহেঁতেন যদি! কিমান নো হাটৰুৱা-ৰাটৰুৱা আগেদিয়েই পাৰ হৈ গলহি, কেৰেচোন ফুটাকড়ি এটাও নেবেহালে! লোণজেবাকে নো কিনি নিওঁ কিহেৰে আজি! কিনো কৰিম আই, ঘৰত আৰু খাবণি সবালেগৈ হে হব। তাকো জানো পাৰোঁতে নকৰোঁ? লৰা-পোৱালিটোৰে আকৌ লোণ নহলে একোকে মুখত নিদিয়ে নহয়! ( মূৰে-কপালে হাত দি টলকা মাৰি ৰয় ) অ, বাৰু, সৌৱা কোনোবা গোটাদিয়েক এই বাটেই আহিছেচোন।

( গৃহস্থ, হালোৱা আৰু টেটোনৰ প্ৰৱেশ )

টেটোন।—অ, ৰবাচোনহঁক। মোৰ আৰু ভৰি নচলাই হল! কাছুটিখনো তোমালোকৰ বান্ধকেটাই হে ৰাখি থৈছে। বোলোঁ, কল-কুঁহিয়াৰ যি পোৱা অলপ কিনি-কুটি খুৱাই লোৱাহঁক; নহলে আৰু মোক কানতকৈ নিলেহে হব। ( থপৰাই বহি পৰে )।

গৃহস্থ।—এ হে! বাৰুটো অ! চোৰে আকৌ কানত উঠি হে যায় হেনো!

টেটোন।—হঁঃ, পিঠিত উঠি গৈ চোৰ সোমালোঁ, এতিয়া বজাৰ আগলৈ যাওঁতে কানত উঠাটো টান হে পালা নে?

হালোৱা।—হেৰ অধৰনী, মেনে-মেনে থাক। ঘিঁউত জুই ঢালি নলবি দেই এতিয়া! চোঁচৰাই নিম বুলি জনা নাই নে?

টেটোন।—জানিছোঁ। ঘিঁউত জুই ঢাল নেখায়, তোমাৰ খং-জুইকুৰা হে ঘিঁউত জুবুৰিয়াই দি চেচঁনি পেলাই লব খুজিছোঁ।

হালোৱা।—কটা, সঁচাই বুলিছ নে? (খেদা মাৰি) হালোৱা এছাৰিৰ কোবত বেবাকৰাই পেলাম বুলি জনা নাই নে?

টেটোন।—নেজানিম নো কিয় হেৰা। জানিছোঁ দেখিতো কওঁ, বোলোঁ, তেওঁৰ কানখন হে বিচাৰিছোঁ, তোমাৰ আকৌ মুৰত ভৰি থবলৈ নেপালে অমুকাক লৰাব পাৰিম বুলি ভাবিছাঁ জানো? সেইটি নেচেল!

গৃহস্থ।—ৰবাঁ, হেৰা। এইটো কৰবাৰ অহো বলিয়া আধাকটা লৰা। ইয়াৰে চুপতি মাৰি কি অন্ত পাবাঁ? এতিয়া ইয়াক উলমুলাই কোনোমতে ৰজাৰ আগত দিবগৈ পাৰিলেই হয়। হেৰা, আছে যদি গাঁথিত, পইচা এটা দি সৌ পোহাৰীজনীৰপৰা কল ছুটামানকে আনি দিয়াঁ হে।

হালোৱা।—এ, মোৰ গাঁথিত নাই দেও! মই পথাৰলৈ আহিছিলোঁ, পইচা কেলেই আনিছোঁ!

গৃহস্থ।—এৰা, মোৰ হাতো শুদা!

টেটোন।—টোকোনা চিকটা ককাইহঁত! বোলোঁ, গোচৰলৈ আহিছাহঁক, হাতত পইচা এটি নাই! বাৰু, তোমালোকৰ জৰী কেগছকে লেজুৱাকৈ এৰি দিয়াহঁকচোন, মোৰ বুধিৰ মোনাটোকে মেলি চাওঁ।

হালোৱা।—অঁ, অঁ, অঁ, মই বাৰু দিছোঁ ঢিলাই।

গৃহস্থ।—বাৰু, ময়ো দিছোঁ এৰি, যক সি কেনেকৈ পাৰে মাৰকগৈ খঁকটো আপুনি।

পোহাৰী।—এৰা তো, ভোকত কল বন এটা খাবলৈ এৰি দিব লাগে তো। হেজাৰ হলেও মানুহৰ পোৱালি হে দেহি!

টেটোন।—( পোহাৰীৰ কাষ চাপি ) ইয়ে! আমাৰ জাপৰী বাইটী দেখোন। সঁচা, বাইটি, তুমি মোৰ দুখ নপতিয়ালে কোনে পতিয়াব? বাইটি! কলাবোৰ বাৰু নে? দিয়াঁচোন এটা খাই চাওঁ। ( কল ছিঙ্গিবলৈ হাত মেলে )।

পোহাৰী।—( হাত-মুখ জোকাৰি উঠি ) এ-হে! বাৰুটি ঐ! বোলে, ক'ৰপৰা আহিলি ক'ত দিলি ভৰি, চোঁতালখন ফাটি গল চাঁট্-চাঁট্ কৰি। কিনক নিকিনক ইয়াক এচোন এনেই কল খুৱাই লওঁ! নেদেখিছোঁ। গুচ, গুচ, ইয়াৰপৰা ভালে ভালে। মনত বিষাদ লাগি আছে। এতিয়ালৈকে পইচা এটাও বহনি হোৱা নাই।

টেটোন।—এ, বাইটি, কেটেৰা-জেঙেৰা নো মাৰাঁ কিয় আকৌ? মোলৈ দেখোন তোমাৰ বৰ মৰম! বাইটি! পাক এটাকে দি দেখুৱাওঁ দেই, কল এটা দিবাঁ।—( নাম গাই গাই নাচে )

খেমটা।

বৰ ভাল পাওঁ তোমাক মই,
বৰ ভাল শুনোঁ তোমাৰ 'হুঁই'।
হাটে-বাটে শুনি আৰু
তোমাৰেহে হয়-বয়,
বৰ ভাল পাওঁ মই॥

শুনিলাঁ? দিয়াঁ কল এটি এতিয়া বাইটি!

পোহাৰী।—( মুখ বিদৰাই ) কেনেসন কৰে এই ভেচেলীমুৰাটোৱে! গুচ, এতিয়া ভালে ভালে, নহলে দিম বুঢ়ীমাৰে ভাল দৰে। মন-চন বেয়া লাগি আছে।

টেটোন।—বাৰু, ভাল দৰে দিব খুইছা যদি চাইটাও দিয়াঁ। দিলে, আমি মহোটাও বলে পৰা হব।

পোহাৰী।—হেৰ, কটাযোৱা পো, বোলোঁ, পইচাটো পেলাবি, কল আৰি লবি, বুকুত গোৰ মাৰি গুচি যাবি; কিহৰ আকৌ এইসন লেৰেলা সাদৰ চেপাবলৈ আহিছ?

টেটোন।—বাৰু, তেন্তে তোমাৰ কথাই কথা। (মেৰ্-তলীৰপৰা পইচা এটা উলিয়াই পাচিলৈ দলি মাৰি দি) হেঁ, ল, সেইটো পইচা। মোক আৰু এনে নিচলা যেন দেখিছিলি নে? (পচিৰপৰা কল একাৰি তুলি লৈ, পোহাৰীক বুকুত গোৰ মাৰি চিট্‌খুৱাই পেলাই কল খাবলৈ ধৰে)।

পোহাৰী।—(টিক্‌চি-বিক্‌চি উঠি) ঔ! বন্দী চুৰাসোৱা সেকাৰসোৱা বেটীৰ ধাৰ সোৱা পো! তইচোন মোৰে কল সাই মোকে গুৰিয়াৱ! বুঢ়ীমাৰে এতিয়াই তোক ৰজাৰ আগত নিদিমগৈ বুলি জানিছ নে? (বাউলী হৈ টেটোনৰ কঁকালত গামোছা লগায়)।

টেটোন।—কিনো বোলেঔ! কথামতে চলিলে ইহঁতে আকৌ জগৰ হে ধৰে। বাৰু, লগাই থাক্ কেইডাল হয় কঁকালত জৰী। মোক মুঠেই পেটৰ ওজৰটো মাৰি লবলৈ দে। (টেটোনে চোঁচা মাৰি গৈ কল-কুঁহিয়াৰ আৰু যি পালে খাই কাষলতি বজায়; পোহাৰীয়ে ডেও-দোপাল পাৰি হায়ঔ-বিঔ লগায়!)

---

## ২য়, অঙ্কপাত।

# তৃতীয় অঙ্ক।

—০০০—

## প্ৰথম পট,—ৰজাৰ বিচাৰ-চৰা।

(ৰজা, ন্যায়সোধা ফুকন, গৃহস্থ, হালোৱা, পোহাৰী, টেটোন আৰু কটোৱাল)

ৰজা।—কিহৰ গোচৰ আজি এইখন ডাঙৰীয়া?

ফুকন।—গোচৰ তিনিখন স্বৰ্গদেৱ!—চুৰি, ডকাইতি আৰু গো-বধৰ গোচৰ।

ৰজা।—কিন্তু, অপৰাধী দেখোন এটা হে?

ফুকন।—হৈছে, স্বৰ্গদেৱ! সেই এটাৰ কঁকালতে তিনটাৰ তিনিগছ জগৰৰ ডোল!

ৰজা।—ইনো কেনে কথা! একেটা মানুহেই একেবাৰতে তিনিখন গোচৰত কেনেকৈ পৰিল?

ফুকন।—সঁচা, স্বৰ্গদেৱ! এখন গোচৰত এটাৰ হাতত বন্দী হৈ, আকৌ ই দুখনত সি কেনেকৈ পৰিবলৈ পালে সেইটো অলপ আচৰিত মানিব লগীয়া কথা। এতিয়া বিচাৰত হে ইয়াৰ তত্ত্ব পোৱা যাব।

ৰজা।—বাৰু, সোনকালে বিচাৰ আৰম্ভ কৰাঁচোন।

ফুকন।—ভাল, স্বৰ্গদেৱ! হেৰ, গুচৰীয়াহঁত এফলীয়া হৈ থিয় দে। (গৃহস্থ, হালোৱা আৰু পোহাৰীয়ে টেটোনৰ কঁকালৰ ৰচা এৰি দি এফলীয়া হয়)। বাৰু, এতিয়া প্ৰথম গুচৰীয়া কোন্?

গৃহস্থ।—(আঁঠু লৈ) দেউতা-ঈশ্বৰ, মই।

ফুকন।—বাৰু, তোৰ গোচৰ কি?

গৃহস্থ।—দেউতা-ঈশ্বৰ! ই মোৰ ঘৰত ৰাতি চোৰ সোমাইছিল। পিচে, মাল-বস্তু লৈ ওলাবলৈ নৌ পাওঁতেই মই সাৰ পালোঁ। আৰু, ৰাতিটো তাক বান্ধি থৈ, পুৱাতে স্বৰ্গদেৱৰ আগলৈ লৈ আহিছোঁ। ই অতি গভাইত্ চোৰ দেউতা-ঈশ্বৰ!

ফুকন।—( টেটোনৰ প্ৰতি ) হয় নে কটা, তই এই গৃহস্থৰ ঘৰত চোৰ সোমাইছিলি?

টেটোন।—হৈছে, দেউতা-ঈশ্বৰ, চোৰ বুলিয়েইতো আনিছে ধৰি।

ফুকন।—পিচে?

টেটোন।—পিচে, প্ৰমাণ লওক, দেউতা-ঈশ্বৰ!

গৃহস্থ।—সি আৰু কি প্ৰমাণ দিব, দেউতা-ঈশ্বৰ! হাতে-হাতে ধৰি, বান্ধি লৈ আহিছোঁ, ইয়াৰ উপৰি আৰু তাৰ কি কবলৈ আছে?

ফুকন।—সঁচা নে? অপৰাধীৰ আৰু কিবা কবলৈ আছে নে?

টেটোন।—দেউতা-ঈশ্বৰ, মোৰ বেচি কবলৈ নাই সঁচা। কিন্তু, ৰাতিৰ কাল বুলি তেৱেঁই কৈছে; বাহিৰত মানুহ-দুনুহ নাই; তেওঁ যে মোক বাটৰপৰা ধৰি নি বান্ধি থোৱাগৈ নাই, তেৱেঁইচোন তাৰ প্ৰমাণ দিয়ক আগেয়ে।

ৰজা।—সঁচা, ইওটো সম্ভৱপৰ কথা। অৱশ্যে, দুয়োটাতে প্ৰমাণৰ প্ৰয়োজন।

ফুকন।—বাৰু, ( গৃহস্থৰ প্ৰতি ) তই যে তাক বাটৰপৰা ধৰি অনা নাই, ভিতৰতহে পাইছিলি, সেইটো কোনে কোনে দেখিছিল? সাক্ষী দিব পাৰিবি নে?

গৃহস্থ।—তেতিয়া আন কোনো নাছিল, দেউতা-ঈশ্বৰ! আমাৰ সিজনীয়ে হে মাথোন দেখিছিল।

ফুকন।—( হাঁহি ২ ) কটা, ভাল সাক্ষী বিচাৰি পালিগৈ! ঘৈণীয়েৰে তো নহয় নোবোলে।

গৃহস্থ।—তেন্তে, শপতলৈকে দিয়ক, দেউতা-ঈশ্বৰ! য'তে ধৰিবলৈ কয়, মই ত'তে ধৰিব পাৰোঁ।

টেটোন।—বাৰু, সেইটো এৰিছোঁ। দেউতা-ঈশ্বৰে সোধকচোন তেওঁ নো সাৰ পালে কেনেকৈ ?

ফুকন।—বাৰু, শুচৰীয়াই কচোন কেনেকৈ সাৰ পালি ?

গৃহস্থ।—দেউতা-ঈশ্বৰ, সি মোৰ ভিতৰত সোমাই, বাৰত আৰি থোৱা ভগা ঢোলটো বজাই দিয়াত, মই সাৰ পাই উঠি চাওঁ দেখোন, এইটো চোৰ সোমাইছে।

ৰজা।—কি আচৰিত! কাণত নোসোমোৱা কথা!

টেটোন।—( মুখত কাপোৰৰ সোপা দি হাঁহি ) শুনক, দেউতা-ঈশ্বৰ! স্বৰ্গদেৱ-ঈশ্বৰেও শুনিছে। চোৰে হেনো ঢোল বজাই গৃহস্থক সাৰ পোৱাই লয়!! ইয়াৰ উপৰি আৰু কিবা প্ৰমাণ লাগিব নে, দেউতা-ঈশ্বৰ ?

ফুকন।—নালাগে আৰু প্ৰমাণ। গোচৰৰ কথা মোৰ মনত প্ৰলাপ যেন হে লাগিছে!

টেটোন।—স্বৰূপ কৈছে দেউতা-ঈশ্বৰে! মোৰ মনেৰে এই কিৰ্পিণ গৃহস্থই দিঠকতে সপোন দেখিছিল। বাজ নে ভিতৰ সেই ফেৰি জ্ঞান বপুৰিৰ গাত নাছিল যেন পাওঁ। নহলে নো বাটৰ বাটৰুৱাক ধৰি-বান্ধি ৰজাৰ আগত দিয়েহি নে? ময়ো পিচে একো নকলোঁ; মুনে-মনেহে, বোলোঁ, এই চলতে ৰাজদৰ্শন লাভ কৰি আহোঁগৈ।

ফুকন।—উঃ, হয় দেও, এইটো শ-টকীয়া কথা!

টেটোন।—ভাল, সেই ফেৰা দেউতা-ঈশ্বৰৰ অনুগ্ৰহ। নেপাহৰে যেন।

ফুকন।—শুচৰীয়া যে ভ্ৰমত পৰিছে, তাৰ বিশিষ্ট প্ৰমাণ পোৱা গল। মোৰ মনেৰে গোচৰ সম্পূৰ্ণে মিছা। স্বৰ্গদেৱৰ যি আজ্ঞা হয়।

ৰজা।—অপৰাধীক এই গোচৰৰপৰা মুক্তি দিয়া গল।

টেটোন।—( গৃহস্থৰ কাষ চাপি কাণে-কাণে ) এতিয়া কেনে! ভেচ্‌ভেচীয়া নহলাঁ! মই নকৈছিলোঁ, বোলোঁ, মোৰ পেটজনাক পূজা এভাগি নিদিয়াৰ বাবে তোমাক পাপে চুইছে। তেতিয়া মোক বলিয়া বুলিছিলাঁ? এতিয়া বলিয়া কোন্ হে?

গৃহস্থ।—সঁচা, বোপাই, মোৰ ধন-বস্তুৱেই মোক বলিয়া কৰিবগৈ যেন পাইছোঁ।

ফুকন।—( হালোৱালৈ চাই ) বাৰু, কটা, এতিয়া তোৰ গোচৰৰ কথা ক।

হালোৱা।—( আঁঠু লৈ ) দেউতা-ঈশ্বৰ! ই মোৰ হালৰ বলধী গৰু এটা মৰিয়াই মাৰি থৈ আহিছে। মই বন্দী নিৰুপায়, দেউতা-ঈশ্বৰ!

ফুকন।—( টেটোনৰ প্ৰতি ) হেৰ কটা, সঁচা নে?

টেটোন।—সঁচা, দেউতা-ঈশ্বৰ! সঁচা কথা কৈ কটা যাওঁ, সিও ভাল! মই কেতিয়াও মিছা নেমাতোঁ।

ফুকন।—তেনেহলে তই নিজমুখেই ঘাটি। এতিয়া তই তাৰ ক্ষতিপূৰণ দিলে হে হব?

হালোৱা।—হয়ছে, দেউতা-ঈশ্বৰ! মই সেইটো গৰু অকুৰি-অটকা দি কিনিছিলোঁ।

ফুকন।—( টেটোনক ) তই তেন্তে সেইখিনি ধন তাক দিব লাগিব।

টেটোন।—ভাল, দেউতা-ঈশ্বৰ, দিব লগা হয়গৈ যদি দিয়া যাব। কিন্তু, মই সঁচা কথা হে স্বীকাৰ কৰিছোঁ, দোষী বুলি সৈ লোৱা নাই নহয়, দেউতা-ঈশ্বৰ।

ফুকন।—কিয় নো নহবি দোষী? তোৰ নিজৰ কথাই তোক দোষী কৰিছে দেখোন।

টেটোন।—দেউতা-ঈশ্বৰ! তেওঁ কোৱা কথা মতে কাম কৰাৰ বাবেও মই দোষী হব লাগে নে?

ফুকন।—তাৰ কথা মতে চলিছিলি যদি, তই শলাগ হে পাব লাগিছিল। পিচে, কিয়নো অপৰাধী বুলি সি ধৰি আনিছে? বাৰু, কিনো কথা ভাঙি কচোন।

টেটোন।—ভাল, দেউতা-ঈশ্বৰ, শুনক তেন্তে। এই গৃহস্থই মোক চোৰ বুলি ধৰি আনি আছে, এনেতে বাটত এই হালোৱাক আমি লগ পাওঁ। সি হাল বাবলৈ নিয়া গৰু দুটাই সাঙোৰ ছিঙ্গি দুটা দুফালে লৰ মাৰে। পিচে, সি মোক আথেবেথে কলে, বোলে, "যোৱাঁ দেউতাহে সৌ বাঘৰ বুকলৈ যোৱা গৰুটো মাৰ এটা মাৰি ৰাখি দিয়াঁগৈ"। মই চালোঁ, বাঘৰ বুকলৈ যোৱাতকৈ মাৰ এটা মাৰি ৰাখি দিয়াই ভাল। এই ভাবি, দেউতা-ঈশ্বৰ, লৰি গৈ মাৰ এটা মাথোন মাৰি গৰুটো বাঘৰ বুকৰপৰা ৰাখি দিলোঁ। এটাতকৈ সৰহ মাৰ মাৰিছোঁ যদি, সোধক তাকে দেউতা-ঈশ্বৰ! এই গৃহস্থও সাক্ষী।

ফুকন।—( হালোৱাৰ প্ৰতি ) হেৰ কটা, সঁচা নে? মাৰ এটা মাৰি ৰাখিবলৈ তই কোৱা হয় নে?

হালোৱা।—হয়, দেউতা-ঈশ্বৰ, সেই বুলি কোৱা হয়।

ফুকন।—পিচে, সি কেইটা মাৰ মাৰিলে?

হালোৱা।—একেটা মাৰতে মাৰি থলে, দেউতা-ঈশ্বৰ!

টেটোন।—এতিয়া মোৰ গাত কিবা দায় আছে নে, দেউতা-ঈশ্বৰ?

ফুকন।—নাই, নাই, তোৰ দোষ নাই! উঃ, এইটো আকৌ হেজাৰটকীয়া কথা দেও!

টেটোন।—ভাল, সেই ফেৰাও দেউতা-ঈশ্বৰৰ কৃপাহে। মনত থাকে যেন। কিন্তু, ক্ষতিপূৰণ এতিয়া পায় কোনে? উচটাই গো-বধ কৰোৱা পৰাচিতৰ বাবে মই ক্ষতিপূৰণ নেপাওঁ নে, দেউতা-ঈশ্বৰ?

ৰজা।—ঠিক কথা। ক্ষতিপূৰণ ই হে পাব লাগে। গুচৰীয়াই তাক পৰাচিতৰ ধন দিব লাগিব।

টেটোন।—ধইন্ ধইন্! ভালে হে স্বৰ্গদেৱ-ঈশ্বৰক ধৰ্ম্মাৱতাৰ বোলে। ( হালোৱাৰ কাষ চাপি কাণে-কাণে ) ব'ল আজি ঘৰলৈ, তোৰ ইওটো গৰু বেছিমগৈ, বাপেৰে।

হালোৱা।—অ, শুনিছে, দেউতা-ঈশ্বৰ, ই এতিয়া কি কয়!

ফুকন।—(পোহাৰীৰ প্ৰতি) বাৰু, এতিয়া তোৰ গোচৰ কি? কৈ যা।

পোহাৰী।—দেউতা-ঈশ্বৰ! ই কটাযোৱাই মোৰ পাচীৰে কল খায়, আকৌ মোকে বুকুত গুৰিয়াই পেলায়। এনে দিন-ডকাইত হলে বাঁৰী-দুখুনী মানুহ আমি কেনেকৈ তৰিম, দেউতা!

টেটোন।—(কথাৰ লাচতে) তৰিব নোৱাৰ যদি মৰিব তো পাৰিবি?

ফুকন।—(টেটোনৰ প্ৰতি) তই নো তাইৰ পাচীৰে কল খাই তাইকে বুকুত গুৰিয়ালি কিয়? কথা সঁচা নে মিছা?

টেটোন।—মিছা নকওঁ বুলিছোঁ নহয়, দেউতা! বুকুত গোৰ মৰাটো সঁচা। কিন্তু, কথামতে চলিলেও জগৰ ধৰিব পায় নে? আৰু, পইচা দি বস্তু ললেও ডকা দিয়া হয় নে, দেউতা-ঈশ্বৰ?

ফুকন।—কথামতে চলিলে জগৰ ধৰিব কিয়? আৰু, পইচা দি বস্তু ললে ডকা দিয়া নহয়। হেৰ, বেটী, তোক সি কলৰ পইচা দিছিল নে?

পোহাৰী।—দিছিল, দেউতা-ঈশ্বৰ!

ফুকন। পিচে, তেন্তে?

টেটোন।—তাৰ পিচে, দেউতা, ময়ে কওঁ। মই কল কিনিবলৈ দৰ-ভাও কৰাত, তাই কলে, বোলে, "পইচাটো পেলাবি, কল আধি লবি, বুকত গোৰ মাৰি গুচি যাবি"। তাতকৈ একৰতিও বেচি কৰিছোঁ যদি, মই সমূলঞ্চে ঘাটি, দেউতা-ঈশ্বৰ!

পোহাৰী।—ইঃ, সি নো বাৰু কথাটোতে লাগি বুকত গুৰিয়াব পায় নে? ক'ত দেখিছা, এনে কথা!

টেটোন।—হেৰ, কথাত নেলাগি নো লাগে কিহত? বাৰু, অয়ে কচোন, তোৰ কথা মতেই মই চলা নাই নে? তোৰ পাক লগা কথাৰ ধাৰ আকৌ মই বুজোঁ নহয়; আমি পোনপটীয়া মানুহ।

ফুকন।—উঃ, ইটো আকৌ লাখটকীয়া কথা দেও! বাৰু সোণামুৰা ডেকাটো হয়!

টেটোন।—এই ফেৰা দেউতা-ঈশ্বৰৰ অনুগ্ৰহৰ উপৰি অনুগ্ৰহ। দেউতাৰ অনুগ্ৰহলৈ যথাসময়ত অৱশ্যে মনত পেলোৱা যাব, এতিয়া গোচৰৰ ৰায় শুনিবলৈ হে প্ৰাৰ্থনা কৰোঁ।

ৰজা।—অপৰাধী এটা দোষৰো দোষী নহয়। এতেকে, তাক কেইওখন গোচৰৰপৰা মুক্তি দিয়া গল। এতিয়া গোচৰৰ ডোল নিজ নিজ হাতে মোকোলাই লৈ, গুচৰীয়াবিলাক ঘৰাঘৰি যাব লাগে। তাৰ পাচত, পদকীয়াও যাব পাৰে।

গুচৰীয়াবিলাক।—যি আজ্ঞা, স্বৰ্গদেৱ-ঈশ্বৰ!

( টেটোনৰ বান্ধ সোলোকাই লৈ, তিনিওৰে প্ৰস্থান )

টেটোন।—যি হুকুম, স্বৰ্গদেৱ-ঈশ্বৰ! মযো ভেন্তে পিচ লাগোঁ। ( পিচে পিচে ভেঙ্গুচালি কৰি ) ব'ল আজি বাপেৰে! বাটত আকৌ এসেকা নিদিম বুলি জানিছ নে?

( প্ৰস্থান )

ৰজা।—উঃ, আজিৰখন গোচৰ শুনিব লগীয়া দেও!

ফুকন।—হৈছে, স্বৰ্গদেৱ! অপৰাধীৰ যুক্তিবোৰ মই অকাট্য পালোঁ।

ৰজা।—হঁচা, সি বৰ বিচক্ষণ বুদ্ধিৰ ডেকা। তাৰ যুক্তি মযো শলাগিছোঁ। বাৰু, ডাঙৰীয়া, আজিলৈ আৰু ইমানতে উঠাঁ যাওক, কি বোলাঁ?

ফুকন।—ভাল, স্বৰ্গদেৱ! বিদায় হে এতিয়া।

( দুইৰো দুফালে প্ৰস্থান )



## দ্বিতীয় পট,—গাওঁবাট

( দুটা হাটকৰা )

১ম, ।—উঃ ! আতি টান পার্লো হয় দেও ! কোনপৰাই কিনি আকৌ মোকে বেচিবলৈ বিচাৰে ! বুপাঔ ! কিনো টেটোন ওলালেহিঙ !

২য়, ।—হেৰ, কিন্তু অজলা ককাই ! তই কিন্তু কথাত হে টেটোন বুলিছ, সঁচাকৈয়ে হেনো টেটোন এটা কিন্তু ওলাইছেহি। তই কিন্তু শুনা নাই নে ?

১ম, ।—ঙঁ-হুঁ, মই একো শুনা নাই বোপাই ! অ, আজি সেই মোক পোৱাটোৰেই নে কি ? আও ! সেইটোৰে পালে হলে জীয়াই-জীয়াই বেচি খাব বোপাইঔ !

২য়, ।—সেইটোৰেই কিন্তু হব পায়। মই কিন্তু চিনি নেপাওঁ, শুনিছোঁ হে। আও, নামে-গাঁৱে কিন্তু টেটোন হেনো ককাই ! কথাৰে কেৱে কিন্তু বলে নোৱাৰে, মন্ত্রীও কিন্তু বিগবে। সিদিনা কিন্তু তিনটা কথাৰেই তিনিখন গোচৰ কিন্তু টিলিকিত উৰাই দিলে।

১ম, ।—বাৰু, কেনে নো নামে-গাঁৱে টেটোন ? কচোন ক, বাৰু শুনিয়েই থওঁ।

২য়, ।—এৰা, কিন্তু কথাত হে যোজোনা দিয়া কিন্তু শুনিছিলোঁ টেটোন বুলি, এতিয়া কিন্তু সঁচাকৈয়ে টেটোন নামেৰে কিন্তু চেঙেৰা ডেকা এটা কিন্তু ফুৰিছেহি। ককাইটিঐ ! তাৰ কিন্তু কথা কিন্তু শুনিয়েই কিন্তু তল যাওঁ !

১ম, ।—কেনে নো, হেৰ, কচোন। ভাজি কলে কিবা দায় লাগে নে কি ? খোৱতে নো থৰ কিয় ?

২য়, ।—কলে কিন্তু দায় নাই। কিন্তু নাম লওঁতেই, ভূতে পোৱাদি কিন্তু পায়হি যেন লাগে কিন্তু।

১ম, ।—বাৰু, কচোন। আমি এতিয়া দুটা আছোঁ। ভয় নাই; নাইবা মেনে মেনে কৈ যা শুনি থাকোঁ।

২য়, ।—এঃ, কিন্তু তই আকৌ দুটাকে কিন্তু গপাইছ। এশটায়ো কিন্তু বলে পৰা নাই! সিদিনা কিন্তু মন্ত্ৰী ডাঙৰীয়াৰ চকুতে কিন্তু ধূলি দি কিন্তু কাম সাধিলে।

১ম, ।—ঔ আই! হেৰ, কেনেকৈ পালে মন্ত্ৰী ডাঙৰীয়াৰ চকুত ধূলিছাতি মাৰিবলৈ?

২য়, ।—এঃ, তই কিন্তু নিচেই ভোদা মানুহ কিন্তু অ! হেৰ, কিন্তু চকুত ধূলি দিয়া অৰ্থত কিন্তু ভুৱা দিয়া বুজায়।

১ম, ।—কেনেকৈ, কেনেকৈ? কচোন, কেনেকৈ?

২য়, ।—কেনেকৈ কিন্তু কওঁ শুন। সেই টেটোনটো কিন্তু ডাঙৰীয়াৰ পদূলিৰ আগেদি কিন্তু গৈছিল।

১ম, ।—পিচে, পিচে?

২য়, ।—পিচে, সি কিন্তু গাভৰু-টোলৰ ফালে চাই কিন্তু চকুটিপিয়াইছিল।

১ম, ।—পিচে? উঃ, ইমানটো সাহ! পিচে, পিচে?

২য়, ।—পিচে, কিন্তু ডাঙৰীয়াই শুনি তাক কিন্তু তেতিয়াই ধৰাই নিয়ালে।

১ম, ।—তাৰ পিচে? তেতিয়াই তাক চাগৈ শালত দিবলৈ হুকুম দিলে! উঃ, ইমানটো পিত! হব তো তাৰ তেনে দশা?

২য়, ।—ইঃ, ক'ত কিন্তু শালত দিয়ে! শুনচোন কিন্তু শুনি ল কিন্তু আগেয়ে। ডাঙৰীয়াৰ চৰালৈ কিন্তু ধৰি নিওঁতেও কিন্তু বাটতে কিন্তু সি ঘনাই চকু পিৰিকিৱা কিন্তু স্বভাৱৰ মানুহটো কিন্তু হৈ পৰিল! তাৰ পাচত, কিন্তু ডাঙৰীয়াৰ আগত কিন্তু থিয় কৰালত সি কিন্তু কথাইপতি চকু-টিপিয়াবলৈ কিন্তু ধৰিলে।

১ম,।—আও, বুপাও! কিনো বুধিও! হেব, সঁচাকৈয়ে কৈছ নে? উঃ; খিস্তাতে ভাল কাকটিখন তবিলে!

২য়,।—সঁচা কিন্তু আকৌ। তোৰ কিন্তু লবাটিৰ মুৰ খাবলৈকে কিন্তু সঁচা।

১ম,।—ঔ, বুপাও! মন্ত্রী ডাঙৰীয়াকে ভুৱা দিলে! আমি তেন্তে কোন্ কুটা তাৰ মানত।

২য়,।—তাকে তো কিন্তু কৈছোঁ! বোলোঁ, ভাল পাবিলোঁহঁক কিন্তু আজি! এতিয়াও কিন্তু ভালে ভালে কিন্তু ঘৰ সোমাওঁগৈ বল কিন্তু ককাই! কেনেবাকৈ ইয়াতে কিন্তু শকত্বাই পোৱাদি পাই কিন্তু কৰবালৈ উকৱাই কিন্তু নিবহি পিচে!

১ম,।—হয়, বোপাই, বল বল, দিনে-পোহৰে ঘৰ সোমাওঁগৈ। ইস্! ইস্!! ইস্!!! (প্ৰস্থান।)

---

# তৃতীয় পট,—ৰজাৰ ভিতৰচ্চৰা।

(ৰজা আৰু স্তায়সোধা ফুকন)

ৰজা।—ৰাজ্যৰ কুশল নে ডাঙৰীয়া? সকলো পিনে শান্তি ৰক্ষা পৰিছে নে?

ফুকন।—হৈছে স্বৰ্গদেৱ! মই জনাত, কতো কোনো অশান্তিৰ চিন্ নাই। স্বৰ্গদেৱৰ নো অবিদিত কি আছে?

ৰজা।—নহয়, ডাঙৰীয়া, তোমালোকৰ মুখে ৰাজ্যত শান্তি ৰক্ষা পৰিছে বুলি শুনিলে, মই বিশেষ শান্তি উপভোগ কৰো। মোৰ তিনি জনা ডাঙৰীয়া আৰু তোমালোক ডাঙৰ বিষয়া কেজনেই ৰাজ্যৰ খাই খৰণী।

ফুকন।—সেইটো স্বৰ্গদেৱৰ অনুগ্ৰহ। কিন্তু আমি বিষয়াবিলাক স্বৰ্গদেৱৰ হাতৰ অস্ত্ৰ মাথোন। স্বৰ্গদেৱৰ নিজ গুণেই চাৰিওফালে যশস্যা বৈ-বৈ গৈছে। চৌদিশে স্বৰ্গদেৱৰ সাধুবাদ শুনা যায়।

ৰজা।—কাৰ মুখে শুনা যায় সাধুবাদ, ডাঙৰীয়া ?

ফুকন।—সকলোৱে স্বৰ্গদেৱৰ গুণ গায়। তথাপি, বিশেষকৈ নিজৰ প্ৰজা-বৰ্গৰ মুখত সেই গুণ-গান সততে শুনা যায়।

ৰজা।—মস্নো তাকে হে বাঞ্ছা কৰোঁ ডাঙৰীয়া! প্ৰজাৰ প্ৰশংসাত মোৰ হিয়া আনন্দেৰে উপচি পৰে! কিন্তু, কি বিষয় লৈ নো প্ৰজাই আমাৰ গুণ গায় ?

ফুকন।—স্বৰ্গদেৱৰ অশেষ গুণ! গতিকে, গুণ-গানৰ বিষয়ো অলেখ। তথাপি, স্বৰ্গদেৱৰ ন্যায় বিচাৰ সম্বন্ধে বিশেষকৈ প্ৰশংসা কৰা শুনা যায়, সবাৰৰে মুখে-মুখে।

ৰজা।—হব পাৰে। কিন্তু, ময়ে তাৰ অকল গৰাকী নহয়। তাত তোমাৰো ভাগ আছে।

ফুকন।—সেইটো স্বৰ্গদেৱৰ অনুগ্ৰহ।

ৰজা।—অনুগ্ৰহ নহয়। ভাবি চাবাঁ, ন্যায় সোধাৰ ধাৰ তোমাৰ গাত হে; মই সোধৰ শেহত আজ্ঞা দিওঁতা মাথোন।

ফুকন।—স্বৰ্গদেৱৰ আগত আৰু বঢ়াই কি কম, মই হলে নিজলৈ টান পৰিলেও ন্যায়ৰপৰা পিছলি নাযাওঁ।

ৰজা।—সঁচা, মস্নো মন কৰিছোঁ।

( দুটা উদং টোমৰ ভাৰ লৈ টেটোনৰ প্ৰৱেশ )

টেটোন।—(আঁঠু লৈ) স্বৰ্গদেৱ-ঈশ্বৰ! আৰু ডাঙৰীয়া দেউতা!

ফুকন।—হেৰ, তই কোন্ ? তোক কোনে ভেটালে ?

টেটোন।—মই, সেই মই, দেউতা-ঈশ্বৰ! আৰু, মোক কোনেও নেভেটিলে। ভেটা হলে নো আৰু এই খিনি পাবহি পাবোঁ নে ?

ফুকন।—হেৰ, কোন্ 'মই'? কটা, তইনো ইমান বৰ মানুহ নে 'মই' বুলি চিনাকি দিয়!

টেটোন।—এ, দেউতা, কিনো কব লাগে পিচে? মই জানো মই নহয়, দেউতা?

বজা।—হুঁ, তাক মই চিনিছোঁ। এইটো সিদিনা তিনিখন গোচৰত পৰি মুক্তি পোৱা ডেকাটো।

টেটোন।—হৈছে স্বৰ্গদেৱ-ঈশ্বৰ! হেজাকো হওক, এখাপ ওখ যি ওখ! স্বৰ্গদেৱে টপ্‌কৰে ধৰিলে।—সেই মই!

ফুকন।—হেৰ কটা, তই ইয়ালৈ কেনেকৈ আহিলি?

টেটোন।—দেউতা-ঈশ্বৰ মই খোজ কাঢ়ি আহিলোঁ।

ফুকন।—কটা, কি গজমূৰ্খ এইটো! হেৰ, তই মো খোজ কাঢ়ি নাহি, ঘোৰা-ঘোঁৰাত উঠি ইয়ালৈ আহিবৰ সাধ্য আছে নে? ধোলো, কাকো নাসোধা-নেকোলাকৈ তই অকলে এইখিনি কেনেকৈ পালিছি?

টেটোন।—(তোৰ ভোৰাই) সঁচা, গজমূৰ্খ নহলে নো ৰজা-মন্ত্ৰীক চলিম কেনেকৈ! (ফুটাই) কিয়, দেউতা, সিদিনা গোচৰত আহোঁতে মই বাট চিনি থৈ গৈছোঁ নহয়?

বজা।—(হাঁহি মাৰি) বাক, কেনেকৈ আহিল সেইটো এৰি দিয়া; কিয় আহিছে তাকে সোধাঁচোন।

ফুকন।—হেৰ কটা, কিয় আহিছ তই, কচোন; কি লাগে?

টেটোন।—ভাওবীৰা-দেউতাকে বিচাৰি বিচাৰি এইখিনি পাইছোঁহি। মোৰ কপাল ভাল, স্বৰ্গদেৱে সৈতে একেলগতে পালোঁহি!

বজা।—হেৰ কটা, তই নো বাক ভাওবীৰাক ইমানকৈ কিয় বিচাৰিছ? আৰু, মোৰ ওচৰত পোৱাত নো তোৰ কেনেকৈ কপাল ভাল হল? ভাঙি কচোন!

টেটোন।—স্বৰ্গদেৱ-ঈশ্বৰ! ভাওবীৰা দেউতাই যে সেই দিনা এপ-এহেজাৰ-

একলাখ টকা দিম বুলিছিল, তাকে নিবলৈ বুলি এই টোম দুটা সাজি লৈ তেখেতক বিচাৰি ফুৰিছোঁ। যৰত লাপাই ইয়াৰ্গৈকে আহিছোঁ।

ফুকন।—কি! মই? মই তোক দিম বুলিছিলোঁ অতবোৰ টকা?

টেটোন।—হৈছে, দেউতা-ঈশ্বৰ! পিচে, অতবোৰ টকা এই দুটা টোমত নধৰিব হবলা? আৰু, ধৰিলেও মই বলে পৰাটো টান দেখিছোঁ। সেই দেখি, দেউতা-ঈশ্বৰে টকাকৈ নিদি মোহৰকৈ দিয়ে যেন। এয়ে গোহাৰি।

ফুকন।—হেৰ কটা, বলিয়া হৈছ নে কি? মই তোক কেতিয়া টকা দিম বুলিছিলোঁ?

টেটোন।—দেচা, দেউতা, দুখীয়া-নিচলা দেখি আটায়ে মোক আৰু বলিয়া হে পাতে। সিদিনা বলিয়া পাতি অনা গোচৰ কেথন দেউতায়ে সুধিছিল নহয়! ডাঙৰীয়া ডাঙৰ লোক, ডাঙৰ ডাঙৰ কথাত থাকে; এইবোৰ সৰু কথাকৈ পাহৰিছে হব পায় এতিয়া। কিন্তু, সেই দিনা ইয়াতে, স্বৰ্গদেৱৰ সাক্ষাততে ডাঙৰীয়া-দেউতাই নিজমুখে সেই টকাৰ কথা বেকত কৰে!

ৰজা।—হেৰ কটা, মোৰ সাক্ষাতে?

টেটোন।—হৈছে, স্বৰ্গদেৱ-ঈশ্বৰ!

ৰজা।—ক'তা! মোৰ যেখোন মনত নপৰে!

টেটোন।—(গহীনাই) এৰা, স্বৰ্গদেৱ আৰৌ ডাঙৰীয়াতকৈও এথাপৰ ডাঙৰ, সেই দেখি অলপ ডাঙৰকৈ পাহৰিছে। নেপাহৰিবলৈ, এখন ৰাজ্যৰ কথা মূৰত; এই সামান্য কথাকৈ নো স্বৰ্গদেৱৰ হঠাতে কেনেকৈ মনত পৰিব? স্বৰ্গদেৱ-ঈশ্বৰ! সেইদিনা,—সেই গোচৰ সুধিবৰ দিনা,—ডাঙৰীয়া-দেউতাই নিজ মুখে স্বীকাৰ পাইছিল, প্ৰথমখন গোচৰৰ বাবে এশ, দ্বিতীয় খনৰ বাবে এহেজাৰ, আৰু

তৃতীয় থনৰ বাবে একলাখ টকীয়া কথা বুলি। এতিয়া স্বৰ্গদেৱৰ মনত পৰিব পাৰ?

ফুকন।—হেৰ কটা, সেইটো মুখৰ কথা হে!

টেটোন।—সঁচা, দেউতা', কথা বুলিলেই সি মুখৰ হে। তাতে আকৌ দেউতাৰ লাখটকীয়া সোণ-কপৰ মুখৰ কথা।

ফুকন।—( চিন্তাযুত ) উঃ কটা! কথাতে এতিয়া অতবোৰ টকা ভৰিবগৈ লাগিব নে কি!

ৰজা।—কথাটো কিন্তু মিছা নহয় ডাঙৰীয়া! যুক্তিমতে ই টকা পাবগৈ পাৰে হয়।

টেটোন।—ধইন্ ধইন্ স্বৰ্গদেৱ-ঈশ্বৰ! হয়তো, যুক্তিমতে হে চুক্তি। চুক্তি এবাৰলৈ হলে, আগেয়ে যুক্তি ভাঙিব লাগিব।

ৰজা।—পিচে, ডাঙৰীয়া, কি কোৱা এতিয়া!

টেটোন।—কব কি আৰু স্বৰ্গদেৱ! স্বায়সোধাত ডাঙৰীয়া এজন জগতে-জনা লোক। প্ৰাণ গলেও কথা নেৰে নহয়। এনে জন পুৰুষ নহব আৰু!

ফুকন।—( হুমুনিয়াহ্ কাঢ়ি ) জানো, স্বৰ্গদেৱে কি উপদেশ দিয়ে? মই হলে,—

ৰজা।—মই হলে আন উপায় নেদেখোঁ। নিজৰ গালৈ টান পৰিলেও স্বায়ৰপৰা পিছলিব নালাগে। সেইটো মেখোন তোমাৰেই মত।

ফুকন।—( মুৰ খজুৱাই ) এৰা, গৈ-থৈ এতিয়া দিব লগাত হে পৰিলোঁগৈ যেন পাইছোঁ অতবোৰ টকা!

টেটোন।—হয় তো, সজলোকৰ সজ কথা। নিদিব নো কেলেই, ডাঙৰীয়া হেন ডাঙৰ লোক এজনৰ মুখখনতকৈ টকা একলাখ নো কি ডাঙৰ বস্তু!

ফুকন।—বাৰু, দিব লগা হল যদি, বল দিওঁগৈ!

টেটোন।—ভাল দেউতা-ঈশ্বৰ! কিন্তু টকাকৈ হলে, বলে পৰা নহব। ৰূপৰ সলনি সোণৰ মোহৰ দিবলৈ গাত লওক দেউতা-ঈশ্বৰ!

ৰজা।—বাৰু, দিব যা। ৰূপ হলেও, সোণ হলেও সেই একেই। তাৰ মূল্য লৈ হে কথা।

ফুকন।—এতিয়া বিদায় হে স্বৰ্গদেৱ! উঃ, কটা কি কুক্ষণত ওলাইছিলোঁ আজি!

টেটোন।—আজি নহয়, ডাঙৰীয়া-দেউতা, সেই দিনা হে।

ৰজা।—বাৰু, যোৱাঁহঁক এতিয়া। আশা কৰোঁ, মিলাপ্ৰীতিৰে আৰু যুক্তি-সঙ্গতকৈ বিষয়টোৰ মীমাংসা হব। (প্ৰস্থান)।

## ৩য়, অঙ্কপাত।

# চতুর্থ অঙ্ক।

## প্রথম পট,—ফুকনৰ গাভৰু-টোল।

( চম্পাৱতীয়ে ফুলনিত ফুল তুলি ফুৰে )

চম্পা।—দেহিঐ! কেনেকৈ ফুলি আছে ফুল কেপাহি! তুলিবৰে সত যোৱা নাই,—ছিগোতেই যেন কোমল ঠাৰিটিয়ে দুখ পায়! তুলি লওঁতেই যেন কেনেবাকৈ পাহি সৰি মাটিত পৰে! আইঐ দেহি! সৌ কলিয়া ভোমোৰাটিলৈ চোৱা! গোলাপ পাহীক চুমা এটি দিবলৈ গুণ্‌গুণাই কেনেকৈ কাবৌ কৰি ফুৰিছে! দেহি, চিকুণ কলিয়াটিৰ প্ৰেমালাপত ফুল কেপাহী কেনেকৈ পমি যোৱাদি গৈছে! ব্ৰজৰ গোপিনীয়ে হে যেন কলিয়া কানাইৰ বাঁহীৰ সুৰত আপোন-পাহৰা হৈছে!

( বংচৈৰ প্ৰৱেশ )।

বংচৈ।—এ আই! আইদেৱে আজি অকলে অকলে ফুল তুলি ফুৰিছেহি! আন ছাৰি আজি মোকো নিবিচাৰিলে।

চম্পা।—অ, বংচৈ? আহিছ?

বংচৈ।—হয়, আইদেউ, আহিছোঁ। কিয় আহিছোঁ তাকো সোধক, তেহে আকৌ অহাৰ ওৰ টো ওলায়।

চম্পা।—কিয়, তই তো মোৰ কাষলৈ আহিবিয়েই। কিয় আহ, কেতিয়াবা সোধোঁ জানো?

বংচৈ।—নোসোধে আইদেউ! পিচে, আজি নমতাকৈয়ে ওলালোঁহি,—সেই হে।

চম্পা।—আনকাল নমতাকৈ তই জানো মোৰ ওচৰলৈ কেতিয়াও নাহ?

বংচৈ।—আহোঁ, আইদেউ!

চম্পা।—পিচে? এই বোৰ নো কি বলকিছ? কিবা কব লগা আছে যদি, কৈ নেপেলাব নো কিয়?

ৰংদৈ।—বাৰু, কওঁ আইদেউ! এনেকৈ ডাঙৰ কথা; এনেকৈ নিচেই সৰু কথা।

চম্পা।—তোৰ এবেগেতীয়া পাতনিখন মেলিব নেলাগেচোন বাৰু। কচোন, কিনো ডাঙৰ কথা, আৰু কিনো সৰু কথা।

ৰংদৈ।—আইদেউ, বাটকৰা চেঙ্গেৰা ডেকা এটাই দুটোম সোণৰ মোহৰ ভাৰ বান্ধি লৈ ফুৰিছে। ভাৰত হেনো একলাখ এহেজাৰ এশ সোণৰ মোহৰ আছে।

চম্পা।—পিচে? আমাৰ হল কি?

ৰংদৈ।—পিচে, আইদেও, তাক হেনো আজি যেয়ে মনৰ জোখায় ভাত এসাঁজ খুৱাব, তাকে মোহৰ খিনি দি যাব।

চম্পা।—(হাঁহি মাৰি) বেটী পাগলী! হেৰ, বাটকৰা ডেকা এটাই অতবোৰ সোণৰ মোহৰ ক'ত পাব! আৰু, জানিবা পালেই, এসাঁজ ভাতত একলাখ সোণৰ মোহৰ দিবলৈ ওলোৱা বলিয়া কোন্ আছে?

ৰংদৈ।—এ আই! আইদেৱে মিছা যেন ভাবিছে। সৌটো নহয়, ভাৰে সৈতে বাটচৰাতে বহি আছে। লাগিলে, এতিয়াই মাতি আনিবগৈ পাৰোঁ।

চম্পা।—(আচৰিত হৈ মনতে) কিনো কথা বোলে! ইনো কব বাটৰ বলিয়া ওলালহি! (ফুটাই) বাৰু, চাওঁৰেইচোন, আন মাতি বুলনিলৈকে। মযো গৈছোঁ তালৈকে।

ৰংদৈ।—ভাল আইদেউ! মই এতিয়াই আনোগৈ মাতি। আপুনি বুলনিতে বহকগৈ। (দুইবো দুকালে প্ৰস্থান)।

## দ্বিতীয় পট,—চম্পাৱতীৰ শুৱনি ঘৰ।

চম্পা।—( প্ৰৱেশ ) কিনো কথাঐ! কৰ নো ডেকা ওলালেহি এইটো? অতবোৰ সোণৰ মোহৰ সি পাব ক'ত? মিছা বুলিবলৈকো, ৰংদৈৰ মুখৰ কথা। তাই কেতিয়াও মোৰ আগত মিছা কথা নকয়। আৰু, তাই তেনে চতৰ-বতৰ তিৰোতা নহয়। ( টলকা মাৰি বৈ ) বাৰু, সঁচাই যেনিবা; মতাইছোঁ নো কিয়? সামান্য মানুহৰ দৰে আমি তো আৰু বাটকৰা এটাক ভাত এসাঁজ খুৱাই ধন লব নোৱাৰোঁ। লোকে শুনিলে কি বুলিব! নাক-কাণ কটা কথা!

( টেটোনৰে সৈতে ৰংদৈৰ প্ৰৱেশ )।

ৰংদৈ।—এইটো, আইদেউ, চাওক; মিছা ভাবিছিলে।

টেটোন।—( কাণৰপৰা ধনৰ ভাৰখন পেলাই ) উঃ! হৰি গুৰু বাহ্মণ কৃষ্ণ গোবিন্দ মোৰ গোৱামী! ৰাম, ৰাম, ৰাম!—এ, এই ঘৰত বহিবলৈ দিহা নাই! (ওচৰতে তুলি থোৱা বৰপীৰাখন নিজে পাৰি লৈ বহে)।

চম্পা।—( সামান্য মানুহ টেটোনক বৰপীৰাত বহা দেখি লাজ পাই আঁতৰি যাব খোজে )। হৈছে আৰু, দেখিলোঁ। ৰংদৈ, তাক যাবলৈ ক।

টেটোন।—ই-এ! 'যাবলৈ ক' আকৌ কি! ভাত এসাঁজ খুৱাই ধনখিনি লবলৈ মাতিছে বুলি মাতি আনিছে। এতিয়া আকৌ টাং-বাংখন কিহৰ। মানুহক এইদৰে লাঞ্ছনা কৰাটো জানো ভাল মানুহৰ দস্তুৰ? নেলাগে যদি, অইনৰ ঘৰত দিবগৈ, কি আছে। একলাখ সোণৰ মোহৰ দিনো ভাত এসাঁজ খোৱাম বুলি জানিছা নে? তথাপি, বাটকৰা মানুহক এইদৰে লঘু কৰিবহি নেলাগে। মই হলে এই কথা ঘৰে-ঘৰে বিকাই ফুৰিম।

চম্পা।—( মনতে ) ঔ আই! ইয়াৰ মুখখন দেখোন লাওপাতকচুপাত! ই বিকাৰ লাগিলে মোৰ নাক-কাণ নাথাকে আৰু! তাতোকৈ দেউতাই শুনিব লাগিলে হে মৰিলোঁ! ( ফুটাই ) বাৰু, বংদৈ, সোধচোন, সিনো ক'ত পালে ইমানখিনি ধন।

টেটোন।—'ই' 'সি' কৰাটো ভাল নেদেখায়! লাখটকীয়া ভাত এসাঁজ খোৱা মানুহ এজনৰ মান-মৰ্য্যাদালৈ চাব লাগে। এই ধনেৰে মোক কোনে মান ধৰিছে জানিছা নে?—ন্যায়সোধা ফুকন ডাঙৰীয়াই।

বংদৈ।—ঔ আই! আইদেউ, ঘৰৰে ধন দেখোন।

চম্পা।—( বংদৈৰ প্ৰতি ) বাৰু, তই থাক মনে-মনে! ( টেটোনৰ প্ৰতি ) ডাঙৰীয়াই নো অতখিনি ধন দি কিয় মান ধৰিলে? ন্যায়সোধা ফুকনৰ মান খোৱা মানুহ আজি হে দেখিলোঁ!

টেটোন।—( হাঁহি মাৰি ) হুঁঃ, ইমানতে আচৰিত হব নেলাগে! ডাঙৰীয়াই ইয়াতকৈও ডাঙৰ মান আমালৈ থৈছে হবলা।

বংদৈ।—বাৰু, থোৱাঁ সেইবোৰ কথা। তুমি এতিয়া এই ধনেৰে কৰিবা কি?

টেটোন।—কৈছোঁ নহয়, বোলোঁ, যেয়ে আজি মোক মনৰ জোখাৰে ভাত এসাঁজ খুৱাব, তাকে ধনভাৰ দি যাম।

বংদৈ।—আইদেউ! ঘৰৰে ধনখিনি! অলপ কথাতে যায় এতিয়া!

চম্পা।—এই জনী পাগলী হল নে কি! ঘৰৰ ধন হল বুলি এতিয়া বাটকৰা এটাক ভাত এসাঁজ খুৱাই কব পাৰি নে? তাৰ মুখেই কাইলৈ গোটেইখনত ফাটি-ফুটি নোলাব নে?

টেটোন।—সন্তোষ মনেৰে যাচি দিয়া হয় যদি, বাটকৰাৰ ধন ললে নো কি দায় আছে? আৰু, এইটো বিকাৰ লগীয়া কথা নহয়। ভাত সাঁজ মনোমত হয় যদি নো কিনাম কিয়?

বংদৈ।—এৰা, আইদেউ, কোনে নো জানিব? তেওঁ তাৰ তৈ ভিতৰলৈ অহা কোনেও দেখা নাই!

টেটোন।—বাক, এই ভাবখনত থকেই আছে নে বস্তুৱেই আছে, মই কাকো কৰলৈকে পোৱা নাই নহয়। পোনেই ওলাই আহিয়েই তোকে হে দেখা পাইছিলোঁহি বাই! ভাতসাজ আৰু কলপাতৰ কথা ইয়াতে হে যি ওলাল, আনক কবলে নো কি দৰ্কাৰ পৰিছে।

চম্পা।—(মনতে) আন কেৱে নাজানিলে বাখিব পাৰি হবলা ধৰ্ণিনি! (ফুটাই) বাক, সে দিহা লগাই, থাওক এসাজ।

বংদৈ।—বাৰু, কওঁগৈ তেনেহলে চাংমাইক ভাত দিবলৈ।

টেটোন।—ঔ বাম! পোনেই ভাত বুলিয়েই ভাত নে? এই কালে মানুহৰ গা-পা ধোৱাৰ দস্তুৰ নাই হবলা?

চম্পা।—বংদৈ, পানী সে বাৰু, গা ধুই লওক।

বংদৈ।—সৌৱা নহয় পানী। চোঁতালৰ আগত দিয়াই আছে। ধুলেগৈয়ে হয়।

টেটোন।—ধুলেই হয় সুবুলি, ধুৱালেই হয় বুলিলে হে আছিল ভাল। লাখটকীয়া ভাতৰ পাতত বহিবলৈ আকৌ নিজে গা ধুব লাগিব নে?

বংদৈ।—অ, মই ধুৱাই দিব লাগে?

টেটোন।—বাক, তয়ে লাখটকীয়া আইদেউ হব পাৰ যদি, সেহি ধুৱাই, একো কথা নাই।

বংদৈ।—এ, আমি কেনেকৈ হম আইদেউ! আমাৰ ইমানটো ভাইগ, কাহানি হব! পিচে, আইদেউ! কি বোলে এতিয়া? যোৰ মজেৰে জিয়কগৈ পানীকলহ ঢালি, কোনে নো দেখিবলৈ আহিছে? (টেটোনক) ভকত! যোৱা, বহাঁগৈ সৌ গা-ধোৱা পীৰাতে। মই যাওঁ, ভাত আনিবলৈ কওঁগৈ। (বংদৈৰ প্ৰস্থান, টেটোনে গাৰ কাপোৰ-কানি থৈ গা ধুবলৈ ভিতৰ সোমাই বহেগৈ)।

চম্পা।—(নেপথ্যত, ইকাষে-সিকাষে চাই লবালবিকৈ গৈ পানী ঢালি দি আহি লাজত তলমুৱকৈ একাষীয়া হৈ বয়)।

টেটোন।—(নেপথ্যত) অহ! আজি হে শুচি হলোঁ! আজি মোৰ শিৰত শান্তিপানী পৰিল! (ডাঙৰকৈ) এইখন দেশত তিতা-তিয়নীৰেই থাকে হবলা মানুহ? (বংদৈ আৰু চাংমায়ৰ প্ৰৱেশ। ভাত সজাই থৈ চাংমায়ৰ প্ৰস্থান)

বংদৈ।—(বাহিৰৰপৰা) কি হৈছে, কি হৈছে?

টেটোন।—(নেপথ্যৰপৰা) বোলোঁ, তিতা-তিয়নীৰেই ভাতৰ পাতত বহিবগৈ লাগিব নে?

চম্পা।—বংদৈ, তাৰ চুৰিয়াখন আনি দে।

বংদৈ।—(চুৰিয়া নি নেপথ্যত দাঙি ধৰি) সলোৱাঁ এইখন।

টেটোন।—(নেপথ্যত) ইঃ! লাখটকীয়া ভাতৰ পাতত বহিবলৈ মই এতিয়া নিজে হে তিয়নী সলাই যাম?

বংদৈ।—(নেপথ্যত) অ, মই সলাই দিবগৈ লাগে?

টেটোন।—লাখটকীয়া আইদেউ হবলৈ তোৰ ভাইগ্ নাই বুলিছ নহয়?

বংদৈ।—(নেপথ্যত) আইদেউ! শুনিছেই নহয়? গা ধুৱাই দিলেই; দিয়কহি চুৰিয়াখনো সলাই, কোনে নো দেখিবলৈ আহিছে?

চম্পা।—(চুচুক-চামাককৈ কাষ চাপি গৈ চকু-আঁখি মুদি তিয়নী সলাই দি আহি লাজত মুছ্ কঁছ্ যায়!)

(আৰু পট দাঙি দিয়া হয়)

বংদৈ।—সোৰা, বহাঁগৈ এতিয়া ভাতৰ পাতত। (টেটোনে পলম কৰা দেখি) বোৱাঁ আকৌ, কিনো গুণিছাঁ? এতিয়া ধনলৈ মোহ লাগিছে হবলা?

টেটোন।—বহোঁগৈ বাৰু। ধনৰ মোহ নাই আৰু; মোহ বাঢ়িছে ধনৰ গৰাকীয়নীলৈ হে। (লাহে লাহে গৈ ভাতৰ পাতত বহি বৈ থাকে)।

বংদৈ।—খোৱাঁ আকৌ, বৈ আছাঁ কেলেই? তোমাৰ আল-পৈচান ধৰি আৰু আমনি লাগিছেহি দেও!

টেটোন।—ইমানতে আম্মনি! একলাখ টকাৰ আডগাল আগত পাইছোঁ, তাকো এতিয়া মই নিজে হে খাব লাগে?

বংদৈ।—কিনো বিলায়ে পালে! আইদেউ, কি কৰে এতিয়া? গোট্ কড়াই গোটে গোটে চোবাই গুৰি কড়াইত দাঁত ভাজে নে এতিয়া? দিয়কগৈ খুৱাই এগৰ্হা; কোনে নো দেখিবহি।

চম্পা।—(আপোনা আপুনি) আজি মোৰ গ্ৰহ মন্দ! (অগত্যা এখুজি-ঢুখুজিকৈ গৈ ভাত এগৰ্হা কটিয়াই দি আঁতৰি আহে)।

টেটোন।—(বাকী ভাত নিজে খাই উঠি তিনটা ফুটাই উগাৰ মাৰি, তামুলি পীৰাখন পাৰি বহেগৈ) উঃ, ৰাম! খুৱালে ভাতসাঁজ যি খুৱাব লাগে। আজি হে মোৰ আত্মা তুষ্ট হল। একলাখ টকাতকৈও লাখগুণে বেচি দৰৰ ভাতসাঁজ পোৱা গল।

বংদৈ।—(বটালৈ আঙ্গুলিয়াই) সেয়া, তাবে এখন তামোল খোৱা। যাবাগৈ হে এতিয়া দেই।

টেটোন।—এবা, গৰু-চোৰ হবলৈ ভাল হল, পঘা ধৰিবলৈ লাজ লাগিছে? ভাত খুৱাই দি তামোলখন খুৱাবলৈ টান পাব নালাগে। নহলে, এফেৰিমানতে এতিয়া ভাতসাঁজ মোৰ মনৰ জোখাত নহব পিচে!

বংদৈ।—আইদেউ! তেনে হলে তো সোপাই গল! দিয়ক খুৱাই; নেদেখে কোনেও।

চম্পা।—(চকু-আঁখি মুদি তামোল এখন টেটোনৰ মুখত গুজি দি আঁতৰি ভিতৰলৈ লৰ মাৰে)।

বংদৈ।—এবা, আইদেউ গলেই। ময়ো যাওঁ, থং কৰিব দেও! তুমি যাবাগৈ হে এতিয়া ভকত!

টেটোন।—বাৰু, ময়ো যাওঁ;—আকৌ আহিম। সেই ধনৰ টোম ছুটা ঘুমুৱাই থবলৈ কৰি আইদেৱৰাক।　　　　　　　　(প্ৰস্থান)

বংদৈ।—ঔ আই! এতিয়া হে মৰিলোঁ! আকৌ আহিৰগৈ হেনো!

( চম্পাৰ পুনঃ প্ৰৱেশ )

চম্পা।—হেৰ বংদৈ, গল নে? গল নে? সেই আপদটো গল নে?

বংদৈ।—আইদেউ! আপদ বেগাই নেবাইছে এখোন। আকৌ আহিব বুলি হে কৈ গৈছে।

চম্পা।—বাৰু, আহকগৈ, এইবাৰ সি বাটচৰাৰেপৰা গঁটা খাব।

বংদৈ।—এৰা, কিনো আপদটো চাপিছিলহি জানো! খাবলৈ পাই তাৰ নটা লাগিল।

চম্পা।—বাৰু, থ সেইবোৰ কথা। চুৰা ধুই ঠাইখন সাৰি-পুছি চফা কৰ। চাওঁ, ধনখিনি মই থৈ দিওঁগৈ। ইয়াৰ বাবেই আজি অত লাঞ্ছনা! (টোম এটা দাঙি চাই) আও লৰাবই নোৱাৰি! (কেকোজেকোকৈ ধনৰ টোম দুটা দুবেলি ভিতৰলৈ চোঁচোৰাই লৈ যায়)।

বংদৈ।—( চুৰা ধুই, ঠাই সাৰি, বাটী-কাঁহী, ধৰা-পীৰা এটা-এটাকৈ ভিতৰলৈ নি ভোৰ্‌ভোৰায় ) ভাল জানিবা বেলি-দুপৰলৈকে পেটুনাড়ী ছিঙি মৰিবলৈ কণা-বিধতাই লিখিলে! নেওচা-কেওচা দিবলৈ বহি, মৰিও নেযাওঁ!

( প্ৰস্থান )।



# তৃতীয় পট,—

## ৰজাৰ বিচাৰ-চৰা।

(ৰজা আৰু গ্যায়সোধা ফুকন)

ৰজা।—ডাঙৰীয়া, আজি কেদিনমানৰপৰা তোমাক বৰ চিন্তাযুত দেখিছোঁ দেখোন ?

ফুকন।—সঁচা স্বৰ্গদেৱ! আজি কিছুমান দিনৰপৰা মোৰ গ্ৰহমন্দ হোৱা যেন পাইছোঁ। আৰু, কেদিনমানৰপৰা তাৰ অশুভ ফল ফলিয়াবলৈ ধৰিছে। সেই কাৰণে, আজিকালি মোৰ গা-মন ভাল পোৱা নাই।

ৰজা।—হওঁতে হয়, দিন চাৰেকৰপৰা তোমাক ম্লান পৰি অহা দেখিছোঁ। কিয়নো গা-মন ভাল নাথাকে তাৰ কাৰণ বুজিব পৰা নাই নে ?

ফুকন।—কিয় সুবুজিম স্বৰ্গদেৱ! দেখিছেই নহয়, সিদিনা অবাবত সিমানখিনি ধন ভৰণি হল!

ৰজা।—অ, নহয়, সেই বাবে তুমি খেদ নকৰিবাঁ। তুমি অবাবত ভৰণি বুজিছাঁ, কিন্তু তাৰ কিবা একেবি মহৎ উদ্দেশ্য আছে। 'যি কৰে ঈশ্বৰে, মানুহৰ ভালৰে হে।' এই কথাৰ ওপৰত বিশ্বাস ৰাখি চলিবাঁ, অৱশ্যে গা-মন ভাল পাবাঁ।

ফুকন।—স্বৰ্গদেৱৰ বুজনি অতিশয় সাৰুৱা। কিন্তু, মনে যে নেমানে!

ৰজা।—মানিব লাগিব মনে। তুমি বেচকৈ বুজিবাঁ, ডাঙৰীয়া, সকলো অভ্যাসৰ তল।

ফুকন।—ভাল, স্বৰ্গদেৱৰ উপদেশ শিৰোধাৰ্য্য।

ৰজা।—তোমাৰ সঙ্কল্প যেন সফল হয়।

( টেটোনৰ প্ৰৱেশ )

টেটোন।—( আঁঠু লৈ ) স্বৰ্গদেৱ-ঈশ্বৰ! আৰু ডাঙৰীয়া-দেউতা!

ফুকন।—( চঁক্‌খাই উঠি, মনে মনে ) পালেহি আকৌ আপদটোৱে! আজি বা আছে কপালত কি, ঈশ্বৰে হে জানে। ( ফুটাই ) হেৰ, কোন্ তই? কিয় আহিছ?

টেটোন।—( মনতে ) ঔ ৰাম! আজিচোন একেটা উশাহতে দুটা প্ৰশ্ন! ( ফুটাই ) ডাঙৰীয়া-দেউতাই ওপৰলৈ উধাইছেমানে তললৈ নমনা হৈ হে গৈছে! দেউতাই মোক চিন্ ধৰিব পৰা নাই নে? মই সেই যে মই। এইবাৰে সৈতে তিনিবাৰে নিবাৰ কৰোঁগৈ বুলি আহিছোঁ।

ৰজা।—অ, মই চিনিছোঁ তাক। সেই তিনিখনীয়া গোচৰত পৰা টেটোন বোলা ডেকাটো। আৰু, সিদিনা, ডাঙৰীয়া, তোমাৰপৰা যে একলাখ টকা লাভ কৰিছিল, সেই ডেকাটোৱেই এইটো।

টেটোন।—এৰা! স্বৰ্গদেৱ-ঈশ্বৰ হলে উধাইছেমানে তললৈ মনা গুপটি চৰি হে আহিছে! স্বৰ্গদেৱে বন্দীৰ নামটোও মনত ৰাখিছে। মোৰ বৰ ভাগ্য!

ৰজা।—হেৰ কটা, তোৰ নামেই টেটোন নহয় নে?

টেটোন।—হয়, স্বৰ্গদেৱ-ঈশ্বৰ! আগলৈকো বন্দীৰ নাম নেপাহৰে যেন।

ফুকন।—( মনতে ) আজি ই তিনিবাৰে নিবাৰ কৰে নে, মোক নিপাত কৰে বুজিব পৰা নাই। ই মাত মাতিলেই মোৰ মতিভ্ৰম হবলৈ ধৰে দেখোন! যি হওক, বিপদত ধৈৰ্য্য ধৰাই হে যুক্তি। ( ফুটাই ) হেৰ কটা, তই ঘনাই আহিছ কিয়? তোৰ উদ্দেশ্য কি?

টেটোন।—এ, শুনিছোঁ স্বৰ্গদেৱৰ দিনত বোলে প্ৰজাই 'ৰামৰ ৰাইজ' পোৱাদি পাইছে। যাৰ যি বিচাৰ কৰাৰ লাগে, তাক ভতালিকৈ আৰু নিয়াৰিকৈ শুধিবৰ নিয়ম হৈছে বোলে। পিচে, এবাৰতকৈ যে

আৰুবাৰ আহিবৰ নিয়ম নাই, সেইটো মই নেজানো। নিয়ম নাই যদি, এতিয়াও গুচি যাওঁ তেন্তে, কি আছে।

বজা।—অ, নহয়। বিচাৰৰ নিমিত্তে মোৰ চৰালৈ কুৰিবাৰ আহিলেও হানি নাই। ডাঙৰীয়া, সোধাঁ, তাৰ কি কৰলৈ আছে।

ফুকন।—( আতঙ্ক চিতেৰে ) বাৰু, কচোন হেৰ, তোক কি লাগে।

টেটোন।—( মনতে ) লাগে ডাঙৰ বস্তুকে। সিবাৰতকৈ লাখ-লাখ গুণে ডাঙৰ। ( ফুটাই ) খৰ-ধৰ নকৰিব, দেউতা, ধীৰে-শাঁতে শুনক। মই গোটাচাৰেক আউল-লগা কথা মীমাংসা কৰাবলৈ আহিছোঁ।

ফুকন।—( অধৈৰ্য্য আৰু আওকণীয়া ) বাৰু, কৈ যা তোৰ কি কৰ লগা আছে।

টেটোন।—এটা-এটাকৈ হে জনাব পৰা হব। আৰু, এটা-এটাকৈ হে মীমাংসা কৰিব লাগিব।

ফুকন।—বাৰু, তই কৈ যাচোন।

টেটোন।—ভাল দেউতা-ঈশ্বৰ! পোনেই সোধোঁ, কাক কোনে গা ধুৱাই দিয়ে?

ফুকন।—আপদে-বিপদে বা বঙ্গে-ধেমালিয়ে ঘৈণীয়েকে-নিজৰ গিৰিয়েকক গা ধুৱাই দিব পাৰে। কিনো বৰ কথাটো, তাকে বজাৰ আগত বিচাৰলৈ আনিলি?

টেটোন।—নহয় দেউতা, বজাৰ আগত কোৱা কথা বুলিলে শিলৰ বেখ যেন হয়। সেই হে—

বজা।—বাৰু, সোধাত বেয়া হোৱা নাই।

ফুকন।—আৰু, তাৰ পিচে?

টেটোন।—তাৰ পিচে, দেউতা-ঈশ্বৰ, কাক কোনে তিয়নী সলাই দিয়ে?

ফুকন।—( অলপ হাঁহি ) সেইটো আৰু নিজৰ বৈণীয়েকত বাজে আন কোনে কৰিব!

টেটোন।—ভাল, দেউতা, আমনি নেপাব; আকৌ সোধোঁ, কাক কোনে ভাত খুৱাই দিয়ে?

ফুকন।—সেইটোও একে লগৰে কথা।

টেটোন।—তাৰ পিচে, দেউতা-ঈশ্বৰ! কাক কোনে তামুলিপীৰাত বহুৱাই তামোল খুৱাই দিয়ে?

ফুকন।—এঃ, একেবিধ কথাকে কি পাগুলি থাকে এইটোৱে! হেৰ, সেইটো ব্যৱহাৰ বিষয়ানীয়ে বিষয়াক কৰে।

টেটোন।—আৰু এটা হে আছেগৈ, দেউতা, আমনি নেপাব, বোলোঁ, কাৰ ধন-সোণ কোনে সামৰি থয়? হল আৰু, দেউতা, খতম্।

ফুকন।—হেৰ, সেইটো নিজৰ গৃহিণীৰ কৰ্ম্ম। তাকো সুধিব লাগিছে নে?

টেটোন।—ভাল, এতিয়া সোধোঁ, মোৰ প্ৰতিও ওপৰত কোৱাৰ নিচিনা ব্যৱহাৰ কোনোবাই কৰে যদি, তেওঁ মোৰ কি হব?

ৰজা।—( হাঁহি মাৰি ) কটা, ই বৰ ধেমেলীয়া ডেকা! হেৰ, ময়ে কৈছোঁ, তেনে জনী তোৰ ঘৈণী হব।

টেটোন।—ভাল, স্বৰ্গদেৱৰ কথা যেতিয়া সি শিলৰ ৰেখা হল! পিচে, মাৰক বা কাটক, এতিয়া আচল কথা কওঁ, ডাঙৰীয়া-দেউতাৰ লগত বন্দীৰ জোৱাঁই সম্বন্ধ ঘটিছে।

ফুকন।—( জলি উঠি ) ঔ কটা, চুৱাখোৱা কুকুৰে চল পাই চুবলৈকে আহ দেখোন!

টেটোন।—দেউতা, খং কৰে কিয়? মই ইয়াৰ আগেয়ে কৈ অহা কথা খিনিৰ সম্ভেদ্ লৈ চালেই বুজিব, এই নিচলা ডাঙৰীয়াৰ ঘৰ-জোৱাঁই হওঁ নে নহওঁ। সৰহ নকওঁ, ডাঙৰীয়াৰপৰা মই সিদিনা নিয়া

একলাখ-এহেজাৰ-এশ মূল্যৰ সোণৰ মোহৰ কাৰ পেৰাত ওলায়, ঘৰত গৈ চালেই হব।

ফুকন।—( উগ্রমূর্ত্তি ধৰি ) ঔ কটা, তই ইমান পালিহি! ইমান কথা কবলৈ তোৰ সাহ! এতিয়াই যমপুৰীলৈ পঠিয়াম বুলি জনা নাই তই! ( মাৰিবলৈ উঠি যায় )।

ৰজা।—ক্ষান্ত হোৱাঁ ডাঙৰীয়া! মোৰ কথা শুনা। সি ভালেই কৈছে। তুমি আগেয়ে কথাবোৰৰ আচল তত্ত্ব লৈ চোৱাঁ। যদি তাৰ কথা সত্য হয়, তেন্তে তুমি খং কৰা মিছা।

ফুকন।—কিনো কম স্বৰ্গদেৱ! এতিয়া হে মোৰ ভাল খ্যাতি আহিল! ইয়াতকৈ মই মৰি যোৱাই ভাল।

ৰজা।—আক্ষেপ নকৰিবাঁ ডাঙৰীয়া! মই কৈছোঁ নহয়, বোলোঁ, যি কৰে ঈশ্বৰে, মানুহৰ ভালৰ নিমিত্তে হে। ইয়াৰপৰা কি জানি তোমাৰ কিবা এটা ভাল হবলৈ হে আছে। অধৈর্য্য নহবাঁ।

ফুকন।—( অলপ শান্তমুৱা হৈ ) যি বোলে স্বৰ্গদেৱে! মই নো কি মাতিম আৰু!

ৰজা।—আৰু এটা কথালৈ মন কৰিছা নে?—ডেকাটিৰ কেনে বিচক্ষণ বুদ্ধি! বুদ্ধিৰ বলত অসম্ভৱ সম্ভৱ হয়। আৰু, ইয়াৰ নিচিনা অকাট্য যুক্তি কেইটাৰপৰা শুনিবলৈ পাইছিলাঁ? মোৰ বোধেৰে ই সাধাৰণ মানুহ নহয়। ই নিশ্চয় বকবাণিত গজা ভাল আমৰ পুলি! আৰু, ই বুদ্ধিৰ বলত যে তোমাৰ ঘৰত গৈ তামুলিপীৰা পালে, সেই বাবে ইয়াক আজিৰপৰা মই 'তামুলি' খিতাপ দিলোঁ। এতিয়াৰপৰা ইয়াৰ নাম "টেটোন-তামুলি" হল। আশা কৰোঁ, এতিয়া আৰু তোমাৰ আইদেউক এই ডেকালৈ বিয়া দিয়াত তোমাৰ কোনো আপত্তি নাথাকিব। লোকনিন্দালৈকো বাট নৰব। কিয়নো, এইটো ৰাজ-উপদেশ হল।

ফুকন।—( আনন্দ মনেৰে ) ভাল, স্বৰ্গদেৱে ভাল বুলিলে নো আৰু বেয়া বোলোঁতা কোন্ আছে। বোলে, "ৰজাই ভাল দেখে যাক, ভেঁটিও নালাগে তাক"। মোৰ মন এতিয়া মুকলি লাগিছে, স্বৰ্গদেৱ!

ৰজা।—ডেকা-তামুলিয়ে এতিয়া ডাঙৰীয়াৰ লগতে তেওঁৰ ঘৰলৈ গৈ, যথাবিধি শুভ কাৰ্য্য সমাধা কৰিবলৈ ধৰাগৈ।

টেটোন।—ভাল, স্বৰ্গদেৱ-ঈশ্বৰ! আগলৈকো এই অনুগ্ৰহৰ ধাৰ নিছিগে যেন! ডাঙৰীয়া-দেউতা আজিৰপৰা মোৰ ধৰম পিতৃ-দেৱতা হল।

অঙ্কপাত।

# পঞ্চম অঙ্ক।



## প্ৰথম পট,—ফুকনৰ পদূলি।

( ৰংদৈয়ে পদূলি সাৰি থাকে ; এজনী গঞানী প্ৰৱেশ কৰি, পদূলিৰ আগেদি পথাৰলৈ যায় )।

গঞানী।—অ, ৰংদৈ বাই ! কি কৰিছ ?

ৰংদৈ।—এ, যি কৰিব লাগে, তাকে কৰিছোঁ, নেদেখিছ ? বিয়াৰ পাচত, পদূলিটো অৰণ হৈ আছিল ? তাকে সাৰিছোঁহি।

গঞানী।—এৰা, আইদেউৰ বিয়াখন লাচতে পাৰ হৈ গল, বাই !

ৰংদৈ।—এৰা, ডাঙৰীয়া-বিষয়া ঘৰৰ বিয়া বুলিলে এনেকুৱাই ; হব লাগে বোলোঁতেই ঘপহককৰে হৈ যায়। ৰজাইৰ বোলোঁতেই বৈ যায় ; বিষয়াই ব বোলোঁতেই বৈ যায়।

গঞানী।—আইদেউৰ মনটিলৈ চাই হলে, আগডোখৰত বিয়া নহবগৈ বুলি হে ভাবিছিলোঁ।

ৰংদৈ।—এৰা, নাম-গুৰি নোহোৱা বাটকৰা বোটলা ডেকা এটাৰে সৈতে মন্ত্ৰী ডাঙৰীয়াৰ জীয়াৰী আইদেউৰ বিয়া হব বুলিনো কোনে জানিছিল ? সেই বিয়াৰ কথন-মথন শুনি আইদেউ কান্দি-কাটি বাউলীটি হৈছিল !

গঞানী।—এতিয়া পিচে ? আইদেউৰ মনটি কেনে দেখিছ ?

ৰংদৈ।—কেনে হব আৰু ; বিয়া দিলে যেতিয়া পিতলেই সোণ হল। এতিয়া দুইবো বৰ মিল, বৰ চেনেহা-চেনেহী।

গঞানী।—ডেকাটি হলে বেয়া নহয় দেই, বাই। দেখিবলৈকো শুৱনি; আৰু বৰ ৰঙ্গিয়াল।

ৰংদৈ।—ভাল তো। এতিয়া যে বিষয়াৰ সাজ-পাৰ পিন্ধি আৰু ভালটি হৈছে। আগেয়ে টোকোনা সাজে হে ফঁফৰীয়া কৰি থৈছিল, এতিয়া গোটেই ধুনীয়া ডেকাটি !

গঞানী।—নহব নো কিয় ;—বিধতাই পতা যোৰা। বোলে, কুঁজীলৈ কুঁজা, বান্দীলৈ বন্দী, কুঁৱৰীলৈ কোৱঁৰ বিধতাই যোৰা পাতি থৈছেই।

ৰংদৈ।—মোকেচোন ধৰিবি সেই বিধতা বুলি। মই হে পাতিলোঁ তেও এইটো যোৰা।

গঞানী।—এৰা, নেলাগে কব ; সোপাকে শুনিছোঁ। সঁচা, তই হে আচল শুৰি। আৰু, শুনিছোঁ, জোৱাঁই-বিষয়া বোলে বৰ বুধিয়ক আৰু কথকী। বোলে, "নাই পো গুনি, নাই পো ধনী, নাই পো কথকী"। সেই হে ইমানটো ভাইগ।

ৰংদৈ।—সঁচা, সেই তিনি গুণৰ গুণত হে দিপ্‌লিপ্ গাভৰু আইদেউক তেওঁ কন্যা পালে। বুধিয়ক আৰু কথকী বুলি কব লাগিছে নে ? নহলে নো দেউতাৰ ধনেৰে দেউতাকে বেহাই আৰু ৰজা-ডাঙৰীয়া দুইকো কথাৰ পাকেৰে মেৰাই বান্ধখুৱাই এনে হেন মন্ত্ৰীৰ জীয়াৰীক কন্যা পায় নে ?

গঞানী।—হক, হক, "যি কৰে ঈশ্বৰে মানুহৰ ভাললৈ হে"। তাত গা-ঘঁহনি থালেও পুইণ হয়, বাই ! তোৰো পুইণ হৈছে, জানিবি।

ৰংদৈ।—পুইণ হলে নো কি হব ? আইদেউৰ নিচিনা ভাইগ্ হব বুলিছ নে ?

গঞানী।—হবও পাৰে। একো টান কথা নহয়, বাই !

বংদৈ।—( হাতৰ শোটাটো মুখৰ ওপৰলৈ তুলি পাক্ দি দি নাচি-বাগি ) উ-উ-উ, এতিয়াহে "কুঁজী বাই যোলে বছৰীয়া" হলোঁ! ( গঞানীৰ ডিঙ্গিত ধৰি চেও থয় )।

গঞানী।—( উলটি বংদৈৰ ডিঙ্গিত ধৰি চেও থৈ ) হৰি, হৰি, বাই, যাওঁগৈ, যা।

( দুইবো দুফালে প্ৰস্থান )



## দ্বিতীয় পট,—গাভৰু-টোলৰ বিলাহ-ঘৰ।

( টেটোন-তামুলি আৰু চম্পাৱতী )

টেটোন।—প্ৰিয়া! সেই দিনাৰ কথা এতিয়া মনত পৰে নে? ( অলপ ৰৈ, চম্পাই উত্তৰ নিদিয়া দেখি ) সাদৰি! নামাতা নো কিয়? সদায় আৰু ন-কন্যা ভাৱেই দিন যাব নে?

চম্পা।—কেনে নো ন-কন্যা দেখিছে বা?

টেটোন।—সেয়া দেখোন ওলাল মাত। নামাতা দেখি হে ন-কন্যা বুলিছিলোঁ, বেয়া নাপাবা দেই। বোলোঁ, সেই দিনাৰ কথা মনত পৰিলে এতিয়া কেনে লাগে?

চম্পা।—কোন্ দিনৰ বা কথা?

টেটোন।—সেই লাখটকীয়া ভাত সাজ খুৱাবৰ দিনা যে মোৰ ছঁয়াকে নসহিছিলা!

চম্পা।—কিবা কথাৰে বাৰ উলিয়াই থাকে! নোৱাৰোঁ কব আমি সেইবোৰ কথা!

টেটোন।—( হাঁহি হাঁহি ) নোৱাৰোঁ কব? ইমান বেগাই পাহৰিলা নে?

চম্পা।—জানো!

টেটোন।—অ, এতিয়া জানৰ পানী খোৱাত হে পৰিল? জানিছোঁ বাৰু, এতিয়া সেইবোৰ কথা শুনিবলৈ বেয়া পোৱাঁ; নকওঁ বাৰু, বেয়া নাপাবাঁ দেই।

চম্পা।—আমি একো বেয়া পোৱা নাই।

টেটোন।—বেয়া পোৱা নাই যদি উত্তৰ নাই কিয়?

চম্পা।—সুধি আছেমানে দেখোন কৈয়ে আছোঁ।

টেটোন।—নহয়, সাদৰি, খং নকৰিবাঁ। প্ৰশ্ন চাই উত্তৰ হোৱা নাই দেখি হে কৈছোঁ।

চম্পা।—খং কৰা দেখিছিলে বা কেতিয়া? কেনে প্ৰশ্নৰ কেনে উত্তৰ হব লাগে আমি ভু নাপাওঁ।

টেটোন।—নাই কৰা খং কেতিয়াও। এতিয়াৰ কথাত খং উঠে বুলি হে কৈছিলোঁ। আমনি নাপাবাঁ, প্ৰাণেশ্বৰি, মই এটা কথাৰে সুধিলে যেন তোমাৰ পৰা দহোটা কথাৰে উত্তৰ পাম, এনে হে মোৰ প্ৰাণৰ হাবিয়াহ্।

চম্পা।—আমাৰ পেটত সিমানবোৰ কথা হলে হে আকৌ!

টেটোন।—কথাৰ জোলোঙা উদং হয় বুলি ভয় কৰিছাঁ হবলা?

চম্পা।—জানো কি কয়! আমি নুবুজোঁ সেইবোৰ।

টেটোন।—বুজিবাঁ কালত। বুজি আকৌ বুজাবলৈ হে চাবাঁ। পিচে, মোৰপৰা কিনি মোকে নেবেচিলে হে আছে। একেই মন্ত্ৰীৰ জীয়াৰী।

চম্পা।—আমি মন্ত্ৰীৰ জীয়াৰী বুলি কাৰো আগত গপ্ কৰা নাই। তামুলি-ফুকন হৈ নিজৰ হে গপ্ হৈছে হব পায়।

টেটোন।—( আপোনা-আপুনি ) ইয়াত আৰু আমাৰ টেটোনালি নাখাটে! জোঁৱৰ আগত বস্তিৰ পোহৰ যেন হৈ আছিলোঁ। ( ফুটাই ) ক'তা, মইনো কেতিয়া গপ্ কৰিছিলোঁ?

চম্পা।—নাই কৰা গপ্। সেই দেখি, আনকো গপ্ কৰা বুলি চাব মাৰি ধৰিব নালাগে।

টেটোন।—সমূলঞ্চে ঘাটিলোঁ এইবাৰ! প্ৰিয়া, তোমাৰ ওচৰত মোৰ বুদ্ধি-যুক্তিও জঁয় পৰি আছিছে!

( নেপথ্যত লিগিৰীহঁতে গীত গায় )

টেটোন।—আহা, প্ৰাণেশ্বৰি! কেনে মধুৰ গীত!

চম্পা।—সঁচা, প্ৰাণেশ্বৰ! গীতৰ কথাখিনিত মনৰ ভাবটি কেনেকৈ ফুটি ওলাইছে! আহা, শুনি হে থাকিম যেন!

টেটোন।—প্ৰিয়া! বলাচোন তালৈকে যাওঁ, চাই চাই শুনোগৈ। নাচিছেও চাগৈ।

( হাতত ধৰাধৰিকৈ দুইবো প্ৰস্থান )।



## তৃতীয় পট,—ফুকনৰ বিলাহ্-ঘৰ।

( দুজনী গায়িকা লিগিৰীয়ে নাচি নাচি গীত গাই থাকে )

মিশ্ৰ মুলতান—একতালা।

কি সুন্দৰ শোভা ধৰে আজি দেহি অই।
চেনেহা-চেনেহী আহা, যুগল মূৰতি অই॥
প্ৰাণে প্ৰাণে প্ৰাণ মিলি
ৰয় কেনে হালি-জালি ;
দেখিলে জিৰণি পায় তাপিত পৰাণে অই।
আধা অঙ্গ আধা হিয়া,
হল আজি একেটীয়া ;
বাঢ়ে যেন দিনে দিনে বিচ্ছেদ নঘটে অই॥

( টেটোন-চম্পাৱতীৰ প্ৰৱেশ ; ৰৰগাৰু দি পাৰি থোৱা চামৰ পীৰাত দুয়ো যোৰাপাতি বহি নাচোন চাই চাই গীত শুনে ; লিগিৰীয়ে দোহাৰি ২ গল আৰু নাচে। )



## যৱনিকাপাত।



# ভানুমতী।

( ঘৰুৱা উপন্যাস )



অসমীয়া ভাষাৰ পোন্-প্ৰথম সাহিত্যিক সম্মিলনীৰ সভাপতি আৰু
সদৌ অসম সাহিত্য-সভাৰ দ্বাৰাই অভিনন্দিত
গৱৰ্ণমেণ্ট সাহিত্যিক পেন্‌চনাৰ,
ৰায়বাহাদুৰ **পদ্মনাথ গোহাঞি বৰুৱা**, এম, আৰ, এ, এচ, (লণ্ডন)
ৰচিত।

দ্বিতীয় তাঙৰণ।
১৮৬২ শক।

তেজপুৰ,
**লীলা-এজেঞ্চিৰপৰা গ্ৰন্থকাৰৰ দ্বাৰাই প্ৰকাশিত।**

বেচ, ৫০ তিনিসিকি

# উচ্ছৰ্গা।

মোৰ

অতি চেনেহৰ বৰ-ভনী,

৺চন্দ্ৰশেখৰ বৰুৱাৰ প্ৰিয়তমা ভাৰ্য্যা,

শ্ৰীমতী হীৰাৱতী আইদেউৰ

শিৰত

সৰু-ককাইদেৱাকৰ

আশীষ্-নিৰ্ম্মালি।

গ্ৰন্থকাৰ।

# ১। পাতনি।

"ভানুমতী" বৰ্চোতাৰ পোন্-প্ৰথম সাহিত্যিক অৰ্জ্জন। ইয়াক অসমীয়া সাহিত্য-ভঁৰালত তেওঁৰ লখিমী বুলিব লাগে। ১৮১২—১৩ শকৰ "বিজুলী"ৰ পোহৰত ই ছোৱা-ছোৱাকৈ প্ৰকাশিত হৈছিল। তাৰ পাচত, ইয়াক সুকীয়াকৈ উলিয়াবৰ অৰ্থে ভালেমান দিনৰপৰা মন কৰা হৈছিল; আন কি, বৰ্চোতাৰ আনবিলাক কিতাপৰ তালিকাত ইয়াৰ নামো ওলাইছিল। কিন্তু, সময় আৰু সুবিধাৰ অভাৱত ইমান দিনলৈকে মনৰ কথা মনতে ৰৈছিল। এই গ্ৰন্থকাৰৰ দ্বাৰাই সম্পাদিত "বিজুলী"ৰ পোহৰত দেখা "ভানুমতী"ৰ আঁতিগুৰি আগৰভাৱেই আছে; এতিয়া মাথোন ভানুৰ কিৰণত সুকীয়াকৈ চালে, তাৰে অলপ বেচিকৈ জেউতি চৰা দেখা যাব। সি যি হওক, সেই ৰাতিপুৱা ৰোৱা পুলিটি দুপৰীয়াৰ ৰদত ওলাব লগা হৈছে; এতিয়া, সি পাঠকৰ অনাদৰত লেৰেলি জঁয় নপৰিলেই হয়। ইতি—

তেজপুৰ, ১ শাওণ, ১৮৩০ শক।

বিনীত,
শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা।

---

# ২। পাতনি।

১৯ বছৰীয়া ছাত্ৰজীৱনত, জয়-জয়তে কিতাপ-লিখিবলৈ কাপ ধৰোঁতে মোৰ অন্তৰত যি ভাব, ভাষা আৰু সাহিত্যৰ সঞ্চাৰ হৈছিল, আজি ৭০ বছৰীয়া বয়সত তাৰ লেশমানো লৰচৰ নকৰাকৈ পুথিখনৰ দ্বিতীয় তাঙৰণ উলিৱা হল; মাথোন আগৰ ছপা-ভুল, বৰ্ণাশুদ্ধি, আখৰ-জোঁটনি, বৈয়াকৰণ দোষাদোষ ইত্যাদিত ওপৰে-ওপৰে হাত ফুৰাই দিয়া গৈছে। ইতি—

'পদ্মকুটীৰ,' তেজপুৰ, অসম। ভাদ, শ্ৰীকৃষ্ণাষ্টমী, ১৮৬২ শক।

বৰ্চোতা।



# ভানুমতী।



## ১। আধ্যা।



### আপোন-চিনাকি।

মোৰ নাম ভানুমতী। মই দেউতাৰ বহু সাধনাৰ ফল,—একেটি ৰত্ন। মোৰ জীৱনৰ আদিছোৱাৰ কথা একোকে মনত নপৰে। যি অলপ-অচৰপ কব পাৰোঁ, সি কেৱল এনাই-দেউতাৰ মুখৰপৰা শুনা-কথা হে। মোৰ দেউতাৰ চাৰিগৰাকী ভাই-ককাই। দেউতা সবাতকৈ সৰু। পুথাও-দেউতা ঢুকোৱাৰ পাচৰপৰা তেওঁ ককাইদেৱাকসকলৰ আদৰত উলহৰ মাদলি আছিল। পিচে, যেতিয়া সিবিলাক তিনিওগৰাকীয়ে এজন-এজনকৈ বিয়া কৰাই উঠি, আপাদেউসকলৰ হাতত ঘূৰা উঁঘাৰ নিচিনা হল, তেতিয়াৰপৰা সেই উলহৰ মাদলি লাহে লাহে বেজাৰৰ বোজা যেন হবলৈ ধৰিলে। তাৰ পাচত, আকৌ আপাদেউসকলৰ লেখ ক্ৰমাৎ তিনিগৰাকীৰপৰা ছগৰাকীলৈ বাঢ়িল। আৰু, তেতিয়াৰপৰা হে ঘৰত দিনে-ৰাতিয়ে কন্দাৰী-ৰণ লাগিবলৈ ধৰিলে। ঘৰত কাৰো সুখ-শান্তি নোহোৱাত পৰিল।

দেউতাৰ দুৰ্গতিৰ সীমা নাথাকিল; আৰু লাহে লাহে এইবোৰ কথা ৰজাৰ কাণত পৰিলগৈ। স্বৰ্গদেৱে, মন্ত্ৰী আৰু বিষয়াসকলৰে সৈতে যুগুতি কৰি, দেউতাক মতাই নিয়ালে। আৰু, চৰাৰ বিচাৰমতে বৰ নিচাওদেউক ভাঙ্গি পুথাও-দেউতাৰ মৰাণ-গোহাঞি-বৰুৱা বিষয়-বাব দেউতাক্ দিলে। দেউতাৰ স্বভাৱ চৰিত্ৰ আৰু কথা-বাৰ্ত্তাত স্বৰ্গদেৱ বৰ সন্তুষ্ট হৈছিল। গতিকে, ৰাজ-অনুগ্ৰহৰ বলত দেউতাৰ প্ৰতিপত্তি আৰু ক্ষমতা সোনকালে বাঢ়িবলৈ ধৰিলে। তাৰ লগে লগে তেওঁৰ ঘৰ-গৃহস্থী, সুখ-সম্পদ, মান-গৌৰৱ আদিও বাঢ়ি আহিল। কিন্তু, ইমানবোৰ বাহিৰৰ সুখ-সম্পদেও তেওঁৰ অন্তৰত সুখ-শান্তি দিব নোৱাৰিলে,—তেওঁৰ সদায় বিষাদ, সদায় মন-মৰা। তাৰ কাৰণ হৈছিল, বহুকাললৈকে তেওঁৰ সতি-সন্তান নাছিল। কিমান যাগ-যজ্ঞ, পূজা-সেৱা আদি কৰালে, সকলো মিছা হল। বন্ধু-বান্ধৱে দেউতাক আৰু এগৰাকী ভাৰ্য্যা বিয়া কৰাবলৈ পৰামৰ্শ দিছিল, কিন্তু ককাইদেৱাকসকলৰ দশালৈ চাই তেওঁ তেনে হিত-উপদেশ নললে। অন্তত, তেওঁ সন্তানৰ আশা এৰি দি নিশ্চিন্ত হৈছিল। এনেতে, ঈশ্বৰৰ ইচ্ছাত, এই অভাগিনীৰ জন্ম হয়। দেউতাৰ অন্তৰত আনন্দৰ পাৰ নোহোৱা হল। পণ্ডিতে পুথি-পাঁজি চাই মোৰ নাম ভানুমতী ৰাখিলে।

কথমপি মোৰ বয়স তিনি বছৰ হওঁতেই ঈশ্বৰে মোক মাউৰী কৰিলে। মাতৃ-চেনেহৰ—যি পৱিত্ৰ স্নেহৰ তুলনা নাই—সোৱাদ মই ভালকৈ নুবুজিলোঁ। কিন্তু, কেতিয়াবা সুঁৱৰি চালে মোৰ স্বৰ্গীয়া আইতাৰ মুখখনিলৈ মনত পৰে। আৰু, সেই চালুকীয়া বয়সত আইতাৰ আঁচলত ধৰি ডেও দি ফুৰা, কেতিয়াবা কোনোবাই ধৰ্ বুলিলে লৰ মাৰি আইতাৰ গাত পৰা মাৰি ধৰা, আইতাই মোৰ মুৰ মেলাই দিয়া আৰু কেতিয়াবা ওকণী চাওঁতে আমনি পাই কান্দি বলিয়া হোৱা এইবোৰ কথা এতিয়া ৰিণিকি ৰিণিকি মনত পৰে। আইতা ঢুকাবৰপৰা মই দেউতাৰ মানত আলাসৰ লাৰু যেন হলোঁ।

তেওঁ সততে মোক ওচৰৰপৰা নেৰা হল। ময়ো দেউতাক এখন্তেক নেদেখিলে আন্ধাৰ যেন দেখোঁ।

এই দৰেই মোৰ জীৱনৰ চালুকীয়া কাল পাৰ হল। তাৰ পাচত, মই যিমানেই বুজন হৈ আহিলোঁ, সিমানেই দেউতাৰ লগ ধৰা অভ্যাস পাতল হৈ আঁহিল। এই নিয়মে লাহে লাহে মোৰ বয়স চৈধ্য বছৰত সোমালহি। তেতিয়াৰপৰা আল-পৈচান ধৰাত বাজে দেউতাৰ ওচৰ চাপিবলৈ মোৰ অভ্যাস নোহোৱা হল। আৰু, লাহে লাহে পাচলৈ অকলে থাকি হে ভাল লগা হল। কিন্তু, অকলৈ থাকোঁ বুলি চিন্তাই মোৰ লগ নেৰে। ধৰিবলৈ গলে, পাচলৈ চিন্তা মোৰ লগৰীয়া সখী যেন হৈ উঠিল। কেতিয়াবা সেই চিন্তাতে ভোল গৈ আপোন-পাহৰা হওঁ। এনে কি, পাচলৈ মোৰ ভাব-গতি দেখি দেউতাও চিন্তাযুত হবলৈ ধৰিলে।

লাহে লাহে চিন্তা মোৰ লগৰ লগৰী, মৰমৰ সখী আৰু সুখৰ কাৰণ হৈ উঠিল। দেউতা বজাৰ চৰালৈ ওলাই গলেই মই আগফালৰ ফুলনিত, নাইবা পাচফালৰ পুখুৰী-পাৰত বহি চিন্তাৰ লগৰী হওঁ। তেতিয়া জগৎ-সংসাৰ নিটাল মৰা যেন পাওঁ। গছৰ পাত এখিলা সৰি পৰিলেও গম্ পাওঁ। এই অৱস্থাতে এদিন দুপৰীয়া। জেঠৰ বাৰখৰৰ তৃতীয় খৰ। ৰ'দে খাওঁ খাওঁ মূৰ্ত্তি ধৰিছে। আকাশত মৰল দিছে। গছৰ পাত লেৰেলি পাতত দিয়া টেঙেচিৰ দৰে হৈছে। বাহিৰত ধানলুভীয়া কাউৰী আৰু ধান-হাতত দিয়া বোৱাৰীত বাজে দেউ-মনিচ্, কাকো দেখিবলৈ নাই। সকলো ভিতৰত বহি শাঁত হৈছে। কিন্তু, বোৱাৰী-বেটীৰ শান্তি নাই! ধান হাতত দিওঁতে হাইবাল। ঘামে জুকলি বৈছে। কপালৰ ঘাম বৈ আহি চকু ছাতি পেলাইছে। তথাপি একেবি জিৰাবৰ সাধ্য নাই। ছাঁত বহি অলপ শাঁত হবলৈ গলেই ইকালে ধান খৰি যায়,—নাচনী শাহু-আই নাচি আহিব। নিৰুপায়! মনৰ খং মনতে মাৰ গৈছে। বোৱাৰী বেটিয়ে

একোবাৰ বাঢ়নীৰে খুঁচি কণা মেঘৰ ইওটো চকু ফুটাবলৈ বাঢ়নী তুলিছে। একোবাৰ তেওঁ বেটীৰ খং বাঢ়নীতে সাৰিছে। এনে ক্ষণত, এনে উৎপতীয়া ক্ষণত এজন ডেকা আমাৰ পুখুৰী-পাৰলৈকে পোনাই আহিছে। মই মূৰ দাঙ্গি চাই হঠাৎ তেওঁক দেখি চঁক্ খাই উঠিলোঁ। কিয় চঁক খালোঁ কব নোৱাৰোঁ, কিন্তু পিচ-মুহূৰ্ত্তত তেওঁক চিনি পালোঁ। তেওঁ আমাৰ চুবুৰীয়া। ডেকাজন ৰদত পকি পকা-থেকেৰাটিৰ দৰে হৈ আহিছে। দেখাতে বুজা যায় যে, তেওঁ কিবা আপদত পৰি উধাতু খাই আহিছে। মুখখনি বেজাৰত আমোলাই আহিছে। কিন্তু, মোৰ ওচৰ চাপিলত সেই চিন্ খন্তেকলৈ মুখৰপৰা আঁতৰ হল। আৰু, তেওঁ লাহেকৈ হাঁহি এটি মাৰি মোক মাত লগালে,—"ভানু, তুমি ইয়াত অকলৈ বহি আছাঁ?" মই হৰিষ্ মনেৰে উত্তৰ দিলোঁ—"এৰা, ঘামত তৰণি নাপাই ইয়াতে বহি জুৰ লৈছোঁহি। তুমি নো ইমান ৰদত অকলৈ কলৈ গৈছিলাঁ?" তেওঁ জিকাৰি উঠি কলে,—"অ, মই যাওঁ! মই বহুত পলম হে কৰি আছোঁ। মই ৰব নোৱাৰোঁ। দেউতাৰ সন্নিপাত্ জ্বৰত তত্ নাই। কি হয়গৈ ঈশ্বৰে হে জানে! মই বেজবৰুৱাক মাতিবলৈ গৈছিলোঁ। তেওঁ ৰাজবাটেদি গৈছেগৈ। মই এই পোনেই পোনাই আহিছোঁ। ভানু! থাকিবাঁ এতিয়া দেই!" এই কেই আষাৰ কথা কৈয়ে চাৰু গোহাঞিদেৱে বেগাবেগিকৈ ঘৰৰ ফালে খোজ ললে। আমাৰ ভঁৰাল-ঘৰৰ আৰ নোহোৱালৈকে মই তেওঁক চাই চাই চাই চাইয়ে ৰলোঁ! তেৱোঁ মোলৈ তিনিবাৰমান উলটি উলটি চাই গৈছেগৈ!





# ২। আধ্যা।



## দুপতীয়া পুলি।

মোৰ আৰু সেই দিন নাই। সেই পুখুৰী-পাৰত বহি চিন্তাৰ লগৰী হোৱা দিন মোৰ পাৰ হল। আগৰ চিন্তা আছে, কিন্তু আগৰ সুখ নাই। লগৰ চিন্তা লগতে ফুৰিছে, কিন্তু আগৰ দৰে লগ ধৰা ঠাইৰ ঠিকনা নাই। চিন্তাৰ লগ আগতকৈ বাঢ়িছে, কিন্তু সেই দৰে লগ লোৱা সময়ৰ ঠিক নোহোৱাত পৰিছে। শোওঁতে, খাওঁতে, উঠোঁতে, বহোঁতে মনত সদায় কি এটা চিন্তাৰ সোঁত আছেই। আৰু, সেই সোঁতত উটি কেতিয়া কি ভাৱে কলৈ যাওঁ কব নোৱাৰোঁ। কৰোঁ কি, কওঁ কি, কেতিয়াবা তাকো তৰ্কিব নোৱাৰোঁ। আচলতে ভাবোঁ কি, চিন্তা কিহৰ তাৰ উৱাদিহ নাই। এনে ভাৱে ভালেমান দিন গল। এনেকুৱা এদিনে-এবছৰ ভালেমান পাৰ হল। আগলৈ এদিনে-এযুগ আৰু কতনা আছে চাগৈ!

চাৰু গোহাঞিদেৱক মই সেই দিনাই যে প্ৰথম দেখিছিলোঁ, এনে নহয়। মোৰ মনতপৰাবেপৰা তেওঁ মোৰ লগৰীয়া। দুয়ো হাতত ধৰাধৰিকৈ উঠা।

দুয়ো সকতে কিমান উমলিছিলোঁ! দুইবো একালত কিমান হঁহা-কন্দা গল! দুয়ো দুইবো অময়া প্রেমত কিমানকৈ মোহ গৈছিলোঁ! আৰু, দুইৰো মনৰ মিল দেখি চাকুলী বাইহঁতে আমাক দৰা কন্যা বোলা এতিয়া মনত পৰে। এতিয়া আগৰ দৰে অহা-যোৱা ঘন নহয় বুলিও, গোহাঞিদেৱ আমাৰ ঘৰলৈ দিনটোত এবাৰ নহাকৈ নাথাকে। আগৰ নিচিনাকৈ ধেমালিৰ মেল পতা নহয় বুলিও, দুইৰো ভিতৰত এতিয়াও মতা-বোলা চলে। দুইৰো ভিতৰত এতিয়াও দেখা-দেখি মিলা-প্ৰীতি ৰৈছে। তথাপি, সিদিনা তেওঁক ন-চিনাকী যেন লাগি গল কিয়? সেইদিনা মই পুখুৰীপাৰত বহি থাকোঁতে গোহাঞিদেৱ ঘৰলৈ যাবলৈ পোনাই আহিছিল। সেই দৰে আগয়েও তেওঁ কেতিয়াবা আহে। পিচে, সেই দিনা নো মই তেওঁক নেদেখাই-দেখাৰ দৰে দেখি চঁক্ খাই উঠিছিলোঁ কিয়? সেই দিনাৰ নিচিনাকৈ আগেয়েও কিমান বাৰ দেখাদেখি হয়; আৰু দুই-চাইটা কথাৰে আকৌ এৰা-এৰি হওঁহঁক; কিন্তু, সেই দিনাৰ দেখাদেখি আৰু কথা কেই-আষাৰত নো কি মোহনী শক্তি আছিল? আগেয়েও এৰা-এৰিত চকুৰ আৰ নোহোৱালৈকে দুইকো দুয়ো সেইদৰেই চাওঁ; কিন্তু সেই দিনাৰ চাওনিত নো কি সুৰগা মিহলি আছিল? এইবোৰ প্ৰশ্নৰ মই উত্তৰ কাটিব নোৱাৰোঁ। ভাবোঁ, কিন্তু তাৰ অন্ত নপাওঁ। সেই দিনাৰ সেই মুহূৰ্ত্তকৰ কথা মোৰ মনত নতুন হৈয়ে আছে, কিন্তু তাৰ মহিমা মই বুজিব পৰা নাই!

সেই দিনাৰপৰা তিন দিনৰ পাচত, চাৰুচন্দ্ৰ গোহাঞিদেৱৰ দেউতাক বৰগোহাঞি ডাঙৰীয়া সেই নৰিয়াতে ঢুকাল। বৰগোহাঞি ডাঙৰীয়া এজন বৰ লাগতিয়াল আৰু ৰজাৰ বিশ্বাসী মন্ত্ৰী আছিল। তেওঁ স্বৰ্গী হোৱাত স্বৰ্গদেৱৰ সোঁ-হাত ছিগাৰ দৰে হল। গতিকে, ডাঙৰীয়াৰ অকাল-বিয়োগত স্বৰ্গদেৱে বৰ সন্তাপ পালে। চাৰু গোহাঞিদেৱে মোৰে নিচিনা সকতে মাউৰা; তেওঁ এতিয়া বাটুমাউৰা হল! সেই কাৰণে,

ৰজা আৰু ডাঙৰীয়া-বিষয়া সকলোৱে গোহাঞিদেৱক ৰৰ মৰম কৰিবলৈ ধৰিলে। আৰু, সকলোৱে ভাবি-চিন্তি চাই, তেওঁক তেওঁৰ পিতৃ-বন্ধু মোৰ দেউতাৰ তদৰাকত থবলৈকে স্থিৰ কৰিলে। গোহাঞিদেৱে দেউতাকৰ আসন লব পৰা বয়স নোপোৱালৈকে তেওঁক আমাৰ ঘৰত ৰখাটোকে স্বৰ্গদেৱেও স্থিৰ কৰিলে।

স্থিৰ হল ভাল হল, মোৰ হল কি? মোৰ সেই কথা লৈ উলহ-মালহ কিয়? সেই কথাই মোৰ মনত উগুল-থুগুল লগায় কিয়? গোহাঞিদেৱ আহিব, লগত লিগিৰা-লিগিৰীও আনিব; তেওঁক আল-পৈচান ধৰিবলৈ মোৰ ইমান ভাবনা কিহৰ? গোহাঞিদেৱ আহিব, আহিলে তেওঁক কি দিম, কি থম, কি কম, কি লম, এইবোৰ ভাবনা আপোনা-আপুনি মোৰ মনত আহে-যায় কিয়? কিয়, কব নোৱাৰোঁ। মোৰ মনটো যেন দুৱাৰ-মেলা উদং ঘৰ। গোহাঞিদেৱৰ ভাবনাই তালৈ আহিছে-গৈছে, সোমাইছে-ওলাইছে, আপোন মনেৰে যি ইচ্ছা তাকে কৰিবলৈ এক্তিয়াৰ পাইছে। মই মাথোন নিলগৰপৰা চাই আছোঁ, চাই চাই চাই ভাল পাইছোঁ, মনে-মনে প্ৰাণে-প্ৰাণে কিবা এটি ফুটাই কব নোৱাৰা সুখ অনুভৱ কৰিছোঁ!

এই ভাৱেই কেইবাদিনো গল। গোহাঞিদেৱক আমাৰ ঘৰলৈ অনাৰ কথা ওলাবৰ আজি তিনদিন। এই তিনটা দিন মোৰ মানত তিনটা বছৰ পাৰ হল। কিন্তু, গোহাঞিদেৱৰ অহা নহল! আহিব কাহানিকৈ তাকো ঠিক বতৰা নাপালোঁ। নিতৌ আহিব আহিব বুলি আশা পালোঁ, নিতৌ হতাশ হওঁ। পুৱাৰপৰা আশাত মন টৈন্ ধৰি উঠে, আবেলি হলে নিৰাশাত লেবেলি জঁয় পৰে। ৰাতিটো নাযায়-হুপুৱায়। এই দৰেই তিনি-চাৰিকৈ পাঁচ দিন নাযায়-নাযায়কৈ গল, গোহাঞিদেৱৰ অহা নহল। নহা কেইদিন যেনে-তেনেকৈ পাৰ হল; আহিব বোলা আৰু কেই

দিন আগলৈ আছে, তাক ভাবি অন্ত নোপোৱা হলোঁ। ইফালে পলম হোৱাত, নহাৰ আশঙ্কাই তাৰ লগতে উৎপাত্ লগাইছে। এই দৰেই আৰু দুদিন পাৰ হল, তথাপি গোহাঞিদেৱৰ অহাৰ ঠিৰাং বাতৰি পোৱা নগল। মন হতাশৰ খুন্দাত ক্ৰমাৎ অৱশ হৈ আহিল। বাহিৰৰ আৱভাৱ দেখি, মানুহে মোৰ মনৰ ভিতৰলৈ মন কৰা হল। এনে অৱস্থাত, এদিন দুপৰীয়া এইবোৰ কথাকে গুণি-গাঁথি পিচ-চোঁতালত বহি আছোঁ, এনেতে ৰজাৰ চৰালৈ ওলাই যোৱাৰ সময়ত, দেউতাই লিগিৰাইঁতক এই বুলি দিহা দিয়া শুনিলোঁ, "আজি চাৰু গোহাঞিদেৱ আহিব। তেওঁৰ বয়-বস্তু আহিলা-পাতি সকলো দিহা লগাই থবিহঁক। আৰু, গোহাঞিদেৱৰ শোৱা-খোৱাৰ বিষয়েও মই দিহা দিয়া মতে চলিবিহঁক; মই চৰাৰপৰা আহোঁতে লৰাক লগতে লৈ আহিম।" এই কেইআষাৰ আদেশ দি দেউতা ওলাই গল।

দেউতা ওলাই গল। মই একেচাবে উঠি ভিতৰ সোমালোঁ। কিন্তু সোমালোঁ কব নোৱাৰোঁ, পোনেই চাকুলী বাইৰ ওচৰত থিয় দিলোঁগৈ। চাকুলীয়ে আথেবেথে সুধিলে, "কি আইদেউ?" মোৰ উত্তৰ নাই! মই অলপ লাজ পাই তাৰপৰা আঁতৰি লাহে-লাহে লিগিৰাইঁতৰ ওচৰ চাপিলোঁগৈ। সিহঁতেও লৰালৰিকৈ কি কৰিব লাগিব বুলি সুধিলে। মই সিহঁতলৈকো একো উত্তৰ নাপাই, লাহে-লাহে তাৰপৰাও আঁতৰিব লগাত পৰিলোঁ। কিন্তু, উলটি কৈ গলোঁ যে, দেউতাই দিহা দি যোৱাৰ দৰে সিহঁতে কামলৈ সোনকাল কৰিব লাগে। লিগিৰাইঁত তেতিয়াই দিহাদিহি কামলৈ ওলাল। মই সিহঁতক এৰি চাংমাইৰ ওচৰ পালোঁগৈ। বুঢ়া চাংমায়ে খাই উঠি মুখত মুহুদি লৈছিল। মোক দেখি সি লৰালৰিকৈ সুধিলেহি, "আইদেউ! আজি মোৰ ৰন্ধা-বঢ়া বা কেনে হৈছিল?" মই উত্তৰ দিলোঁ, "ভাল হৈছিল। আজিৰপৰা তাতোকৈ ভাল হব্ লাগিব দোই।

আজি আমাৰ ঘৰত থাকিবলৈ আলহী আহিব বুজ পাইছা নে?” চাংমায়ে কলে, “হৈছে, আইদেউ! ডাওৰীয়া-দেউতাই মোক সকলো বুজাই কৈছে।” মই “বাৰু” বুলি ভিতৰ সোমালোঁহি।

ভিতৰ নিজঙ্গাল। বুলনিবৰ একবাবে নিজম পৰিছে। মোৰ মন-প্ৰাণ উৎকণ্ঠীকৃত হৈ কলৈ উৰিছে মই কব নোৱাৰোঁ। কি কৰিম কি মেলিম একো উৱাদিহ্ পোৱা নাই। এই দৰে অলপ পৰ থাকি বটাটোকে আগত লৈ বহিলোঁ। তামোল কাটিবলৈ ধৰিলোঁ। এটা তামোল কাটি, তিনিখন থুৰিয়াই থৈ, এখন খালোঁ। আকৌ এটা গুচাই লৈ ফঁহিয়াবলৈ ধৰিছোঁ, এনেতে তামোল এৰি এবাৰ আঙ্গুলিতে ৰেপ্ দিলোঁ! পাণ, তামোল, বটা তেজেৰে ৰাঙলী হল! ভাগ্যে থুৰিৱা তামোল তিনিখনিত তেজ নালাগিল। সেই তামোল কেখনি ইহাতে লাহেকৈ তুলি নি কৰণিত থলোঁগৈ। আৰু, চাকুলী বায়ে দেখে বুলি, তেজ লগা পাণ-তামোলবোৰ নৰালৰিকৈ বকৰাণিত পেলাই দি বটাটো চিন্ মাৰি ধুই পেলালোঁ। তাৰ পাচত, কটা-আঙ্গুলিত চুণ-পাণ বান্ধি, বাহিৰলৈ ওলাই আহি দেখোঁ যে, গোহাঞিদেৰক পিচে-পিচে লৈ দেউতা বাট-চৰা পাইছেহি! মই লৰ মাৰি আকৌ ভিতৰ সোমালোঁগৈ। কটা আঙ্গুলিৰ বিষ ততালিকে গম্ নোপোৱা হলোঁ।





# ৩। আধ্যা।



## কুঁহিত পোক।

মোৰ মনত পৰাখিনিত দেউতাক ৰজাঘৰলৈ অসময়ত যোৱা দেখা নাই। আৰু, ডাঙৰীয়া-বিষয়াসকল সেই দৰে ৰজাঘৰলৈ যোৱাৰ বিধিও নাই। সিদিনা সন্ধিয়াপৰত স্বৰ্গদেৱে দেউতাক কিয় মতাই নিছিল আৰু দেউতাৰে সৈতে গুপুতে কি আলচ পাতিলে তাৰ একো সম্ভেদ্ নাপালোঁ। সেই সম্ভেদ্ লবলৈ কিমান যে যত্ন কৰিলোঁ, সকলো মিছা হল। এদিন বুঢ়াগোহাঞি ডাঙৰীয়াৰে সৈতে কথাবাৰ্ত্তা হওঁতে দেউতাই হঠাত ৰজাঘৰলৈ যোৱা কথাটো ওলাইছিল। পিচে, দেউতাই ঠাইতে পাক লগাই কথাৰ ধাৰ অইন পাকে বোৱাই নিলে। ডাঙৰীয়াই টলকিব নোৱাৰিলে; কিন্তু মই কথাটোলৈ বেচকৈ মন কৰি আছিলোঁ।

দেউতা ৰজাঘৰলৈ যোৱাৰ পিচদিনাৰপৰা মই গোহাঞিদেৱৰ আগত নোলাবলৈ আদেশ পৰিল। ডাঙৰ হবৰপৰা ভালমানুহৰ আগত ওলাবলৈ মোৰ স্বভাৱতে লাজ লগা হৈ আহিছিল। গোহাঞিদেৱে

সকৰেপৰা দেখা কাৰণে হে তেওঁৰ আগত ওলাওঁ-নোলাওঁকৈ ওলাই-ছিলোঁ। এতিয়া, চাকুলী বাইৰ মুখে দেউতাৰ সেই হাক-বচন শুনি-বৰপৰা গোহাঞিদেৱৰ নাম লবলৈকো মোৰ লাজ লগা হল। দেউতাৰ হাক-বচনত মোৰ বেজাৰ পাবৰ কাৰণ নাই, কিয়নো সেইটো সকলো ভাঁলমানুহৰ ধৰৰ দস্তৰ। কিন্তু, সেই অসময়ত ৰজাঘৰলৈ যোৱাৰ পিচদিনাই এই হাক-বচন কিয় শুনিব লগীয়া হল ? সেইটো মোৰ দুপতীয়া আশা-লতাৰ কুঁহিত বিঘিনি-পোক লাগিলহি নে কি ?

সেই ৰজাঘৰলৈ যোৱা দিনৰপৰা এপষ পাৰ হল। এই পষটো আনলৈ শুক্ল ; মোলৈ কৃষ্ণ। ইয়াৰ ভিতৰত গোহাঞিদেৱে মোৰ ছাঁটোও দেখিবলৈ পোৱা নাই। আৰু, মই কাৰো আগত তেওঁৰ নাম পৰ্য্যন্ত লোৱা নাই। গোহাঞিদেৱে মোক দেখা নাই, কিন্তু মই তেওঁক সদায় দেখোঁ। কিয়নো, তেওঁক চাবলৈ মোৰ বহুত সুবিধা আছে। মই বাৰ-জলঙাইদি জুমি চাব পাৰোঁ, চকোৱাৰ আৰত লুকাই চাব পাৰোঁ। গতিকে, সেই পষত গোহাঞিদেৱ মোতকৈও দুৰ্ভগীয়া, সেই পষটো গোহাঞিদেৱলৈ অমাবস্যা ৰাতি।

এইভাৱে আৰু এপষ গল। গোহাঞিদেৱৰ অন্তৰৰ বিষাদ ভাব মুখত বিবিঙি ওলাবলৈ ধৰিলে। আনে কিমান মন কৰে কব নোৱাৰোঁ, মই সদায় তেওঁৰ মনটি মৰা যেন দেখোঁ। খোৱা-লোৱাতো তৃপ্তি নোপোৱা-যেন দেখোঁ। দেখি দেখি দিনে দিনে মোৰ মন-প্ৰাণ হত হবলৈ ধৰিলে। খোৱা-লোৱাত মোৰ তৃপ্তি নগলা হল। আগতকৈও মোৰ মন-বেজাৰ-অশান্তিত বেচি দকৈ বুৰিবলৈ ধৰিলে। নিলগত থাকোঁতে গোহাঞিদেৱৰ সুখ-শান্তিৰ নিমিত্তে যিবোৰ কথা আলচিছিলোঁ সি মনতে মাৰ যাব লগীয়া হল। আকাশৰ ফুল আকাশতে মৰহি যোৱা যেন লাগিল। আৰু, ময়েই তেওঁৰ নতুন বিষাদৰ কাৰণ হলোঁ, এই কথাই মোৰ

অন্তৰ দহিবলৈ ধৰিলে। কিন্তু কি কৰিম! মোৰ মনৰ কথা মই হে বুজিছোঁ, আনক বুজাবলৈ মোৰ উপায় নাই; আৰু বুজিবলৈকো কোনো নাই। পৃথিবীত আন কোনোবাই মোৰ অন্তৰ ঢুকি পাইছে যদি, তেওঁ গোহাঞিদেৱ, এয়ে মোৰ সৰল বিশ্বাস। এই বিশ্বাসতে মই এফেৰি শান্তি পাওঁ।

মোৰ যেই হওক, গোহাঞিদেৱৰ কাৰণে চিন্তাই মোৰ অন্তৰ পুৰি-ডেই ছাই কৰিবলৈ ধৰিলে। ঘাট-মাউৰা গোহাঞিদেৱক আমাৰ ঘৰত সুখে-সন্তোষে ৰাখিবলৈ আনি এতিয়া জানিবা তেওঁক মাথোন আন্তৰিক অশান্তি দিয়া হৈছে। আৰু, ময়ে তাৰ কাৰণ হলোঁ! গোহাঞি-দেৱৰ শোক-বেজাৰৰ মূল কাৰণ মই! এনে কথা মোৰ প্ৰাণে যে খন্তেকলৈকো নসহে। যাৰ সুখ-শান্তিৰ নিমিত্তে দিনে-ৰাতিয়ে মোৰ ভাবনাৰ অন্ত নাছিল, যাৰ শোক-বেজাৰ পাহৰাবলৈ মই নানা কথা জুকিয়াই লৈছিলোঁ, আজি সেই জনৰ দুখৰ কাৰণ হলোঁ মই! ইয়াতকৈ আৰু হিয়া-বিদৰোৱা কথা মোলৈ কি হব পাৰে! হয়, এতিয়াও গোহাঞি-দেৱৰ বিষাদৰ আচল কাৰণ মই হে বুজিছোঁ। তেওঁ নো আজি কেইদিন-মানৰপৰা মনটি কিয় আমোলাই ফুৰে, তাৰ গূঢ় অৰ্থ মই হে ঢুকি পাইছোঁ। আনে ভাবিছে, গোহাঞিদেৱে তেওঁৰ মাউৰা অৱস্থাৰ কথা ভাবি হে বেজাৰ মনেৰে ফুৰে। তেওঁৰ অন্তৰ নুবুজা সকলে বুজিছে, তেওঁ স্বৰ্গীয় দেউতাকলৈ মনত কৰি হে আমনজিমনকৈ ফুৰে। এদিন দেউতাতে তাৰ প্ৰমাণ পালোঁ। গোহাঞিদেৱক মন মাৰি থাকিবৰ দেখি, এদিন দেউতাই তেওঁক কাষলৈ মাতি আনি এই দৰে বুজনি দিছিল, "দেউটি! কিয়নো বেজাৰ কৰি থাকাঁ? মৰা মৰি গল, এতিয়া সেইসকলে জীয়ালৈ পিঠি হে দিছে গৈ। এতিয়া তেওঁ দেৱতা, মনুষ্যৰ মৰম-ধৰম তেওঁত নাই। এই মৰতত যাৰপৰাই পিতৃৰ মৰম-চেনেহ পোৱা যায়, তেৱেঁই পিতৃতুল্য।

সংসাৰত তৰিবলৈ পিতৃৰ সহায় যি লাগিব, তাৰ অভাৱ তোমাৰ নাই। মই জীয়াই থকা কেইটা দিনত তুমি তেনে অভাৱত পৰিব নালাগিব।” ইয়াকে কৈ দেউতা নিৰৱ হল, গোহাঞিদেৱে নিটাল মাৰিয়েই ৰল। দেউতা নিৰৱ হৈছিল, গোহাঞিদেৱৰপৰা কিবা উত্তৰ পাবলৈ বুলি; কিন্তু গোহাঞিদেৱে ফুটাই এটি কথাও নকলে। কিন্তু, হায়, দেউতাই যি বুজনি দিলে সি গোহাঞিদেৱৰ মৰ্ম্মবেদনা ঢুকি নাপালেগৈ। দেউতাই যি ভাবি সেই কেইআষাৰ জ্ঞান দিলে, সেই ভাবত গোহাঞিদেৱ আচলতে নাই। তেওঁ যি ভাবত, সেই ভাব মই হে বুজিছোঁ। মই হে তেওঁৰ মনৰ আচল ভাব বুজি উচিত বুজনি দিব পাৰিলোহেঁতেন। দেউতাই বুজাওঁতে মই বাৰ জলঙাইদি জুমি চাই আছিলোঁ। চাই চাই আৰু শুনি শুনি মোৰ মনে উচুপিচাবলৈ ধৰিলে। মনতে এনেহে লাগিছিল, যেন দেউতাৰ আধা কোৱা হওঁতেই ইফালৰপৰা আচল কাৰণটো মই কৈ দিম! যি হওক, দেউতাই বুজনি দিলে, গোহাঞিদেৱে শুনিলে। শুনিলে আৰু শুনিলে; তেওঁ একো এটি উত্তৰ নিদি দেউতাৰ কাষৰপৰা ভক্তিভাৱে আঁতৰি তেওঁৰ কোঠাত সোমালগৈ।

এই ভাৱেই আপদীয়া দিন আৰু কেইবাটাও পাৰ-হল। গোহাঞি-দেৱৰ মনৰ বিকাৰ গুচাবলৈ মই একো এটা উপায় কৰিব নোৱাৰিলোঁ! গোহাঞিদেৱে ভাবিছিল চাগৈ, মই একেবাৰে তেওঁলৈ পাহৰিলোঁ বুলি। তেওঁ ভাবি লৈছিল জানো, মই আপোন-মনে মহা সুখে আছোঁ, তেওঁৰ ভাবনা ভাবিবলৈ মোৰ দৰ্কাৰ কি? তেওঁ ভাবিছিল চাগৈ, তেওঁৰ অন্তৰৰ বেদনা বুজোঁতা জগতত আৰু কেও নাই। এনে নিঠুৰ ধাৰণাত চাগৈ গোহাঞিদেৱৰ শোক দিনে বাঢ়িছিল। কিন্তু মোলৈ তেওঁৰ তেনে ভাব নিতান্ত অসহনীয়। মোক তেনে ভাবি যদি তেওঁৰ বেজাৰ বাঢ়িছিল, তেন্তে মোতকৈ অভাগিনী আৰু জগতত নাই। মৰে তেওঁৰ বেজাৰৰ

যাই কাৰণ, ময়ে তেওঁৰ সেই বেজাৰ বঢ়াওঁতা, ইয়াতকৈ আৰু ডাঙৰ সন্তাপৰ কথা মোলৈ কি হব পাৰে! যি হওক, কি উপায়ে নো গোহাঞিদেৱৰ মনৰপৰা এই ভুল ধাৰণা গুচাব পাৰি, তাৰ চিন্তাত ধৰিলোঁ। ভাবি ভাবি একো উপায়-বুদ্ধি নাপাওঁ। কত পাঙোঁ কত ভাঙোঁ, একো এটা স্থিৰ কৰিব নোৱাৰোঁ। মোৰ উদ্দেশ্য হৈছে যে, মই গোহাঞিদেৱলৈ পাহৰা নাই বুলি কেনেকৈ তেওঁক জানিবলৈ দিয়া হয়। তেওঁ কেনেকৈ বুজিব পাৰে যে, মই সদায় তেওঁৰ ভাবনাতে আছোঁ। কি উপায়ে তেওঁক গম্ পোৱাওঁ যে, মই তেওঁক মোৰ প্ৰাণতকৈও ভাল পাওঁ। দুপৰীয়া নিৰলে সদায় এই চিন্তাত বহোঁ। দেউতা আৰু গোহাঞিদেৱ ৰজাঘৰলৈ ওলাই গলেই, ইফালে মোৰ এই চিন্তা। চিন্তোঁ হয়, কিন্তু এদিনো তাৰ অন্ত নাপাওঁ। এই দৰেই কেইবা দিনো গল। এদিন দুপৰীয়া এই চিন্তাত ভাগৰি ফুলনি-বাৰীত সোমালোঁগৈ। দেখিলোঁ, মোৰ গোলাপ কেইজুপি ফুলি জকমকাই আছে। তাৰে ভালকৈ ফুলা এপাহী আৰু ঢোপাকলি এটি তুলি ললোঁ। কি ভাবি কব নোৱাৰোঁ, কোনোবা এপাকে গোহাঞিদেৱৰ শোৱাকোঠাত সোমালোঁহি। সোমাই ইফালে-সিফালে চালোঁ, কোনো নাই। লাহেকৈ কলিটি আৰু ফুলপাহী যোৰ পাতি গোহাঞিদেৱৰ গাৰুটিৰ ওপৰতে সজাই থৈ লৰালৰিকৈ ওলাই আহিলোঁ। গুপুতে এই কামফেৰি কৰি আহি, মোৰ মনত কিবা এটা অসাধ্য সাধিলোঁ যেন লাগিল। কিন্তু এই কামৰ ফলাফল ভাবি, মন আকৌ অস্থিৰ হবলৈ ধৰিলে। গোহাঞি-দেৱে ভাল পোৱা এটি কাম সাধি আহিছোঁ, এনে ভাবে আনন্দত মোৰ মন ফুলাই তুলিছিল। কিন্তু আকৌ চালোঁ, জানোবা তেওঁ আহি ইয়াৰ আচল তত্ত্ব নোপোৱাকৈ এই কথা লৈ জনজনাই দিয়েহি! তেতিয়া ভিতৰে-বাহিৰে হুলস্থুল লাগি উঠিব। দেউতাই পোনেই মোক হে

ভাবিব। নাভাবিবলৈ, মোত্ বাজে এনে কাম কৰিবলৈ আমাৰ ঘৰত আৰু আছে কোন্? এই আশঙ্কাত মন আকৌ জঁয় পৰি আহিল। এইদৰেই এবাৰ এটা ভাবে মন ফুলাই তোলে, আকৌ আন এটাই মুদাই নিয়ে। এনে উগুল-থুগুল ভাবে মনৰ ভিতৰত উৎপাত লগাই থাকোঁতেই দেখিলোঁ, গাহাঞিদেৱ আহি পদলিমুৰ পালেহিয়েই! তেওঁ এতিয়াই ভিতৰ সোমাবহি! দেখি নো বুলিব কি! এই উতলা ভাবত মই তৰণি নোপোৱা হৈ উঠিলোঁ। সেই মুহূৰ্ত্তটো মোলৈ বৰ সাংঘাতিক যেন লাগিল! গোহাঞিদেৱ সোমালহি। ওলাই অহালৈ আৰু মোৰ বাট চাবৰ শক্তি নহল!





# ৪। আধ্যা।

## চিঠি-পত্র।

কেইদিনমানৰপৰা দেউতাৰ মনটিত ৰং। পুৱা-গধূলি জিৰণিৰ সময়ত তেওঁৰ মনটি ফুলি থকা যেন দেখোঁ; আৰু, মই মন কৰিছোঁ, মানুহৰ লগত কথাবাৰ্ত্তা হওঁতে, অলপ মন ভাল লগা কথা ওলালেই দেউতাৰ মুখত হাঁহি বিৰিঙ্গিবলৈ ধৰে। ইয়াৰ আচল অৰ্থ কি তাক হে বুজিব পৰা নাই।

ৰজাঘৰৰপৰা মানুহ অহাটোও কেইদিনমানৰপৰা ঘন হৈছে। সেই দিনা দেউতাক অসময়ত ৰজাই মতাই নিয়াৰ পাচৰপৰা ৰজাঘৰীয়া মানুহ কেইবাযোৰাও লালিকৈ আহিছিল। তাৰ পাচতো নিতৌ আহিবই লাগিছে। আহেমানে যেন দেউতাই ভাল পায়। মানুহ উঠি যাবৰ সময়ত দেউতাই এনে ভাৱে বিদায় দিয়ে, যেন সিবিলাক আকৌ আহেগৈ। মোৰ হলে, কি এটা কথা, ৰজাঘৰৰ মানুহ বুলিলে দেখিবৰ মন নাযায়, আমনি কৰিবলৈ অহা যেন হে লাগে। দেউতাই ভিতৰলৈ তামোল খুজি পঠিয়ালে মনে-মনে মোৰ বৰ খং উঠে। নোৱাৰাত হে তামোল কাটি দি পঠিয়াওঁ। এই মানুহবিলাক আহে কিয় আৰু কেইদিনামানৰপৰা অহা ঘন হৈছে কিয়, মই বুজিব পৰা নাই।



দেউতাৰ মনত ৰং লগাৰ আৰু এটি কাৰণ আছে। অৰ্থাৎ, কেইদিন-মানৰপৰা গোহাঞিদেৱৰ মনটি মুকলি। আগৰ দৰে তেওঁ আমনজিমনকৈ নাথাকে। কাম-কাজ, কথা-বাৰ্ত্তা সকলোতে তেওঁৰ সন্তোষ আৰু উৎসাহ লগা যেন দেখা যায়। দেউতাই ভাবিছে যে, তেওঁৰ সেই দিনাৰ সাৰুৱা বুজনিয়ে এইঁ ক্ষেৰা গুণ ধৰাইছে। এই বিশ্বাসতে তেওঁ এতিয়া গোহাঞিদেৱলৈকো বৰ সন্তোষেৰে চায়। অপুত্ৰক দেউতাৰ গোহাঞিদেৱেই যেন একেটি পুত্ৰ, তেওঁৰ ভাবত এনে বুজা যায়। আৰু, দেউতাৰ তেনে ভাব দেখি মোৰ বুকুত জুৰ্ লাগি আছে। এনে ভাব দেউতাৰ মনত যিমান ডাঠ হয়, সিমানেই মই ৰং পাওঁ। সি যি হওক, কিন্তু দেউতাই গোহাঞিদেৱৰ মন মুকলি হোৱাৰ আচল অৰ্থ এতিয়াও চুকি পোৱাগৈ নাই। দেউতাৰ সাৰুৱা বুজনিয়ে গোহাঞিদেৱক জ্ঞান দিলে হয়, কিন্তু এই অভাগিনীয়ে নাজানি কৰা এফেৰি কামে হে তাৰ আচল গুটি ধৰালে।

সেই দিনাৰপৰা মই দিনৌ এযুৰি ফুল গোহাঞিদেৱৰ গাৰুৰ ওপৰত সজাই থবলৈ ধৰিলোঁ। আৰু, পাচলৈ সি মোৰ দিনৌ কৰিব লগীয়া এটা কামৰ দৰে হৈ উঠিল। আগদিনা ফুলযুৰি সজাই থৈ আহোঁগৈ, পিচদিনা কৰণিত তুলি থোৱা পাই তাক উলিয়াই পেলাওঁগৈ। —এই কামটিৰ বিষয়ে গোহাঞিদেৱ আৰু মোত্ বাজে আন কেৱে নাজানে। আৰু, এই কাৰ্য্যৰ মূলত কোন্, গোহাঞিদেৱেও সেইটি জানে বুলি ডাঠি কব নোৱাৰে। সেই দৰেই ভালেমান দিন পাৰ হৈ গল। পিচে, সেই কামটিৰ কৰোঁতা কোন্, তাক জানিবৰ কাৰণে কেইদিনমানৰপৰা গোহাঞিদেৱৰ মনত উগুল-থুগুল লাগিল। সেই অৰ্থেই এদিন তেওঁ ফুল কেইপাহী কৰণিত তুলি থওঁতে, লগতে এডুখৰি তুলাপাতত "কোন্ ইটি মনচোৰ ?" এই কেইটি কথা লিখি থৈছিল। পিচে, পিচদিনা মই নতুন থৈ পুৰণি পেলাবলৈ যাওঁতে তুলাপাত ডুখৰিত লিখা কথাকিটি পঢ়ি চাই, আপোনা-আপুনি লাজে-ভয়ে-সুখে-দুখে

বিভোৰ হৈ পৰিলোঁ। কিছুমান পৰ এইভাৱে ঠৰ লাগি বৈ আছোঁ, এনেতে মাৰলঘৰেদি যাওঁতে কোনোবাই "কোন্ সিটি" বুলি মাত লগাই গল। মই সেই পোনেই মুছকঁছ যোৱাৰ দৰে হলোঁ। তাৰ অলপ পাচত, হাতৰ সাৰে ভৰিৰ সাৰে মই গোহাঞিদেৱৰ শোৱা-কোঠাৰপৰা ওলাই পোন্-চাতেই পিচচোঁতাল পালোঁগৈ। সেই দিনাৰ পালি সেই দৰেই অন্ত পৰিল। পিচদিনা ফুল থবলৈ সোমাই গৈ, ময়ো সেই তুলাপাত ডুখৰি পিঠিত "চোৰ নহওঁ,—আপোনাৰ মই হে" এই বুলি লিখি ফুলযুৰিৰ তলত পাৰি থৈ আহিলোঁগৈ। ইয়াকে পাই গোহাঞিদেৱে বা আকৌ মনত কি ভাব লয়, সেইটি জানিবৰ নিমিত্তে মনত উগুল-থুগুল লাগিবলৈ ধৰিলে। সেই দিনা সন্ধিয়ালৈকে বাৰ-জলঙাৰপৰা চকু তুলিব নোৱাৰিলোঁ। গোহাঞিদেৱৰ ওলাওঁতে-সোমাওঁতে তেওঁৰ ভাব-গতিত সেই বিষয়ৰ কিবা উমান্ পাওঁ বুলি চাওঁতেই গল। ৰাতিলৈ টোপনিৰো নাটনিত পৰিলোঁ। পাটীত পৰিবৰ কত পৰ হল, আনবিলাক সকলো শুই নিৰ্পালি দিলে, তেতিয়াও মোৰ চকুত টোপনি নাই। শেহ-ৰাতি মাথোন চিল্‌মিল্‌কৈ এঘুমটি টোপনি আহিছিল। পিচদিনা কেতিয়া পুৱাটো পাৰ হয়, কেতিয়া দুপৰ হয়, কেতিয়া দেউতা আৰু গোহাঞিদেৱ ওলাই যায়, তালৈ বাট চাই চাই আমনি লাগিছিল। পিচে, সিবিলাক গৈ বাটচৰা পাৰ নৌ হওঁতেই মই গোহাঞিদেৱৰ শোৱাকোঠা পালোঁগৈ। পাই, দেখোঁ যে, কৰণিত ফুল দুটি এখন তুলাপাতত যতনেৰে তুলি থোৱা আছে। মই লৰালৰিকৈ তুলাপাতখন টান মাৰি আনি পঢ়ি চাওঁ যে, এই কেফাঁকি কথা লিখা আছে, "কোনে কি নোহোৱা 'মই', ভা-ভা-ভাবত ভানু-উদয়"। পঢ়ি যাওঁতেই মোৰ হাঁহি উঠিল; বোলোঁ, গোহাঞিদেৱৰ খোনা হল নে কি? ভা-ভা-ভাখন কিহৰ! কিন্তু পিচমুহূৰ্ত্তত মই লাজত তলমূৰ কৰিলোঁ; বুজিলোঁ, মোক তেওঁ ধৰা পেলাইছে। মই সেই সময়ত ভিতৰি কি যে হৈছিলোঁ, কবলৈ কথা বিচাৰি নাপাওঁ।

এই দৰেই গল দিনচাৰেক। গোহাঞিদেৱেও কিবা এফাঁকি লিখি থৈ যায়, ময়ো কিবা এটি উত্তৰ লিখি থৈ আহোঁগৈ। এনে ব্যৱস্থাই গোহাঞিদেৱক কিমান সুখ দিছিল কব নোৱাৰোঁ, মই হলে আনন্দত উতলি পৰিছিলোঁ, মোৰ আগৰ চিন্তা-ভাবনা সকলো পাহৰি গৈছিলোঁ। এনে ব্যৱস্থা যেন চিৰকাল চলিব, এনে সুখৰ যেন অন্ত নপৰিব, এনে ভাবিছিলোঁ! পিচে, এদিন এই সুখ উপচি পৰা যেন পালোঁ। আবেলি এদিন মই মূৰ মেলাই আছোঁ, এনেতে চাকুলী বাইৰ পুতেক আহনাই চুচুক-চামাককৈ মোৰ ওচৰ চাপি মোৰ কোঁছতে বিযোগ-নিদিয়া লেফাফা এটা পেলাই দি ভিৰাই লৰ ধৰিলে। মই 'কি' বুলি সুধিবলৈকে নাপালোঁ। লৰালৰিকৈ লেফাফাটো মেলি চাওঁ দেখোন ভিতৰত এখন চিঠি। আখৰ গোহাঞিদেৱৰ। কথা এই কেই আষাৰ:—"ভানু! তোমাক নো মই কি সম্বোধন ধৰিব পাওঁ, ভাবি-চিন্তি পাইছিলোঁ, কাৰ্য্যত দেখাবলৈ সাহ নহল। আৰু, কপালত নাথাকিলে সি কাৰ্য্যত কেনেকৈ ফলিয়াব! সম্প্ৰতি সম্বন্ধ কৰবলৈ মোৰ চল নাই; কিন্তু মোৰ এই শোকে-চেপা হিয়াত যে তোমাৰ মোহিনী মূৰ্ত্তি কেতিয়াবাৰেপৰা থাপনা কৰা হৈছে, সেই হঁচা কথা কবলৈ সঙ্কোচ নকৰোঁ। মন পালে, মনোভাব আৰু প্ৰকাশিব পাৰিম। কিন্তু, ইয়াতে কিবাজানি বহুত দোষ কৰিছোঁ! ভানু ক্ষমা কৰিবা।" চিঠিখনি ঘূৰাই ঘূৰাই তিনিবাৰ পঢ়িলোঁ। আকৌ পঢ়িলোঁ। পঢ়ি হেঁপাহ ছুগুচিল, আকৌ পঢ়িম বুলি বিহাৰ আঁচলত বান্ধি থলোঁ।

—❖—



# ৫। আধ্যা।



## বিহু-বিয়া।

মই ববকৈ মন কৰা নাই, দিনচাৰেকৰপৰা আমাৰ ঘৰত বিয়াৰ মেল। কাৰ বিয়া কব নোৱাৰোঁ, কিন্তু চাৰিওফালে পাণ-তামোল, গুৰ-গাথীৰ লগোৱাৰ ধুম পৰিছে। গায়ন, ধুলীয়া, নামতী মতোৱাৰ দিহা দিয়া চলিছে। বিয়ালৈ মানুহ মতাৰ ব্যৱস্থা হৈছে। ঘৰ-দুৱাৰ সজাই ৰভা দিয়াৰ যো-জা চলিছে। এই নিয়মে কেইওপিনে ধুমধাম লাগি গৈছে। ঘৰৰ লিগিৰা-লিগিৰী সকলো বিয়া-বলিয়া। বিয়াৰ কাৰবাৰত ঘুৰি-পকি ফুৰোঁতে দেউতাৰ স্ফুৰ্ত্তি-শান্তি নাইকিয়া হৈছে। তলে তলে ইমানলৈকে কেতিয়া আগ বাঢ়িল মই কবই নোৱাৰোঁ; আৰু আধা-গোপনে কাৰবাৰ চলোৱাৰ নো উদ্দেশ্য কি, তাকো নুবুজিলোঁ।

সি যি হওক, এতিয়া বিয়া কাৰ? এবাৰ শুনিলোঁ, ৰজাৰ জীয়েক তৰা আইদেউৰ লগত চাৰু গোহাঞিদেৱৰ বিয়া। কথাটো শুনি পোনেই হতাশ হলোঁ। কিন্তু, আকৌ ভাবি চালোঁ, যাৰে সৈতে যাৰ বিধাতাই যোৰা পাতিছে তাক কোনে খণ্ডাব? ভাগ্যৱতী তৰা আইদেউৰে সৈতে ভাগ্যৱন্ত চাৰু গোহাঞিদেৱৰ যোৰা মিলিছে, তাত মোৰ বেজাৰ কিহৰ?

মই অভাগিনীয়ে গোহাঞিদেৱক ভাল পাওঁ, সেই বুলি তেওঁৰ ভাগ্যখনো মই কাঢ়ি লব পাৰোঁ নে? আৰু, পাৰিলেও লম কিয়? তেনে হলে যে মোৰ ভালপোৱা স্বাৰ্থপৰ হব। মই তো মোৰ সুখৰ নিমিত্তে গোহাঞি-দেৱক ভাল পোৱা নাই। তেওঁৰ সুখত, তেওঁৰ সৌভাগ্যত মোৰ অপাৰ সুখ, অসীম সৌভাগ্য। এতেকে, এই কথাত মই কেতিয়াও বেয়া পাব নালাগে। তদুপৰি, তৰা আইদেউ মোৰ প্ৰাণৰ সখী। তেওঁ সুখী হলেও মই সেই সুখৰ ভাগ পোৱাৰ নিচিনা। তৰা আইদেউ গোহাঞিদেৱৰ হৃদয়ৰ গৰাকিনী হব। কিন্তু, মইতো মোৰ গোহাঞিদেৱৰ চৰণৰ গৰাকিনী হব পাৰিম। এই ফেৰি অধিকাৰৰপৰা মোক কেৱে বঞ্চিত কৰিব নোৱাৰে। এক পুৰুষৰ চৰণ সহস্ৰ গোপিনীয়ে পূজাৰ বিধি আছে। ভগৱন্ত শ্ৰীকৃষ্ণদেৱে তাৰ জ্বলন্ত পটন্তৰ থৈ গৈছে। ইয়াকে ভাবি চিন্তি নিশ্চিন্ত হলোঁ। আনৰ লগত বিয়া-বৰীয়া হবলৈ মোৰো মন গল।

কিন্তু, যি ভাবিছিলোঁ সি নহয়। মই তাতোকৈ অভাগিনী। মোক চিৰ-দুখুনী কৰিবলৈ বিধাতাৰ ইচ্ছা। মোক জীৱন্তে জীয়াতু কৰিবলৈ বিধিৰ ব্যৱস্থা! মোৰ ইহ-পৰকাল হানি কৰিবলৈ বিধিৰ বিড়ম্বনা।—বিয়া সিখন নহয়, ইখন হে! ৰজাৰ কোৱঁৰলৈ বোলে মোক বিয়া দিয়ে! কি আচৰিত! কেনে অভাবনীয় কথা! শুনি যাওঁতেই বজ্ৰপাত পৰি মই নমৰিলোঁ কিয়? মোক দেউতাই দ্বিচাৰিণী কৰিবলৈ ব্যৱস্থা পাতিছে! মই যে মোৰ মন-প্ৰাণ মোৰ ইষ্টগুৰু প্ৰাণৰ স্বামী গোহাঞিদেৱৰ চৰণত মনে মনে কেতিয়াবাই সঁপিলোঁ। এতিয়া যে আৰু মোৰ ওপৰত আনৰ অধিকাৰ নাই। কিন্তু হায়, দেউতাৰ বা দোষ কি? তেওঁ তো মোৰ অন্তৰৰ ভাব বুজা নাই। বুজিব কেনেকৈ? কাৰ্য্যত দেখাকৈ মোৰ মনোভাব মোৰ হৃদয়ৰ স্বামী প্ৰাণৰ ঈশ্বৰ গোহাঞিদেৱে জানিবলৈকো অলপ বাকী হে। তেন্তে নো কি

উপায় হ'ব এতিয়া ? এনে মহা বিপদৰপৰা কোন্ গোসাঁয়ে মোক উদ্ধাৰ কৰিব। এই মহা সঙ্কটত মই কাৰপৰা একেৰি ভৰসা পাম ?—গোহাঞিদেৱলৈ লিখি সুধিম ? দেহিঐ, কি সতে লিখিম, মোৰ কাপত তেনে নিঠুৰ কথা কোন্ মুখে ওলাব ! এই অসহনীয় উগুল-থুগুল ভাবত তৰণি নাপাই এখুজি-দুখুজিকৈ উমানত গৈ থাকোঁতেই ফুলনিত ওলালোঁগৈ।

ফুলনিত মোৰ কিমান পৰ হল কব নোৱাৰোঁ। তাতে সন্ধিয়া লাগিল। গাৰ নোম নেদেখা হল। ঘৰৰ ভিতৰত এটি-দুটিকৈ চাকি জ্বলিছে। লিগিৰা-লিগিৰীবিলাকে গৰু-গাই বান্ধি ভিতৰ সোমাইছে। জাৰত কঁপি কঁপি চাকুলী বুঢ়ী জুহালৰ ওচৰ চাপিছেগৈ। এনেতে, পদুলিমূৰৰ কদমৰ ডালৰপৰা ফেঁচা এজনীয়ে 'নি—ই—ওঁ' বুলি মাতিলে ! শুনি মোৰ ভাল লাগিল। এই মাতত আনকালৰ নিঠুৰ ভাব নাই। শুনি গা শাঁত লাগি হে গল। ফেঁচাই আকৌ বুলিলে 'নি—ই—ওঁ'। মই কলোঁ, 'মোকে নিয়া'। এনেতে, পিচফালৰপৰা লৰি আহি কোনে অতি কাতৰ ভাৱে মাত লগালেহি, "কিয় নিব তোমাক ভানু, নিব লাগে যদি মোক নিয়ক।" উলটি চাই মই অবাক্ ! দুয়ো অলপমান পৰ ঠৰ লাগি ৰলোঁ। তাৰ পাচত,

গোহাঞিদেৱ।—ভানু !

মই।—প্ৰাণনাথ !

গোহাঞিদেৱ।—নকবা সি কথা।

মই।—হেজাৰবাৰ কম। লাখ-লাখবাৰ কম।

গোহাঞিদেৱ।—ভানু ! এতিয়া আৰু তোমাৰ স্নেহ ভাব সলাবৰ দিন পৰিলহি !

মই।—সঁচা, প্ৰাণেশ্বৰ ! মোৰ এই দেহা সলাবৰ সময় পৰিছেহি।

গোহাঞিদেৱ।—কিয় কোৱা তেনে কথা, ভানু !

মই।—তেন্তে নো কি সলাবলৈ কয়, প্ৰাণনাথ ?

গোহাঞিদেৱ।—উতলা নহবাঁ ভানু! এতিয়া অস্থিৰ হবৰ সময় নহয়। নিজৰ ভাগ্যৰ শৰণ লবলৈ হে এতিয়া সাজু হব লাগে।

মই।—নহওঁ উতলা, প্ৰাণনাথ! মই আজি আগতকৈও স্থিৰ। নিজ ভাগ্যৰ শৰণ লবলৈ মই আজি সাজু হৈছোঁ।

গোহাঞিদেৱ।—তেন্তে মোৰ প্ৰতি তোমাৰ এই সম্বোধন কিয়? এতিয়াৰপৰা তুমি মোক লৰাকালৰ লগৰীয়া বুলি মাথোন ভাবিবাঁ। বিধাতাই তোমাক যাৰে সৈতে যোৰা পাতিছে, তুমি সেই ভাগ্যধৰৰ চৰণ চিন্তিবলৈ ধৰাঁ। আগন্তুক বিয়াই তোমাক যুৱৰাণী কৰিব; তাৰ পাচত তুমি পটেশ্বৰী হবাঁ। (কথা শুনি থাকোতেই মই মূৰ্চ্ছা গলোঁ)

*　　*　　*　　*　　*

মই।—(অলপ হুঁচ্ পাই) কিয় এনে নিদয় হৈছে, প্ৰাণনাথ! আপোনাৰ মুখে এনে নিকৰুণ কথা শুনিবলৈকে মই এতিয়াও জীয়াই আছোঁ!

বতাহত উভলি পৰা কলপুলিৰ দৰে মই গোহাঞিদেৱৰ চৰণত উবুৰি খাই পৰি বিভ্ৰম হলোঁ। কত আছোঁ, কি কৰিছোঁ, খন্তেকলৈ মই পাহৰি গলোঁ। গোহাঞিদেৱ বিচুৰ্ত্তি হল। তেওঁ অতি যতনেৰে তেওঁৰ চুৰিয়াৰ থোৰৰ আগেৰে মোৰ মুখ মছি দি, বিচেষ্টা হৈ কবলৈ ধৰিলে, 'ভানু! ভানু! কি কৰাঁ! মানুহে দেখিলে কি বুলিব!"

মই।—প্ৰাণনাথ!

গোহাঞিদেৱ।—ভানু! মই মহা বিপদীয়া। এনে সময়ত এনে অৱস্থাত মোক তোমাৰে সৈতে ইয়াত অকলৈ দেখিলে মানুহে বুলিব কি? ইমান বিপদেও আটিছে।

মই।—প্ৰাণেশ্বৰ! আপোনাৰ বিপদ বঢ়োৱাৰ আগেয়ে মোৰ প্ৰাণ দেহাৰপৰা বাজ হওক।

গোহাঞিদেৱ।—নকৰাঁ তেনে কথা ভানু! মোৰ বিপদলৈ মই ভৰা নাই।

মই আজিয়েই এই দেহা এৰিব পাৰিলে ভাল পাওঁ। কিন্তু, ভানু, মোৰপৰা তোমাৰ কেনেবাকৈ বিপদ ঘটে বুলি হে মোৰ ভাবনা। মই বুজিছোঁ, মই ইয়াত থাকোঁমানে তোমাৰ মন স্থিৰ নহব। আগন্তুক শুভকাৰ্য্যত মই বিঘিনি ঘটোৱাটো হে হব। সেই কাৰণে, কাইলৈ পুৱাৰপৰা মোক আৰু ইয়াত কেৱে নেদেখে। এই শেষ দেখা দি, তোমাৰ ওচৰত বিদায় লবলৈ হে আহিছিলোঁ।

গোহাঞিদেৱৰ মুখত কি এটা ভয়লগা ভাবৰ চিন্ বিৰিঙ্গি উঠিল। তেওঁ কিবা উদ্দেশ্যত দৃঢ়প্ৰতিজ্ঞ যেন দেখিলোঁ। মোৰ মুখলৈ এবাৰ কাতৰভাৱে চাই, তেওঁ উভ্ৰাৱল হৈ যাবলৈ ঘূৰিল। মই পিচফালৰপৰা তেওঁৰ ভৰি দুটিত গৰা মাৰি ধৰি আকৌ দীঘল দি পৰিলোঁ। বেহুঁচ্ হলোঁ!

*  *  *  *

গোহাঞিদেৱ।—কি বিপদ! ভানু, তুমি নুবুজাঁ কিয়? তামাৰ এনে উতলা ভাৱে কিবা ওলটাব পাৰিব নে? অবুজ নহবাঁ। মোৰ কথা শুনা। শুভকাৰ্য্যত বিঘিনি নজন্মাবাঁ। উঠাঁ, ঘৰলৈ যোৱাঁ। তুমি মোৰ এই কথা শুনিলে মই বৰ ৰং পাম।

মই।—প্ৰাণনাথ! মই প্ৰাণ দিও আপোনাৰ কথা মানিবলৈ সাজু আছোঁ। কিন্তু, প্ৰাণেশ্বৰ! এই দুখুনী অভাগিনীৰো শেষ কথা এটি আপুনি ৰাখিব লাগে। আপুনি মোক আৰু দুটা দিন দিয়ক। কাইলৈ নগৈ, আৰু দুদিন পলমে যাওক।

গোহাঞিদেৱ অগত্যা মোৰ কথাত মান্তি হল। ভিতৰত চাকুলী বুঢ়ীয়ে মোক বিচৰা যেন গম্ পালোঁ। ধীৰে ধীৰে গোহাঞিদেৱ পদুলিমুৰলৈ ওলাল। মই পিচ-দুৱাৰেদি ভিতৰ সোমালোঁহি।

—❖—



# ৬। আধ্যা।

---

## যোলবছৰীয়া লৰা।

ফুলনিত মোৰ বহুপৰ হল হবলা। ইয়াৰ ভিতৰতে দেউতাই বোলে মোক দুবাৰ বিচাৰিছিল। আৰু, তৰা আইদেউৰ ওচৰৰপৰাও দুবাৰ মোৰ ওচৰলৈ কোনোবা আহিছিল বোলে; মোক নেপাই চাকুলী বাইৰ হাতত এখন চিঠি দি থৈ লগুৱাটো গুচি গল। ইফালে চাকুলী বুঢ়ীয়ে জন্‌জনাই দিলে। চিঠিখন সখীৰ,—তৰা আইদেউৰ। তেওঁৰ হেনো মোৰ লগত এটা গুপুত কথা আছে। পাৰিলে কাইলৈ পুৱা তেওঁ এবাৰ মোক লগ পাব। মনতে শলাগি থলোঁ,—'লগ পাব'! তাৰপাচত, লৰালৰিকৈ চাকুলী বাইক সুধিলোঁ, দেউতাই নো মোক কিয় বিচাৰিছিল। চাকুলীয়ে কলে, "বিচাৰিছিল কিয়, কাকো একো নকলে দেখোন। দেউতাৰ হাতত সোণৰ ফুল দুপাহমান দেখিছিলোঁ। তাকে দিবলৈ বিগাৰিছিল হবলা।" মই মনতে শলাগি থলোঁ,—"ওঁ সোণৰ ফুল পিন্ধিম"!

চাকুলী বাইক তাতে এৰি মই শোৱা-কোঠা সোমালোঁহি। আৰু, তাই মনটো আমোলাই নিজৰ কামত ধৰিলেগৈ। মই নিজঞাল পাই, নানা কথা ভাবিবলৈ ধৰিলোঁ। ভাবিলোঁ, আজিক এৰি আৰু তিনদিন আছে। তাৰ পিচদিনা মোৰ নামে পতা বিহবিয়াৰ টেকেলি। গতিকে,

মোৰ হাতত মুঠেই দুদিন আছে। আৰু, গোহাঞিদেৱে মোক দুদিনলৈ হে দিন দিছে। তাৰ পাচত আৰু তেওঁক ইয়াত কেৱে নেদেখে। কিন্তু, তেওঁ আগধৰি বাজ হব লাগিলে মোৰ আন কোনো উপায় নাথাকিব। আৰু, তেতিয়া হলে তেওঁক সকলোৱে দায় দিব। বিশেষ, তেনে হলে, ৰজায়ো তেওঁক অপৰাধী কৰিবৰ আশঙ্কা থাকে। গোহাঞি-দেৱে মনৰ বেজাৰত বিপদলৈ পিঠি দিছে হয়, কিন্তু ৰজাই তেওঁক বিচৰাই ধৰাই আনি ইয়াৰ প্ৰতিশোধ লব। ৰাজকোৱঁৰৰ বিয়াত বিঘিনি জন্মোৱাটো সামান্য অপৰাধৰ কথা নহব। তেতিয়া হলে, এই দুখুনীৰ দুয়ো কুল হেৰাব। গোহাঞিদেৱৰ প্ৰাণলৈকো আশঙ্কা; আৰু ময়ো জীৱন্তে অনাথিনী হম। এতেকে, বিয়াৰ বিঘিনি ঘটোৱাত কেতিয়াও গোহাঞিদেৱক কাৰণ হবলৈ নিদিওঁ। কিন্তু, কি উপায়ে এই অসাধ্য সাধন কৰোঁ! বিয়াৰ বিঘিনি সম্পূৰ্ণে ময়ে নহলে, আৰু অইন উপায় নেদেখোঁ। বিয়া মই ভঙ্গাটো নহলে, ইয়াৰ বিষময় ফল গোহাঞিদেৱ আৰু দেউতাৰ গাত ফলিয়াব। এতেকে, ভাবি পাইছোঁ, ঘৰৰপৰা মই বাজ হোৱাটোৱেই আটাইতকৈ ভাল উপায়।

এই কথা অতি গুপুত। কিন্তু, মোৰ যোৱাব উদ্দেশ্য ভালকৈ ভাঙ্গি কৈ নগলে, গোহাঞিদেৱে পাচতো গোলমাল লগাব পাৰে। তেওঁ যদি আগৰ কথামতে দুদিনৰ মূৰত, মই যোৱাৰ পাচতো যায়, তেতিয়া হলেও সকলোৱে ভাবিব যে, এইবোৰ দুইবো কেতিয়াবাৰেপৰা আলচ। পিচে, কি উপায়ে তেওঁক এই কথা জনাওঁ? মুখেৰে কবলৈ গলেও, গোহাঞিদেৱ আগ হব। তেওঁ মোক কেতিয়াও যাবলৈ নিদিয়ে। এতেকে, চিঠিৰে জনোৱাটোৱেই সবাতকৈ ভাল উপায়। যাবৰ সময়ত যাবসৰকাই চিঠিখন তেওঁৰ শোৱাকোঠাত পেলাই থৈ যাম। ইয়াকে স্থিৰ কৰি লৰালৰিকৈ চিঠি লিখিবলৈ বহিলোঁ। অলপ সময়ৰ ভিতৰতে

চিন্তিত ভালেমান কথা লিখিলোঁ। চিঠি বৰ দীঘল হল। তথাপি, দুবাৰ ঘুৰাই ঘুৰাই পঢ়িলোঁ। পঢ়ি, আঁচলৰ আগত বান্ধি থলোঁ।

ভাত-পানী খোৱা হল। দেউতাক মুহুদিৰ তামোল কাটি দিলোঁ। বৰ হেঁপাহেৰে আৰু দুখনি কাটি থুৰিয়াই দেউতাৰ তামোল খোৱা বটাঁত লাহেকৈ থলোঁগৈ। দেউতা শুইছিল গৈ। মোক বটাৰ কাষলৈ যোৱাৰ গম্ পাই তেওঁ মাত লগালে, "আই"! মই উত্তৰ দিলোঁ, "দেউতা!" দেউতাই সুধিলে, "কি কৰিছাঁ আই!" মোক শোকে খুন্দা মাৰি ধৰিলে, মোৰ মাত নোলাল। দেউতাই আকৌ কলে, "আই! শুই থাকাঁগৈ"। মই গেন্‌গেনীয়াকৈ উত্তৰ দিলোঁ, "ভাল"।

দেউতাক দেখুৱাই তেতিয়াই পাটীত পৰিলোঁহি। কিন্তু, মোৰ অন্তৰৰ পোৰণিত তৰণি নাই। দেউতালৈ চালেও মৰোঁ, বাহিৰৰ বিপদলৈ চালেও ডৰোঁ, কি কৰিম বিবুদ্ধি। চাটিফুটি কৰিলে দেউতাৰ টোপনি অহা পলম হব। সেই কাৰণে, টানিমানি নিটাল মাৰি ৰলোঁ। কিন্তু, মনে আকাশ-পাতাল জুৰি ভ্ৰমিবলৈ ধৰিলে। বলেৰে চকু মুদি ৰৈছোঁ, কিন্তু কাণ সজাগ ৰৈছে। এই ভাৱে অলপ পৰ আছোঁ, এনেতে চাকুলী বাইৰ নাক-বাজনী উঠিল। শুনি ভাল লাগিল। ভালেমান পৰ টলকা মাৰি ৰলোঁ। মাৰলঘৰত শোৱা লিগিৰাইঁতৰো টোপনিত নাক বজা শুনিলোঁ। আৰু ভাল লাগিল। কিন্তু, দেউতাৰ টোপনি অহা গম্ ধৰিব পৰা নাই। তেওঁ শুলে টোপনি যোৱাৰ গম্ ধৰিবলৈ টান। এখনমান তামোল খাবৰ পৰ আকৌ নিটাল মাৰি ৰলোঁ। তাৰ পাচত, এবাৰ মুৰ তুলি চাওঁ দেখোন দেউতাৰ টোপনি আহিল। মই লাহেকৈ উঠি হাতৰ সাৰে ভৰিৰ সাৰে জুহালৰ কোঠা পালোঁহি। তাৰপৰা ধীৰে ধীৰে মোৰ বুলনি কোঠাত সোমালোঁগৈ। সোমাই চাকিটো জ্বলালোঁ। তাৰ পাচত, শুৱলৈ অহাৰ আগেয়ে যতনাই থোৱা কাপোৰৰ টোপোলাটো

নমাই ললোঁ। আৰু, তাৰপৰা উলিয়াই লৈ এখন চুৰিয়া পিন্ধি কঁকালত এখন চেলেং মেৰিয়ালোঁ। নিচেই তলত এটা বুকুচোলা পিন্ধি তাৰ ওপৰত এটা দীঘল চোলা পিন্ধিলোঁ। গাত এখন চেলেং ছটিয়াই ললোঁ। মূৰত এটা পাগুৰি মাৰিলোঁ। আৰু, আৰ্চীখনলৈ ভালকৈ চালোঁ,—সাইলাস্ যোলবছৰীয়া লৰা এটাৰ দৰে হলোঁ।

বাহিৰ ওলাই চোঁতালত ভৰি দিছোঁহি, এনেতে গছৰ ডালত ফেঁচাই কু-কু-কু কৰি উৰুলি দিলে। মই মনতে শলাগিলোঁ 'ভাল কথা, মোৰ বিয়া হৈছে উৰুলি দিয়া'। তাৰপৰা লাহে লাহে গৈ গোহাঞিদেৱৰ শোৱনী-ঘৰৰ কাষ চাপিলোঁগৈ। এবাৰ বাৰ-জলঙাইদি জুমি চালোঁ। দেখিলোঁ, চাকিটি ধিমিক-ধামাক্‌কৈ জ্বলি আছে। গোহাঞিদেৱে সাজ নসলোৱাকৈয়ে বিছনাত পৰি দীঘল দি আছে; টোপনি নে সাৰেৰে নিটাল মাৰি আছে, তত্ ধৰিব নোৱাৰিলোঁ। মোৰ হাতৰ মুঠিতে চিঠিখন, কিন্তু বাৰ সৰকাবলৈ সাহ যোৱা নাই। কি কৰিম, ইফালে ভিতৰত কোনোবা সাৰ পাই উঠে যেন লাগিছে। গোহাঞিদেৱে গম্ পালেও সৰ্ব্বনাশ ঘটে! একো এটা স্থিৰ কৰিব নোৱাৰি উচপিচাই আছোঁ। এনেতে, কোনোবা লগুৱা এটাই টোপনিতে বৰ্কি উঠিলে। সি 'কোন্ কোন্' বোলা যেন মোৰ কাণত বাজিলহি।—মই ঘামি উঠিলোঁ। মোৰ গাত তত্ নোহোৱা হল। ভাবিবৰ আৰু সময় নহল। কণামুনাকৈ চিঠিখন বাৰ সৰকাই দি, ভিৰাই লৰ ধৰিলোঁ। আঁতৰিবৰ সময়ত গোহাঞিদেৱক থিয় হোৱা যেন দেখি আহিলোঁ। মই উলটি চোৱা নাই, ভঁৰালঘৰৰ আৰ লৈ প্ৰাণকাতৰে লৰ ধৰিছোঁ। পিচলৈ মই মন কৰা নাই,—গাৰ চেলেংখনৰ একাঁচল মাটিত চুঁচৰি গুকান গছপাতত লাগি জৰজৰাই গৈছে। মোৰ ভাব হল, লগুৱাটোৱে নে গোহাঞিদেৱেই মোক পিচে পিচে খেদি আহিছে। উলটি চোৱা নাই, প্ৰাণকাতৰে লৰিছোঁ। কিন্তু, কোন্ ফালে কলৈ গৈছোঁ কব নোৱাৰোঁ।

তথাপি লৰিছোঁ, উলটি চোৱা নাই। পাচলৈ, উশাহ নোপোৱা হলোঁ। বুকুত বতাহে খুন্দা মাৰি ধৰিলে। আৰু এখোজমানো আগ বাঢ়িবলৈ শক্তি নোহোৱা হল। বহি পৰিলোঁ। বহুত আহিলোঁ যেন লাগিল। কিন্তু, অলপ পৰ উশাহ লৈ চাওঁ, দেখোন তেতিয়াও মই আমাৰ টোলৰ দাঁতিতে! জিৰাবৰ সময় নাই। আকৌ উঠিলোঁ। টানিমানি আকৌ লৰ ধৰিলোঁ। এইবাৰ দক্ষিণমুৱাকৈ পথাৰ ওলাবলৈ লৰিলোঁ। এই দৰে এছোৱা লৰ ধৰি, এছোৱা বেগ্ দি পথাৰৰ মাজ ওলালোঁগৈ। পথাৰখনৰ সিপাৰেই এখন গাওঁ যেন দেখিলোঁ। গাঁৱৰ মাজ সোমোৱাটো নিৰাপদ যেন নালাগিল। সেই কাৰণে, তাৰপৰা পছিমমুৱাকৈ বেগ্ দিলোঁ। এই দৰে দুখনমান তামোল খোৱাৰ পৰ গৈ এটা চাপৰিত উঠিলোঁগৈ। চাপৰিটো বৰ দীঘল আৰু বহল। ডাঙৰ গছ নাই। মাজে-মাজে দুই-চাইটা বিৰিণাৰ জোপা। দুই দাঁতিয়ে মানুহৰ গাওঁ-ভুঁই থকা যেন লাগিল। গতিকে, সমুখৰ পোনেই বেগাবেগিকৈ আগ বাঢ়িলোঁ। ক্ৰমাৎ যাবই লাগিছোঁ। চাপৰিটোৰ সোঁ-মাজমান পালোঁগৈ। এনেতে, অকস্মাৎ মেঘে গিৰ্ গিৰাই উঠিলে। আৰু, অলপ পাচতে কলা ডাৱৰে আকাশ ঢাকি পেলালে। লাহে লাহে তৰা এটিও নেদেখা হল। কেইওফালৰপৰা ঘোপ্‌মৰা আন্ধাৰে মোক গিলি ধৰাদি ধৰিলে। কেনিও বাট-পথ নেদেখা হলোঁ। তথাপি ৰোৱা নাই। গৈ আছোঁ। আৰু অলপ পাচতে ঢেৰেকনি-ধুমুহা আৰম্ভ হল। একো-একোবাৰ ঢেৰেকনিত কাণ টাল মাৰি যায়। স্বৰগ ভাগি মূৰত পৰা যেন লাগি যায়। কোনো কোনো বাৰ যুৰীয়াকৈ পতাল-ফটা গাজনি মাৰে। মই সেইপোনেই মাটিতে চেপেটা লাগি পৰোঁ। আকৌ উঠোঁ, আকৌ যাওঁ। এই দৰে পৰি-ধৰি অলপ যাওঁতেই মৌচেপা বৰষুণ আহিল। খন্তেকতে তিতি জুকলি-জুপুৰি-হলোঁ। তথাপি গৈছোঁ। মাজে মাজে একোবাৰ একো নেদেখা হওঁ। একোবাৰ

জপ্-জপাই বিৰিণাৰ জোপাত উঠোঁগৈ। একোবাৰ বিজুলীৰ পোহৰত বাট দেখা পাই এছোৱা লৰ ধৰোঁ। কিন্তু, বিজুলীয়ে উপকাৰৰ লগত অপকাৰো সাতিলে। ইমান পৰলৈকে মোৰ মানুহ-শত্ৰুলৈ মাথোন ভয় হৈছিল; এতিয়া বিজুলীৰ চমকনিয়ে চকুৰ আগত ভয়ঙ্কৰ ৰূপ দেখুৱাবলৈ ধৰিলে। মোক কেইওফালৰপৰা বন-শত্ৰুৱে বেৰি ধৰা যেন পালোঁ। একোবাৰ ছাঁ-টোকে বাঘটো দেখিছোঁ। বিৰিণাৰ জোপাটোকে কিবা এটা বহি থকাৰ দৰে দেখি যাওঁ। একোবাৰ ধৰিলেহি ধৰিলেহি যেন লাগি যায়; মই থিতাতে মাটিত চেপেটা লাগোঁ। এই দৰে আধামৰা হৈ যাওঁতে যাওঁতে চাপৰিটো এৰাই গলোঁ। আৰু, ঢেৰেকনি, ধুমুহা, বৰষুণে অলপ শাম কাটিবলৈ ধৰিলে। ইয়াৰ অলপ পাচতে বতৰ আকৌ মুকলি হল। আকাশত তৰাবিলাক আকৌ জিলিকি উঠিল। আন্ধাৰ ৰাতি বুলিও, বাট-পথ আৰু দাঁতি-কাষৰৰ উৱাদিহ ধৰিব পৰা হলোঁ। দেখিলোঁ, আগতে এখন সৰু পথাৰ। আৰু অলপ গলেই পথাৰৰ মাজত এজুপি অকলশৰীয়া গছ পায়গৈ। গছজুপি পাতে-চোতে গপ্‌গপীয়া। তলখন জিৰণিৰ থল যেন লাগিল। লৰালৰিকৈ গৈ গছৰ তলত থিয় হলোঁ। আৰু, এখন-এখনকৈ গাৰ তিতা কাপোৰকেখন চেপি, আকৌ আগৰ ধৰে ভালকৈ পিন্ধি ললোঁ। এনেতে, লাহে লাহে পোহৰৰ আভাস পোৱা গল। পূব-ফাল ক্ৰমাৎ সেন্দুৰীয়া হৈ আহিল। ধীৰে ধীৰে আন্ধাৰৰ কলা বৰণে পোহৰৰ মুকলি বৰণ ধৰি আহিল। চাওঁতে চাওঁতে, ৰাতিৰ আন্ধাৰ পুৱাৰ পোহৰত লয় পালে।ময়ো লাহেকৈ গছৰ তলত গুটি সৰি পৰাদ্ধি পৰি বহি পৰিলোঁ।





# ৭। আধ্যা।

## অথিতিৰ থিতি।

জীৱনত সেইদিনা মই ৰাতিপুৱা দেখিলোঁ। দিনৰ পাচত সন্ধিয়া লগা বহুত দেখিছোঁ। পোহৰ কেনেকৈ আন্ধাৰত লুকায়গৈ, ভালেমান দিন মন কৰি আহিছোঁ। কিন্তু ৰাতিৰ পাচত ৰাতিপুৱা সেই দিনা হে মই প্ৰথম দেখিলোঁ। পোহৰৰ আগত আন্ধাৰ কেনেকৈ ক্ৰমাৎ শেঁতা পৰি লয় পায়, সেই দিনা হে মোৰ চকুত ভালকৈ পৰিল। তাৰ লগতে মোৰ মনত আৰু এটা কথা বৰকৈ লাগিল। সংসাৰৰ সুখ-দুখৰ এটা স্বাভাৱিক ৰূপ সেই দিনা মোৰ মনত বেচকৈ লাগিল। দিনৰ পাচত যেনেকৈ ৰাতি হয়, পোহৰ যি দৰে আন্ধাৰত মাৰ যায়, মানুহৰো সুখৰ পাচত দুখ হয়, শোকৰ পীড়নত অন্তৰ লয় পায়। ইয়াৰ আৰ্হি মানুহে নিতৌ দেখে। ময়ো দেখিছিলোঁ। আকৌ, ৰাতিৰ পাচত যি নিয়মে দিন আহে, আন্ধাৰ যি দৰে পোহৰত মাৰ যায়, মানুহৰো সেই দৰে দুখৰ পাচত সুখ হয়,

শোকৰ পীড়ন সন্তোষৰ অনুভৱে শাঁত লগায়। ইয়াৰ আৰ্হি কিন্তু মানুহে সততে দেখা নাপায়। মোৰ নিচিনাকৈ কাচিত-কেতিয়াবা যি চকুতে ৰাতিপুউৱাইছে, সি হে এই আৰ্হিৰ ধাৰণা কৰিব পাৰিছে। সেই দিনা গছৰ তলত ততালিকে মোৰ মনত এনে এটা ভাব আহিল, দেহিঐ, সংসাৰত মোৰ দুখৰ নিশা এই নিচিনাকৈয়ে পুৱাব নে! এই ভাব উঠা মাত্রে নানা চিন্তাই মন অস্থিৰ কৰি তুলিলে, শোকৰ চেপাত দুধাৰি চকু-লো দুগালে বৈ পৰিল।

গছৰ তলত বহি পৰা মাত্ৰকে ভাগৰে হেঁচা মাৰি ধৰিলে। পৰ্ব্বত এটা মূৰত লোৱাৰ সমান গা গধুৰ লাগি পৰিল। তদুপৰি ভৰিৰ ৰম্‌ৰমনি, ভম্‌ভমনি, খোঁচ-খাই ঘা লগা অঙ্গৰ চেক্‌-চেকনি ভকৃভকনিত জ্বৰে-বিষে একেঠাই হৈ উঠাব দৰে লাগিল। মই যেন সেই ফালেই পৰি যাম! পৰি যেন আৰু নুঠিম! একেবাৰে নুঠা হব পাৰিলেই যেন মই পৰিত্ৰাণ পাওঁ! এইভাৱে গা-মন অৱশ হৈ আহিল। এৰি যোৱা ভাবনাৰ সোঁত আকৌ বৈ আহিল। ভাবিলোঁ, আজি মই ক'ত? আজি মই কোন্?—আজি মই মুকলি পথাৰত, অকলশৰীয়া গছৰ তলত! আজি মই বাটৰ মাগনী! উপজিবৰেপৰা মই এনে মুকলি পথাৰৰ মাজত পৰা নাই। মানুহৰ ঘৰ নথকা ইমান বহল শূন্য ঠাই মই জনমত দেখা নাছিলোঁ। দশোদিশ্-চাই পঠিয়ালে এনে লাগে, যেন ঈশ্বৰে আজি মোক আকাশৰ তলত নিচেই অকলশৰীয়া কৰি এটা মায়া-চক্ৰৰ ঢাকনিৰে ঢাকি থৈছে। যিমানলৈকে দেখিছোঁ, কেইওপিনে যেন আকাশ মাটিত লাগিছে। এই বহল ৰাজ্যৰ ভিতৰত শুদা ৰাজপাট খাবলৈ যেন মোক ঈশ্বৰে অকলৈ ৰাজ-ৰাজেশ্বৰী পাতিছে। আকাশত উৰি ফুৰা চৰাই-চিৰিকতিবোৰৰ আৱ-ভাৱ চাই চাই, সৃষ্টি-লীলা বুজিবলৈ যেন মই ইয়াত অকলৈ আসন পাইছোঁ। ওপৰত বনাই ফুৰা চিলনীবোৰলৈ একেথাহে চাই থাকিলে এনে লাগে, যেন সিহঁত উলাহত উটি ফুৰিছে।

মাজে মাজে চি-ই-ই সুৰেৰে কাতৰ ভাৱে মাতিলে আকৌ এনে লাগে, যেন সেই দুৰ্ভগীয়া চৰাইকিটি, জিৰণিৰ থলহীন হৈ, অমাই-কমাই ফুৰিছে! সিহঁতৰ তেনে ভাব-গতি দেখি খন্তেকলৈ মোৰ ভাগৰ-বেজাৰ পাতল লাগি যায়। কিয়নো, মই তেও জিৰাবলৈকে এফেৰি থল পাইছোঁ; সিহঁতৰ সিও নাই। এনেবোৰ ভাবে মোক সেই মুহূৰ্ত্তৰ নিমিত্তে কৰবালৈ উৰুৱাই নিয়াদি নিলে। গছৰ গাত আঁউজি বহি থাকোঁতেই মোৰ চকু মুদ্ খাই আহিল।

চিল্‌মিল্‌কৈ টোপনি এধুমটি আহিছিল; আকৌ চক্ খাই উঠিলোঁ। সাৰ পোৱা মাত্রে শোকে খুন্দি আনিলে। সেই টোপনিফেৰিতে মই দেউতা আৰু গোহাঞিদেৱক সপোনত দেখিছিলোঁ। দুয়ো মোক বিচাৰি বাউল হৈ ফুৰিছে। দেহিঐ, মনত পৰিলে হিয়া ফাটি যায় যেন লাগে। মোৰ দেউতাই নো মোক নেদেখাকৈ কেনেকৈ আছে! পুৱা মোক বিচাৰি নাপাই জানো শোকত বিহ্বল হৈ পৰিছে। কেইওপিনে মোক চিয়ঁৰি খলক লগাইছে জানো। আৰু, গোহাঞিদেৱ! মোৰ প্ৰাণেশ্বৰ গোহাঞিদেৱো জানো বিহ্বল হৈ পৰিছে। কিন্তু, এটা কথা। গোহাঞিদেৱে যদি মোৰ চিঠিখন পাইছে, তেন্তে তেওঁ মনে মনে সকলো বুজি উঠিছে। কিন্তু, আৰু এটা কথা। জানোবা মোৰ চিঠি পায়েই, তেওঁ মোক বিচাৰি আহিছে। তেনে হলে, কিবাজানি তেওঁ মোক ইয়াতে পায়হিয়েই! এই কথা মনত খেলোৱা মাত্ৰকে আকৌ গিৰিপকৰে উঠিলোঁ। আৰু এছোৱা কোবাকুবিকৈ গৈ নিলগত এখন গাওঁ দেখিলোঁ। গাঁৱৰ ওচৰ চাপোঁমানে ভোকে-পিয়াহে মোক জুমুৰি দি ধৰে। পিচে, অতি কষ্টে চুঁচৰি যোৱাদি গৈ এঘৰৰ পদূলিমূৰত থিয় হলোঁগৈ। দেখিলোঁ, আদহীয়া তিৰোতা এজনীয়ে শাকনিত খুতৰা শাক তুলিছে। মই তাইৰ ওচৰ চাপি কাতৰ-ভাৱে কলোঁগৈ, "আই, মোৰ বৰ পিয়াহ লাগিছে। এটুপি পানী খুৱাব পাৰা নে?" মানুহজনীক জানিবা জোকাই কিল্ হৈ থাকোঁ। তাই মোক

পেঙলাই কৰি কলে, "বাৰু, মোৰ বোপাই, সুখুৰাম নো কিয় ? আমাৰ কিবা বন কৰি আহিছে ?" এই বুলি তাই আকৌ শাক তুলিবলৈ লাগিলে। মই তাৰপৰা বেজাৰ মনেৰে আঁতৰি গৈ আৰু এঘৰৰ এজনীক আতুৰ ভাৱে এটুপি পানী খুজিলোঁ। ইজনীয়ে মুঠেই চুই হে নিকিলালে। তাই মুখখন ভেঙুৰা-ভেঙুৰিকৈ দেখুৱাই কেইআষাৰমান অবাইচ্ মাত মাতি মোৰ ওচৰেদি ভোঁ-ভোঁৱাই গুচি গল। মোক শোকে-ভোকে-পিয়াহে খুন্দা মাৰি ধৰিলে। কান্দি পেলালোঁ। তাৰ পাচত, আৰু তিনি ঘৰৰ তিনটা পদুলি পাৰ হৈ গৈ, এঘৰত এগৰাকী বুঢ়ীক সূতলাহি পকাই থকা দেখি ভয়ে-ভয়ে তেওঁৰ ওচৰ চাপিলোঁগৈ। বুঢ়ীটিয়ে মোক দেখা মাত্রকে মৰম লগাই সুধিলে, "বোপাই, তই নো কৰপৰা আহিছ ?" বুঢ়ীৰ মুখে "বোপাই" মাত-আষাৰ পাই মোৰ মনত অলপ সাহ হল। মই লাহেকৈ কলোঁ, "বুঢ়ী আই, মই ভালেখিনি দূৰৈৰপৰা আহিছোঁ। আন কথা পিচেও কম, পিয়াহত মোৰ প্ৰাণ যায়! বুঢ়ী আই, মোক পানী এটুপি খুৱাব পাৰাঁ নে ?" বুঢ়ীয়ে আথে-বেথে কলে, "আঐ দেহি! পানী টোপা নো কি বস্তু, দিব পাৰিম তো। বহাঁ মোৰ সোণাই, ইয়াতে বহাঁ।" এই বুলি মোক ডুখৰিপীৰা এখন বহিবলৈ দি, বুঢ়ীয়ে ভিতৰৰপৰা পানী এলোটা আৰু বাটি এটা লৈ আহিলগৈ। পানী এবাটি বাকি লৈ, বুঢ়ীয়ে মোক আকৌ সুধিলে, "বোপাই, তই পুৱাৰেপৰা একো খোৱা নাই হবলা ?" মই কলোঁ, "আই, মই কালিৰেপৰা একো খোৱা নাই।" সেই কথা শুনি বুঢ়ীয়ে "এ, শুদা পেটত পানীয়ে বেয়া কৰিব" বুলি, আকৌ ভিতৰলৈ সোমাই গৈ, গুৰ অকণমানৰে সৈতে সান্দহগুৰি অলপমান আনি দিলেহি। মই অতি তৃপ্তিৰে জলপানটি খাই বুঢ়ীৰ কাষতে বহি কথা পাতিবলৈ ধৰিলোঁ।





# ৮। আধ্যা।

## তোলনীয়া পো।

এদিন দুপৰীয়া তিনিজন মোৱাঁমৰীয়া বৈষ্ণৱ আহি উপস্থিত। বুঢ়ীয়ে আঁথে-বেথে চৰা-পীৰা উলিয়াই পাৰি দিলে। তিনিও বহিল। আলহী সুধিবৰ নিমিত্তে বুঢ়ীও ওচৰতে এফলীয়া হৈ বহিল। ময়ো সিবিলাকৰ ভিতৰত হোৱা কথা-বাৰ্ত্তাৰ ভাগ লবলৈ বুলি বুঢ়ীৰ কাষতে বহিলোঁ। বুঢ়ীয়ে ভকত-সকললৈ চাই 'সকাম বা কি ?' বুলি সোধাত, বৈষ্ণৱ-কেইজনৰ এজনে চমুকৈ যি কলে, তাৰ সাৰ মৰ্ম্ম এই :—

ৰাজনগৰত বৰ বিপদ। কিছুমান দিন হল, কিবা ৰাজকাৰ্য্যত স্বৰ্গদেৱ ভটীয়াই গৈছিল। আৰু, গুৱাহাটী গৈ পাওঁতেই ৰজা নৰিয়াত পৰি তাতে স্বৰ্গী হল। ইফালে বৰ কোঁৱৰ ৰাজপাটত উঠিল। ৰজা হৈ তেওঁ অম্বিকা দেৱী কুঁৱৰীক বিয়া কৰায়। তাৰ পাচত, ছমাহমান ৰজা হওঁতেই তেওঁৰ ছত্ৰভঙ্গ যোগ পৰাত, তেওঁ নিজৰ কুঁৱৰীক ৰাজপাটত পাটমাদৈ পাতি মুকলি-মূৰীয়া হৈ বহিল। আৰু, তিবোতাসেকৰা ৰজাই সকলো বিষয়তে কুঁৱৰীৰ হাতত ৰাজক্ষমতা এৰি দি নিজগলীয়া হবলৈ ধৰিলে। ইফালে কুঁৱৰীৰ

এদনীয়া ক্ষমতাই ৰাজ্যত অশান্তি বিয়পাবলৈ ধৰিলে। আন কি, ডাঙৰীয়া-বিষয়া সকলো পেটে পেটে বৰ অসন্তুষ্ট হৈ উঠিল।

* * * * *

আন সকলোতকৈ কুৱঁৰীৰ অত্যাচাৰ মোৱাঁমৰীয়া মহন্তসকললৈ অতিকৈ অসহনীয় হল। মহন্তসকলে গোসাঁনী নামানে। ইফালে গোসাঁনী-পূজাত কুৱঁৰীৰ বৰ আসক্তি। সেই কাৰণে, তেওঁ মহন্তসকলক পেটে-পেটে বেয়া পোৱা হল। আৰু, লাহে লাহে এই হিংসা কুৱঁৰীৰ অন্তৰত বৰকৈ জ্বলি উঠিল; তেওঁ মহন্তসকলক ভালকৈ এসেকা দিবলৈ মনে-মনে আলচিবলৈ ধৰিলে। এই উদ্দেশ্যেই কুৱঁৰীয়ে ৺দুৰ্গা-পূজা পাতি তালৈ মহন্তসকলক নিমন্ত্ৰণ দিলে। ৰাণীৰ আজ্ঞা পালি সিবিলাকে নিমন্ত্ৰণ পালিবলৈ আহিল। পিচে, পূজা ভগাৰ পাচত, কুৱঁৰীৰ আদেশ মতে, মহন্তসকলক বলেৰে গোসাঁনীৰ প্ৰসাদ লোৱালে। আৰু, যিবিলাকে অলপ আপত্তি দেখুৱাইছিল, সিবিলাকক ধৰাই মাহ-প্ৰসাদ কটিয়াই, কপালত বলী-কটা ছাগলিৰ তেজৰ ফোঁট দিয়াই নগৰ-শাস্তি কৰালে। এই কথাত মহন্তসকলে মৰ্ম্মান্তিক বেজাৰ পালে। আৰু, তেতিয়াৰেপৰা সিবিলাকে ৰাজক্ষমতাৰ বিৰুদ্ধে লৰিবলৈ তলে-তলে সাজু হল।

অকল মোৱাঁমৰীয়া মহন্তই ইমান শকত কাম এটা সফল কৰি উঠা টান। সেই কাৰণে, সিবিলাকে তলে-তলে সিবিলাকৰ দলত নতুনকৈ মানুহ লবলৈ ধৰিছে। চেমনীয়া ডেকা লৰাবিলাকৰ কপালত মৃত্তিকাৰ ফোঁট দি মহন্তৰ সংখ্যা বঢ়াবলৈ ৰাজ্যত এদল মহন্ত তলে-তলে ঘূৰিবলৈ ধৰিছে। তাৰে এজোৰা আহি বুঢ়ীৰ ঘৰত উপস্থিত। সিবিলাকে বহিয়েই বুঢ়ীক মোৰ কথা সুধিলে। বুঢ়ীয়ে মোক তেওঁৰ তোলনীয়া-পো বুলি চিনাকি দিলে। তাৰ পাচত, সিবিলাকে বুঢ়ীৰে সৈতে বহুত পৰ কথা-বাৰ্ত্তা পাতিলে। মই ওচৰতে বহি শুনি আছিলোঁ। মুঠৰ ওপৰত, সিবিলাকে মোক

সিবিলাকৰ দলত সুমাই লবলৈ বিচাৰে; বুঢ়ী তাত একোপধ্যে মান্তি নহয়। সদৌশেহত, মই নিজে আগ বাঢ়ি কবলৈ ধৰিলোঁ, "আই! এখেত-বিলাকে যি কথাৰ নিমিত্তে তোমাক খাটিছে, সি বৰ সজ কথা। তাত মান্তি হলে ধৰ্ম্ম হব। তিৰোতাসেৰুৱা ৰজাই কুঁৱৰীক ৰাজপাট এৰি দি, ৰাজ্যত উৎপাত লগোৱাইছে। এই উৎপাতৰপৰা ৰাইজক উদ্ধাৰ কৰিবলৈ যি আগ বাঢ়িব তাৰ মহাপুণ্য হব। যি গৃহস্থই এটা মানুহ দিব তাৰ এটকা-মহন্তৰ ধৰ্ম্ম হব। এতেকে, আই, তুমিও সেই পুণ্য আৰ্জ্জন কৰা।" মহন্ত কেইজনে মোক ধন্য ধন্য কৰিবলৈ ধৰিলে। আৰু, ময়ো যে কুঁৱৰীলৈ কিবা হিংসাৰ ভাবত কৈছিলো, এনে নহয়। কিয়নো, তাত মোৰ অলপো আস্থা নাই। মই নিজে ইচ্ছা কৰি সেই কুঁৱৰীক ৰাজপাট এৰি দি আহিছোঁ। সি যি হওক, বুঢ়ীয়ে অলপ পৰ টলকা মাৰি বৈ, মোক কলে, "বোপাই, একেবাৰে এৰি যাবি নে কি? যাব খুইছ যা, মই নো ধৰি ৰাখিব পাৰোঁ নে!" এই বুলি বুঢ়ীয়ে মনটো আমোলাই পেলালে। মই তত্তালিকে আকৌ কলোঁ, "নহয়, আই, একেবাৰে যাব লাগিলে এদিনলৈকো নাযাওঁ। মই দিনৌ এওঁবিলাকৰ দলত যোগ দিমগৈ, দিনৌ উলটি আহিম। কোনো চিন্তা নাই।" এই কথা শুনি বুঢ়ীয়ে বং মনেৰে মোক মোৱাঁমৰীয়া মহন্তৰ দলত যোগ দিবলৈ অনুমতি দিলে।

মোৱাঁমৰীয়া মহন্তৰ লগত কাম কৰি মোৰ মনত দিনক-দিনে উৎসাহ বাঢ়ি আহিল। ৰাইজৰ হৈ ৰাজক্ষমতাৰ বিৰুদ্ধে উঠা মোৰ উদ্দেশ্য নহয়, কেনেকৈ ৰাজ-অত্যাচাৰ গুচাব পাৰি মই তাৰ আলচত হে থাকিবলৈ ধৰিলোঁ। এই ভাৱেই কিছুমান দিন গল। এদিন মহন্তৰ মন্ত্ৰণাত স্থিৰ হল যে, তেতিয়ালৈকে ইফালৰপৰা একো কৰিব নোৱাৰাটো বৰ লাজ আৰু বেজাৰৰ কথা হৈছে। এতেকে, দিনচাৰেকৰ ভিতৰতে ৰজাৰ শিঙৰীঘৰত জুই দি বিদ্ৰোহৰ চিন্ দেখুৱাব লাগে। মই দেখিলোঁ,

বিদ্রো হব চিন্ দেখুৱাই ৰজাঘৰত ভয় লগোৱাটো ভাল কথা হৈছে। কিয়নো, ইয়াৰপৰা এক পক্ষে কুৰঁৰীয়ে ভয় পাই শান্ত হব পাৰে; আৰু আন পক্ষে ৰজাৰ নগৰত মই পলোৱাৰ বিষয়টো ই তল পেলাব। কিন্তু, সেই বুলি শিঙৰীঘৰত জুই দিয়াটো ভাল নহয়। তেনে কৰাৰপৰা ৰাজ্যৰ ক্ষতি হে হব মাথোন। সেই কাৰণে, মই মহন্তসকলক এই বুলি বুৰালোঁ যে, শিঙৰীঘৰত জুই দিয়াটো বিদ্রোহৰ চিন্ নহয়, সি বিদ্রোহৰ কাৰ্য্য হে হব। এতেকে, চলিত নিয়ম মতে ৰজাৰ চৰাত ৰাতি গৈ বিদ্রোহী নিচান পুতি থৈ আহিবগৈ লাগে। এই কথাত মহন্তসকল বৰ সন্তোষেৰে মান্তি হল। ইয়াৰ পাচত, মই আৰু এটা কথা সিবিলাকৰ বিচাৰলৈ আগ বঢ়ালোঁ যে, মহন্তসকলে আত্মৰক্ষাৰ নিমিত্তে এটা কোঁঠ মৰাৰ আৱশ্যক। আগধৰি এই কাম সমাধা নকৰাকৈ বিদ্রোহৰ কাম হাতত লোৱা উচিত নহব। এতিয়া বিদ্রোহৰ চিন্ মাথোন দেখুৱাই কোঁঠ মাৰিবলৈ যাব লাগে। সেই মতেই মহন্তসকলে নেঘেৰিটিঙত এটা কোঁঠ মাৰিবলৈকো স্থিৰ কৰিলে। ইয়াৰ পাচৰপৰা মহন্তসকলে মোৰ কথাত বৰকৈ প্ৰত্যয় মানিবলৈ ধৰিলে। আৰু, মাজে-মাজে সিবিলাকৰ হতুৱাই মোৰো কাৰ্য্য সিদ্ধি কৰাই লব পৰা হলোঁ। এই উপায়েৰেই মাজে-সময়ে জানিব পাৰিলোঁ যে, দেউতা আৰু গোহাঞিদেৱ ভালে আছে; মোক বিচৰাটো সম্প্ৰতি তল পৰিছে।





# ৯। আধ্যা।



## ঘৰ-জোঁৱাই।

ৰাজহুৱা ৰৰসবাহ। তিনদিনমানৰপৰা গাঁৱত গাওঁবুঢ়াই পঁচা তুলি ফুৰিছে। যাৰ যি শক্তি, সিকিটো, আদমহীয়াটো, চৰতীয়াটো, চাউলকঠা, আগ বঢ়াইছে। দুটা ডেকা লৰাৰ কানত ভাৰপাচীৰ সাঙ্গীভাৰে সৈতে গাওঁবুঢ়া বুঢ়ীৰ ঘৰতো ওলালহি। বুঢ়ীয়ে আথে-বেথে চৰতীয়া এটিৰে সৈতে চাউল একঠা আগবঢ়ালে। ডেকা এটিয়ে চাউল কঠা ভাৰপাচীত ভৰাই লৈ, চৰতীয়াটো গাওঁবুঢ়াক দিলে। তেওঁ লাহেকৈ পইচা কেইটা জনকৃকৈ দীঘল জোলোঙাত ভৰাই থৈ বুঢ়ীক কলে, "নামঘৰত ৰভা দিবলৈ আৰু সবাহৰ যো-জা কৰিবলৈ গা-খাটনি লাগে নহয়। সকলোৱে হাতে-হাতে নধৰিলে ৰাইজৰ কাম কেনেকৈ হব।" বুঢ়ীয়ে কন্দনামুৱা হৈ উত্তৰ দিলে, "এ বোপাই, মোৰ নো আছে কোন্! থকাহেঁতেন নো কব লাগিছে নে?"

গাওঁবুঢ়া।—কিয়, আজলীলৈ এটা চপাই লৈছ নহয়? চপনীয়াটোৱে নো কৰে কি?

বুঢ়ী।—এ, কিনো কবি বোপাই! নিচেই অজলা লৰা;—সেইটো থিয় হৈ থকাটোৱেই (মোলৈ আঙুলিয়াই)।

গাওঁবুঢ়া।—এহে, এইটো গজলীয়া ডেকাটো দেখোন। ইয়াক কেইদিন-মানৰপৰা মহন্ত দলৰ লগত ফুৰা দেখিছোঁ। ই নো ৰভাখনতো লাগি দিবগৈ নোৱাৰিব নে? নাই, তোৰ আজলীলৈ চাপিল বুলিয়েই ইয়াকো অজলা কৰি লৈছ?

বুঢ়ী।—এ, নেদেখিছা দেও, সি নো কাম কৰা মতাটো নে?

গাওঁবুঢ়া।—মতা নহয় যদি, তিৰোতা বুলি ক। তেহে বহি খাবলৈ পায়। (মোলৈ চাই) তই তেন্তে মতা নহয়, মাইকী হে?

আজলীয়ে শুনি খল্খল্কৈ হাঁহিবলৈ ধৰিলে। মোৰ কিন্তু ভাল নালাগিল। কিবা এটা আশঙ্কাৰ ভাবত মোৰ মুখ শুকাই গল। আৰু, মুখ-চুপটিয়ে কিবা বিপদ ঘটোৱাৰ আশঙ্কাত "যাৰু যাব লাগে" বুলি মই গাওঁবুঢ়াৰ মুখ মাৰি থবলৈ চালোঁ। কিন্তু তেওঁ আকৌ টানমুখীয়াকৈ কলে, "যাব লাগে বুলিলে নহয়, আহিবই লাগে। মোৰ লগতে আহ। চাউলৰ ভাৰ লৈ ইহঁতৰ এটাকে হলেও অজৱাই দে।" পিচে, বুঢ়ীয়ে কাবৌ-ভক্তি কৰি কবলৈ ধৰিলে, "লৰাটিয়ে ৰাতিও একো খোৱা নাই। ডুটামান কৰ্কৰা-পঁইতা খুৱাই নামঘৰলৈকে পঠিয়াম; এতিয়া এৰি যোৱাঁ দেও হে।" গাওঁবুঢ়া সিমানতে মান্তি হৈ মোক এৰি অইন এবৰলৈ গল। বুঢ়ী ভিতৰ সোমাল। মই পিৰালিতে বহি গুণিবলৈ ধৰিলোঁ, আজিৰ যাত্ৰা কেনেকৈ পাৰ হওঁ।

পিচদিনা সবাহ বহিল। ৰভাৰ তলত মানে-মানে শাৰী পাতি মানুহ বহিছে। ময়ো এশাৰীত এমুৰেদি ঠাই ললোঁ। নাম-কীৰ্ত্তন হৈ গল। আৰু, সিমুৰৰপৰা বিলনীয়াই মাহ-প্ৰসাদ বিলাই আনিছে। আহি আহি মোৰ আগত থিয় দিলেহি। বিলনীয়াই প্ৰসাদৰ পাত পাচীৰপৰা তোলা দেখি, ময়ো যোৰহাত পাতিলোঁ। এনেতে, পিচৰপৰা কোনোবা এটাই মাতি উঠিল, "হেৰ, আগপাত খোৱা সেইটো কোন্ অ?" বিলনীয়াও মোৰ

মুখলৈ আচৰিত হৈ চাই কলে, "ইএ! এইটো দেখোন ভদৰী বুঢ়ীৰ ঘৰৰ চপনীয়াটো!" এই কথা শুনা মাত্ৰকে পিচৰ দুশাৰী মানুহ একেবাৰে গৰ্‌গৰাই উঠিল। কোনোৱে কৈছে "গঁতিয়াই দে", কোনোৱে কৈছে, 'চুলিত ধৰি উলিয়াই দে', কোনোৱে কয়, 'অঁ, কটা চপনীয়াৰ ইমান সাহ, আঁমাৰ শাৰী পূৰাই বহেহি!' এনেবোৰ গঞ্জনাত মই কেনিও মুখ কৰিব নোৱাৰা হলোঁ। এনেতে, 'কিনো চাই থাকিব লাগিছে' বুলি ফকৃফকীয়া বুঢ়া এটাই মোক গঁতিয়াই আনি ৰভাৰ বাজ কৰি থৈ গলহি। মোৰ পেটেপেটে হাঁহি উঠিল। বোলে, 'কালৰো কাল, বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল!' ঘৰত আহি কথাটো উলিয়ালত বুঢ়ী আৰু আজলীয়ে মোৰ ডিঙ্গিত ধৰি ইনাই-বিনাই কান্দিলে।

বুঢ়ীৰ ঘৰত চপনীয়াৰ দৰে বছেৰেকমান আছোঁ। ইয়ে-সিয়ে মোৰ কথা সুধিলে বুঢ়ীয়ে ঘৰ-জোৱাঁই বুলি মোৰ চিনাকি দিয়া হল। আৰু, ছোৱালী-টিয়েও মোলৈ বেলেগ ভাৱে চোৱা হল। তাইৰ মনে-মনে কিবা পোহনীয়া আশা এটি থকা যেন দেখা যায়। সেই আশাৰ পোহৰ তাই কেতিয়াবা মোৰ গাত পেলাই চায়। কিন্তু, চায় আৰু চায়, তাই একো নাজানে দেহি! আশাৰ পোহৰ কেতিয়া কেনেকৈ মোৰ গাত পৰেহি; মই হে গম্ পাওঁ, আজলীয়ে তাৰ একো ভু-ভা নাপায়। দহ বছৰীয়া আজলী এনেবোৰ কথাৰ ধৰুৱা নৌ হয় এখোন। তাইৰ অন্তৰত কেৱল মোলৈ কিবা আপোন ভাব এটা। তাকে তাই ফুটাব নাজানে। যেতিয়া সি আপুনি ফুটি উঠে, তেতিয়া মই তত্‌ ধৰোঁ আৰু বুঢ়ীয়ে বুজ পায়। মোৰ কিন্তু তেতিয়া বুকুখন হমৃহমাই যায়। তেতিয়া মই কত থাকোঁ কব নোৱাৰা হওঁ। পুৰণি স্মৃতিয়ে মোক নতুন পাহৰা কৰে। খন্তেকলৈ মোৰ ভেশছন মই পাহৰি যাওঁ। এই ভাৱেই আৰু ভালেমান দিন গল। এদিন বুঢ়ীয়ে মোক ওচৰত চপাই লৈ মৰম লগাই কলে, "বোপাই, এটা কথা কওঁ, কাণ দিবি দেই!"

মই।—বাৰু, শুনিছোঁ, কোৱাঁ।

বুঢ়ী।—বোপাই, মই বুঢ়ী মানুহ। কাহানি মৰোঁ, ঠিকনা নাই; তইঁতৰ এটা গতি লগাই থৈ যাব পাৰিলে ভাল।

মই।—কোন্ ফালে নো গতি লগাব খুজিছাঁ, আই?

বুঢ়ী।—বোলোঁ, মই জীয়াই থাকোঁতেই আজলীৰে সৈতে তোৰ ঘৰখন পকাকৈ পাতি দিব খোজোঁ।

মই।—কিনো কথা কোৱাঁ আই! অকণমান ছোৱালীটিৰে সৈতে নো ঘৰ পাতে নে!

বুঢ়ী!—নহয়, বোপাই, ধৰম-বিয়া দিয়াৰ নিয়ম আছে নহয়। আমি দুখীয়া মানুহ, সিমানৰ লায়েক নহওঁ। তেও বুলি তামোল-পাণ এটা কটোৰাৰ দিহা কৰোঁ বুলিছোঁ।

মই আৰু ৰব নোৱাৰিলোঁ। শোকে-বেজাৰে লাজে-ধিক্কাৰে মোক ভেটি ধৰিলে। কিছুমান পৰ মাতিব নোৱাৰা হৈ টলকা মাৰিলোঁ; মোৰ নিমাতেই মান্তিৰ লক্ষণ মানি বুঢ়ীয়ে হৰিষ মনেৰে তাৰপৰা উঠি বনত ধৰিলেগৈ।

ইয়াৰ পাচত আৰু মাহচাৰেক পাৰ হল। মই বুঢ়ীৰ ঘৰতে মনেপতা ঘৰ-জোৱাঁইৰ বৃত্তি লৈ বনবাৰি কৰি ভাত মোকলাই আছোঁ। আৰু, পিচলৈ, মোক বুঢ়ীৰ ঘৰৰে এটা বুলি সকলোৰে বিশ্বাস ডাঠ্ হল। মযো আনৰ আগত 'আমাৰ ঘৰ' বুলি বুঢ়ীৰ ঘৰকে বুজোৱা হলোঁ। ইফালে বুঢ়ীয়ে বিয়াৰ কথা ঘনাই উলিয়াবলৈ ধৰিলে। আৰু, লাহেলাহে মই নেমাতি ৰণ জিকাৰ কাল উকলিবলৈ ধৰিলে। গতিকে, পাচলৈ এইবোৰ কথা উলিয়াবলৈ মই বুঢ়ীক ছেগ নিদিবলৈ চেষ্টা কৰা হলোঁ। সেই অৰ্থে, মই ঘৰত থকাৰ সময়ত পৰাপক্ষত কেতিয়াও অকলৈ নাথাকোঁ। কোনো প্ৰকাৰৰ কল-বুদ্ধি কৰি আজলীক সততে মোৰ ওচৰত ৰখা হলোঁ। মোক

মৰম পাই আজলীয়েও মোৰ লগ ধৰকৈ ধৰা হল। এই কথাত বুঢ়ীৰো সন্তোষ। মই আজলীক আপোনা-আপুনি মৰম কৰা হৈছোঁ, আজলীয়েও মোৰ লগ নেৰা হৈছে, এই কথাত বুঢ়ীৰ মনে-মনে বৰ ৰং। বুঢ়ীয়ে যিহকে কামনা কৰিছিল, কাৰ্য্যত তাকে দেখিবলৈ পাইছে। বুঢ়ীক আৰু লাগে কি? বুঢ়ীক লাগে, মুঠেই আজলীৰে সৈতে মোৰ ঘৰ পতা কথাটো লোকে জনাকৈ পকা হব লাগে। ইমানেই বাকী। বুঢ়ীয়ে বুজি ললে, সেই ফেৰাও এদিন হেলাৰাঙ্গে হব। আৰু দিনচাৰেক যাওক, পাচলৈ লৰাৰ লাজ ভাগিলে মুখ ফুটাই মত দিব। এই কথা আৰ-তাৰ আগত কৈ বুঢ়ীয়ে আনন্দ পায়, মই মহা চিন্তাত পৰোঁ।

এই দৰেই গল আৰু ভালেমান দিন। এদিন পুৱা বুঢ়ী জকাই বাবলৈ ওলাল। মোক কলে, "বোপাই, সৌৱা দলনিত ভেটা দি জাকৈয়াই মাছ ধৰিছে। ময়ো যাওঁচোন, তইঁতেই পিটিকি খাবলৈ পুঁঠি-কানি এটা পাওঁ বা। আজলীয়ে ধান জাল দি থাওক। এই খেৰেৰে ধান নেফাটিবগৈ হবলা। নাটনি পৰিলে তই বাঁহতলৰপৰা জেংখৰি অলপ বিচাৰি দিবিহি দেই।" এই কথা কৈ বুঢ়ী মাছলৈ গল। আমি গৃহস্থ আৰু গৃহিণী ঘৰ-ৰখীয়া ৰলোঁ। এই খিনিতে মোৰ অলপ দুখত আনন্দ কৰিবৰ মন গল। ধান-খেৰৰ ওপৰতে দুয়ো বহি আমি প্ৰেমালাপত ধৰিলোঁ। মই প্ৰথমে মাত দিলোঁ, "আজলী!"

আজলী।—হাঁ, কি?

মই।—কি, তাহানি যে খাইছিলি টেঙ্গা পাতত দি।

আজলী।—হেঁই, এইটো! কেনে কথাবোৰ কয়!

মই।—ইএ! কিঔ! গিৰিয়েকক হেঁই এইটো বোলে দেখোন! কিনো আজলীঔ!

আজলী।—কোন গিৰিয়েকক?

মই।—মোক।

আজলী।—ইঃ মিছাকৈয়ে। গিৰিয়েকে বিয়া কৰায় নহয়। পিছে, আমাৰ বিয়া ক'তা ?

মই।—আমাৰো বিয়া হব নহয় ?

আজলী।—কোনে কৈছে ?

মই।—আইয়ে কৈছে।

আজলী।—তেনেহলে বৰ ভাল হব, নহয় নে? আমি দৰা-কইনা হম, নহয নে? নোৱাওঁতে মোৰ ফটাকানিৰ কইনাটিও লৈ থাকিম দেই।

জোকাই কিল্ খালোঁ মাথোন। আৰু মাতিবৰ সাধ্য নহল। জেংখৰি লুৰিবলৈ বুলি মই লাহে লাহে নাদৰ পাৰৰ ফালে আঁতৰ হলোঁ। বুঢীৰ আদেশ মতে আজলীক জেংখৰি যোগাবগৈ লাগিব। সেই কাৰণে, বাঁহতলৰ পৰা কেডালমান বাঁহৰ জেং টানি আনি মুকলিত উলিয়ালোঁহি। তাৰ পাচত দেখিলোঁ যে, ঢাপৰ ওপৰত উঠিলে তাৰপৰা দলনিত জকাই বোৱা দেখা পায়। মই আগেয়ে জকাই বোৱা কেতিয়াও দেখা নাছিলোঁ। গতিকে, মই কেতেকী ফুলৰ জোপা থকা ঢাপটোত উঠি একাণপতীয়াকৈ মাছ ধৰা চাবলৈ লাগিলোঁ। দেখিলোঁ, মাইকী মানুহবিলাকে গাৰ শুকান কাপোৰ মূৰত পাগুৰিৰ দৰে মেৰিয়াই লৈ কঁকালত খালৈ বান্ধি দল ছিঙ্গিছে। কেইজনীমানে সেই দলেৰেই পানীৰ ওপৰত ঘূৰণীয়াকৈ এটা ঢাপ বান্ধিছে। সেই মেৰটোৰ দ ফালে এখন মুখ কৰি ভেটা মোকলাই ৰাখিছে। আৰু, তাৰপৰা দৰ ফালে কুলামুখীয়াকৈ ডুশাৰী জকাই পাতি, জাকৈয়াবিলাকে পানী ছতিয়াই মাছ হুৰাই আনিছেগৈ। ভেটাৰ মুখ পোৱাহি মাত্ৰকে ছিঙ্গি থোৱা দলেৰে মুখ মাৰি পেলাই, আটাইবিলাকে নিজ নিজ জাকৈ লৈ মেৰৰ ভিতৰত মাছ ধৰিবলৈ লাগি গৈছে। এনেতে, মোৰ পিচফালে "ফোঁচ্‌, ফোঁচ্‌" শব্দ শুনা গল। মই মাছ মৰা চোৱাত মগ্ন হৈ তালৈ বৰ কাণ কৰা নাই। তাৰ পাচত এবাৰ

গাতে ফোঁচ্ কৰি উঠা যেন পালোঁ। ময়ো আওকণীয়া ভাবত লাঠি মৰাৰ দৰে বাওঁ ভৰিটো পিচলৈ মাৰি পঠিয়ালোঁ। মোৰ কলাফুলতে ঠহৰ কৰে ফুটাৰ গম্ পালোঁ। কেতেকী ফুলৰ কাঁইটে বিন্ধিলে বুলি মই উলটি চাওঁ দেখোন এটা বৰ ডাঙৰ ফেঁটী সাপ! মই আছাৰ খাই তিনটামান জাঁপ মাৰি ওপৰপৰা দহ হাতমানৰ আঁতৰত পৰিলোঁগৈ। ভয়ত গাৰ কঁপনি উঠিল। "আজলীঔ" বুলি এটা চিয়ঁৰ মাৰিলোঁ। সেই চিয়ঁৰ শুনি আজলী একে লৰে ওচৰ কাষ পালেহি। বিষ ক্রমাৎ উধাই আহিল। মোৰ মুখৰ মাত হেৰাল। সাপটোৰ ফালে আঙ্গুলিয়াই আৰু মোৰ কলাফুল দেখুৱাই আজলীক সঙ্কেতত বুজালোঁ যে, সেইখিনিতে মোক সাপে খুটিলে। আজলী বাউলী হৈ তাৰপৰা মাকৰ ওচৰলৈ উধাতু খাই লৰি গল। মই অজ্ঞান হৈ পৰিলোঁ।





# ১০। আধ্যা।

## উন্মাদিনী।

ডেৰবছৰমানৰ মূৰত মই ধৰা পৰিলোঁ। মই ধৰা পৰাত বৰকৈ লগা নাই। ধৰি নো মোক কি কৰিব। কিন্তু, মোৰ যে ফাঁকটি ধৰা পৰিল! বেজ জ্ঞানীৰ জৰা-ফুকা, দৰপ-জাতিয়ে মোৰ চেতনা আনিলে। মই সাৰ পাই উঠি দেখোঁ যে, মোৰ গাত আকৌ তিৰোতাৰ সাজ-পাৰ! মই বুঢ়ীৰ আগত মুখ দেখুৱাবলৈ মৰাৰ সমান টান পোৱা হলোঁ। তাতোকৈ আক্সলীৰ আগত মুখ উলিয়াবলৈ টান হল। লাজে-সন্তাপে মোক অস্থিৰ কৰি পেলালে। ইয়াতকৈ মোৰ মৰণ হেজাৰ গুণে ভাল যেন ভাবিলোঁ। একেই দংশনৰ বিকাৰ। তাতে এনে বিষম মনস্তাপে মোক মোত্‌ নাইকিয়া যেন কৰিলে। মই উন্মাদিনী হলোঁ।

এনে অৱস্থাত মোৰ কিমান দিন গৈছে কব নোৱাৰোঁ। এদিন জনচাৰেক মানুহে সৈতে আহি মাজিউ নিচাওদেউ উপস্থিত। সিবিলাকৰ মাজত চাকুলী বুঢ়ীকো দেখা যেন লাগিল। নিচাওদেউক দেখা মাত্ৰকে মোক লাজে-ভয়ে-বেজাৰে জুমুৰি দি ধৰিলে। চিল্‌মিল্‌কৈ

যি এফেৰা মই জ্ঞান পাইছিলোঁ, সিও হেৰাল। মই চকুৰ আগত কি দেখোঁ কব নোৱাৰোঁ। কেৱল হঁহা-কন্দা। কেতিয়াবা আনন্দত উতলি উঠোঁ। অকলৈ অকলৈ হাঁহি পেটুনাৰী ছিঙোঁ। কেতিয়াবা বিষাদত কলা পৰোঁ, কান্দোনত খলক লগাওঁ। আৰু, কথা কোৱাৰ অন্ত নাই। বন্ধুকনিত কি ওলায় কব নোৱাৰোঁ। বুজাই তাৰেপৰা সবিশেষ বুজি উঠে। আনে যিমান বুজে, চাকুলী বুঢ়ীয়ে তাতকৈ বেচি বুজে।

মই ক'ত কব নোৱাৰোঁ। জিলিমিলি কল্পনাৰ দৰে দেখা পাওঁ, যেন আমাৰ আগৰ ঘৰ-দুৱাৰ। আৰু, আটাইবিলাক মোৰ চিনাকী মানুহ যেন লাগি যায়। কিন্তু দেখিছোঁ বুলি, সঁচাকৈ দেখিছোঁ যেন ভাব হোৱা নাই। কিয়নো, এই অৱস্থাত বুঢ়ীৰ ঘৰতো এইবিলাক মানুহকে দেখা যেন মনত পৰে। ওচৰত যিবিলাক আঁছিল, তাৰ ভিতৰত কেৱল চাকুলী বাইক হে ধুৰুপকৈ চিনিছিলোঁ। মই চাকুলীৰ হাতত যি খামোছ মাৰি ধৰিলোঁ তাক মুকলি কৰা নাই। বপুৰিয়ে বাহিৰলৈকো এৰাই যাব নোৱাৰাত পৰিল। ঘৰত আৰু চুবুৰীত হুলস্থূল। মানুহেৰে ঘৰ নধৰা হৈছে। কি হৈছে মই কব নোৱাৰোঁ। মানুহ আহেমানে মোৰ উলাহ লাগে। মাজে মাজে "বিয়া বিয়া, আজলীৰ বিয়া" এই বুলি চিঁঞৰি উঠোঁ। আচল অৰ্থ কি কোনোৱে নুবুজে। কিছুমানে বুজে যে, মোৰ অনিচ্ছাত মোৰ বিয়া পাতিবলৈ ধৰিছিল কাৰণে, সেই ভাবেই এতিয়া ভেজিছেহি। যেয়ে শুনে সেয়ে হাঁয় হাঁয় কৰি আঁতৰ হয়। এনে অৱস্থাতে চকু-লো টুকি টুকি দেউতাক মোৰ ওচৰলৈ অহা দেখা পালোঁ। মই একেচাবে গৈ দেউতাৰ ডিঙিত ধৰি ওলমি পৰিলোঁ। সেই ফেৰি মাত্ৰ মোৰ ধুৰুপ জ্ঞান আছিল। দেউতাক দেখা মাত্ৰকে চিনিলোঁ, সেয়ে মোৰ চেনেহৰ ভঁৰাল দেউতা বুলি মই তেতিয়াও চিনিলোঁ। কিন্তু, মোৰ অৱস্থা দেখি দেউতা অস্থিৰ হৈ পৰিল। সামান্য মানুহে

কন্দাৰ নিচিনাকৈ তেওঁ চিয়ঁৰি চিয়ঁৰি কান্দিবলৈ ধৰিলে। আৰু, মানুহে ধৰি-মেলি তেওঁক মোৰ হাতৰপৰা এৰুৱাই বাহিৰলৈ লৈ গল। তাৰ পাচত, আকৌ কিমান হাঁহিছোঁ, কিমান কান্দিছোঁ, কিমান বলকিছোঁ তাৰ সীমা নাই। এইবাৰ ঘনে ঘনে গোহাঞিদেৱক চকুৰ আগত দেখা যেন লাগিল। ঘনে ঘনে "গোহাঞিদেৱ, গোহাঞিদেৱ" বুলি চিয়ঁৰিবলৈ ধৰিলোঁ। বেজবৰুৱাই ব্যৱস্থা দিলে যে, এই অৱস্থাত যাক যেতিয়া বিচাৰে, তেওঁ তেতিয়া ৰোগীৰ ওচৰ চপাটো ভাল। আৰু, যাক যাক ভাল পাই বিচাৰে, সেইবিলাক হে ওচৰত থাকিব, আন-বিলাক আঁতৰিব লাগে। বেজবৰুৱাৰ ব্যৱস্থা মতে কাম হল। বাজে মানুহবিলাক বাহিৰ-ঘৰলৈ আঁতৰি গল; আৰু মই বৰকৈ বিচাৰিবৰ দেখি গোহাঞিদেৱক ওচৰ চাপিবলৈ দিলে। মই গোহাঞিদেৱক নিলগত দেখা মাত্ৰকে তেওঁৰ ভৰিত গৰা মাৰি ধৰিলোঁগৈ। আৰু, তেওঁৰ দুটি ভৰিত পৰি সেৱা কৰিবলৈ ধৰিলোঁ। বেজবৰুৱা প্ৰমুখ্যে সকলোৱে নিটাল মাৰিলে। এনে অৱস্থাত স্থিৰ থাকিব নোৱাৰি, গোহাঞিদেৱেও হুকুহুকৈ কান্দিবলৈ ধৰিলে। দেউতাক দেখি যেনে এফেৰি সজ্ঞান হৈছিলোঁ, গোহাঞিদেৱক দেখি তাতকৈও বেচি সুস্থিৰ বোধ কৰিছিলোঁ। সেই কাৰণে; গোহাঞিদেৱক কান্দিবৰ দেখি মই অলপ নিটাল মাৰিলোঁ। আৰু, তেওঁ যেতিয়া চকুৰ পানী টুকি মোক কাতৰ ভাৱে সুধিলে, "কি হৈছে তোমাৰ, ভাতু!" তেতিয়া মই যেন কিবা উত্তৰ দিবলৈ অলপ ভাবিছোঁ, এনে বুজা গল। এইবোৰ কথা বেজবৰুৱাই মনপাৰি লক্ষ্য কৰি আছিল। আৰু, শেহত তেওঁ ইয়াকে ব্যৱস্থা দি গল, "সম্প্ৰতি ঔষধৰ কাম নহয়; যাক দেখিলে ৰোগী অলপ শান্ত হয়, সেইবিলাকে ওচৰত থাকি শুশ্ৰূষা কৰিব লাগে। মই থকালৈকে যি দেখিলোঁ, সেই মতে চাকুলী বুঢ়ী, ডাঙৰীয়া আৰু চাৰু গোহাঞিদেৱ পাল-পালকৈ পৰীয়া থকা উচিত।"

বেজবৰুৱাৰ ব্যৱস্থামতে কাৰ্য্য হবলৈ ধৰিলে। আৰু, মই ক্ৰমাৎ সুস্থিৰ হৈ আহিলোঁ। যিমান সুস্থিৰ হবলৈ ধৰিলোঁ, সিমান আকৌ আগৰ ঘটনাবোৰ মনত স্বৰূপভাৱে পৰিবলৈ ধৰিলে। মই ঘৰ এৰি যোৱাৰ পাচত যে মোৰ মৰমৰ দেউতা আৰু গোহাঞিদেৱৰ কোনো বিঘিনি ঘটা নাই, এই কথাই মোৰ মনত শান্তি দিবলৈ ধৰিলে। আৰু, যোৱা বিপদৰপৰা উদ্ধাৰ পাই যে সিবিলাকক মই আকৌ পালোঁহি, এই কথাত মোৰ সন্তোষ লাগি আহিল। বিশেষ, মই পলোৱাৰ বাবে যে গোহাঞিদেৱৰ গাত একো ঘাটি নালাগিল, সেই বাবে নিজক নিজে অলপ ভাগ্যৱতী যেন ভাবিবলৈ ধৰিলোঁ। আৰু, মোৰ উন্মাদিনী অৱস্থাই যে ইমান দিনৰ মূৰত গোহাঞিদেৱৰ প্ৰতি মোৰ স্বামী-ভক্তি প্ৰকাশ কৰিবলৈ মোক সুছেগ দিলে, ইও এটা মোৰ সুখৰ কাৰণ হল। কিন্তু, পাচলৈ যিমানেই সুস্থিৰ হৈ আহিলোঁ, সিমানেই গোহাঞিদেৱৰে সৈতে দেখা-দেখিকৈ কথাবাৰ্ত্তা হবলৈ লাজ লগা হৈ আহিল! আৰু, তেৱোঁ মোক দেখা দিয়াটো ক্ৰমাৎ পাতলাই নিলে। সদৌশেহত, আকৌ দুইকো দুয়ে লুকাই-চুৰকৈ দেখা দিয়াত পৰিলোঁ। আকৌ চিঠি-পত্ৰেৰে মনৰ কথা জনোৱাজনিত পৰিল।

দেউতাক শুশ্ৰূষা কৰাত আগতকৈ মোৰ যত্ন বেচি হল। বুঢ়া কালত মোৰ দেউতাই মোৰপৰা ইমান সন্তাপ পালে, সেই বাবে দেউতাৰ সুখ-শান্তি বঢ়াবলৈ মই পাৰোঁমানে মন পাৰি লাগিলোঁ। দেউতাই যাতে হৈ যোৱা দুৰ্ঘটনা পাহৰি, আকৌ সন্তোষত দিন নিয়াব পাৰে, তাৰৈ মই সততে সতৰ্ক হবলৈ ধৰিলোঁ। আৰু, দেউতায়ো মোৰ মন ভাল লগা কাম কৰিবলৈ হে বিচৰা হল। মোৰ অনিচ্ছাৰ কাম যাতে ভুলতো কৰা নহয়, তাৰ নিমিত্তে তেওঁ সাৱধানে চলা মই বুজিব পাৰিলোঁ। এনে সন্তোষৰ সময়ত, মোৰ বিপদৰ বান্ধৱী ভদৰী বুঢ়ীলৈ মোৰ মনত

পৰিল। মোৰ কাল্পনিক পাত্ৰী অতি চেনেহৰ আজলীৰ কথালৈ মোৰ স্মৰণ হল। মই এদিন ছেগ বুজি, সিহঁতে মোক উপকাৰ কৰাৰ কথা দেউতাত জনালোঁ। আৰু, মোৰ খাটনি মতেই দেউতাই বুঢ়ীক জীয়েকে সৈতে সিহঁতৰ গাৱঁৰপৰা তুলি আনি আমাৰ টোলৰ ভিতৰতে ঘৰ-দুৱাৰ সজাই দি থাকিবলৈ ঠাই দিলে। মোৰ জঁয় পৰা জীৱন-গছজুপি পুনৰপি ঠন্ ধৰি উঠিল।





# ১১। আধ্যা।

## বিষাদিনী।

এই সংসাৰত তিতাৰে হে মানুহৰ মুখ ভৰিছে। মিঠাৰ চেলেক এটা মাথোন। কিন্তু, সেয়ে এনে সোৱাদ যে, তাক জীৱন্তে পাহৰিব নোৱাৰি। সংসাৰত তিতাৰ ভাগ বেচি কাৰণেই, মিঠাৰ অনুভৱ অতি আপুৰুগীয়া। এতেকে, দৰাচলতে যাৰ দুখ-বেজাৰ বেচি, তাক হে বেচি সুভগীয়া বুলিব লগীয়া।

সি যি হওক, এই দুখুনীৰ দুখৰ ওৰ নপৰিল। ইয়াৰ আগেয়ে হোৱা উন্মাদিনী অৱস্থাই সুখ-দুখ আৰু সম্পদ-আপদ চপাই আনি মোক এতিয়া বিষাদিনী কৰিলে। সেই উন্মাদিনীৰ দশাতে মই আকৌ এবাৰ মোৰ প্ৰাণেশ্বৰ গোহাঞিদেৱৰ চৰণ পৰশন কৰিবলৈ পালোঁ। হৈ যোৱা দুৰ্ঘটনা আৰু দুখৰ কাহিনী তেওঁৰ আগত নিজমুখে নিবেদিবলৈ পালোঁ। কিন্তু, সেই অৱস্থাই মোৰ আকৌ কাল হল। মই উন্মাদিনী অৱস্থাত গোহাঞিদেৱৰ সম্বন্ধে যি যি কৈছিলোঁ, সেই আটাইবোৰ তিলে তাল হৈ বজাৰ কাণত পৰিলগৈ। তাতোকৈ, গোহাঞিদেৱৰ শুশ্ৰূষাই যে মোক সেই অৱস্থাত সবাতকৈ বেচি গুণ দিলে, এই কথাই বজাৰ ঈৰ্ষা-জুইত যেন ঘিঁউ হে ঢালি দিলে। তাতে, এতিয়া আৰু আমাৰ বুঢ়া-

ৰজা নাই। এতিয়া মোৰ আজন্ম শত্রু তিৰোতাসেকৰা ৰজাৰ ৰাণী ৰাজ্যৰ গৰাকিনী। সেই ভাবী সতিনীয়ে কৰোঁ বুলিলে মোৰ অনিষ্টৰ পাৰ নোহোৱা কৰিব পাৰে। গতিকে, মোৰ নিৰ্দ্দোষী দেউতা আৰু গোহাঞিদেৱৰ ওপৰত ৰাজ-অত্যাচাৰ দিনক-দিনে বাঢ়িবলৈ ধৰিলে। দেউতাক এনাজগৰত্ত ঘনাই বেজাৰ-অপমান দিবলৈ কুঁৱৰীয়ে ছেগ বিচৰা হল। আৰু, চল চাই, আগৰ বিহ-বিয়াৰ কথা আকৌ তুলিবলৈকো ৰজাই বাকী নেৰিলে। কিন্তু, এইবাৰ দেউতাৰ তেনে কথাত সমূলি মত নাই বুলি বুজিব পাৰি, পাচলৈ তেওঁক সেই বিষয়ে ৰজাই একো নোকোৱা হল। তাৰ পাচত, দুৰ্ব্বল-চিতীয়া তিৰোতাসেকৰা ৰজাই গোহাঞিদেৱৰ ওপৰত চকু দিলে। তেওঁৰ ওপৰত ৰজাই নিজেই অভিযোগ আনিলে। গোহাঞিদেৱৰ মন্ত্ৰণা মতেই মই পলাই যাওঁ আৰু সেই বাবেই ৰজাৰ মোৰ লগত পাতিব খোজা বিয়াও ভঙ্গা গল, এই কথা তৰি, তেওঁ গোহাঞিদেৱক অপৰাধী কৰি বিচাৰ-চৰাত থিয় কৰালে। ডাঙৰীয়া-বিষয়াসকলৰ ভিতৰত দেউতাক গোচৰৰ সম্পৰ্কীয় লোক বুলি বাদ দিয়েই ললে। তাৰ পাচত, আনবিলাক ডাঙৰীয়া-বিষয়াও সকলোটি উপস্থিত হবলৈ নৌ পাওঁতেই, গোহাঞিদেৱক বন্দীশাললৈ নিবলৈ কুঁৱৰী-টোলৰপৰা আজ্ঞা আহিল। সেই অন্যায়-অবিচাৰৰ আজ্ঞা শুনি সভাসদ সকলোৱে মূৰে-কপালে হাত দি দুখ প্ৰকাশ কৰিবলৈ ধৰিলে। চাৰিওফালে এই কথা বিয়াপি পৰিল। মই শুনা মাত্ৰকে বিবুদ্ধি হলোঁ। মই আকৌ উন্মাদিনী হৈ বিচাৰ-চৰালৈ লৰ ধৰিলোঁ। কিন্তু, মই গৈ চৰাত যাক বিচাৰিলোঁ, তেওঁক আৰু দেখা নাপালোঁ।

এইবাৰ মই বিষাদিনী। মোৰ মনস্তাপ চতুৰ্গুণে বাঢ়িবলৈ ধৰিলে। মোৰপৰাই গোহাঞিদেৱৰ ইমান দুখ-দুৰ্গতি! মোৰ নিমিত্তেই তেওঁৰ আজি এনে আপদ! যি গোহাঞিদেৱৰ মঙ্গলৰ অৰ্থে দেশ গোটেইখনে কামনা কৰে, যাৰ সুখ-সন্তোষ মান-গৌৰৱ বঢ়াবলৈ বুঢ়াজনা স্বৰ্গদেৱৰ যত্নৰ ত্রুটী নহৈছিল,

যি আজিত বাজে কাইলৈ ঘাইমন্ত্ৰীৰ বাব পালেহেঁতেন, আজি সেই গোহাঞি-দেৱ বিনা অপৰাধত বন্দীশালত! এইবিলাক সকলো এই অভাগিনীৰ পৰাই ঘটিছে। এই কথা, অকল মঞেই নহয়, ওচৰ-চুবুৰীয়াই নহয়, গোটেই ৰাজ্যৰ মানুহে জানিছে। মযে মোৰ গোহাঞিদেৱৰ বিপদৰ কাৰণ হলোঁ। যাৰ নিমিত্তে মোৰ জীৱনত দুখ-বেজাৰৰ সীমা নাথাকিল, সেই মযে তেওঁৰ কাল হলোঁ! মৰোঁগৈ বুলিয়েই ৰাতি অকলৈ ওলাই গৈয়ো মৰিব নাজানিলোঁ! আন্ধাৰ ৰাতি ঢেৰেকনি-ধুমুহায়ো এই জীৱন অন্ত কৰিব নোৱাৰিলে। বনৰীয়া জন্তুৰ মুখত পৰিবলৈ গৈয়ো এই জীৱন অন্ত কৰিব নোৱাৰিলোঁ। আন কি, সৰ্পৰ বিষম দংশনতো এই লেলেতীয়া প্ৰাণ নাশ নহল। নহয়, এই জীৱনৰ কোনো মতে অন্ত নহয়। ইয়াৰ আৰু কিমান লেলাত ভুঞ্জিবলৈ বাকী ৰৈছে, বুজিব পৰা নাই। এই ভগা হিয়াত দুখৰ আৰু কিমান খুন্দা সহিবলৈ আছে কব নোৱাৰি। হঁায়, বাউলী উন্মাদিনী অৱস্থাতে কেইদিন-মানলৈ সুভাগিনী হৈছিলোঁ। সেই অৱস্থাতে দুখ-বেজাৰৰ অলপ পাৰ পাইছিলোঁ। এই জীৱনৰ শেহছোৱা সেই দৰেই যোৱা হলেও ভাগ্য বুলি ভাবিছিলোঁ। ঈশ্বৰে মোক তাৰপৰাও বঞ্চিত কৰিলে; মোক সুস্থিৰ কৰি এতিয়া বিষাদিনী কৰিলে; উন্মাদিনী আৰু বিষাদিনীৰ সুখ-দুখৰ হীন-ডেঢ়ি মোক ইমান দনাই অনুভৱ কৰালে। অকল এটা জীৱনতে বিধাতাই অত যন্ত্ৰণাৰ লেখ কিয় লিখিলে! ধৰিবলৈ গলে, উন্মাদিনী অৱস্থাতকৈ এতিয়া বিষাদিনীৰ অৱস্থাই মোক মনস্তাপৰ অথায় পানীলৈ উটাই নিবলৈ ধৰিছে। আগেয়ে মোৰ বিপদ খণ্ডনৰ নিমিত্তে ভাবোঁতা আছিল, এতিয়া বিপদ খণ্ডাবলৈ মই ভাবিব লগাত পৰিলোঁ।

অন্তৰত মোক একুৰা জুয়েই পুৰি-ডেই মাৰিব লাগিছে, তাৰ উপৰি দুৰ্ম্মতি ৰজাৰ নিঠুৰ ব্যৱহাৰ! ৰজাই তেওঁৰ দুৰ্ব্বল মনৰ দৰেই আটাইকে ভাবিছে তেওঁৰ মনেৰে আনৰ পৱিত্ৰ মন কলুষিত কৰিবলৈকো

ৰাজক্ষমতাই বল দিব পাৰে! মোৰ প্ৰাণেশ্বৰ গোহাঞিদেৱক বন্দী কৰি থৈ, তেওঁ মোৰ প্ৰাণৰ অধীশ্বৰ হবলৈ হাত মেলে! তেওঁ নাজানে মোৰ প্ৰাণৰ ওপৰত মোৰ কিমান অধিকাৰ। তেওঁৰ বুজিবৰ শক্তি নাই যে, সেই প্ৰাণ মই কাৰ নিমিত্তে ইমান যতনেৰে দেহাত ধৰি আছোঁ। তেওঁৰ বুজিবলৈ এতিয়াও বাকী যে, গোটেই পৃথিবীৰ ক্ষমতা একলীয়া হৈ লাগিলেও মোৰ প্ৰেমদুৰ্গ ৰক্ষণত মোক ঘটাব নোৱাৰিব। কিন্তু, যাৰ নিমিত্তে সি ৰক্ষিত, তেওঁ ওচৰ চপা মাত্ৰকে তাৰ দুৱাৰ আপুনি মুকলি হয়। তেনে দুৰ্গৰ অধিকাৰীক নিলগাই আটক কৰি থৈ, তিৰোতাসেকুৱা পাপমতি ৰজাই মোৰ পৱিত্ৰ বস্তুলৈ হাত পাতে! তেওঁ দেউতাৰ আগত এনে কথা আকৌ তুলিবলৈ অকণো সঙ্কোচ নকৰিলে! মোৰ প্ৰাণেশ্বৰ গোহাঞিদেৱৰ প্ৰতি দেখাদেখিকৈ অবিচাৰ কৰি, ৰাজ্যৰ ধৰণীস্বৰূপ ঘাই বিষয়া মোৰ দেউতাৰ আগত ৰজাই কোন্ সতে সেই বিহ-বিয়াৰ কথা আকৌ তোলে! হাঁয়, এই পৃথিবীত মানুহে কৰিব নোৱাৰা কাম নাই। অতি জঘন্য, অতি নীচ কামতো অতি উচ্চ আসনৰপৰা নামি আহি লিপ্ত হব পৰা মানুহৰো ভাৰ ধৰণীয়ে ধৰিব পাৰিছে! দুৰ্ব্বলমতি ৰজাই যি ভাবক, যি কৰক, এইবাৰ দেউতা সাগৰৰ দৰে গহীন, পৰ্ব্বতৰ দৰে অটল। দেউতাই ৰজাৰ চুপতিৰ নিচিনা কথালৈ কাণ নিদিয়ে। ৰজাই বণিয়াৰ দৰে আকৌ মোক বিয়া কৰোৱাৰ কথা তুলিলে দেউতাই তেওঁৰ প্ৰতি অৱজ্ঞা প্ৰকাশ কৰা হল। এই কথাত পাপমতি ৰজা চতুৰ্গুণে জ্বলি উঠিল। ইয়াৰ প্ৰতিশোধ লবৰ নিমিত্তে তেওঁ দেখাদেখিকৈ দেউতাৰ বিপক্ষে যাবলৈ ধৰিলে। আৰু, সিফালে বন্দীশালত গোহাঞিদেৱক নানা অসহনীয় অত্যাচাৰ কৰিবলৈ ৰজা মতলীয়া হৈ উঠিল।





# ১২। আধ্যা।

## সখী-সহায়।

তৰা আইদেউৰে সৈতে মোৰ সখীয়াৰ সম্বন্ধ। কিন্তু, আনৰ নিচিনাকৈ সখীৰ আগত নিজৰ প্ৰেম আৰু প্ৰণয়ৰ আলচ পাতি সহায় বিচৰা অভ্যাস মোৰ নাছিল। মই সখীৰ আগত কেতিয়াও ভুলতো মোৰ গুপুত পৱিত্ৰ প্ৰণয়ৰ কথা উলিয়া নাছিলোঁ। গোহাঞিদেৱৰ সম্পৰ্কে আগেয়ে মই সখীৰ আগত একো কথা কোৱা নাছিলোঁ। এই সংসাৰৰ আনবিলাক মানুহৰ ওচৰত যেনেকৈ আমাৰ পৱিত্ৰ প্ৰণয় গোপনীয় আছিল, সখীৰ ওচৰতো তেনে আছিল। মোৰ উন্মাদিনী অৱস্থাত মই নিজে প্ৰকাশি নকৰালৈকে আমাৰ পৱিত্ৰ প্ৰেমৰ বিষয়ে কেৱে বুজ নাপাইছিল। তৰা আইদেউ সখীয়েও সেই দিনাৰপৰা হে ইয়াৰ সন্তেদ্ পোৱা হল। কিন্তু, কিয় কব নোৱাৰোঁ, সেই দিন ধৰি মোলৈ তেওঁৰ আদৰ-সাদৰ আৰু মৰম-বেথা বাঢ়ি হে আহিল। তেতিয়াৰপৰা মোৰে সৈতে তেওঁৰ সম্বন্ধ বেচি ওচৰ চপা যেন পালোঁ। আগেয়েও তৰা আইদেউৰ লগত মোৰ সখীৰ সম্বন্ধ ঢিলা নহয় যদিও, তেতিয়া ঘনাই দেখাদেখি হোৱাৰ অভ্যাস নাছিল। আগেয়ে তেওঁ মাহেকে-পষেকে একোবাৰ আমাৰ ঘৰলৈ আহিছিল। মই আকৌ তেওঁৰ ওচৰলৈ যোৱাটো তাতকৈও পাতল। কিন্তু, মোৰ উন্মাদিনী অৱস্থাৰ পাচৰপৰা

তেওঁ নিতৌ আমাৰ ঘৰলৈ অহা হল। দিনটোৰ ভিতৰত যেনে হলেও এবাৰ মোক লগ পাই যায়হি। আৰু, যেতিয়াই আহে, গোহাঞিদেৱৰ বিষয়ে দুটামান কথা নোসোধাকৈ বা নোকোৱাকৈ নাযায়। আগডোখৰত ভাবিছিলোঁ যে, তৰা আইদেউ এতিয়াও গোহাঞিদেৱৰ লগত বিয়া হোৱাৰ আশাতে আছে; তেওঁ এতিয়াও গোহাঞিদেৱৰ আশাতে দিন নিয়াইছে। মোৰ আঁচলৰ নিধি, হৃদয়ৰ মাণিক চুৰ কৰিবলৈ তেওঁ ছেগ চাই ফুৰিছে; সেই কাৰণেই, তেওঁ মোৰপৰা গোহাঞিদেৱৰ বিষয়ে কথা টুকি নিবলৈ আহে। আৰু, যাতে তেওঁৰ সেই চক্ৰান্তৰ গুটি ধৰে তাৰ চেষ্টাত তেওঁ সেই ভাৱে আহে-যায়। জানোবা গোহাঞিদেৱৰ প্ৰতি মোৰ ভক্তি আৰু মোৰ প্ৰতি তেওঁৰ আসক্তি কমাব পাৰে, তেওঁ তাৰে ছিদ্ৰ বিচাৰি ফুৰেহি। কিন্তু, পাচলৈ দেখিলোঁ, সি নহয়। মই তেওঁৰ চৰিত্ৰ আৰু চলনত যি সন্দেহ কৰিছিলোঁ সি মিছা। তেওঁ তাৰপৰা বহু ওপৰত; তেওঁৰ মন আৰু হিয়াৰ ভাব সাধাৰণে টুকি নোপোৱাত। মোৰ ক্ষুদ্ৰ মতিয়ে তেওঁৰ মন আৰু ভাব টুকি নাপাইছিল। তৰা আইদেউৰ যত্নৰ ফল নিজলৈ নহয়, পৰলৈ হে। গোহাঞিদেৱৰ লগত তেওঁৰ বিয়া পতাবলৈ তেওঁৰ চেষ্টা নহয়, মোৰে সৈতে সেই কাৰ্য্য কেনেকৈ সমাধা হব পাৰে তাৰ নিমিত্তে হে তেওঁ এইদৰে ঘূৰে। ভালেমান দিন এই কথাত তেওঁৰ মই প্ৰমাণ বুজিলোঁ। মোৰ যিমানখিনি বিশ্বাস, তেওঁৰ অন্তৰত কুচুৰ্ত কপট নাই। তেওঁ এগৰাকী নিস্বাৰ্থ প্ৰেমিকা। যাৰে-তাৰে পৱিত্ৰ প্ৰণয় ৰক্ষা কৰিবলৈ তেওঁ অকাতৰে স্বাৰ্থ বলি দিব পাৰে। গোহাঞিদেৱৰ প্ৰতি তেওঁৰ যি ভাব, তাকো গম্ পাওঁ; কিন্তু সি যে মোৰ এফেৰিও অপকাৰ নকৰে তাকো জানোঁ।

গোহাঞিদেৱক বন্দীশাললৈ দিয়াৰপৰা মোৰ দৰেই তৰা আইদেৱেও বিয়াকুল হৈ ফুৰিছে। কি উপায়ে গোহাঞিদেৱক এই বিপদৰপৰা উদ্ধাৰ কৰিব পাৰি, তাৰ নিমিত্তে তেওঁ মহা চিন্তাত। মোৰ ওচৰলৈ

দিনে দহবাৰকৈ আহি তাৰ আলচ পাতেহি। এই দৰেই এপয পাৰ হৈ গল। কিন্তু, গোহাঞিদেৱৰ মুক্তিৰ অৰ্থে একো উপায় কৰিব নোৱাৰিলোঁ ইঁক। দিনৌ আলচোঁ, দিনৌ নিৰুপায় হৈ দুয়ো কান্দোঁ। কন্দাত বাজে আমাৰ আলোচনাৰ আন গুটি ধৰা নাই। পিচে, এদিন সেইদৰেই দুয়ো বহি আলচ পাতি আছোঁ, এনেতে কাঞ্চন সখী ওলালহি। ইয়াৰ আগেয়ে মোৰপৰা তেওঁ এই কথাৰ ভাগ পোৱা নাছিল। সেই কাৰণে, মই আমাৰ আলচৰ কথা টিপতে তল পেলাবলৈ চাইছিলোঁ। কিন্তু, তৰা আইদেউ সখীয়ে বোলে তেওঁৰে সৈতেও এই বিষয়ৰ আলচ পাতিছিল। সেই কাৰণে, সেই দিনাৰপৰা তিনিও একেলগে এই বিষয়ে আলচ পাতিবলৈ ধৰিলোঁ। এই দৰেই আৰু কেইবা দিনো গল। এদিন কাঞ্চন সখীয়ে কথা-বাৰ্ত্তাৰ মাজতে এই বুলি মাত লগাই উঠিলে, "তিনটা উধানৰ মূৰত চাউলকঠা সিজে। আমি তিনিমূৰ পাতি আমাৰ আলচকঠা সিজাব নোৱাৰিম নে?" এই বুলি তেওঁ খন্তেক চিন্তা কৰিলে। তাৰ পাচত, তৰা আইদেউলৈ চাই তেওঁ কলে, "সখীয়ে এদিন বন্দীশাল চাবলৈ যাবোঁ বুলি অলপতে ৰজা ককাইদেৱাবাত জনাইছিলাঁ নহয়? তেওঁ 'বাৰু' বুলিছিল বুলি দেখোন তুমি এদিন মোক কোৱা মনত পৰে।" তৰা আইদেৱে সুঁৱৰি চাই কলে, "সঁচা, ককাইদেৱে কেতিয়াবাই মোক বন্দীশাল চাবলৈ অনুমতি দিয়া আছে।" এই কথাত কাঞ্চনে আনন্দ প্ৰকাশ কৰি কলে, "তেনে হলে আৰু কি চিন্তা আছে। ৰজাৰ অনুমতি আছে যেতিয়া, আমাক কোনে পায়। বন্দীশালত সোমাই লবগৈ পাৰিলে এটা উপায় হব। সখী এতিয়া ঘৰলৈ যোৱাঁহি। কাইলৈ এটা কৰিব লাগে"। কাঞ্চনৰ কথাত আশ্বাস পাই তিনিওৰো মুখত অলপ আনন্দ বিবিঙিল।

আশ্বাসতে প্ৰাণ ধৰি সেই দিনটো কটালোঁ। পিচদিনা পুৱাতে তৰা আইদেউ সখীৰপৰা এখন গোপনীয় চিঠি পালোঁ। চিঠি পঢ়ি আনন্দ লাগিল।

সেই দিনাই সন্ধিয়াকৈ কাঞ্চন সখীৰে সৈতে তেওঁ বন্দীশাললৈ ওলাই আহিব। আমাৰ ঘৰৰ আগেদিয়েই যাবহি। যাওঁ যদি, মন্নো সিবিলাকক বাটতে লগ ধৰিব লাগিব। তেওঁবিলাক আমাৰ ঘৰত নোসোমায়। কিন্তু হায়, "যাওঁ যদি!" মোৰ প্ৰাণৰ প্ৰাণ, হৃদয়ৰ স্বামী গোহাঞিদেৱক বিপদত চাবলৈ আকৌ 'যাওঁ যদি"! চিঠি পাবৰপৰা মোৰ মন উত্ৰাৱল হবলৈ ধৰিলে। কেতিয়া সন্ধিয়া হব, কেতিয়াকৈ তৰা আইদেউ সখীইঁত ওলাবহি, ইয়াকেহে চিন্তিব লাগিছোঁ। এনে দিন বৰ দীঘল! ৰাতিপুৱাৰ-পৰা সন্ধিয়ালৈকে! ইমান নাযায়-হুপুৱায় দিনটো মই কেনেকৈ পাৰ কৰোঁ! এনে ভাবি চাটিফুটিকৈ আছোঁ, এনেতে দেউতা অতি বিমৰ্ষভাৱে দুপৰীয়া ঘৰ ওলাইছেহি। এই কেইদিন দেউতাৰ মুখলৈ চাব নোৱাৰি, তেওঁৰ বিমৰ্ষভাব দেখিলে মোৰ হিয়া ফাটি যায় যেন লাগে। অধৰমী ৰজাই যিমান পাৰে দেউতাক বেজাৰ দিবলৈ ছেগ চাই ফুৰে। সেই দিনাও এনাজগৰত নানা কৰ্কৰ্ণনা কৰি তেওঁক বেজাৰ দি পঠিয়াইছিল। দেউতা ভিতৰ সোমালত মই নিজৰ সকলো দুখ-বেজাৰ খন্তেকলৈ পাহৰি তেওঁৰ শুশ্ৰূষাত ধৰিলোঁ।

চাওঁতে চাওঁতে আমনিলগা দীঘল দিনটো চাপ খাই আহিল। সন্ধিয়াই দেখা দিলেহি। পছিমফালে ভাগৰুৱা বেলি জিৰণিৰ পাটীত পৰিল। তাৰপৰা নিশ্বাসি পঠিওৱা ভাগৰৰ ৰঙা ৰহণে দশোদিশ্ ব্যাপি পেলালে। সেই ভাগৰতে মোৰ উৎসাহে ভৰ দি উঠিল। উগুল-থুগুল ভাৱে তৰা আইদেউলৈ বাট চালোঁ। কিমান বাৰ ওলাই ওলাই চাইছোঁ! পদূলিমূৰলৈকে একোবাৰ আগবাঢ়ি চাই আহোঁগৈ। নাই, তৰা আইদেউ ওলোৱাহি নাই। মনত নানা ভাৱে উগুল-থুগুল লগাবলৈ ধৰিলে। ভাবিবৰো সময় নাই। আকৌ বাটলৈ ওলাই চাবলৈ ধৰিলোঁ। তথাপি তৰা আইদেউ নাই! কেতিয়াকৈ নো ওলাবহি, ইমান পৰ নো কি কৰিছে, এনে ভাবে মনত বিৰক্তি-বিষ তুলিছে।

দিনটো বাট চাই যিমান আমনি পোৱা নাছিলোঁ, সেই খন্তেক বাটলৈ চাই তাতকৈ হেজাৰ গুণে অধিক আমনি লাগিল। নাই, সিমানতো অহা নাই! মনত নানা আশঙ্কা উঠিবলৈ ধৰিলে। একোবাৰ ভাবিলোঁ, ময়ে আগ বাঢ়ি যাম নে কি? এই ভাবি এখুজি-দুখুজিকৈ গৈ আছোঁ, এনেতে দেখিলোঁ সিফালৰপৰা কাঞ্চন সখীৰে সৈতে তৰা আইদেউ আহিব লাগিছে।

আগে-পিচে দুটা লগুৱাৰে সৈতে তৰা আইদেউ আগত, মই মাজত আৰু কাঞ্চন সখী পিচত হৈ তিনিও যাবলৈ ধৰিলোঁ। বন্দীশালৰ দুৱাৰমুখ পাই, পোনেই চাওদাং বৰুৱাৰ খবৰ লোৱা হল। বৰুৱা আঁতৰত আছিল। প্ৰহৰীয়ে কাঞ্চন সখীৰ হাতৰপৰা ৰজাৰ অনুমতি-পত্ৰ নি তেওঁক সেই ঠাইতে দিলেগৈ। আমি নিলগৰপৰা পৰা শুনিলোঁ, তেওঁ প্ৰহৰীক আদেশ দিছে, "ৰজাৰ ভনীয়েক তৰা আইদেউ বন্দীশাল চাবলৈ আহিছে। দুৱৰীক কৈ দেগৈ দুৱাৰ এৰি দিয়ক।" প্ৰহৰীয়ে কোৱা মতে দুৱৰীয়ে বাট এৰি দিলে। আমি তিনিও ভিতৰ সোমালোঁ। আমাৰ লগতে এটা প্ৰহৰীও সোমাবলৈ ওলাইছিল; কাঞ্চন সখীয়ে তাক মানা কৰি দি কলে, "আইদেউৰ আজ্ঞা, লগত কোনো আহিব নালাগে।" লগুৱা দুটাও বাজতে ৰল। আমি এটা এটাকৈ বন্দী-কোঠাবোৰ চাই গৈছোঁ। কোনোটোত দুটীয়া, কোনোটোত তিনটীয়া আৰু কোনোটোত চাইটীয়াকৈও বন্দী আটক হৈ আছে। কোনোৱে মূৰে-কপালে হাত দি গুণিছে, কোনোৱে চকু-লো টুকিছে, কোনোৱে ভাগ্যক দোষ দি কপালত ভুকুৱাইছে, কোনোৱে নিৰৱে ঈশ্বৰক চিন্তা কৰিছে। সেইবিলাকৰ মাজত কতো গোহাঞিদেৱক দেখা নাপালোঁ। আৰু কেইবাটাও কোঠা জুমি জুমি চালোঁ, গোহাঞিদেৱ নাই! আমি চাবলৈ আৰু তিনটা কোঠা হে আছে গৈ। গোহাঞিদেৱ নাই! আমাৰ মুখ শুকাই আহিল। তিনিও আশঙ্কাত চোৱাচুই কৰিলোঁ। তিনিও তিনিৰ মনোভাব বুজিলোঁ।

আকৌ চালোঁ। নাই! আৰু এটা কোঠা গাথোন আছেগৈ। ভয়ে-ভয়ে সেইটোৰো দুৱাৰ মেলা হল। খোঁটালীটো ঘোপমৰা আন্ধাৰ। আমি পোহৰৰপৰা ভিতৰলৈ একো দেখা নাই। কিন্তু, আন্ধাৰৰপৰা গোহাঞিদেৱে আমাক দেখিলে। দেখি, তেওঁ তিনিওকো চিনিলে। মোক দেখি তেওঁ বিশেষকৈ আচৰিত হল। তাতোকৈ তেওঁ আশঙ্কিত হোৱা যেন হে পালোঁ। আমি জোমাজুমি কৰি আছোঁ, এনেতে তেওঁ আতুৰ ভাৱে মাত দিলে, "অহ, ভানু, তুমি কিয় আহিলাঁ!" গোহাঞিদেৱৰ মাত শুনি মই আন্ধাৰলৈকে জাঁপ দিলোঁ। কতো একোতে ধৰিবলৈ নাপাই, পকী বাৰত খুন্দা খাই মই উফৰি পৰিলোঁ। গোহাঞিদেৱে "দেহিঐ, কি সৰ্ব্বনাশ হল" বুলি ততালিকে মোক দাঙ্গি ধৰিলেহি। আৰু, কাঞ্চন সখীয়ে লৰালৰিকৈ খিলিকি-দুৱাৰখন মেলি দিয়াত ভিতৰলৈ পোহৰ পৰিল। মই গোহাঞিদেৱৰ কোলাত! তৰা আইদেউ আৰু কাঞ্চন সখী দুৱাৰমুখতে থিয় দি ৰল। মই খন্তেকলৈ মোৰ প্ৰাণেশ্বৰৰ কোলাত জিৰণি ললোঁ! খুন্দাত বৰ দুখ পাইছিলোঁ, মূৰ জিন্‌জিনাবলৈ ধৰিলে। কিন্তু, সখীহঁতে চাপিবলৈ বেয়া পাইছে জানি, মই বগুৱা বাই গোহাঞিদেৱৰ কোলাৰপৰা নামি মাটিত বহিলোঁ হি। সখীহঁত সোমাই গল। পিচে, কাঞ্চন সখীয়ে কলে যে, কোঠাৰপৰা ওলাই আহিলে হে কথা পাতিবলৈ চল লাগিব। তেওঁৰ কথা শুনি গোহাঞিদেৱে উত্তৰ দিলে, "বাৰু, তোমালোক ওলাই বওঁা আৰু কিয় আহিছিলাঁ কোৱাঁ। মই বন্দী। ৰথীয়াৰ বিনা-অনুমতিৰে এই কোঠাৰ দুৱাৰদলি পাৰ নহওঁ।" কাঞ্চন সখী অবাক্! তৰা আইদেৱে মাত লগালে, "তেনে হলে তো আমি অহাই মিছা হল। অতনা যতন আমাৰ এনেই গল!"

গোহাঞিদেৱ।—কিয়?

কাঞ্চন।—কিয়, জানিবই লাগেচোন।

তৰা।—আমি আপোনাক ইয়াৰপৰা উদ্ধাৰ কৰি নিবলৈ হে আহিছোঁ।

গোহাঞিদেৱ।—ৰাজ-অনুমতি পাইছাঁ জানো ?

মই।—হয়, পাইছে। ৰজাৰ অনুমতি লৈ হে আইদেউ সখী ইয়ালৈ আহিছে।

গোহাঞিদেৱ।—ই কি কথা! উদ্ধাৰৰ হুকুম তৰা আইদেউৰ হাতে হে আহিব লাগে নে? আৰু, এনে অসময়ত ?

কাঞ্চন।—মুক্তিৰ আদেশ নহয়। প্ৰৱেশৰ অনুমতি হে পোৱা হৈছিল।

গোহাঞিদেৱ।—বাৰু, তাকে কোৱাঁহঁক। পিচে ?

মই।—পিচে, এতিয়া আমাৰ লগতে ওলাই যাব লাগে। বাহিৰ ওলালে এফলীয়া হবলৈ উপায় হব।

গোহাঞিদেৱ।—পলাই যাম ? তুমিও এনে কথা কোৱা নে ভানু!

তিনিও ওপৰা-উপৰিকৈ বুজালোঁ। মই কিমান তুতি-মিনতি কৰিলোঁ। কিমান কাবৌ কৰিলোঁ। কিমান শপত দিলোঁ। একোতে গোহাঞিদেৱ নটলিল। তেওঁ নপলায়। তেওঁ জীৱন্তে পলৰীয়া নাম নলয়। অন্তত মই কান্দি ব্যাকুল হলোঁ। গোহাঞিদেৱে বুজাবলৈ ধৰিলে। আৰু, তেওঁৰ পৱিত্ৰ প্ৰেমৰ চিন্ স্বৰূপ, দুই সখীক সাক্ষী কৰি, তেওঁ নিজৰ আঙুলিৰপৰা আঙঠিটি সোলোকাই মোৰ আঙুলিত পিন্ধাই দিলে। তৰা আইদেউ সখীয়েও তত্তালিকে মোৰ আঙুলিত থকা আঙঠিটো সোলোকাই নি গোহাঞিদেৱৰ আঙুলিত পিন্ধাই দিলে। তাৰ পাচত, গোহাঞিদেৱে কলে, "আজি মোৰ জীৱনৰ শেষ কাম সমাধা হল, এতিয়া তোমালোকৰ ওচৰত বিদায় হে মাগিলোঁ।" এই বুলি তেওঁ আমাক ওলাই আহিবৰ কাৰণে ৰৰকৈ ধৰিলে। অন্তত, ইমানকৈ কলেগৈ, "মোক এফেৰিমানো শান্তি দিবলৈ চোৱা যদি, তোমালোকে মোৰপৰা বিদায় লোৱা হঁক।" তৰা আইদেউ আৰু কাঞ্চনসখীয়ে মোক ধৰি ধৰি উলিয়াই আনিলে। গোহাঞিদেৱ অচল-অটল হৈ তাতে ৰল।



# ১৩। আধ্যা।

## গছ পৰিল।

মই ধৰা পৰি উলটি আহি দেউতাক যেনে হত দেখিছিলোঁ, তাতোকৈ তেওঁ দিনক-দিনে হত হৈ যাবলৈ ধৰিলে। হেৰোৱা ধন পোৱাৰ দৰে মোক উলটি পোৱাতো দেউতাৰ মনলৈ সুখ-শান্তি নাহিল। তেওঁ আগতকৈও দিনক-দিনে বেচি চিন্তাযুত হবলৈ ধৰিলে। আৰু, তাৰ পৰিণামত তেওঁ দিনক-দিনে শুকাই-ক্ষীণাই আহিল। তাৰ পাচত, গোহাঞিদেৱক বন্দীশাললৈ দিয়াৰপৰা দেউতা একেবাৰে জঁয় পৰিল। তেওঁৰ খোৱাত ৰুচি ন'ইকিয়া হল, বহাত শান্তি নোপোৱা হল, শোৱাত টোপনি নহা হল। এইদৰে দেউতা একেবাৰে হত হৈ পৰিল। আৰু, কেইদিনমানৰপৰা তেওঁ নৰীয়া-পাটী এৰিব নোৱাৰা হল।

দেউতা নৰিয়াত পৰিবৰপৰা ডাঙৰীয়া-বিষয়াসকল আমাৰ ঘৰলৈ অহা ঘন হবলৈ ধৰিলে। কিন্তু, সিবিলাক আহে নৰীয়া চাবলৈ, দেউতাই উলিয়ায় গোহাঞিদেৱৰ কথা। বিষয়াসকলে নানা তৰহে বুজনি দিও তেওঁক শান্ত কৰিব নোৱাৰে। তেওঁৰ মুখত কেৱল ৰজাই গোহাঞিদেৱৰ প্ৰতি অবিচাৰ কৰাৰ কথা হে। গোহাঞিদেৱৰ মুক্তিৰ আশা দেখিলেই তেওঁৰ মুখত অলপ আনন্দৰ চিন্ বিৰিঙ্গে; আৰু তেওঁৰ অন্তিম অৱস্থাৰ কথা

ভাবিলেই আকৌ অস্থিৰ হৈ পৰে। বিষয়াসকলে বুজিলে যে, গোহাঞিদেৱৰ উদ্ধাৰৰ আলোচনাত বাজে আন একোৱে ৰোগীৰ মনত শান্তি দিব নোৱাৰে। সেই কাৰণে, পাচলৈ সিবিলাকে নৰীয়া চাবলৈ আহি সদায় গোহাঞিদেৱৰ উদ্ধাৰৰ অৰ্থে আলচ পতা হল। আৰু, এই দৰেই কেইদিনমান গল। তাৰ পাচত, এই কথা ৰজাৰ কাণত পৰিলগৈ। আৰু, এই আলোচনাই ৰাজ-দ্ৰোহীৰ ষড়যন্ত্ৰৰ হে নাম পালে। তাৰ ফল স্বৰূপ, এদিন ৰজাৰ আদেশ হল যে, মৰাণ-গোহাঞিবৰুৱাৰ ঘৰলৈ কোনো বিষয়া বা ডাঙৰীয়া যাব নোৱাৰে। আৰু, ৰজাৰ বিপক্ষে মন্ত্ৰণা কৰা আপাহত কেইজনমান বিষয়াৰ গুৰুতৰ দণ্ড হবলৈকো বাকী নাথাকিল।

বিষয়াসকল আহিবলৈ বন্ধ হোৱাত, মোৰো সান্ত্বনাৰ এপালি ঔষধ অন্ত পৰিল। পাচলৈ, গোহাঞিদেৱৰ উদ্ধাৰৰ অৰ্থে কোনো উপায় আলোচনা নোহোৱা দেখি মোৰ মন-প্ৰাণ অস্থিৰ হবলৈ ধৰিলে। গোহাঞিদেৱৰ কথা নোলোৱা ঠাইত মোৰ শান্তি নোহোৱা হল। ভালেই হওক বা বেয়াই হওক, যেয়ে যিহকে গোহাঞিদেৱৰ কথা উলিয়ায়, তাতে মোৰ মন-প্ৰাণ খন্তেকলৈ লাগি যায়। আৰু, পাচলৈ যাৰে-তাৰে আগত গোহাঞিদেৱৰ কথা মই উপযাচি উলিওৱা হলোঁ। আন কি, দেউতাৰে সৈতেও মই গোহাঞিদেৱৰ বিষয়ে কথা পতা হলোঁ। আৰু, এই কথাত দেউতা আৰু মই দুয়ো সমানে তৃপ্তি পোৱা হলোঁ। কিন্তু, বাহিৰৰ বাতৰি নহলে, মনৰ কথা মনতে পতাৰ নিচিনাকৈ, দেউতা আৰু মোৰ ভিতৰত হোৱা কথাই আমাক শান্তি দিব নোৱাৰাত পৰিল। গতিকে, তৰা আইদেউ সখীৰ সহায় মোক ঘনাই লগা হল।

সেই দিনা গোহাঞিদেৱক বন্দীশালত এৰি অহাৰ পাচৰপৰা তৰা আইদেউৰে সৈতে মোৰ কিমানবাৰ দেখা-সাক্ষাৎ হৈছে, মই তাৰ লেখ দিব নোৱাৰোঁ। তথাপি, মানত তেওঁৰ লগৰ অভাৱ মুগুচা হল। তেওঁ নিজেই

কমকৈও দিনটোত আমাৰ ঘৰলৈ তিনিবাৰতকৈও বেচিকৈহে আহে। কিন্তু, সেই অহাই মোৰ অভাৱ গুচাব নোৱাৰে; মই তাৰ উপৰিও দুই-তিনিবাৰকৈ চাকুলী বাইক পঠিয়াই তেওঁক মতাই আনোঁ। মতাই আনি কথা পাতোঁ। কথা পাতোঁ, কিন্তু পাগুলা ঘাঁহকে পাগুলাৰ দৰে একে কথাকে পাতোঁ আৰু ভাঙোঁ। একে কথাকে পাতোঁ, কিন্তু তাত নতুন নতুন ৰস পাওঁ। একেটা কথাকে ঘূৰাই-পকাই পাতোঁ, কিন্তু তাৰ অন্ত নাপাওঁ। কিন্তু, পাচলৈ তৰা আইদেৱো মোৰ মনৰ জোখায় ঘনাই আহিব নোৱাৰা যেন দেখিলোঁগৈ। সেই কাৰণে, তেওঁ অহাৰ উপৰিও, মই তেওঁবিলাকৰ ঘৰলৈ দিনে তিনি-চাৰিবাৰকৈ যোৱা হলোঁ।

মই তৰা আইদেউৰ ওচৰলৈ যোৱা-অহা কৰাৰপৰা কোনোবা পিনে কিবা এফেৰি গুণ ধৰা যেন দেখা গল। ৰজাই হেনো ৰাজমাওৰ টোললৈ মোক যোৱা-অহা কৰা দেখি কোনোবা বিষয়াৰ আগত সন্তোষ প্ৰকাশ কৰিছিল। এই কথা শুনি, কাঞ্চন সখীয়ে ভালৰ লক্ষণ বুলি কোৱা শুনিলোঁ। শুনি, আমি দুয়ো তেওঁত সুধিলোঁ, কি নো ভালৰ লক্ষণ তেওঁ দেখিলে। কাঞ্চন সখীয়ে কলে, "ৰজাৰ মন ভাল হলে তেওঁক ঘূৰাবলৈ চল লাগিব। বিশেষ, ৰাজমাওৰ হতুৱাই এই ফেৰা কাম সধাবলৈ সুবিধা দেখিছোঁ। ৰাজমাৱে টানি ধৰিলে কিজানি ৰজাই গোহাঞিদেৱক মুক্তি দিবলৈ মান্তি হব পাৰে।" সখীৰ কথা মনত লাগিল; আৰু তেওঁৰ যুক্তি মতেই কথাটো ৰাজমাওক জনাবলৈ স্থিৰ কৰা হল। আৰু, পিচদিনাই তিনিও ৰাজমাওৰ ওচৰ চাপিলোঁগৈ। কথাটো পোনেই কাঞ্চন সখীয়ে উলিয়ালে। তাৰ পাচত, তৰা আইদেৱে কান্দি কান্দি কবলৈ ধৰিলে, "আইতা, তুমি যদি ককাইদেৱক কৈ-মেলি গোহাঞিদেৱক মুক্তি দিয়াব পাৰা, তেনেহলে তুমি মোক আৰু ভানু সখীক যেন জীৱদান হে দিলা।" তেওঁৰ লগতে ময়ো হেচা দি কলোঁ যে, ৰাজমাৱে নিৰ্দোষী গোহাঞিদেৱৰ

প্ৰাণ ৰক্ষা কৰি ৰজাৰ ধৰ্ম্ম ৰক্ষা কৰিব লাগে। ৰাজমাৰে আমি কোৱা কথা টিলিকিত উৰাই দিয়াৰ নিচিনাকৈ হাঁহি মাৰি কলে, "কিনো বৰ কথাটো, তাতে প্ৰাণ দান দিয়া হয় আৰু ৰাজধৰ্ম্ম ৰক্ষা কৰা হয়! বাৰু, তইঁত থাক, কাইলৈ মই লৰাক বুজাই-মেলি এটা কৰিম।" ৰাজমাওৰ কথাত আমি তিনিও আশ্বাস পালোঁ। তিনিও মনৰ আনন্দেৰে ঘৰাঘৰি গলোঁ।

মনৰ আনন্দত ৰাজমাওৰ টোলৰপৰা আহিলোঁ। কিন্তু, অন্তৰত উগুল-থুগুল ভাবে উৎপাত লগাবলৈ ধৰিলে। অন্তৰত আশা আৰু হতাশৰ খুন্দীয়া-খুন্দিয়ে মোক অস্থিৰ কৰি পেলালে। সেইদিনা ৰাতি মোৰ চকুত টোপনি নাই। কেতিয়াকৈ ৰাজমাৰে কোৱা "কাইলৈ" আহি যাব, কেতিয়াকৈ আমি শুভ বতৰা পাবলৈ পণ্ড আহিব, তাকে ভাবি থাকোতেই ৰাতি পুৱাল। ৰাতি পুৱাল, দুখৰ ৰাতি পাৰ হল। কিন্তু, আকৌ দীঘল দিনটোৱে আগত দীঘল দিলে। ৰাতিপুৱাটো চাওঁতে চাওঁতে দীঘল হৈ হৈ যায়, দুপৰীয়া নপৰাহি যেন লাগিল। দুপৰীয়া আহিলত আকৌ আবেলিলৈ ভাবনা হল। আমনি লাগি যোৱা দুপৰীয়াটো পাৰ হৈ যোৱাত, বাটচাই থকা আবেলি আৰু সন্ধিয়া পালেহি। কিন্তু, আনকাল সন্ধিয়া কিমান বেলাই ৰাতিত মাৰ যায়, আজি সি সেই দৰে যাব পৰা নাই। অগ্ৰৰ দুখৰ ৰাতিকে আকৌ সুখৰ বুলি মাতিব লগা হল। তথাপি, সি পাৰ হৈ যাওকহি। তথাপি, কোনোমতে "পণ্ড" পাওকহি। কেতিয়া কিমান পৰ হল কব নোৱাৰোঁ। সেউতাক ঔষধ-পাতি খুৱাই অলপ আহাৰ দিলোঁ। ইমানলৈকে ৰাতিৰ আগছোৱা পাৰ হল, বাকী ছোৱাও বহিয়েই পাৰ কৰিলোঁ। একেবাহে দুটা ৰাতি চকুৰ টিপ্ নমৰাকৈয়ে পাৰ হল। পিচদিনা বেলি এপ[illegible]ান উঠোঁতেই ৰাজমাওৰ টোল পালোঁগৈ। দেখিলোঁ, কাঞ্চন সখীৰে কৈ[illegible]তৰা আইদেউ ৰাজমাওৰ কাষতে বিমৰ্ষভাৱে বহি আছে। মোক [illegible]ৰত খিয় হোৱা দেখি তেওঁ দীঘলকৈ এটা হুমুনিয়াহ পেলালে; আৰু

ৰাজমাৱে তললৈ মূৰ কৰিলে। মই দেখিয়েই বুজিলোঁ, কথা বিষম। তথাপি, মনে নপতিয়ালে। ৰাজমাওত সুধিলোঁ, বাতৰি কি। তেওঁ অতি কাতৰ হৈ কলে যে, সকলো মিছা হল; তেওঁ বহু যত্ন কৰিও ৰজাৰ মন কোমলাব নোৱাৰিলে। মই শুনিয়েই হতাশৰ খুন্দাত লুটিখাই পৰিলোঁ।

ৰাজমাওৰপৰা যি আশা কৰিছিলোঁ, সেই আশা ছিগিল। লগে লগে মোৰো জীৱনী শক্তিৰ ধাৰ ছিগিল যেন লাগিল। তথাপি, তৰা আইদেউৰ ওপৰত অলপ ভৰসা থাকিল। তৰা আইদেৱে লাগি-ভাগি জানোবা আৰু কিবা উপায় উলিয়াব পাৰেই। সেই আশাতে আকৌ ভিৰ দি ৰলোঁ। এই ফেৰি আশাতে মোৰ জীৱনৰ সকলো শক্তিয়ে ভেজনি দি ৰল। কিন্তু কি হব, তাৰো অন্ত নাপাওঁ। তৰা আইদেৱে যত্নৰ ত্রুটী কৰা নাই, কিন্তু তাৰ একো গুণ ধৰা নাই। পাচলৈ তেওঁৰো যত্নৰ মোৰ নোপোৱাত পৰিল। কেতিয়াবা বিবুদ্ধি হৈ তেওঁ মোক হে উলটি উপায় সোধাত পৰিল। তাৰ পাচত, আমি দুইৰো আশ্রয় কেৱল কাঞ্চন সখী হে ৰলগৈ। তেওঁৰ বুদ্ধিয়েই আমাৰ জীৱনী হল।

এই দৰেই কেইদিন গল কব নোৱাৰোঁ। ইফালে গোহাঞিদেৰেক বিচাৰ-চৰালৈ অনাৰ বিষয় লৈ ধুম্‌ধাম্ লাগি উঠিল। ৰাজমাৱে ৰজাৰ মন কোমলাবলৈ যত্ন কৰোঁতে তাৰ বিপৰীত ফল ধৰিল। ৰজাই কি ভাবি কিছুমান দিন নিটাল মাৰি ৰৈছিল কব নোৱাৰোঁ, কিন্তু ৰাজমাৱে গোহাঞি-দেৰৰ মুক্তিৰ চেষ্টা কৰা দেখি তেওঁ দুগুণে জ্বলি উঠিল, বিচাৰৰ দিন যিমান পাৰে তেওঁ চমুচপাই আনিলে। আগেয়ে শুনিছিলোঁ, বিচাৰৰ দিন আৰু এমাহলৈ দীঘলাব বুলি, কিন্তু এতিয়া হঠাতে চমু চপাই ধৰা হল। সাত দিনৰ ভিতৰত গোহাঞিদেৰৰ বিচাৰ শেষ কৰাটো স্থিৰ হল। চাৰিওকালে এই কথা ৰাষ্ট্ৰ হৈ পৰিল। ঘৰে ঘৰে এই কথা। বাটে-ঘাটে এই কথা। মতাৰ মেলত এই কথা। তিৰোতাৰ মেলত এই কথা। ৰাৰাৰ মুখতো

এই কথাই হল। সকলোৱে গোহাঞিদেৱৰ হস্তে আক্ষেপ কৰিবলৈ ধৰিলে। সকলোৱে ৰজাৰ অবিচাৰৰ কথা মুখে মুখে কৰলৈ ধৰিলে। সকলোৱে গোহাঞিদেৱৰ নিৰ্ম্মল চৰিত্ৰ বখানিবলৈ ধৰিলে। ডাঙৰীয়া-বিলাক সকলোৱে এই কথা লৈ গুপ্ত মন্ত্ৰণা কৰিবলৈ ধৰিলে। আৰু, কোনো কোনো বিষয়াই মৰণত শৰণ দি এই বিষয়ে ৰজাক পুনঃ বুজনি দিবলৈকো বাকী নাৰাখিলে। কিন্তু, এইবোৰ কাৰবাৰ যিমানেই বাঢ়ি আহিল, পাপমতি ৰজাৰ পাপ ইচ্ছা সিমানেই বলৱতী হৈ উঠিল; তেওঁ যিমান সোনকালে পাৰে গোহাঞিদেৱৰ পৱিত্ৰ জীৱনৰ অন্ত পেলাবলৈ উলাহেৰে আগ বাঢ়িল।

পাচত, দিন দিয়া সাত দিনৰ অন্ত পৰিবলৈকে নাপালে। মাজতে এদিন ঘুমুক-ঘানাককৈ শুনা গল, আজি গোহাঞিদেৱক বিচাৰ-চৰালৈ অনা হব। খন্তেকৰ ভিতৰতে এই বাতৰি চাৰিও ফালে বিয়াপি গল। চাৰিও ফালৰপৰা মানুহ বিচাৰ-চৰালৈ লৰিবলৈ ধৰিলে। হাটকৰা, বাটকৰাই নিজৰ উদ্দেশ্য পাহৰি বিচাৰ-চৰাত থিয় হলগৈ। বস্থৰাই বন পেলাই বিচাৰ-চৰা পালেগৈ। লৰাই ধেমালি এৰি বিচাৰ-চৰাত ভুমুকি মাৰিলেগৈ। কাষত পানীৰ কলহেৰে বোৱাৰী-জীয়াৰী বিচাৰ-চৰাৰ পদূলিত শাৰী পাতিলেগৈ। চাৰিও ফালৰপৰা চাপ খোৱা মানুহবিলাকৰ ভিতৰত আতুৰ-ভাৱে আক্ষেপ প্ৰকাশৰ গুণগুণনি লগলাগি কি যে এটা ভয়-লগা আৰু হিয়াবিদৰোৱা ভাব বিয়পাই দিলে! এই ভাব অনুভৱত হে ধৰিব পাৰি, ইয়াক কথাৰে ধৰা টান। সেই সময়তে ময়ো ঘুৰিছিলোঁ হবলা। তৰা আইদেউকো দেখিছিলোঁ যেন মনত পৰে। কিন্তু, আমি যেনিয়ে যাওঁ, তেনিয়ে বাধা পাওঁ। কোনে জানো, ভালকৈ মনত নপৰে, আমাক বিচাৰ-চৰালৈ সোমাব নিদি আঁতৰাই আনে। তৰা আইদেৱে একোবাৰ একোটা আতুৰ ভাৱৰ চিঞঁৰ মৰা যেন শুনোঁ। সেই চিঞঁৰত ৰাজসভা

চমকি উঠা যেন দেখি যাওঁ। আৰু, তেতিয়াই আইদেউক আঁতৰাই নিবলৈ ৰজাৰ টান হুকুম পৰে। এইদৰেই কিমানপৰ হল কব নোৱাৰোঁ, গোহাঞিদেৱক ৰজাৰ আগত নি থিয় কৰোৱা হল। ৰজাৰ আদেশ মতে ন্যায়সোধা ফুকনে বিচাৰ আগত ললে। বিচাৰ কি হল মই নোৱাৰোঁ, গোহাঞিদেৱক কি সুধিলে শুনিও নুশুনিলোঁ, তেওঁ কি উত্তৰ দিলে সিও মনত নাই; নিলগৰপৰা দেখা মনত পৰে যে, সাগৰৰ নিচিনা গহীন প্ৰকৃতিৰ গোহাঞিদেৱে অচল-অটল পৰ্ব্বতৰ দৰে ৰজাৰ আগত মূৰ্ত্তিমান পুৰুষৰ শক্তিৰে থিয় দি আছিল। খন্তেকৰ নিমিত্তে সকলো স্তব্ধ পৰিল। গোহাঞিদেৱৰ হাঁহিমুখীয়া দেৱমূৰ্ত্তি জিলিকি উঠিল।

চৰাত সেই দিনা ডাঙৰীয়া-বিষয়াও সকলোটি উপস্থিত নাছিল। দেউতা ভালেমান দিনৰপৰা নৰিয়াত পৰিয়েই আছিল। নামমাত্ৰ বিচাৰ হল। ৰজা নিজে শুচৰীয়া; মাতিব পৰা বিষয়া কোনো ওচৰত নাছিল। গতিকে, ঘোৰ অন্যায়-অবিচাৰত গোহাঞিদেৱৰ প্ৰাণদণ্ডৰ আজ্ঞা হল! তেতিয়া খন্তেকতে সেই হিয়াবিদৰোৱা বাতৰি চাৰিওফালে ৰাষ্ট্ৰ হৈ পৰিল। সকলোৱে শুনি হাঁয় হাঁয় কৰিবলৈ ধৰিলে। ময়ো শুনিলোঁ। শুনি, গছ পৰাৰ সিদ্ধান্তত লতাও লগতে পৰাৰ সিদ্ধান্ত মানিলোঁ।





# ১৪। আধ্যা।

—০০০—

## সামৰণ।

নীলা আকাশত আমৰলীয়া পাখিৰে কুমলীয়া মেঘ কেচপৰামান উলাহত উটি ফুৰিছিল। নিঠুৰ বেলিয়ে তাকে সহিব নোৱাৰিলে। পুৱাতে [illegible] ৰদে পাই তাক আহৰি কৰিলে! আকাশৰ মেঘ আকাশতে [illegible]ৰ পাচত, মূৰৰ ওপৰলৈ উঠি শূৰ্য্যদেৱতা জুই যেন হৈ জ্বলি উঠিল। পৃথিবীৰ জীৱ-জন্তু, গছ-লতাৰ ওপৰত তেওঁৰ খাওঁ-খাওঁ মূৰ্ত্তি হল। ভিতৰৰপৰা বাহিৰলৈ ওলাবৰ সাহ নোযোৱাত পৰিল। পথাৰৰ অলপ-পানীৰ মাছে তাপত তৰণি নাপাই খলক লগাবলৈ ধৰিছে। মানুহ-পছু, চৰাই-চিৰিকতি সকলো বদত চট্‌ফটাবলৈ ধৰিছে! এনে ভয়ানক সময়ত, এনে আপদৰ কালত, আজি জেৰেঙা পথাৰত কাৰ বিয়া? কোন গাঁৱৰ বিহু-হাট আহি বহিছেহি? আজি জেৰেঙা পথাৰত মানুহৰ মাজত বিৰ দি বাট পাব নোৱাৰা হৈছে। কিন্তু হাঁয়, বিধকৰ ভ্ৰম, লিখনীৰ ভুল,—ই বিয়া মহছ, বিহু-হাটো বহা নাই। আজি জেৰেঙাত নৰবলি পৰিছে। আজি মহা প্ৰতাপী স্বৰ্গীয় ঘাইমন্ত্ৰী বৰগোহাঞি ডাঙৰীয়াৰ বংশধৰ, মৰাণ-গোহাঞিবকৱাৰ বংশজ গছ-লতাৰ জীৱন-বৃক্ষ, অসমীয়া প্ৰজাৰ আদৰৰ মাণিক শ্ৰীমান্ চাৰুচন্দ্ৰ বৰগোহাঞিদেৱৰ বলি পৰিছে!

অন্তিম কাল উপস্থিত। চাৰু গোহাঞিদেৱৰক ৰাইজৰ আগলৈ উলিওৱা হল। সকলোৱে এবাৰ হেঁপাহ পলুৱাই চাবলৈ ধৰিলে। এনে আপদৰ কালতো, জীৱনৰ অন্তিম সময়তো গোহাঞিদেৱৰ সৰিয়হৰ ফুল যেন প্ৰফুল্ল মুখখনিত বিষাদৰ ৰেখ এটিও নাই। তেওঁ অতি গম্ভীৰভাৱে ৰাইজলৈ সাদৰ-সম্ভাষণ জনাই কবলৈ ধৰিলে, "শুনা ৰাইজ! মোকে গোলে ধাৰ্মি মাউৰা। তথাপি, এই পৃথিবীত 'মোৰ' বুলি এৰি যাবলৈ এটি মাথোন প্ৰাণী থাকিল, তেওঁ মোৰ প্ৰাণেশ্বৰী ভানুমতী। মৰণ চাপিছে বুলি তাত মোৰ অকণো বেজাৰ নাই। জন্ম হলেই অৱশ্যে এদিন মৃত্যু আছে। মই ঘৰৰ ভিতৰত নৰিয়া পৰি, কিম্বা হিংস্ৰক জন্তুৰ মুখত পৰি নিজানত মুমাব লগা নহল, মোৰ দেহান্তৰ হোৱা আজি অত ৰাইজে দেখিব, ই মোৰ বৰ ভাগ্যৰ ফল। কিন্তু, মোৰ দেহান্তৰ ঘটাৰ পূৰ্ব্বে মোৰ দু-আষাৰ শেষ কথা কৈ যাওঁ। মই কোনো অপৰাধৰ অপৰাধী নহওঁ। ৰজাৰ বিচাৰ সম্পূৰ্ণ অন্যায়। কিন্তু, আৰ্জ্জিলে ফল ভুঞ্জিব লাগে। এই কথা সকলোৱে মনত পেলাই থৈবাইক! এতিয়া সকলোৰে ওচৰত বিদায় হে মাগিলোঁ।" এই কেইআষাৰ হিয়াত লাগি যোৱা কথা কৈ তেওঁ চাওদাঙৰ ফালে ঘূৰিল। চাওদাঙে নিয়ম লগাই বলিশালত ঠিক কৰি লবলৈ ধৰিছে। এনেতে, চাৰিওফালে 'অন্যায়' 'অবিচাৰ' 'অধৰম' ইত্যাদি আৰ্ত্তৰাৱ গগণ ভেদি উঠিল। হঠাৎ প্ৰকৃতিয়ে ভীষণ মূৰ্ত্তি ধৰিবৰ উপক্ৰম কৰিলে। আকাশত এচুকেদি এচকলা মেঁৰ অকলৈ আছিল। তাৰেপৰা গিৰ্ গিৰ্ কৈ গাজনি উঠিল। গছৰ ডাল এৰি চৰাইবোৰে ৰমলিয়াবলৈ ধৰিলে। নিমিষতে অকস্মাৎ ভয়ঙ্কৰ ধুমুহা আহিল। কলা ডাৱৰে আকাশ ঢাকি পেলালে। ধাৰাষাৰে মেঘে বৰষিবলৈ ধৰিলে! ঘনে-ঘনে কাণ-টাল-মৰা ঢেৰেকনিত মানুহ আছাৰখাই পৰিবলৈ ধৰিলে! স্বাভাৱিক অমঙ্গলৰ চিন্ এটা বিৰিঙি উঠিল! চাওদাঙৰ হাতৰ পৰা বলিকটা-দা সৰি পৰিল! এনেতে, হঠাৎ স্বৰগ পৰি চাৰু গোহাঞিদে

থিয়ৈ থিয়ৈ স্বৰ্গী হল! তুলসীৰ লগত কলপটুৱাৰ মুক্তিৰ দৰে চাওদাং ফুটাৰো গোহাঞিদেৱৰ লগতে পৱিত্ৰ মৰণ মিলিল। উপস্থিত জনমণ্ডলীয়ে জয়ধ্বনিৰে গগণ ফালি দিলে। এনেতে, ভানু সখীৰে সৈতে ইফালে তৰা আউদেউ বাউলী হৈ উৰি আহিছে। দুয়ো মানুহৰ ওপৰেদি উৰি যোৱাদি গৈ, "হঁা, প্ৰাণনাথ!" বুলি গোহাঞিদেৱৰ জীৱহীন দেহা সাবটি ধৰিলেগৈ! মানুহে স্পৰ্শ কৰা মাত্ৰকে শৰটি কাটি হৈ মাটিত পৰিল। আশ্ৰয়হীনা লতাৰ দৰে ভানুমতী আৰু তৰা আইদেৱো লগতে লুটিখাই পৰিল! তাৰ পাচত, বহু প্ৰৱন্ধেৰে দুই কল্পিত সতিনী-সখীৰ আলিঙ্গনৰপৰা গোহাঞিদেৱৰ মৃতদেহা একৰাই নিয়া হল। প্ৰাণ কাঢ়ি নিয়া অচেতন দেহাৰ নিচিনা হৈ আইদেউহঁত তাতে পৰি ৰল!

তাৰ পাচত, ভানুৰ দশা হল কি! ভানুত আৰু ভানু নাই। ভানুৰ আকৃতি আছে, প্ৰকৃতি নাই। ভানুৰ ৰূপ আছে, গুণ নাই। ভানুৰ ভেলা আছে, জীৱনৰ বেহা নাই। চাৰু গোহাঞিদেৱ স্বৰ্গী হোৱাৰ পাচত, আজি ভানুৰ অময়া আনন্দ মিলিছে! আজি আনন্দতে ভানুৱে অকলে-অকলে হাঁহিছে! পৃথুৰী-পাৰত বহি ভানুৱে জাঁত-জাঁতকৈ নাম উৰুৱাইছে! মানুহ দেখিলেই তেওঁ খলখলাই হাঁহি গাত ধৰিবলৈ খেদি যায়! থাকি থাকি একোবাৰ ফুলনিৰ ফালে মন কৰে; আৰু একোবাৰ লৰি গৈ আঁচল ভৰাই ফুল তুলি আনি তেওঁ হেঁপাহেৰে মালা গাঁথিবলৈ ধৰে! পুৱাৰপৰা এইদৰে আপোন-মনেৰে আনন্দ কৰি থাকোঁতেই বেলি ভাটী দিলে। সকলো ভাত-পানী খাই উঠিল। ভানুক মাতিবলৈ কাৰো সাহ যোৱা নাই। দেউতাক নৰিয়া-পাটীৰপৰা উঠিব নোৱাৰা অৱস্থাত। ভানুক আৰু পায় কোনে! ভয় আৰু ভালপোৱাৰ গুণত আগৰবাৰ ভানু অলপ সুস্থিৰ আছিল। এতিয়া তেওঁৰ সেই দুয়ো বস্তুৰ অভাৱ। অন্তৰত তাৰ এটিও নাই। চাকুলীৰ প্ৰাণে কিন্তু নসহে। তাই আকৌ এবাৰ ওচৰ চাপিলগৈ।

আৰু, ভানুৰ গাত হাত বুলাই তাই কলে, "আইদেউ! তুমি ভাত খোৱা নাই নহয়। তুমি নাই খোৱা দেখি ময়ো খোৱা নাই। বেলি আবেলি হল।" চাকুলীৰ কথা শুনি, চেতন পোৱাদি পাই ভানুৱে কবলৈ ধৰিলে, "অ, গোহাঞিদেৱ আহিল? দেউতা আহিল? ময়ো গৈছোঁ, যা।" চাকুলীয়ে আকৌ কলে, "নহয়, আইদেউ, তোমাক ভাত খাবলৈ হে মাতিছোঁহি।" পিচে, ভানুৱে অলপ পৰ টলকা মাৰি থাকি কলে, "অ, ভাত? ভাত খাব লাগে? বাৰু।" এই বুলি তেওঁ আকৌ মালা গাঁথিবলৈ ধৰিলে। চাকুলী বুঢ়ী নিৰুপায় হৈ আকৌ উলটি আহিল। এইদৰে এখনমান তামোল খাবৰপৰ গুণ্‌গুণ্‌কৈ মালা গাঁথি থকাৰ পাচত, চাকুলীয়ে ভাত খাবলৈ মতাৰ কথা ভানুৰ মনত পৰিল। মনত পৰা মাত্ৰকে ভানু গিৰিপ্‌কৰে উঠি থিয় হল; আৰু, "অ, মই ভাত খাব লাগে, মই গা ধোৱা নাই" এই কেই আষাৰ কথাৰে ভানু পুখুৰীত জঁাপ মাৰি পৰিল! সেই যে পৰিল, ভানু আৰু নুঠিল! তিনিখনমান তামোল খোৱা পৰৰ পাচত চাকুলী আকৌ আহি চায়, ভানু নাই! ভানুক নেদেখিয়েই তাই আতুৰভাৱে এটা চিয়ঁৰ মাৰি দিলে। ঘৰত হুলস্থূল লাগি পৰিল। তাৰ পাচত, ভালেমান পৰ কেইওপিনে বিচাৰি চোৱাৰ ফলত দেখা গল, পুখুৰীৰ নিজনি চেঁচা পানী বুকুত লৈ, ইমান দিনৰ দুখে-ভাগৰে ভানু চিৰজিৰণিত পৰিল!!

ঘৰত আৰু চুবুৰীত হাহাকাৰ লাগি উঠিল। চাকুলীয়ে বিননিত গছৰ পাত সৰাব লাগিছে। আন লিগিৰা-লিগিৰী সকলোৱে কান্দনত থলক লগাইছে। কাঞ্চনে ভানুৰ মৃতদেহাৰ ওপৰত পৰি ইনাই-বিনাই কান্দিবলৈ ধৰিছে। চুবুৰীৰ বুঢ়া-মেথা মানুহে মুৰে-কপালে হাত দি হৰি, হৰি, কৰিবলৈ ধৰিছে। বাহিৰৰ চিয়ঁৰ-বাখৰ ভিতৰত নবীয়া দেউতাকৰ কাণত পৰিলগৈ। আৰু, সেই বজ্ৰ শৰদ কাণত পৰা মাত্ৰকে গোহাঞিবৰুৱা ডাঙৰীয়া নবীয়াপাটীতে স্বৰ্গী হল! ভালেমান পৰৰ পাচত, যেতিয়া বজা পৰ্য্যন্ত উপস্থিত

হলহি, তেতিয়া হে তেওঁৰ বিচাৰ লোৱা হল। লৰালৰিকৈ কেইজনমান বিষয়াই ভিতৰ সোমাই চায়, মৰাণ-গোহাঞিবৰুৱা ডাঙৰীয়া ইহসংসাৰত আৰু নাই; জীৱনাধিক জীয়েকক অকলৈ পঠিয়াব নোৱাৰি, তেওঁ লগতে স্বৰ্গী হল! গোহাঞিবৰুৱাৰ দেহান্তৰ ঘটাত আৰু এক মহা হুলস্থূল লাগি পৰিল, ঘৰে-পৰে সকলোৱে তেওঁৰ অমায়িক গুণ বখানি বিনাবলৈ ধৰিলে। আৰু, সেই হুলস্থূলৰ ভিতৰতে চাকুলী বুঢ়ী মানুহৰ মাজৰপৰা কেনি কলৈ গল কেৱে কব নোৱাৰে। সেই দিনাৰপৰা তাইক আৰু দেখা নগল!

এই হিয়াবিদৰোৱা পৰিণতি দেখি, অন্তত কঠুৱা ৰজাৰ মনতো বিষম অনুতাপ হবলৈ ধৰিলে। বিশেষকৈ, ভানুৰ অকাল-বিয়োগত ৰজাই মৰ্ম্মান্তিক বেজাৰ পালে। ইমান দিন তেওঁ ভানুৰ মোহিনী ৰূপত মুগ্ধ হৈ আছিল। ভানুৰ ৰূপত বিমোহিত হৈয়েই, তেওঁ হিতাহিত জ্ঞান হেৰুৱাই অতনা অন্যায় কাম কৰিলে। কিন্তু, সিমান কৰিও তেওঁ ভানুক লাভ কৰিব নোৱাৰিলে। ভানু আৰু নাই। যাৰ ভানু তাক পোহৰাবলৈ তাৰ লগতে সি মাৰ গল। এই কথাত ৰজাৰ মনত অনুতাপতকৈও অধিককৈ ধিক্কাৰ লাগিল। চাৰু আৰু ভানুৰ পৱিত্ৰ প্ৰেমত বিঘিনি হৈ তেওঁ এতিয়া প্ৰাণত শান্তি নোপোৱা হল। কি উপায়ে তেওঁ এতিয়াও সিবিলাকৰ প্ৰতি সজ ভাব দেখুৱাই এফেৰি শান্তি লাভ কৰিব, তাৰ উপায় চিন্তিবলৈ ধৰিলে। আৰু, তাৰে ফলস্বৰূপ ৰজাই ভানুৰ শৰটি চাৰুৰ মৈদামৰ কাষৰে শাৰীপতাই মৈদাম দিয়ালে; আৰু তেওঁ নিজ হাতে চাৰুৰ মৈদামৰ ওপৰত এজুপি আঁহত আৰু ভানুৰ মৈদামৰ ওপৰত এজুপি জৰী গছ ৰুই তাত যত্ন-পানী দিবলৈ ধৰিলে। তাৰ পাচত, শুভদিন চাই, ৰজাই ৰাজভঁৰালৰপৰা বিস্তৰ অৰ্থ ভগন কৰি বৰ ধুমধামকৈ গছ দুজুপিৰ বিয়া পাতি, দুইৰো মাজভাগত পৱিত্ৰ লগ্নগাঁথি দি মিলন ঘটালে। কালত গছ দুজুপি একেলগ হৈ বাঢ়ি উঠি, এজুপি বৰ ৰূপহ জৰীগছ হলগৈ!

তেতিয়াৰেপৰা তৰা আইদেউ ভালেমান দিন নিৰুদ্দেশ হৈ আছিল। পিচে, বছৰদহেকৰ মূৰত তপস্বিনী বেশেৰে তেওঁ এদিন নগৰ ওলালহি। আৰু, তাৰ পাচত, ভানু-চাৰু যুগলগছ জুপিৰ তলতে বহি ভালেমান দিন আইদেৱে কঠোৰ তপস্যা ব্ৰত পালন কৰি আছিল। দেখি দেখি ৰজা, ডাঙৰীয়া, বিষয়া আৰু আন সকলোৰে প্ৰাণত বৰ ব্যথা লাগিলগৈ। তাৰ পাচত, বহু আলোচনা কৰি, কাঞ্চন সখীয়াৰ হতুৱাই আইদেউৰ মন বুজাই-বৰাই ঘূৰাবলৈ চোৱা হল। কাঞ্চনে এদিন তৰা আইদেউৰ ওচৰলৈ গৈ তেওঁক বহুপৰ বুজাইছিল; কিন্তু বিৰহিনী আইদেৱে এবাৰো এটি কথাৰেও উত্তৰ নিদিলে। তাৰ পিচদিনাৰপৰা তপস্বিনীক আৰু কেৱে কতো দেখা নোপোৱা হল!!



# ভূত নে ভ্ৰম।

## [ সংস্কাৰমূলক নাটক ]



কলিকতা বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব প্ৰশ্নকাৰ, পৰীক্ষক আৰু ৰেজিষ্টাৰ্ড গ্ৰেজুৱেট ; লণ্ডন ৰয়েল এচিয়াটীক চোচাইটীৰ অনৰেৰী মেম্বৰ ; অসম লেজিচ্‌লেটীভ কাউন্সিলৰ ভূতপূৰ্ব্ব আহোম-প্ৰতিনিধি অনৰেবোল মেম্বৰ ; সদৌ অসম আহোম এচোচিয়েচনবিলাকৰ জেনেৰেল চেক্ৰেটৰী ; "বিজুলী", "বন্তি" আৰু "উষা"ৰ সম্পাদক ; অসম সাহিত্যিক সন্মিলনীৰ পোন্‌-প্ৰথম সভাপতি ;


## সাহিত্যিক পেঞ্চনাৰ,

**ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা,** এম-আৰ-এ-এচ

ৰচিত।



দ্বিতীয় তাঙৰণ।

তেজপুৰ, অসম।

১৮৬২ শক।

বেচ, ।৵০ ডেৰমহা।

# ভাৱৰীয়াবিলাক।



ভূতনাথ বৰুৱা, এম-এ, বি-এল,—সংস্কাৰ-সমিতিৰ সভাপতি।

মুক্তিনাথ ফুকন, বি-এ, বি-এল,— „ „ সম্পাদক।

ধৰ্ম্মেশ্বৰ ৰাজখোৱা, বি-এ,—— „ „ সদস্য।

ফজলুৰ ৰহমান, এল, এম, এচ,— „ „ সদস্য।

সোণেশ্বৰ স্বৰ্ণকাৰ, বি-এ, বি-ই— „ „ সদস্য।

জালোৱা, হালোৱা, গুৱাল, গৰখীয়া, বাঁৰী, বেজ, নৰীয়া, গঞা, গঞানী, পোহাৰী, কানীয়া, ভকুৱা, সন্ন্যাসী, ছেলা ইত্যাদি।



# ১। পাতনি।

অসমীয়া সৰ্ব্বসাধাৰণৰ, বিশেষকৈ অশিক্ষিত গাঁৱলীয়া সমাজৰ মনৰপৰা ভূত-বিশ্বাসমূলক আজন্ম কু-সংস্কাৰ গুচাবৰ অভিপ্ৰায়ে সেই মূল-প্ৰসূত গোটাচাৰেক ভ্ৰম-প্ৰমাদৰ পট আঁকি, এখন নাট অসমীয়া নাটমন্দিৰত মেলাবৰ হাবিয়াহ্ এটা ভালেমান দিনৰপৰা লেখকৰ মনত খেলাই আছিল; "ভূত নে ভ্ৰম" তাৰে ফল মাথোন। লেখকৰ পৰি-অহা বয়স চাই, নাটখন "ধেমেলীয়া" উপাধি পিন্ধিবৰ যোগ্য নহব পাৰে, সঁচা; কিন্তু তাৰপৰা সমাজৰ গাত পোত্ খাই থকা ভূত-ভ্ৰম কিঞ্চিৎমান আঁতৰিলেও তেওঁৰ পৰিশ্ৰম সাৰ্থক হব। প্ৰথম তাণ্ডৰণ ৰাইজৰ আগলৈ উলিয়াই প্ৰমাণ চোৱা হৈছে মাথোন; নাটমন্দিৰাদিত আদৃত হোৱা দেখিলে আৰু শুনিলে, সময়ত ইয়াৰ বহুল উন্নতি সাধিবলৈ মন থাকিল। ইতি—

বিনীত,

তেজপুৰ, অসম।
২১ ফাগুন, ১৮৪৬ শক।

শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা।



## ২। পাতনি।

গুণগ্ৰাহী ৰাইজৰ নথৈ শলাগ লৈ, 'ভূত নে ভ্ৰম' নাটকৰ দ্বিতীয় তাঙৰণ উলিয়াবলৈ ওলালোঁ। কোৱা বাহুল্য মাথোন যে, ৰাইজৰ, বিশেষকৈ নাট্য সমাজৰপৰা আদৰ আৰু উৎসাহ নোপোৱা হলে, ই ইমান সোনকালে নতুন সাজপাৰ পিন্ধি বাজলৈ ওলাব নোৱাৰিলেহেঁতেন। এই তাঙৰণত নাট-মন্দিৰৰ সুচল বঢ়াবৰ উদ্দেশ্যে, ঠাই বুজি, অলপ অচৰপ বঢ়া টুটা কৰা হৈছে।

"পদ্মকুটীৰ" তেজপুৰ, অসম।
আঘোন, ১৮৬২ শক।

গ্ৰন্থকাৰ।



# উছৰ্গা।



মোৰ পুত্ৰপ্ৰতিম

চেনেহৰ মাজিউ জোৱাঁই

**শ্ৰীমান্ হৰিনাথ গগৈ, বি-এল, উকীল,**

গগৈদেৱৰ কণ্ঠত

ইধাৰি

অপত্য স্নেহৰ সূতাৰে গঁথা

আশীষ-মালা।



গ্ৰন্থকাৰ।

# ভুতনে ভ্ৰম।



## ১। অঙ্ক।



### প্ৰথম পট।

( পথাৰৰ বঙ্গিয়া )



হালোৱা আৰু জালোৱা।

হালোৱা।—( কানত নাঙ্গল-যুৱলি লৈ ঘৰমুৱা হৈ প্ৰবেশ ) হৰি-গুৰু-বান্ধৱ! উঃ, কেতিয়া নো পাওঁগৈ ঘৰ ঐ! ভোকে-পিয়াহে গা আচন্দ্ৰাই কৰিছে! ধুৰঁলি-কুৰঁলিখন দেখিছোঁ!

জালোৱা।—( উধাতু খাই প্ৰবেশ ) হেবৌ, সেইটো কোন্ ঔ? কাতিয়া ককাই হৰ নে ঔ?

হালোৱা।—( উভতি চাই ভেকাহি মাৰি ) কোন্ অ এইটো, পিচৰপৰা ভুতে হেঁকাবাদি হেঁকাৰিছ! নহওঁ কাতিয়া, যা। নহওঁ মই তোৰ কাতিয়া-ককাই।

জালোৱা—হেবৌ, যেয়ে কি নহৰ, ৰবিও ৰবি, ময়ো গৈছোঁ। অসন্তক ৰবি। বধ লাগে, বৈ যা ককাইটি!

হালোৱা।—আহি থাক্। তোৰৈ আকৌ বৰ কোন্ দুপৰীয়া ভোকত!

জালোৰা।—হেৰৌ, বধ লাগে, অসন্তক ৰবিঔ। মোকো লৈ যা ককাইটিঐ!

হালোৰা।—কেনেথন কৰে এইপাটে! তোক আকৌ লৈ যাব কোনে? দুপৰীয়া ভোকত নাঙ্গল-যুৱলিৰ ভাৰেই কান ছিঙ্গি নিছে, তোক আকৌ লওঁ কোন্ খন কানত?

জালোৰা।—নহয় হেৰৌ, ককাইটি, মোক কানত লব নেলাগে; লগ হে দিব লাগে। ৰবি, অসন্তক ৰবি।

হালোৰা—আও! এই হেন দিন-দুপৰত তোক লগ লগা হল নে? অকলে আহিব নোৱাৰ নে? মতা নহৱ নে কি? নাই, তোক কিহবাই পাইছে?

জালোৰা।—ককাইটিঐ, কিনো কম। এই দিন-দুপৰতে মোক সঁচাকৈয়ে ভূতে পাইছিলহি! ৰখিচোন, শুনচোন।

হালোৰা—দেখিছানে বাৰু! কালি ৰাতিও থাবলৈ নহল একো। লঘোনীয়া গা! এই দুপৰ-ভাটি-দিয়ালৈকে হাল বাই পথাৰত বোকা দি আহিছোঁ। ভোকে-ভাগৰে মোক অথিৰ কৰিছে! হেৰ, তই পিচে পিচে আহি থাক্। মই ৰব নোৱাৰোঁ বুপাই।

জালোৰা।—নহয়, হেৰঔ ককাই, মোক পিচ পেলাই নেযাবিঔ। হেৰ, তোৰ মূৰকে সাৱ, ৰবি। মোৰ লৰাইতৰ শপত অসন্তক ৰবি! হেৰ, যাৱ যদি, বৈণীয়েৰৰ মূৰতে ভৰি দি যাৱ। নেযাবিঔ, ৰবি, ৰবি, ময়ো গৈছোঁ (লৰি গৈ হালোৰাৰ পোন্ধত ধৰি ওলমি পৰেগৈ)।

হালোৰা।—উঃ, কি আপদে পালে! হেৰ, কিহে নো পাইছিল তোক? —ক'তা?—কেতিয়া?—(চঁক লৈ) হুঁ, কেনেকৈ?—কচোন! ৰৈছোঁ বাৰু, ক।—ঔ আই! মোৰ গাটোও জিকাৰি উঠেচোন! তোৰ গাতে কিবা এটা লাগি আহিছে হব পায়!

জালোৰা—ককাইটিঔ, পাইছিলহি আচলটোৱেই! জাল-জৰি পেলাই কথম্‌পি হে সাৰি আহিছোঁ। ৰবি, ৰবি।

হালোৰা।—ৰৈছোঁ, ক, কচোন, কি নো সেইটো।

জালোৰা।—আচলটোৱেই ককাই। জলবাঁক্‌ সেইটো! ঔ আই! তাৰ দাঁত আৰু নখ কেচটা! মোৰ পিচে পিচে আহিয়েই আছে হব পায়! (উচাপ্‌ খাই উঠে)।

হালোৰা।—হয় নে কি? সি মৰাপী হৈ আহি আছে হব পায়! মোৰ গাটোচোন কেনেবা কেনেবা লাগি গৈছে! হেৰ, কৰোঁ কি? কলৈ যাওঁ? কি কৰোঁ এতিয়া! কেনি পলাওঁহঁক। (কানৰ নাঙ্গল-বুৰলি পেলাই জালোৰাক গবা মাৰি ধৰে)।

জালোৰা।—সঁচা, বাঁক্‌ মৰাপী ককাই! সি থিতাতে ওলায়, থিতাতে নাইকিয়া হয়। মোৰ গাতে লাগি আহিছেই কি জানি, কিনো ঠিক্‌। কিবা ছঁয়াময়াখন দেখোঁচোন! ভূত ছুঁয়াতে মৰা হৈ সোমায় (গবাগবিকৈ দুয়ো কঁপিবলৈ ধৰে)।

(মুক্তিনাথৰ প্ৰৱেশ)।

মুক্তি।—(উপলুঙ্গাকৈ) কি হৈছে অ, তহঁতৰ? হৈছে কি?

জালোৰা।—কিনো সোধা বোপাটি! যি হব লাগে হৈছে আৰু! কবলৈ কথাই নোলায়!

হালোৰা।—এৰা, বোপাদেউতা, তোমাক দেখিহে ধাতুটো আহিছে!

মুক্তি।—কিয়? মইনো তোৰ ধাতুটো কেনেকৈ আনিলোঁ আকৌ?

হালোৰা।—এৰা, তিনটা মুনিহ দেখিলে ওচৰ নেচাপে নহয়।

মুক্তি।—কিনো ওচৰ চপাৰ কথা কৈছ? ক'তা, আৰু দেখোন কাকো দেখা নাই।

জালোৰা।—কেনেকৈ দেখিবা, বোপাটি! ভূত যে ময়াপী!

মুক্তি।—ভূত নো কি? ময়াপী আকৌ কেনেকুৱা? মইচোন আজিলৈকে কোনো ময়াপী ভূত দেখা নাই। দেখুৱাব পাৰ নে? পাৰ যদি মই বক্সিচ্ দিম।

জালোৰা।—থোৱাঁ থোৱাঁ, তোমাৰ খ্ৰীষ্টানী কথাবোৰ। ময়াপীক আকৌ দেখিবা কেনেকৈ? নেদেখা হবলৈ তো ময়াপী হয়। তেনেবোৰ কাণত নোখোমোৱা কথা নকবা দেও হে। লেখা-পঢ়া শিকি তোমোলাকৰ বুধিবোৰ উলটিছে যেন দেখিছোঁ!

হালোৰা।—বোপাটি! নেজানা নে, দেও-ভূত বুলিলে থিতাতে ওলায়, থিতাতে লুকায়। সেই গুণে সেইবোৰক ময়াপী বোলে। কলিকতালৈকে পঢ়িও ইমানটো কথাকে নেজানা নে? দৌতাৰৰ ধনবোৰ মিছাতে ভাঙিলাগৈ, নহয়?

মুক্তি।—অ, তইঁতক এতিয়া কিবা দেও-ভূতে পাইছে নে কি?

জালোৰা।—আকৌ নো কি? বোলে, "কওঁতেই কলা যঁতৰতে শলা"!

হালোৰা।—সেই দেখি তো কৈছোঁ, বোলোঁ এতিয়া আৰু ভয় নাই, বোপ'ৰে সৈতে আমি তিনটা হলোঁহঁক বাপেকে।

মুক্তি।—(মনতে) হাঁয়, কি ঘোৰ অন্ধবিশ্বাস! কি বিষম ভ্ৰম! ভূত-বিশ্বাসে আমাৰ গাওঁ ডুবালে! কেনেকৈ উদ্ধাৰ কৰা যায়? (ফুটাই) বাৰু, বিতত্ নহবিচোনহঁক। মোক ভূত এটা এদিন দেখুৱাব পাৰিবিনেহঁক?

জালোৰা।—কিয়! আজিয়েই পাৰিলোঁহেঁতেন নহয়। অসন্তকৰ আগতে মোক যিটো হে জলবাঁকে লগ পাইছিল! কিনো কম বোপাটি! দেখা হলে বিচূৰ্ত্তি হলাঁহেঁতেন।

হালোৱা।— দেখুৱাম বাৰু এদিন। দেখিবা, ভুত নো কেনেকুৱা! সেইবোৰ-চোন বাটে-গছে, খালে-বিলে, পথাৰে-পামে য'তে-ত'তে ভুতেই হে। আপোনালোকে জিলাৰপৰা কেনেকৈ দেখিবা?

মুক্তি।—বাৰু, দেখুৱাবি। দেখিলে হে বুজিম, ভুত নো কি।

জালোৱা।—বাৰু, হৈছে এতিয়া। আহাঁ, বোপা, যাওঁগৈহঁক। অকলে নৰবাঁ, আহাঁ আহাঁ।

হালোৱা।—বল, বল, এই ছেগতে আমি যাওঁগৈ বোপাই। বোপা আহি থাওক পিচত। এইবোৰ পঢ়ি-শুনি অধৰমী হোৱা ডেকা। তেজৰ বলত দেও-ভুত নমনা হৈছে এইবোৰে। ইয়াৰ পোটক পাব পাচত। ব'ল, ব'ল, ব'ল। (দুইবো প্ৰস্থান)

মুক্তি।—অহ! অন্ধবিশ্বাসত আমাৰ সমাজ তল গল! অজ্ঞান গঞাই ৰোগ-ব্যাধিৰ আচল কাৰণ ঢুকি নাপায়। ভুত বুলি এবিধ মনে-পতা দেও হে তাৰ কাৰণ বুলি বিশ্বাস কৰে। বেজে ভুত খেদিবলৈ বুলি ৰোগীৰ নাকত পকা জলকীয়া গুঁজি ৰোগৰ বিকাৰ চৰায়! বহুতে ভুতৰ ভয়ত দুৱাৰ মাৰি ভিতৰলৈ বিশুদ্ধ বায়ু সোমোৱাত বাধা দিয়ে; দৰপ-জাতিৰ সমনি জৰা-ফুকা কৰে। ভুত-বিশ্বাস মানুহৰ স্বভাৱত পৰিণত হৈছে। ভুতৰ ভয়ত মন অস্থিৰ হয়; আৰু মনৰ অস্থিৰতাত আমাৰ অশিক্ষিত মানুহে, ছাঁটোকে বাঘটো দেখাৰ দৰে, ভুতৰ ভয়ঙ্কৰ ৰূপ দেখে। আজি এই দুটা মানুহতে তাৰ ফটফটীয়া প্ৰমাণ পোৱা গল।—বাৰু, দেখা যাওক, কি কৰিব পৰা যায়। আমাৰ অশিক্ষিত সমাজক এনে অন্ধবিশ্বাসৰপৰা মুক্ত কৰিবই লাগিব।

(প্ৰস্থান)

—০—

# দ্বিতীয় পট।

## ( ফজলুৰৰ পঢ়া-কোঠা )



ধৰ্ম্মেশ্বৰ, সোণেশ্বৰ আৰু ফজলুৰ।

সোণেশ্বৰ।—যি বোলাঁ লাগে ভাই, মোৰ হলে মনৰপৰা বিশ্বাসটো যোৱা নাই। ভাবি যাওঁ ভূত নাই বুলি, কিন্তু গৈ গৈ ভূত থকা ঠাই পাৰ হওঁতে গাটো চেৰাই উঠেচোন!

ফজলুৰ।—হঁচা ভাই, মোৰো তেনেকুৱা লাগে। কেতিয়াবা শুই থাকোঁতেই চয়তানে হেঁচা মাৰি ধৰেহি। কেতিয়াবা যে মই টোপনিতে মক্‌মকাই উঠোঁ! বুবাজিয়ে হেঁচুকি জগোৱাই দিয়া মাত্রকে চয়তানটো চাঁত্‌কৰে নেদেখা হয়।

সোণেশ্বৰ।—এৰা, কেতিয়াবা আকৌ সি বাঘ হৈ খাবলৈ আহে, নাইবা সাপ হৈ খুটিবলৈ খেদে; টোপনিতে লৰোঁ হে লৰোঁ, আগুৱাব নোৱাৰোঁ! পিচে, চাঁত্‌কৰে সাৰ পালেই সি ময়াপী হৈ যায়! ভূত নহয় যে বাৰু সি কি! কোৱাচোন ভাই।

ধৰ্ম্মেশ্বৰ।—নহয় ভূত। তাৰ কাৰণ ভূতনাথ ভাই আহিলে সুধিবাঁ, তেওঁ ভালকৈ বুজাই কব।

( ভূতনাথৰ প্ৰৱেশ )

ফজলুৰ।—এ হে! আহাঁ, আহাঁ ভাই, আহাঁ। তুমি বহুত দিন জীবাঁ ভাই!

ভূতনাথ।—কিয়? কোন্‌খন পঞ্জিকাত নো গণনা পালাঁ? মোৰ সোৱঁৰণী আঁকিছিলা নে কি?

ফজলুৰ।—হেই চব নহয় ভাই। এই মাত্র তোমাৰ নাম লোৱা হৈছিল। নাম লওঁতেই তুমি ওলালাঁহি। হেইকাৰণে তুমি বহুত দিন জীবাঁ।

ভূতনাথ।—( হাঁহি ২ ) অ, সেই বাবে! হওঁতে বিধিখন বেয়া নহয়।

সোণেশ্বৰ।—সঁচা, ই ধুৰুপ কথা। নাম লওঁতেই ওলালেহি মানুহৰ আয়ুস্ বাঢ়ে।

ভূতনাথ।—বাৰু, মরো ধুৰুপকৈ কৈছোঁ, তোমালোকৰ মনৰপৰা এতিয়াও superstition অৰ্থাৎ কুসংস্কাৰ যোৱা নাই।

ধৰ্ম্মেশ্বৰ।—superstition বাৰু এৰিছোঁৱেই, এওঁবিলাকৰ মনৰপৰা আজিও prejudice বা অন্ধবিশ্বাসো গুচা নাই। এতিয়াই দুয়ো দুবিধ ভূতৰ উদাহৰণ দিছিল। টোপনিত চিয়ঁৰি উঠা, লৰিব খুজি চলিব নোৱাৰা, এইবোৰ বোলে ভূতৰ কাম। মই পিচে ভূত নহয় বুলি কৈ তোমাৰ নাম লওঁতেই তুমি ওলাইছাহি।

ভূতনাথ।—ঠিক সময়ত ওলালোঁহি বুলিয়েই তো দীৰ্ঘজীবী হবলৈ আশীৰ্ব্বাদ পালোঁ। সি যি হওক, টোপনিত কিয় তেনেকুৱা বোধ হয়, সেই বিষয়ে সিদিনাখন ব্যাখ্যা কৰা হৈছিল নহয়, পাহৰিলাহঁক নহয় নে? শোওঁতে হাত বা ভৰিৰ সিৰত টেপা খাই বিজুতি ঘটিলেই তেনেকুৱা বোধ হয়। সি ভূত বা চয়তানৰ কাম নহয়। ভূত বুলি একো এটা Being বা বস্তু নাই, চয়তানো একো নহয়।

ফজলুৰ।—ভূত নাথাকিব পাৰে; কিন্তু চয়তান হলে নিশ্চয় আছে ভাই। হিদিনাখন আমাৰ মৌলবী চাহাবে দিয়া ব্যাখ্যা হুনা হলে, বিশ্বাস কৰিলাহেঁতেন। কবৰখানাৰ কাখত আমাৰ নতুন মজিদটো হজাওঁতে চয়তানবোৰে ঘৰৰ ভেঁটিটো ঘুৰি ঘুৰি কেনেকৈ পাক্ লৈছিল আৰু কলিমা পাঠ হুনি হেইবোৰ কেনেকৈ উফৰি উফৰি পৰিছিল, তুমি মৌলবী চাহাবৰ মুখে হুনা হলে নপতিয়াই থাকিব নোৱাৰিলাহেঁতেন।

ভূতনাথ।—সেইটোও শুনা কথা হে। তুমি তো নিজ চকুৰে দেখা নাই। মনত নাই নে, আমি ডেকাদলে কথা বান্ধিছোহঁক যে, নিজে স্ব-চকুৰে ভূত নেদেখোঁমানে নপতিয়াওঁ।

সোণেশ্বৰ।—বাৰু, সেই মতে হলেও তো দ’ত আছে বুলি স্বীকাৰ কৰিব লাগিব। পিচে, দ’ত জানো এবিধ ভূত নহয়?

ধৰ্ম্মেশ্বৰ।—ভূত হওক বা নহওক, আগেয়ে স্থিৰ হোৱাৰ দৰ্কাৰ যে, স্বৰূপতে দ’ত আছে নে নাই।

সোণেশ্বৰ।—বাঃ! দ’ত নো নহব পাৰে নে? সি যে চকুৰে দেখা ভূত।

ভূতনাথ।—কোনে দেখিছিল? কেতিয়া?

সোণেশ্বৰ।—কোনেও নেদেখা নহয়। সিদিনা মাথোন ভদৰি-চুকৰ লোহাৰামে দ’ত এটা লগ পাইছিল। জানাই নহয়, লোহাৰাম কেনে এটা বুকুবহল বলী মানুহ। দ’তক সিও উলটি ধৰিছিল; পিচে, দ’তৰ গা পিছল কাৰণে হে তাক সি পেলাবলৈ চল নাপালে।

ভূতনাথ।—ইও এটা “কাণখোৱা” গল্প ভাই! ইয়াক এটা সাধুকথা বুলি ধৰিলে ধৰিব পাৰোঁ, কিন্তু প্ৰকৃত ঘটনা বুলিব নোৱাৰোঁ; কাৰণ তুমি তো নিজে স্ব-চকুৰে দ’ত দেখা নাই।

সোণেশ্বৰ।—স্ব-চকুৰে দেখাতকৈও একাচি চড়া হে বুলিবাঁ। কিয়নো,—

(মুক্তিনাথৰ প্ৰৱেশ)।

ফজলুৰ।—অ, আহাঁ ভাই, আহাঁ (মুক্তিক আগবঢ়াই আনে)।

মুক্তি।—কিহৰ নো মেল? কিহৰ্ বক্তৃতা? আজিৰ মজ্লিচ্ দেখোন গৰম!

ভূত।—এৰা, মজ্লিচ্ গৰমেই। তুমিও এতিয়া বক্তৃতাৰ ভাগ ললে হে যদি সি চেঁচা পৰে।

মুক্তি।—কিহৰ বক্তৃতা তাৰ শুং পালে হে ভাগ লব পাৰি।

ধৰ্ম্ম।—বক্তৃতা আৰু হব কিহৰ?—ভূতৰ। লোৱাঁ ভাগ এতিয়া।

মুক্তি।—তেনেকুৱা এটা ভাগ ময়ো বাটতে পাই বুটলি আনিছোঁ, পঞ্চ-পাণ্ডৱে পত্নী ভগোৱাৰ দৰে, তোমালোকৰে সৈতে ভগাই লবলৈ বুলি।

সোণেশ্বৰ।—চাওঁ, কিহৰ নো ভাগ সেইটো। মেলাচোন তোমাৰ টোপোলা।

ফজলুৰ।—চাওঁ নহয়, হুনোঁ বুলিলে হে ভাগ পোৱা যাব হবলা ?

মুক্তি।—ভাল কৈছা ভাই। মই অনা ভাগটো চকুৰ অগোচৰ, কাণৰ হে ওচৰ ; সি টোপোলাত নাই, মুখত হে আছে।

ধৰ্ম্ম।—বাৰু, চকু মুদিছোঁ, কাণকে পাতিছোঁ ; দিয়াচোঁ কিহৰ নো ভাগ আনিছা তুমি।

মুক্তি।—বাৰু, লোৱাঁহঁক মই অনা ভাগৰ ভাগ!—কালি দুপৰীয়া বাটত বাঁকে-পোৱা দুটা মানুহক লগ পাই বুজনি দিছিলোঁ। পিচে মিছা, সিহঁতে একোপধ্যে নামানে। যি ভূত নাই বোলে, তাক সিহঁতে বলিয়া হে বোলে। আৰু, সিহঁত নিজে ভূত-বিশ্বাসত তন্ময়!

ধৰ্ম্ম।—হঁায়, এই অন্ধ-বিশ্বাস আমাৰ সমাজৰপৰা কেনেকৈ আঁতৰ কৰা যায়!

ভূত।—আঁতৰ কৰিবই লাগিব। সেই বিষয়ে উপায় চিন্তিবলৈ আমাৰ মাজত এখন আলোচনী সভা পাতিবলৈ মই প্ৰস্তাব কৰোঁ।

ফজলুৰ।—বৰ হাকুৱা প্ৰস্তাব। মই মিষ্টাৰ বৰুৱাৰ প্ৰস্তাব হমৰ্থন কৰোঁ।

মুক্তি।—বেচ কথা। তেন্তে অহা শনিবাৰে সন্ধিয়া মিষ্টাৰ বৰুৱাৰ ঘৰতে সভাৰ প্ৰথম বৈঠক পতা হওক। আজিলৈ ইমানতে। এতিয়া ঘৰাঘৰি যাওঁগৈ বলাঁহঁক।

(সকলোটিৰ প্ৰস্থান)।

---

## অঙ্কপাত।

# ২। অঙ্ক।

## প্ৰথম পট।

হাটলৈ যোৱা ৰাজহাট।

( পোহাৰী আৰু গৰখীয়া। )

পোহাৰী।—( মূৰত শাক-পাচলিৰ পাচি এটাৰে সৈতে ) কিনো ৰ'দ বুপাও! গা গোটেই পুৰি-ডেই নিছে! নোৱাৰি আৰু! যাওঁ, সৌ ছাঁতে বহি অথন্তক জিৰাই লওঁ। কণা-বিধতাই মাৰিও নিনিয়ে!

( মূৰৰ পাচি নমাই আলিকাষৰ গছৰ ছাঁত বহেগৈ )

গৰখীয়া।—( প্ৰৱেশ ) অ, পোহাৰী বাই! বেহাবলৈ নো পাচিত কি আনিছা?

পোহাৰী।—এ, কি পাম, কি আনিম, বুপাই! বাঁৰী-দুখুনী মানুহ, পৰৰ এৰা-বাৰীৰপৰা বুটলি আনিছোঁ সেয়া কচু-ঢেঁকিয়া টেঙ্গা-টুকুচা কিবাকিবি। ইয়াকে নসলালে আমাৰ জীৱনেই নৰয় নহয়! এনেকৈ লেলাত ভুঞ্জিবলৈকে জীয়াই আছোঁ! আমালৈ যমো নাই নহয়, বুপাই!

গৰখীয়া।—কি! যম লাগে নে কি? মাতিম নে?—ঐ যমদূত, আহওঁ, বুঢ়ী বাইক নেহি!

পোহাৰী।—এ, কেলেই নো পেংলায় কৰ বুপাই! তই-মই মাতিলেই নো যম ওলাবহি নে?

গৰখীয়া।—ওঁ, ওলাবহি তো। এতিয়াই ওলাবহি পাৰে। আকৌ মাতিম জানো?—মাতোঁ?

পোহাৰী।—এঃ বাকলি, ৰবিচোন, বতাহজাক বলিছে, খন্তেক জুৰ লওঁ। জহতে জীৱটো চটফটাব লাগিছে।

গৰখীয়া।—যম মাতিছ যদি, জিৰাব লাগিছে আকৌ কিয়? জহতে জীৱনো যায় যদি যাওক।—ভালেই হে।

পোহাৰী।—যা, তেহেলেই যা বাকলি, কেপ্‌কেপাই নেথাকিবি এইখনত।

গৰখীয়া।—কিয়, যম মাতিছিলি নহয়? নেলাগে জানো? মৰিবলৈ ভয় লাগিছে হবলা?

পোহাৰী।—কিমান নো ৰেপি থাক আৰু! বোলোঁ, যি মৰিবলৈ ওলায় তালৈ যম নাই। আমাৰ নিচিনা দুখুনীক মাৰি নিলেচোন ৰইখাকে পাওঁ।

গৰখীয়া।—যম নাহে যদি, ভুতকে মাতোঁ তেনেহলে?—মাতিম নে?

পোহাৰী।—এইপাটক আকৌ পালে কিহে! যেকেটি খোৱাৰ পো, আঁতৰি নাযাৱ কিয়? ইয়াক মাতিছিল বা কোনে ইয়ালৈ।

গৰখীয়া।—বাৰু, যাওঁ আঁতৰি। থাক অকলে তই। (আলিকাষৰ গছ জোপাৰ ডাল-পাত বতাহত লৰাৰ লগে লগে মাটিত লাগি থকা তাৰ ছঁয়াটো লৰচৰ হোৱালৈ আঙুলিয়াই) ঔ আই! সৌটো কি ভুতঔ! ছঁয়াতে ময়াপী হৈ কেনেকৈ ধৰিবলৈ চিপিয়াইছে!

পোহাৰী।—(আছাৰ খাই আঁতৰি পৰি) ঔ, হয়ো কি নহয়ঔ! ধৰেঔ! খায়ঔ! নাযাবি, নাযাবিঔ! মোক অকলে এৰি নাযাবিঔ।

মোৰ কুটুম্, মোৰ ঈশ্বৰ, নেৰিবি নেৰিবি মোক, অকলে নেৰিবিঐ। জীয়া-ভুতৰ মুখত পেলাই নেযাবি এৰি মোক ঔ!

গৰখীয়া।—কেনে পাইছ? মুখেৰে মৰিবলৈ বিচৰা মানুহজনাৰ দেখোন এতিয়া জীবলৈ কাওঁবাওঁ?—ধৰ, হেৰ ভুত, ধৰ, বুঢীক ধৰ, খা!

(গৰখীয়া ভিৰাই ধৰি লৰ মাৰে; পাচি এৰি পিচে পিচে পোহাৰী ঢপলিয়াই প্ৰস্থান)

(ভুতনাথৰ প্ৰৱেশ)।

ভুতনাথ।—কাৰ পাচি এইটো? কোনে এৰি গল এই মাজ বাটত? আইঐ দেহি, কোনোবা পোহাৰীয়ে হাটত বেহাবলৈ এইবোৰ কিবাকিবি আনিছিল!

পোহাৰী।—(ঘুৰি আহি ভুমুকিয়াই) হেৰা, কোন্ তুমি দৌতা, ৰবাঁ তাতে অথন্তক ৰবাঁ, পাচিটো আনি লওঁ দেও হে।

ভুত।—চাপি আহচোন বাৰু। কিনো হৈছিল, কচোন।

পোহাৰী।—(ভয়ে ভয়ে চাপি গৈ গছৰ লৰি থকা ঠালপাতৰ ছঁয়ালৈ আঙ্গুলিয়াই) সেয়া নেদেখিছাঁ, মোক ধৰিবলৈ ভুতটোৱে কেনেকৈ চিপিয়াইছে! ঔ আই! (কঁপিবলৈ ধৰে)।

ভুতনাথ।—ক'তা, কোন্‌টো?

পোহাৰী।—সেইটো নহয় (লৰি থকা ছাঁটো দেখুৱায়)।

ভুতনাথ।—সেইটোচোন সৌ গছজোপাৰ ছাঁ। বতাহত তাৰ আগ লৰিছে দেখি মাটিত তাৰ ছাঁটোও লৰিছে।

পোহাৰী।—ইঃ, গছ লৰিছে ওপৰত; ভুতে মোক ধৰিবলৈ চিপিয়াইছে তলত। সোৱা, ভালকৈ তং কৰি চোৱাচোন।

ভুতনাথ।—(নিজৰ হাতখন লৰাই তাৰ ছাঁটো দেখুৱাই) চা বাৰু, মোৰ হাতখন লৰোৱাৰ লগে লগে তাৰ ছাঁটোও লৰিছে নে নাই।

পোহাৰী।—এ আই, হয় যে নহয়। সঁচা, সেইটো সৌ গছৰ হে ছাঁ, ভূত নহয়। (পাচি মূৰত তুলি লয়)।

ভূতনাথ।—আহ বাৰু এতিয়া, ময়ো হাটলৈকে আহিছোঁ; বল, বাটে বাটে তোক ভূত আৰু ভ্ৰমৰ কথা ভাঙ্গি কৈ গৈ থাকোঁ।

(দুইৰো প্ৰস্থান)



## দ্বিতীয় পট।

### ( মৰনৈ মৰিদিখৌৰ মঠাউৰি )



### ফজলুৰ আৰু সোণেশ্বৰ।

( মুনিচুনি বেলিকা )

সোণেশ্বৰ।—শুনিছানে ভাই, ইয়াত ফুৰিবলৈ বৰ ভাল; নহয় নে বাৰু?

ফজল।—হঁচা ভাই, চাপৰিটো যেনে মুকলি আৰু ফৰকাল, মনো তেনে মুকলি আৰু ফৰকাল লাগি যায়।

সোণেশ্বৰ।—আহা, কেনে যে ৰিব্‌ৰিব্‌কৈ বতাহ বলিছে! গা শাঁত লাগি গৈছে। ইয়াৰপৰা যেন নেযামেই!

ফজল।—এৰা, হুথটোলৈ চাই ইয়াতে হদায় থাকিবলৈকে মন যায়। পিচে, ঠাইখন হে ভাল নহয়, বৰ জয়াৰ। সন্ধিয়াৰ পাচত এই চাপৰিয়ে মনত অইন ভাব হে ওপজায়। তেতিয়া দেখোন গা-মন লৰিবলৈ ধৰে!

সোণেশ্বৰ।—ঠিক কৈছা ভাই। মই কওঁ কওঁ কৰোঁতেই তুমি কৈয়ে পেলালাঁ। সঁচাকৈয়ে গাটো দেখোন কেনেবা কেনেবা লাগি আছে! তাতে আজি শনিবাৰ!

ফজল।—ভাই, কব পাৰা নে ইয়াৰ কাৰণ কি?

সোণেশ্বৰ।—নেজানা নে এই ডোখৰ দিখৌ মৰনৈৰ পাৰ বুলি। ইয়াত ধনগুলৈ ফুৰে। তাহানি আৰিমত্ত ৰজাই পিতৃবধ পাপৰ ধন পেলাই দিয়াত নৈয়ে নিজৰ সুঁতিকে এৰিলে হেনো। এতিয়া সেই ধন সেই ভাগেই সৌ ছোৰা মৰনৈত পোত্ গৈ আছে। তাৰপৰাই ধনগুলৈ বুলি এবিধ ভূত ওলাই এই চাপৰিত চৰি ফুৰে।

ফজল।—পিচে, পিচে?

সোণ।—পিচে, এটা-দুটাকৈ তাকৰীয়া মানুহ ছেগত পালে সি ছল কৰে।

ফজল।—হঁচা নে? কেনেকুৱাকৈ ছল কৰে?

সোণ।—বলাই-ঘটাই নি সি সেই পোত্ গৈ থকা ধনৰ তলতে মানুহ পুতি মাৰেগৈ।

ফজল।—ছেগ নো আকৌ কি?

সোণ।—ছেগ হৈছে,—শনিবাৰ, মঙ্গলবাৰ, মুনিচুনি বেলিকা, পূৰ্ণিমা-নিশা, ভৰ-দুপৰীয়া এইবোৰেই।

ফজল।—(চঁক খাই উঠি) পিচে, আজি আৰু এতিয়াচোন আচলটো ছেগেই!

সোণ।—এৰা, আচল দুটাই তো। আজি শনিবাৰ আৰু এতিয়া মুনিচুনি বেলিকা। এনে বেলিকাতে ভূত চৰিবলৈ ওলায়।

ফজল।—পিচে, পিচে, কি কৰা যায় তেন্তে এতিয়া!

সোণ।—কি কৰা যাব; বেগাবেগিকৈ ঘৰলৈ যাওঁগৈহঁক।

ফজল।—বলাঁ, বলাঁ ভাই, পলম নকৰোঁ আৰু, বলাঁ।

সোণ।—কিয়, তোমাৰ বৰকৈ ভয় লাগিছে নে কি? সিদিনা পিচে ভূতনাথ ভাইৰ আগত কি কৈছিলা?—ভূত বিশ্বাস নকৰোঁ বুলিছিলা নহয়? পিচে, তেওঁ এইবোৰ কথা শুনিলে কি বুলিব আমাক!

ফজল।—যি বোলে বোলক। মনে নামানিলে কি কৰিম আমি! বলা, বলা ভাই, খৰকৈ খোজ দিয়া; চাপৰিটো এৰাই লওঁ এথোন, পাচেও অইন কথা।

সোণ।—গৈ আছোঁ, গৈ থাকাঁ। বৰকৈ বেগাবেগি কৰিলেও ভূতে আশৈ পায় একা।

ফজল।—এবা, ইফালে চালেও মৰোঁ, সিফালে চালেও ডৰোঁ! (নৈ-দাঁতিৰ ফালে জৰজৰাই উঠা শবদ শুনি উচাপ্ খাই উঠি) হেইটো! হোটো! ঔ বুবাজী, খালেঁও! হোটো ভূত পালেহি ঔ! ভাই, চাপি আহ; দুয়ো ধৰাধৰিকৈ যাওঁ।

সোণ।—(ইকাযেদি শিয়াল এটা লৰ মাৰি যোৱা দেখি) ইটো নো কি আকৌ! ভাই ৰবি ৰবি। সৌ এটা ভূতে ছদ্মবেশ ধৰি ছলিবলৈ আহিছে আমাক!

ফজল।—বৈছোঁ ভাই, ধৰ ভাই, মৰিলোঁ ভাই, কি কৰোঁ এতিয়া ভাই! ঔ বুবাজী, ক'ত আছ, বেগাই আহঁঔ!

সোণ।—কৰিবলৈ উপায় আৰু কি আছে! কোনো মতে চাপৰিটোৰ মৰনৈৰ পাৰছোৱা এৰাই যাব পাৰিলেই হয়। আহ, লৰ ধৰোঁ ভাই, আন উপায় নাই আৰু। ধৰে, ধৰে, ধৰিলে উ!

(দুয়ো প্ৰাণকাতৰে লৰি প্ৰস্থান)

——:*:——

# উত্থান-পতন।



অনন্তৰ পিচলগা অন্তহীন কাৰ্য্যগতি,
আৰম্ভণ, সামৰণ, ঘূৰি ঘূৰি জন্ম-ৰীতি ;
মৰণতে জনমৰ হয় নিতে উতপন,
উষা, সন্ধ্যা চিন্ তাৰ জিলিকিছে অভগন।

আহিল পুৱঁতী নিশা উষাৰ জাননী মেলি,
উদিল কৰ্ত্তব্য-ৰবি আন্ধাৰ এলাহ ঠেলি ;
শুভক্ষণে শুভযাত্ৰা ধৰিছে ডুনাই চোৰাঁ,
হিয়াভৰা উলাহেৰে দেশ-হিত-ব্ৰত লোৱাঁ।

হিয়াত উপচি পৰা উন্নতি আশাৰ ধল,
পৃথিবী-চৌৰাই কৰে দশোদিশ টল্‌মল্ ;
আগবঢ়া জগতত নাই কোনো পিচ্‌পৰি,
থকা নাই কোনো আজি এলাহ সাবটি ধৰি

ডুপৰে জোৱাঁৰ তুলি জগতৰ মন-প্ৰাণ
উগাই নিয়ে দাঙ্গি উন্নতিৰ কৰি গান ;
আলাসতে লাখ হিয়া যায় ক্ৰমে আগবাঢ়ি,
দুহাতে চপাব বুলি লাভালাভ কাচিপাৰি।

সন্ধিয়া কৰমী ৰবি বহিব যেতিয়া গই,
এফালে দিনৰ যত কৰ্ত্তব্য সমাপি থই ;
সংসাৰ বেহোৰা নৰো বহিব গণনা ধৰি,
লাভৰ ঘৰত যিবা পালে ৰত্ন যত্ন কৰি।

ইফালে যেতিয়া ৰাতি লাহে লাহে আহে চাপি,
সিফালে সজাগ কৰে সুৰ্য্যে দিগন্ত ব্যাপি ;
পুৰণি ধৰণী নৰে জিৰণিৰ পাটী পাৰে,
নতুন ভাগত নৰে পালে ব্ৰত থাকি সাৰে।

ইফালে পুৱঁতী যেই, সিফালে সন্ধিয়া চাপে,
উষা-যাত্ৰা পুৰণিত, নতুনে জিৰণি মাতে ;
তৰ-পৰা আশা-ধল দুনাই উছলি উঠে,
দিনৰ জাগ্ৰত ভাব সিফালে ক্ৰমাৎ টুটে।

ঘূৰি ঘূৰি আহে যায় জীৱনৰ ধ্ৰুবতৰা,
দিনে-দিনে উঠা-পৰা সৃষ্টি-পাতনিৰেপৰা ;
চলিছে ই সৃষ্টি ৰীতি সৃষ্টিতে জনম লই,
মিলিছে ই সৃষ্টি-নীতি সৃষ্টিতে বিলয় হই।



# পৰিতাপ।

অসাৰ সংসাৰ হাঁয়, অথন্তৰ সমুদায়,
মোহময় মায়াময় মাথোঁ ;
আজি গঁথা মালাধাৰি কালি যায় জহি সৰি,
নবোল্লাহে আৰু ধাৰি গাথোঁ !

ইদৰে কতনা আৰু বান্ধিম পানীৰ লাৰু,
ইহ-পৰকাল হেতু হাঁয় ;
দেখাতেই দিন চুটি, আয়ুষ্ গইছে টুটি,
পাথেয় সমল একো নাই !

ভাঙ্গিলোঁ আৰ্জ্জিত ধন, নাৰ্জ্জিলোঁ ধাৰ্ম্মিক মন,
নহল আৰ্জ্জন দান-পুণ্য ;
চৰিত্ৰৰ নাই বল, স্বাস্থ্যৰো ভাঙ্গিলোঁ কল,
ভদ্ৰ, নম্ৰ, সাধু গুণ শূন্য !

আৰু যিবা সজকৰ্ম্ম, সাধনত লাভ ধৰ্ম্ম,
দয়া, ক্ষমা, প্ৰেম, ভক্তি কথা,
হিয়াত শকতি নাটি, তাকো যে পেলালোঁ কাটি ;
জীৱনৰ গছ মোৰ লঠা !

সংযমৰ বল হেতু নাবান্ধিলোঁ মন-সেতু,
নকৰিলোঁ ৰিপু আত্মবশ ;
সংসাৰী ৰোগীয়ে হাঁয়, লোভত অপথ্য খাই
বঢ়ালোঁ বিকাৰ অপযশ !

নীতিহীন পাই মোক পাপৰ বাঢ়িলে ভোক,
গৰাহত সাৰোগত কৰি,
ভক্ষিলে যশস্যা মোৰ, সমূলি পেলালে ওৰ,
নিলে মোৰ সমূলঞ্চে হৰি !

এচিকটা মেঘ অই, আছিল নিলগ হই,
নিলগতে-মাৰ-যোৰা কথা ;
অপায় ধুমুহা পাই, বাঢ়িল নিমিষে হাঁয়,
বঢ়ালেহি প্ৰাণে মোৰ ব্যথা।

বগলীৰ পাখি যেন, আছিল জীৱন ফেন,
সংসাৰৰ সাগৰত ভাহি ;
বিন্দু বিন্দু পাপে চুই, পুণ্যভাগ নিলে ধুই,
নাজানিলোঁ কোন্ ছেগে আহি !

তথাপিতো পুনৰপি ধৰমত মন সঁপি,
প্ৰাণপণে দিয়া হলে বল,
পুনশ্চ নৈতিক বলে তাৰিলেহেঁতেন ভালে,
উদ্ধাৰৰ আছোঁতে সমল।

কিন্তু কি যে নৰাধম, আপুনি মাতিলোঁ যম,
নিৰাশাত পাৰি দিলোঁ মন ;
যি ফেৰি আছিল হাঁয়, নীতিৰ আদিকা ছাই,
গল ভাহি সিও শেষ-ধন !

আছে মন, বল নাই, এবে মই নিৰুপায়,
গোন্ধহীন ৰূপ মাথোঁ সাৰ ;
ভৱ-তৰী পাৰ কৰোঁ, এনে বল নাই আৰু,
অন্তিমত নেদেখোঁ নিস্তাৰ।

এতেকে হে দীনবন্ধু, অপাৰ করুণা-সিন্ধু,
পতিত পাৱন শিৱময় ;
পাতকীৰ পৰিতাপ, শুনি দূৰ কৰাঁ তাপ,
চৰণত দিয়াঁ হে আশ্ৰয়।

# আকাশী কটকী।

ক'ৰপৰা আহে উৰি, উদ্দেশি ক'লই,
আকাশী বাতৰি ভাৰী ;
শূন্যে শূন্যে দৃষ্টি তাৰ, ওপঙি আহিছে,
মুকলি জগত জুৰি।

কতনা বিৰহী জানো আকাশ তলত,
পৰিছে চকুত তাৰ ;
পৰৰ দুখত দুখী, নিস্বাৰ্থ প্ৰেমিক,
প্ৰাণ জানো তোলপাৰ !

যাকে য'ৰ লাগে যেন যাচি সি বিলাব
বিৰহ-বতৰা-মউ ;
অবুজ বুলিৰে জানো ভললই চাই
তাকেহে সুধিছে ঔ !

সুধিবৰ আছে মোৰো সিপুৰীয়া কথা,
—এদোপ্ উধাব ধৰোঁ ;
হুতাশিন প্ৰাণ হায়, হেঁপাহ্-ভৰত
উলটি মাটিত পৰোঁ !

মনতে মৰহি যায় মনৰ ধাউতি,
নিমিলিল সমিচাৰ ;
স্বৰ্গত 'গোহাঞিদেৱ' * আছে কিনো ভাৱে
নাপালোঁ সম্বেদ্ তাৰ !

উৰি ঘূৰি উঠে সৌৱা স্বৰ্গক ধিয়াই,
বতৰা বাহক পখী ;
বাৰ্ত্তা দিয়া-লোৱা হলে, নামিব দুনাই,
—সুধি চাম পুনু দেখি।

জুকিয়াই থওঁ মোৰ সন্তাপ বিলাই,
পোনা, তোৰ বিৰহত ;
ভাঙ্গি কম কটকীক উদিয়াই হিয়া,
পালেমানে ওচৰত।

অফুট্ ভাষাৰ সেই ওলটা-বাতৰি,
শুনি প্ৰাণ হব জুৰ ;
সিপুৰীত পুত্ৰৰূপে পুনু পাওঁ যেন,
—ইমানেই বাঞ্ছা মোৰ।



* স্বৰ্গীয় সিদ্ধেশ্বৰ গোহাঞি, এম-এ, বি-এল, ডেপুটী কমিচনাৰ, শিৱসাগৰ।

# কৰ্ত্তব্য জ্ঞান।

পুৱাতে সৌন্দৰ্য্য মেলা পূবালী মেঘত,
সুমৰি সজাগ বিশ্ব প্ৰকৃতি বুকত।
হালি-জালি গছ-লতা জপ-মন্ত্ৰ স্বৰে,
কুলু কুলু তটিনীয়ে ঈশগীত ধৰে।
পখীয়ে ডালত পৰি ধৰেহি সঙ্গীত,
সৃষ্টি-গুণ ৰসময় অতি সুললিত।
পাৱন পৱনে ধীৰে ধীৰে ধীৰে বই,
যতেক পাপৰ ধূলি ঠেলি দূৰলই,
বিশুদ্ধ বিশাল বিশ্ব কৰেহি আপুনি,
পৰৰ দুখত দুখী দয়াসিন্ধুমণি!
সোণালী ৰথত চৰি সূৰ্য্য কোৱঁৰে,
'কৰ্ত্তব্য' নিয়তি-আজ্ঞা জগতে প্ৰচাৰে।
লাহে লাহে দিনমণি দীনদয়াকাৰী,
আজ্ঞাধীন দেৱদূত, নিজব্ৰত স্মৰি,
জ্ঞানৰ জেউতি মেলি,—সোণোৱালী ৰেখ,—
নিয়তিৰ গতি ধৰি ভ্ৰমে বহু দেশ।
সৰু-বৰ সুখী-দুখী নকৰি বিচাৰ,
সৰ্ব্বত্ৰে সমান ভাৱে কিৰণ বিস্তাৰ;—
হিমালয় হিমচূড়া যিৰূপে শোভিত,
গভীৰ গহ্বৰ হাঁহে একেটি হাঁহিত,

ভূপতি ভৱন আৰু দৰিদ্ৰ কুটীৰ,
উভয়ে সমান ভাগী স্বৰ্ণ জ্যোতিৰ ;
ইভাৱে ঘোষণা কৰে ঘূৰি অবিচ্ছেদ,—
'ঈশ্বৰ-মন্দিৰ মাজে নাই ভেদাভেদ'।
স্বাৰ্থত্যাগী গছ-লতা আপুনি তাপিত,
ছাঁয়া দি জুৰায় কত তাপিতৰ চিত।
অবিৰাম গীত গাই দয়াৱতী নই,
সন্তাপীৰ শোক-তাপ হৰিছে নৰই।
কতনা গায়িকা পখী ভিন্‌ভাব ভুলি,
ধৰিছে মধুৰ গীত পঞ্চমত তুলি ;
অবুজ ভাষাৰ তান অফুট্‌ কথন,
ভাবুক প্ৰাণত লাগে অমিয়া বচন।
পৱন অমিততেজা উগ্ৰ দণ্ডধাৰী,
মুহূৰ্ত্তে বিনাশে স্থষ্টি প্ৰলয়-সংহাৰী ;
কিন্তু কি যে নিয়তিৰ অভেদ্য কৌশল,
ভৃত্যভাৱে চিৰকাল সেৱে জীৱদল।
সন্ধিয়া-জেউতি মেলি মাৰ্‌ যায় ৰবি,—
কৰ্ত্তব্য-সাধন-সুখ,—মনমোহা ছবি !
লগে-ভাগে গছ-লতা নিজম পৰিল ;
নিৰৱে ডালৰ পখী বিশ্ৰাম লভিল ;
পথিকে জিৰণি ললে চাপি গছতল ;
পৱন তটিনী দুয়ো শুশ্ৰূষাতে ৰল।

# বিশ্ব-বীণ্ ।

ৰবা, ক্ষন্তেক নিৰলে । প্ৰকৃতি বুকুত
শুনা, নিফুট্ সুৰেৰে,
সুৰতে মিলাই সুৰ নিয়তি বীণাৰ
কোনে জানো সুৰ ধৰে !

চউপাশে ঠৰ্ লাগি পৰ্ব্বতৰ শাৰী
কি জানো কি ভাবি-গুণি
লাগিছে তবধ ;—অহ, এফলীয়া হই
কিনো দৰে আছে শুনি !

ডালত পখীটি পৰি ডিঙ্গি ভাঙ্গি ভাঙ্গি
কি জানো কি শুনে হাঁয় ;
ভাবত বিভোল,—যেন তাৰে কি ৰাগীয়ে
ধৰি, চকু পিৰিকায় !

গভীৰ নিজম গুহা, গহীন সাজেৰে,
বুকুত সাবটি হাত,
একেঠৰে আছে শুনি, নিজান নিটাল,
সাৰসুৰ নাই গাত !

একেটি তানতে মিলি আৰু এটি তান
উঠে, বিশ্ববীণ্ এৰি ;
ইবাৰ বীণাৰ স্থৰ বুজোঁ বুজোঁ যেন,
স্বৰ্গীয় বুজনি ধৰি।—

মাতে যেন আগলই ; কিজানো কলই
আতমা উৰিব খোজে ;
মুখত মুফুটে কথা, নিৰলে শুনিয়ে
হাঁয়, কিজানো কি বুজে !

উত্তাল তৰঙ্গপ্ৰায় সৃষ্টিতত্ত্বজ্ঞান
দিয়ে গহীন জঙ্কাৰে ;
আকাশ পাতাল জুৰি হিয়াভেদী ভাবে
শুনা, প্ৰতিধ্বনি কৰে !

জগতৰ প্ৰাণ লই একেটি মুঠিতে
অহ, বিশ্ব-ৰচোঁতাই
ঐকতানে দিয়ে তান ;—উলাহৰ সোঁত
চোৱাঁ, বলিছে ঢৌৱাই !

—❦—

# প্ৰাকৃতিক সম্ভাৰ।



গভীৰ গহ্বৰ ভেদি অত্যুচ্চ বিৰিখে
সমথল সমানত হই একাকাৰ
ধৰে শোভা বিতোপন ! আবেলি বেলিকা
হেঙ্গুলি ৰহণে যেবে তিৰ্‌বিৰ্‌ কৰি
শোভে শীতল পাটীটি,—চেঁচনী বুকুৰে—
হাবিয়াষ,—লভোঁ শান্তি ক্ষন্তেক বাগৰি,
অতৃপ্ত সুখৰ ভোগ ভুঞ্জোঁ প্ৰাণভৰি !
আলাসত ভ্ৰমি ফুৰা মেঘদূতগণে
উলাহত উৰি ফুৰে বাতৰি বিলাই
অযাচিতে কাৰোবাৰ ; আপোন-পাহৰা
কৰে কাৰোবাক যাচি যোগাই বাতৰি ;
চাপিলে ওচৰ তাৰ সুকৰুণ হিয়া
পমি যায় আবেগত,—ৰহস্য অপাৰ !
দূৰণিৰ দৃষ্টিৰেখা, মন-চিত-হৰা,
চাওঁতে চাওঁতে, অহ, শ্যামা প্ৰকৃতিয়ে
নিশ্বাস নিৰোধি যেন প্ৰাণ কাঢ়ি লয় !
আৰু কত সৌন্দৰ্য্যৰ গুপুত সম্ভাৰ
উদিয়াই শাৰী শাৰী পাতিছে পোহাৰ ;—
কিনোতা মানৱ প্ৰাণ, বেচোঁতী প্ৰকৃতি।
অৰক্ষিতে আছে পৰি ;—সাধ্য কিন্তু কাৰ
লয় তুলি কিবা এটি, সলনিত তাৰ
নেবেচিলে মন-প্ৰাণ,—একমাত্ৰ বেচ্‌।



# ব্ৰহ্মপুত্ৰ ।

মানসৰ গৰ্ত্ত এৰি ব্ৰহ্মকুণ্ড ঘূৰি,
কটালা কতনা কাল পাথেয় বিচাৰি ;
সাগৰ উদ্দেশি পাচে কৰিলা প্ৰয়াণ,
কতনা পৰ্ব্বত লঙ্ঘি বধা অগণন্ ।

কত যুগ একেবাহে লই পূজাভাগ
শোধাইছাঁ বই-পৰা পুণ্য ব্ৰহ্মযাগ ;
কতনা সৃষ্টিৰ কথা,—উঠন পতন,
কতনা বুৰঞ্জী তথ্য বুকুত মগন ।

আজিকে পুৰণি তুমি বৃদ্ধ যোগিবৰ,
তথাপি শিশুটি সদা,—'পুত্ৰ' নামধৰ !
কতবাৰ যৌৱনৰ ভুগিছাঁ বিলাহ,
বছৰে বছৰে ঘূৰি বাৰিষা উলাহ !

যি বলে ৰাখিছাঁ ধৰি অমৰ যৌৱন,
—নিছিগা ভক্তিৰ সোঁত জ্বলন্ত প্ৰমাণ।

# চন্দনগিৰি।



স্বৰ্গৰ জখলা এই পুণ্য গিৰিবৰ,
নিৰ্ম্মিলে কি সুকৌশলে বিশ্ব-খনিকৰে !—
সৌন্দৰ্য্যৰ ৰূপৰাশি ; কৰুণাৰ প্ৰভা ;
প্ৰেমৰ আবেগ ৰাগ ; সন্তোগৰ সুখ ;
আৰু এক আসক্তিৰ পুণ্য আকৰ্ষণ ;
সবাকো সমানে সানি সৃজিলে মৰ্ত্যত,
পঞ্চামৃত লাৰু, অহ, অৰণ্য মন্দিৰ !—
চন্দনগিৰিৰ নাম অগৰু চন্দনে
ৰাখিছে উজ্জ্বল কৰি পূব ভূভাগত ;
অনুপম ৰূপ তাৰ, লাৱণ্য জেউতি,
বখানিছে মুক্তকণ্ঠে দেৱতা-কিন্নৰে ;
যোগী, ঋষি, মুনি যত তাপসকুমাৰ,
বিমোহিত নৰলোক ৰূপলীলা চাই !
ইয়াৰে সৌন্দৰ্য্য-সোঁত বই-বই গই
ভৈয়ামত প্ৰতিভাত হয় ঠায়ে-ঠায়ে।
যিফালে ঘূৰাওঁ আঁখি তাতে ৰই যায়,
নপলায় তৃপ্তি হাঁয়, হেঁপাহ প্ৰাণৰ,
চাওঁমানে বাঢ়ে তৃষ্ণা, পাহৰোঁ সংসাৰ !
তলত কুণ্ডিন্ নীৰ, আতি নিৰমল,
প্ৰকৃতি-দাপোণ, অহ, পতা আছে কেনে !

ওপৰৰ সৌন্দৰ্য্যৰ প্ৰতিবিম্বে তাত
হাঁহিছে নাচিছে হাঁয়, আপোনাকে চাই !—
নাচি উঠে মন মোৰ তাৰ চেৰে-চেৰে,
প্ৰকৃতি বুকুত প্ৰাণ ক্ষন্তেক জুৰাই !

* * * * *

ইয়াতে এদিন দেহি, দময়ন্তী সতী
উঠিছিল আহি আহি পথ হেৰুৱাই ;
চিন্ তাৰ এতিয়াও মাৰ যোঁৱা নাই,—
শিল-বন গছ-লতা আটাইটি মিলি,
সাক্ষী দিয়ে বিশেষণে সবিশেষ কই।
কুণ্ডিনৰ গুৰি এয়ে,—বিদৰ্ভ চৌৰাই
পৱিত্ৰ কৰিছে যি ; সিও সাক্ষী দিয়ে
মহাসতী দময়ন্তী কেনেকই আহি
উতৰিল কুণ্ডৰ তীৰত, ভ্ৰমি বহু
গিৰি-গুহা, দেশ-বন, পতি হেৰুৱাই ;—
ইয়ে হে লগালে বাট পিতৃ-ৰাজ্যলই।
আৰু, আৰু, কৃষ্ণদেৱে ৰুক্মিণীদেবীক
উদ্ধাৰি এদিন ইয়াতেই লয় থিত্
যাওঁতে উলটি ; ইয়াতে জিলিকে সৌৱা
সমাধি মন্দিৰ স্মৃতি ভীষ্মক ৰজাৰ,
মিলিলে পঞ্চত্ব য'ত মহা ৰাজৰ্ষিৰ।



# শান্তি আৰু সাধনী।



শান্তি ;—ফুলত শিলৰ ৰেখা !
নৰজে তোমাত কঠুৰা ভাবনা সখি !
ঢোপাকলি তুমি ; কিয় ভাবাঁ কীটে-ধৰা
ফুলৰ দুৰ্দ্দশা !

সাধনী।—দেহি অই,
চোৱাঁ, কেনে মিলিছে থিতাতে !—
চোৱাঁ, কেনে ফুলপাহী আউলী-বাউলী,
কলিটিৰ মুখ চাই আছে ঠৰ্ লাগি !
চোৱা নাই নিজলই,—নিজ সুখ-দুখ,—
চাইছে মাথোন কলিটিৰ সুখলই,—
যায় যেন দিন তাৰ এনুৱা সুখত।
ফুলিলেই, সখী অই, হব তাৰো দশা
বাউলী পাহীটিপ্ৰায়। তাকে হে গুণিছে,
পৰৰ সুখত পমা আজলীটি দেহি !
কিন্তু, সখি, পাহীটিৰ সুপূৰে কামনা,—
ঢোপাকলি ফুলিব কালত ; দশা তাৰ
হব, জানাঁ, পাহীটি যেনুৱা। মেলোঁ-মেলোঁ
পাহিকিটি মেলিব যিদিনা, সিদিনাই
কীটে আহি লব থিত্, কৰিব ঘৃণীয়া ;
নৰব জেউতি তাৰ লুকুৰা-হাঁহিৰ !
সৃষ্টিৰ ৰীতিয়েঁ এই,—জন্ম, বৃদ্ধি, ক্ষয়,—
'চিৰকাল কাৰো দিন সমানে নাযায়'।

বাটেমানে আগলই বেঁকাবেঁকি বাট,
আৰু কত আওপাক ভৱ-সংসাৰৰ
পাবলই আছে জীৱনত। ভাবোঁ তাকে,
পাওঁ বুলি তত্ত্ব কিবা সৃষ্টি-কৌশলৰ।

শান্তি।—কঠুৱা পুৰুষ-ভাব!
—নোহে নাৰী-নীতি।

সাধনী।—পুৰুষ কঠুৱা বুলি
ত্যাজ্য নোহে সিটি। কঠিনে কোমলে মিলি
পুৰুষ-প্ৰকৃতি জানাঁ, সৃষ্টি স্বৰগত;
তাৰে আৰ্হি নৰ-নাৰী, বিশ্ব মৰতত।
এতেকে, কঠুৱা বুলি নিলগোৱাঁ যদি
পুৰুষ ৰতন, প্ৰকৃতি তিষ্ঠিব ক'ত?
গছত বগাই সউ, চোৱাঁ, লতাজুপি,
কোমলে কঠিনে কেনে হইছে মিলন!
ইটিয়ে সাবটি ধৰি সিটিক জুৰায়,
সিটিয়ে শৰীৰ পাতি ইটিক শুৱায়।
এটি সদা আনটিৰ জীৱন-সাৰথি;—
তাৰে ফল মাথোঁ এই সংসাৰ-কানন।
এয়ে জানাঁ, আৰ্হি সংসাৰৰ। লতা হই
ৰ'দ-তাপ গুচায় গছৰ; সেইৰূপে
নাৰী হই পুৰুষৰ শোক-তাপ-দুখ,
অধৰ্ম্ম, অনীতি আৰু কুটিল স্বভাৱ
আমিও গুচাব লাগে।—এয়ে নাৰী-নীতি।

* * *

শান্তি।—এটি কথা সখি! মন কৰি আছোঁ মই
দিন-চাৰিপৰা, সঙ্গীতত আজিকই
বাঢ়িছে ধাউতি তোমাৰ তীব্ৰ বেগেৰে।
সাধনী।—সঁচা সখি!
সঙ্গীতত বাঢ়িছে ধাউতি।
কিন্তু কিয়, কিবা ভাবে, টানিছে কলই,
নোৱাৰোঁ বখানি কব! যিভাবে টানিছে
এই বিশ্ব-ব্ৰহ্মাণ্ডক শূন্যে শূন্যে তুলি;
সেই ভাবে টানে মোৰো ক্ষুদ্ৰ হৃদয়ক
কি জানো ক'লই! নাথাকোঁ যেতিয়া তুমি,
নুশুনোঁ সঙ্গীত, তেতিয়া চাপেহি কায়,
কৰে বিয়াকুল, গুপ্ত এটি ভাবে ধৰি;
নোৱাৰোঁ ফুটাব তাৰ আধাফুটা ভাব,—
কিবা নাই, কিবা লাগে, নুবুজোঁ আপুনি,
কৰে মন উগুল-থুগুল; এটি ভাব
স্বৰগৰ, ইটি মৰতৰ; দুয়ো যেবে
দুই ভাৱে কৰে টনাটনি, তোলাপৰা
অন্তৰত কিযে কেনে কৰে, সাধ্য নাই
প্ৰকাশেঁ ভাষাৰে! মৰ্ত্যৰ ভাবনা যিটি
ধৰিছোঁ ভাবত,—হিয়া-দিয়াদিয়ি তাৰ
উদ্দেশ্য মহান্। কিন্তু হাঁয়, বুজা নাই,
কাৰ হিয়া কোনে দিয়ে কাক্? সপোঁ বুলি
আধা হিয়া আছোঁ সাজু হই, পাওঁ যদি
মিলনত বাকী আধা তাৰ!

শান্তি।—হব লাভ আধা সেই।
নোৱাৰি তৰিবচোন্, সেই লাভ লই
ভৱ-সংসাৰত ?
সাধনী।—নুবুজিলাঁ, সখি, হঁায়,
ভৱ-সংসাৰত আছে যদি তৰিবৰ
যথাৰ্থ যুগুতি, জানিবাঁ নিশ্চয়, হেৰা,
ধৰ্ম্ম হে আচল বল জন-সমাজত
সহায়-সাৰথিহীন দুখী তৰিবৰ।
আৰু, জানাঁ, সখি, নবহে যদ্যপি ৰতি
নিয়তি প্ৰেমত, মিছা সৱ প্ৰেম-ৰাগ
নশ্বৰ দেহাত।
শান্তি।—বুজোঁ, সখি!
সঙ্গীতত পমে মন-প্ৰাণ;
শুনোঁতে যি তৃপ্তিলাভ, গাওঁতে দুগুণ।
সাধনী।—কি দিম উপমা!
কোকিলৰ কণ্ঠ জিনি
গোৱাঁ যেবে তুমি হৃদয় পমোৱা গীত,
পাহৰোঁ সংসাৰ, পাহৰোঁ আপোন-পৰ,
বিশ্ব-প্ৰেম বইপৰি কৰে বিমোহিত।
সঙ্গীতত, হেৰা সখি, আছে কি মোহনী,—
চিন্তা-ভাব, শোক-তাপ, কেনিবা পলাই
অযাচিতে দিয়ে এৰি সন্তোষক ঠাই!

# শদিয়া।

এয়ে সেই কীর্ত্তিস্থল ;—
ইয়াতে এদিন চুটিয়াৰ আদিৰাজ
ৰত্নধ্বজপাল হইছিল বিমোহিত
প্ৰকৃতিৰ ৰূপলীলা চাই। পাঙ্গিছিল
ইয়াকেই ৰত্নপুৰ নগৰৰ ভেঁটি।
কিন্তু, কি যে বিধি-বিড়ম্বনা,—নগৰৰ
ভেঁটি লই উঠিল মৈদাম!—মহাৰাজ
ৰত্নধ্বজে প্ৰিয়পুত্ৰ এটি ৰাখিছিল
কমতাপুৰত গই, শিক্ষাৰ উদ্দেশ্যে ;
অকালত কাল হল সেই কোৱঁৰৰ।
কমতা-ঈশ্বৰে পাচে অতি যতনেৰে
পঠিয়ালে সন্তানৰ শৱ পিতৃলই,
যুগুত সমাধি হেতু। মৰ্ম্মাহত হল
ৰত্নধ্বজ পুত্ৰৰ শোকত। ভগ্ন হল
মনোৰথ, মনৰ উদ্যোগ 'ৰত্নপুৰ'
স্থাপনৰ হেতু। নগৰৰ সলনিত
পালবংশী কোৱঁৰৰ সমাধিৰ স্থল
হল এই ঠাঁই। তদৱধি খ্যাত হল
'পাল-শৱ-দিয়া'—'শদিয়া'ৰ আঁতিগুৰি—
শ্মশানৰ নাম। সেই হন্তে সুৰক্ষিত
মৈদামৰ ভেঁটি ; পিপৰা পৰ্য্যন্ত তাত
নোৱাৰে পশিব।

# সৈনিক সঙ্গীত।



আহাঁ আহাঁ ভাই, সকলোটি মিলি,
জনম ভূমিৰ উদ্ধাৰ সাধোঁ;
জনম ভূমিৰ উদ্গতি অৰথে
সন্তানে জীৱন উছৰ্গা কৰোঁ।

একে অসমৰ এছোৱা যৱনে
বলেৰে দখল কৰিছে চোৱাঁ;
একে অসমীয়া কামৰূপী প্ৰজা
দেখিছোঁ নিৰৱে চকুলো টোকা!

এতেকে হে এবে কৰ্ত্তব্য আমাৰ
উদ্ধাৰোঁ ত্বৰিতে সজাতি ভাই;
উদ্ধাৰোঁ সত্বৰে জনম ভূমিৰ
যৱনে যি ছোৱা দমিছে হাঁয়!

ৰাজভক্তি গুণে অসমীয়া জাতি
সবাৰো আগত জিলিকে আজি;
বিজয় পতাকা অসম ৰজাৰ
উৰাম,—আহিছোঁ ৰণুৱা সাজি।

বীৰ-প্ৰসৱিনী অসম জননী,
লাচিত আমাৰ অসম বীৰ ;
এনে মহাবীৰ যাৰ সেনাপতি
কি ভয়, কি ভয় ?—জিনিম স্থিৰ।

জিনিম শত্ৰুক, —পৰিম নতুবা—
লাচিত-আদেশ হইছে আগ ;
দেশোদ্ধাৰ পণ, প্ৰাণত আমাৰ,
জীৱন সৰ্ব্বস্ব কৰিম ত্যাগ।

"অসম সাহসী অসমীয়া সেনা
দুৰ্জ্জয় ৰণুৱা ভাৰত মাজে"
বুলি বিদেশীয়ে মানিব ধুৰুপ্
দেখিলে আমাক বীৰৰ সাজে।

দেখোক যৱনে ভাৰতৰ মাজে
অসম সেনাৰ বিষম বীৰ্য্য ;
লাগোক তবধ বিপক্ষৰ দল
পৰাস্ত হই মানোক আশ্চৰ্য্য !

লক্ষ্য স্বৰ্গদেৱ, লক্ষ্য সেনাপতি,
অসম আমাৰ জনম ভূমি ;—
এই তিনি মাত্ৰ, নাই আন মন্ত্ৰ,
জিনিম মোগল নিশ্চয় আমি।

---

# উষা আৰু চিত্ৰলেখা।



উষা।— অকস্মাৎ কিয়
হওঁ অধীৰা এনুৱা! ৰোমাঞ্চিত প্ৰাণ
উঠিছে উতলি; বই পৰে পাৰ ভাঙ্গি
ব্ৰহ্মচৰ্য্য ব্ৰত মোৰ!

চিত্ৰলেখা।—কিবা হল সখি!
কিয় এনে উত্ৰাৱল?

উষা।— নাজানোঁ, নুবুজোঁ, হাঁয়,
মৰ্ম্মভেদী এটি ৰাগে, অযাচিতে উঠি,
ব্ৰহ্মচৰ্য্য ব্ৰত মোৰ কৰে চূৰ্ণীকৃত!
—নাপাওঁ তৰণি!

চিত্ৰলেখা।—জানিছোঁ, বুজিছোঁ, সখি!

উষা।— কিবা জানাঁ সখি?

চিত্ৰলেখা।—জানোঁ যিবা, জানা তুমি;
গমি চোৱাঁ আপোনাতে প্ৰকৃতিস্থ হই;—
ৰতিমতী এবে তুমি, মদনপীড়িতা,
প্ৰেমপ্ৰবাহিনী।

উষা।— নুবুজোঁ কি কোৱাঁ তুমি;
কি ঘোৰ সমস্যা!

চিত্ৰলেখা।—নহবাঁ অধীৰা।
বিজুলীৰ চমকনি মেঘৰ বুকুত
উঠি পুনু মাৰ যায়;—নকৰে থিতাপি।
তোমাৰো সি মনোগতি মনতে মৰহি,
মনে মনে যাব মাৰ।

উষা।— মিছা! নবজে ৰিজনি।
নোহে সাধাৰণ এই ব্যক্তিগত ব্যথা।
এনুৰা দুৰ্ব্বলা কিয় হওঁ আচম্বিতে,
জানি-বুজি মোৰ ব্ৰহ্মচৰ্য্য মনোবান্ধ!
ছিঙ্গে যদি সেই বান্ধ দৈব-দুৰ্ব্বিপাকে,
ছিগিব জীৱন বান্ধ,—যাব উৰি প্ৰাণ
এৰি দেহা-সজা!

চিত্ৰলেখা।—ছিগিব সঁচাকৈ,
ছিগে যদি মনোবান্ধ অবৈধ বিধানে।
নিদিম ছিগিব কিন্তু, জানিবাঁ ধুৰুপ;
অবৈধক বৈধ কৰি গুচাম প্ৰমাদ,
চিত্ৰেৰে চিত্ৰক আঁচি, তাৰে অনুকৃতি
মিলাই তোমাৰ মানসী মূৰতি স'তে;
—নিশ্চিতে থাকিবাঁ তুমি।

—❀—

# জীৱন-সন্ধিয়া।



সমনীয়া লগৰীয়া, হেৰা সোণামুৱা,
আত্মাই আত্মাক শুনে, দেহদূৰ্গ ভেদি ;—
তোমাৰ সন্ধিয়া গীত, নিলগত গোৱা,
গোৱাৰ আগেয়ে মই শুনোঁ কেনিবাদি।

মিলিছে তোমাৰে স'তে মোৰো সান্ধ্যগীত,
নাপাই বিচাৰি মনে সিপুৰীয়া থান্ ;
মানসী চকুৰে পাওঁ,—চাই পিত্ পিত্,—
যুক্তিৰ বুজনি মাথোঁ ;—নাই একো আন !

আছোঁ বাৰু দুয়ো আজি ধৰাতে উমলি,
চেমনীয়া কাল ধৰি একে সমলেৰে ;
কাইলই দেহী গুচি যাম কেনি চলি ?—
নাভাৰিবাঁ, জানিছা নে সত্য প্ৰমাণেৰে ?

যুক্তিৰ কৰম সাৰ মন-পতিউৱা,
প্ৰত্যক্ষ প্ৰমাণ তাৰ দিবলই নাই ;
নাপালে সম্ভেদ্ সেই পুৰী নো কেনুৱা,
কেনেকই বোলোঁ 'সঁচা', কোৱাঁ মোৰ ভাই !



# গদা-গৃহ।



গদা।—( অকলে ) মিলিছে সুযোগ, অহ,
মিলিব ৰণুৱা এবে মনৰ জোখায়।
পাৰ হল অতকাল ধেমালি খুঁজত,
নিমিলিল ছেগ ক'তো সঁচা ৰণলই,
মিছা হল বাহুবল, মিছা গদানাম!
মিলিছে সুযোগ এবে, অতকাল পিচে,—
সমুখ সংগ্রাম হেতু ৰাজসেনা স'তে।
নিপাতি যতেক বীৰ, সেনা, সেনাপতি,
ৰাজ্য উদ্ধাৰিম।

*　　*　　*

মিলিছে সুছেগ, অহ,
পতিত আহোম ৰাজ্য পুনু উথানৰ।
পিতৃৰাজ্য ৰসাতলে যায়-যায় আজি!
স্বাৰ্থপৰ কুলাঙ্গাৰ পাত্ৰ-মন্ত্ৰীসৱে
ক্ৰমাগত নিছে তললই। অৰাজক
ৰাজ্য আজি হল স্বৰূপত। নাম মাথোঁ
ৰাখি ৰজা অপাত্ৰ জনক, যতমানে
দুৰাচাৰে পাঙ্গি লই দুৰ-অভিসন্ধি,
লুটিছে পীড়িছে কৰি দেশ ছাৰখাৰ!
কতজন বংশধৰ হল বিনাশন,—
সহে মোৰ দেহ-মন পৰিলে মনত।

জীৱনৰ ব্ৰত মোৰ আছে অন্তৰত
ইসৱ উদ্ধাৰ কৰা বিনাশি অপায়।
নিৰ্জ্জীৱ অতনা দিন জীৱন্ত বাসনা
অন্তৰৰ অন্তস্থল আছিল বিয়াপি
ছায়ে ঢকা অগ্নিশিখাপ্ৰায়। আছোঁ মযো
মৰাপ্ৰায় মনোবেগ মনতে সামৰি
জীৱনৰ মহাব্ৰত হানি হয় বুলি।
সুমৰিছোঁ সৰ্ব্বক্ষণে হিত উপদেশ
ন্যায়সোধা ফুকনৰ ; জন্ম মোৰ
শিক্ষা-দীক্ষা-লক্ষ্য আৰু ৰণ-আথৰাৰ
স্বাধীন উদ্দেশ্য মাথোঁ দেশৰ উদ্ধাৰ।
মিলিছে এতিয়া তাৰে সোণালী সুযোগ ;—
কাৰ্য্যৰ ক্ষেত্ৰত মিলিব দুদিন বাজে
সম্মুখ সগ্ৰাম।

*　　　*　　　*

জয়া।— ( প্ৰৱেশ ) দুখত আনন্দ !
সদানন্দ সদাশয় প্ৰাণেশ্বৰ মোৰ।
গ্ৰাসেহি বিপদে ; তথাপি নহল, হাঁয়,
চেতনা তোমাৰ নাথ !

গদা।— নডৰাওঁ প্ৰিয়া হেৰা, নাভাবিবাঁ আন,
নপলাওঁ কদাচিতো কাপুৰুষ হই।
বীৰৰ শোভন কাৰ্য্য নহয় পলোৱা,
নোশোভে সি কদাপিও গদাপাণিলই।

জিনিম অকলে মই শতেক যুঁজাৰু।
আগে যুদ্ধ, পাচে মৃত্যু,—বীৰৰ ধৰম
নিশ্চয় পালিম মই।

জয়া।— সঁচা, প্ৰাণেশ্বৰ!
জানোঁ মই বিক্ৰম তোমাৰ। জানোঁ আৰু
বীৰৰ কৰ্ত্তব্য যিবা। অবলা যদিবা,
নডৰোঁ মৃত্যুকময়ো,—নাথাকে উপায়,
নাথাকে ভৰসা যেবে। কিন্তু, প্ৰাণনাথ,
ভাগ্যৰ চকৰি সদা লাগিছে ঘূৰিব;—
নুঘূৰিব তৱ ভাগ্য, কোনে কব পাৰে?
দুদিন অজ্ঞাতবাস কৰাঁ তুমি গই;
মিলিব সুযোগ পুনু; উদিব নিশ্চয়
সৌভাগ্য সূৰুয পূবে।

গদা।— নামানে বুজনি, প্ৰিয়া,
নুবুজে পৰাণে মোৰ! আতিকে' ঘিণাওঁ
মই ভয়াতু জনক; নিন্দোঁ ততোধিক
পুৰুষালি নাই যাৰ। জানে সকলোৱে
মনোভাব মোৰ; আপোন পালত এবে
কৰোঁ কিনো মতে পুৰুষে নকৰা কাম?
আৰু এটি কথা;—তোমাক অনাথ কৰি,
এৰি লাই, সোণাই লেচাই, যাম মই
প্ৰাণ লই অকলে পলাই! অসম্ভৱ,
প্ৰিয়া, মোক নধৰিবা টানি। তদুপৰি,

ৰাহুৰ গ্ৰাসত এৰি পিতৃৰাজ্য মোৰ,
নকৰি প্ৰাণক পণ, পলাম অকলে !—
অসম্ভৱ কথা ইটো।

জয়া।— সেই হে ধৰিছোঁ টানি। নকৰিবা মোক
চিৰ-অনাথিনী ; অকালত পিতৃহীন
নকৰা সন্তান ; পতনমুখীয়া ৰাজ্য
নকৰা উচ্ছেদ ; ঘূৰিলে ভাগ্যৰ চাক্
ঘূৰিব সুদিন ; উদ্দেশ্য সফল হব
থাকিলে কুশলে তুমি।

গদা।— বান্ধনী কথাৰ !
নাবান্ধিবা, প্ৰিয়া, মোক যুক্তিৰে মেৰাই।

জয়া।— নোহে কথা বান্ধ,—
হিয়াৰ আবেগ আৰু পত্নী-অনুৰোধ ;
—নুবুজিলা প্ৰাণেশ্বৰ !

গদা।— বুজোঁ প্ৰাণেশ্বৰি !
বুজিছোঁ কতনা আগে ব্যাখ্যান তোমাৰ ;
কৰা নাই অৱহেলা তৱ অনুৰোধ,
নকৰোঁ কাচিত, এবাঁ যদি আজিলই।

জয়া।— নিচিন্তা মঙ্গল তেন্তে আমি তিনটিৰ ?
দিবা যদি ধৰা, নাথ, হেলি অনুৰোধ,
বাকী তিনিপ্ৰাণী তৱ ৰাখাঁ ক'ত আজি ?
—ডুবিব দুখত দিনে। আৰু, চোৱাঁ, নাথ,

দিয়া যদি প্ৰাণ তৱ অযথা যুঁজত
—অকলে সমুখ হই অলেখৰ স'তে—
জীৱনৰ লক্ষ্য তৱ ৰাজ্য উদ্ধাৰৰ
পাৰিব পুলিতে জঁয়।

গদা। —কি আ.২ উত্তৰ !
জীৱনৰ লক্ষ্য মোৰ স্বদেশ উদ্ধাৰ
নোৱাৰোঁ এৰিব, আছেমানে দেহে প্ৰাণ।
যি লক্ষ্য ধ্ৰুবতৰা এই জীৱনৰ,—
পতন উন্মুখী ৰাজ্য ইন্দ্ৰ-বংহৰ
উদ্ধাৰ সাধন,—কৰি তাক শঙ্কাযুত—
ডাৱৰমুখীয়া—নহব যুগুত সঁচা,
অযথা ৰণত ধৰি মৰসাহ কৰি।
পূৰ্ণ হোক বাঞ্ছা তৱ ; কৰিম অকাৰ্য্য
পলৰীয়া হই আজি ! কিন্তু, গদাপাণি
নাথাকে নিশ্চিন্তে বহি উদ্দেশ্য পাহৰি।
যাম মই ৰণ-বল সংগ্ৰহ কাৰণে।
জিনিম পাষণ্ড ৰজা, দিম সমুচিত
পাপৰ শোধন আহি ; বঢ়ালে বিপদ,
গুপ্তসিংহ জগোৱাই নিজে। থাকাঁ প্ৰিয়া,
পোনা দুটি বুকুত শুৱাই। চিন্তা নাই
মোৰ হন্তে, হব দেখা দুদিনৰ পাচে।



# বিৰহিণীৰ বিলাপ।



জয়মত ।—নমৰি জীয়াই আছোঁ, আৰু কিবা আশা ধৰি ?
আজিও ধৰিছোঁ দেহা, নাথ মোৰ গল এৰি !
যি গছৰ হই ছাঁয়া, ধৰিলোঁ সংসাৰ মায়া,
নাই এবে সেই তৰু, ধৰোঁ কায়া কেনে কৰি ?
বেলাটো বিৰহ যাৰ, অসহনী লাগে ভাৰ,
নাই তেওঁ দিন চাৰি, আছোঁ মই দেহা ধৰি !
বহুভোজী প্ৰাণধন, সুবুজে অপৰে মন,
কি ভোগ মিলিছে হাঁয়, ভিখাৰী বেশেৰে ঘূৰি !
ৰাখাঁ প্ৰভু বিশ্বেশ্বৰ ! সুখে মোৰ প্ৰাণেশ্বৰ,
অন্নপূৰ্ণা ! দিবাঁ ভোগ য'তে ত'তে অৱতৰি।
নগাৰ নগৰা বান্ধ, দিলোঁ আঁটি আতি টান,
সহিছে কতনা জানো, কুৰূপ সাজেৰে ফুৰি !
বীৰবাহু পতিধন, উন্নত অদম্য মন,
আছে আজি কিনোমতে পৰ মন আগ কৰি ?
দেশৰ মঙ্গল হেতু, ভাঙ্গি ললোঁ প্ৰাণসেতু,
কি সতে ধৰিছোঁ দেহা আজিও ই প্ৰাণ ধৰি !

*   *   *

আছাঁ ক'ত, কিবা ভাৱে,
প্ৰাণেশ্বৰ মোৰ ! সঙ্কেতে মনৰ ভাব
বুজি কোনে আজি, তুষিছে বিৰহী প্ৰাণ ?—
বুজে কোনে মন তৱ এই দাসী বিনে !

কিনো বেশ ধৰি হাঁয়, গলাঁ প্ৰাণধন,—
ৰজাৰূপী শৰীৰত বেতৰ নগৰা!
দেহ-মন-প্ৰাণ পৰিছে মলিন জানো
অজ্ঞাত বাসত!
*           *           *
হে নাথ, অনাথনাথ, কেমিবাঁ ই দায়,—
তথু আগে স্বামীপদ স্মৰোঁ এটিবাৰ।
পতিগতি, পতিমুক্তি, পতিপদসেৱা,
সতীৰ প্ৰথম কাম,—বিধিৰ বিধান।
নিচিন্তি পতিৰ পদ, আন দেৱ-দেৱী
পূজা বিধি নাই;—এতেকেসে অন্তৰ্য্যামী,
কেমিবাঁ বেটীৰ দায়। সৰল গোহাৰি
আৰু, অবলাৰ,—ৰাখাঁ যেন স্বামী মোৰ,
—নিৰাশ্ৰয়, নিঃসহায়,—নিজগুণে প্ৰভো!
চুলি ছিঙ্গি কৰিছোঁ কাতৰি, কৰাঁ দূৰ
শতেক অপায় দেৱ, পতি-দেৱতাৰ।
শুনিছিলোঁ সাবিত্ৰীয়ে পতিপ্ৰাণদান
লভিছিল হাতে-হাতে, পূজি ধৰ্ম্মৰাজে;
পালে বহু আৰু দান স্বামীৰ কাৰণে।
পূজিছোঁ বেটীয়ে ময়ো, হোৱাঁ তুষ্ট দেৱ,
দিয়াঁ আজি মোক স্বামীৰ মঙ্গল দান।
আছেমানে ক্লেশৰাশি পতিধনলই,
দিয়াঁ মোকে ভোগ তাৰ, খণ্ডোক অপায়।



# ৰাজচৰাত জয়মতী।

ৰজা।—দিব লাগে পতিৰ সন্ধান ;
শুনা, আজ্ঞা মোৰ।
জয়া।—ৰজাৰ অধীন প্ৰজা ; নোহে তাৰ হিয়া।
আজ্ঞাধীনা বুলি এবে আহিছোঁ ইয়াঁই,
ৰাজাজ্ঞা পালন হেতু, পালিম যি পাৰোঁ ;
—অহা নাই হিয়া মোৰ বলি দিবলই।
নিদিওঁ বুলিছোঁ মোৰ স্বামীৰ সন্ধান,
নিদিম প্ৰাণান্তে। নডৰাই জয়মতী ;
নেদেখাবাঁ নীচ বিভীষিকা। ৰখা নাই
বাকী ঘোৰ লাঞ্ছনাৰ ;—ৰজাৰ বোৱাৰী
হলোঁহি চৰাত থিয় ; আহিল অখ্যাতি
ইন্দ্ৰবংশী আহোমৰ আজি! আছে নে কি
বাকী আৰু কিবা ?
ৰজা।—নতুবা অৱশ্যে হব শাস্তিৰ বিধান।
জয়া।—কিয় এনে হীনবল দেখোঁ সিংহাসন!
কিয় অকাৰণ বিচাৰে কাতৰ ভাৱে
সুদৃঢ় প্ৰতিজ্ঞা মোৰ পাবলই লৰ!
কিয় ভয় প্ৰদৰ্শন, শাস্তিৰ বিধান
ধৰিছে আগত মোৰ! জনা আছে মোৰ
লাগিব সহিব ক্লেশ নশ্বৰ দেহাত ;

জানি-বুজি কৰিছোঁ যি হয়। নোহে মোৰ
হিয়া বিচলিত, নহব কাচিতো জানাঁ।
দেহাৰ পতন স'তে আত্মাৰ মৰণ
নেদেখোঁ নিশ্চয় এই নাৰী জীৱনত
কৰাঁ যিবা বুজাঁ ভাল ;—নিদিওঁ সন্ধান।

ৰজা।—নোৱাৰি সহিব আৰু!
বন্দীপাল, বাজ কৰ এই গৰবিনী।
নিতে নৱ শাস্তি দিবি, কৰিবি জীয়াতৃ,
যদ্যপি নিদিব তাই পতিৰ সন্ধান।

জয়া।—নোবোলাঁ অবাচ্য, ৰজা,
'তাই' বচনেৰে! প্ৰতিশোধ সমুচিত
দিবহি কালত, বীৰবাহু স্বামী মোৰ
ঘূৰিব যেতিয়া। আতিকে দুৰ্ব্বল তুমি ;
নাই বীৰতেজ; নেদেখোঁ পৌৰুষ চিন্
সনূলি তোমাত। পতিৰ অজ্ঞাতে কোনে
সতী পীড়নত দেখায় মতালি! ধিক্
তব পুৰুষালি! মহাপাপী তুমি জানাঁ,
নাচাওঁ তোমাক। ধাৰ্ম্মিকে তোমাৰ সঙ্গ
নলয় কাচিত। উদিব সুদিন জানাঁ,
মহাবাহু স্বামী মোৰ ঘূৰিব যিদিনা ;—
প্ৰদমি প্ৰমত্ত সিংহে ৰজা, মন্ত্ৰী, সবো,
উদ্ধাৰিব পিতৃৰাজ্য, ৰসাতলে যোৱা,—
মানিবাঁ ধ্ৰুৱপ।

# মিলন-মহত্ত্ব।



স্বৰ্গ মৰ্ত্ত্য মিলনৰ
সাক্ষ্য দিয়ে আকাশে সাগৰে;
পাতালকো কৰে মিল
চামে চামে মিলন আকৰে।

*

সুমেৰু কুমেৰু মিল,
—মেৰুদণ্ড মূৰপুতি জোঁটা;
বিষুব বান্ধনী মেৰ,—
ভূমণ্ডল আকোঁৱালি আঁটা।

*

উদয়-অচল স'তে
অস্তাচল নিতে সম্মিলন;
পীতাম্বৰ পূজাৰিয়ে
পুৱা-সন্ধ্যা কৰে আৱাহন।

*

সূৰ্য্যকান্তি পদ্মত,—
দিনমান মিলন-পোহৰ;
চন্দ্ৰপ্ৰভা কুমুদত,
মিলনৰ হিয়া-সৰোবৰ।

*

প্ৰতিভাত প্ৰকৃতিত
পুৰুষৰ মিলন-মহিমা ;
সৃষ্টিৰ স্বীকাৰ্য্য ৰেখা
বিস্তাৰিছে,—নাই তাৰ সীমা।

*

সখি-মিলনৰ ফল,
কৃষ্ণাৰ্জ্জুন,—গীতা-উৎপতি,—
মানৱাত্মা মুক্তি হেতু
জগতত শ্ৰেষ্ঠ ধৰ্ম্মভেঁটি।

*

দাম্পত্য মিলন চিন্,
পুত্ৰ-ভাৰ্য্যা, জীয়াৰী-জোৱাঁই ;—
সংসাৰ মিলন নীতি
অযাচিতে তাত ফলিয়ায়।

*

সৃষ্টি-স্থিতি-প্ৰলয়ৰ
সম্বন্ধ নিৰ্ব্বন্ধ গূঢ়তত্ত্ব ;
একৰ কাৰণে তিনি,—
বিশ্বপ্ৰাণ,—মিলন-মহত্ত্ব।



# নির্য্যাতনত জয়মতী।

—⊲❀❀⊳—

জয়া।— শক্তিদাতা ভগৱন্ত!
অসহন নির্য্যাতন সহিবৰ গুণে
দিয়া শক্তি শৰীৰত। দিয়া একে শক্তি
এবে এই হৃদয়ত, সহোঁ একেদৰে
লাঞ্ছনা অশেষ। ভাবিছে দুর্ম্মতি ৰাজে,
পাশৱ পীড়নে কৰিব দুর্ব্বলা মোক,
বলেৰে কৰাব মান্তি সই লৰলই,
নাজানি সতীৰ প্ৰাণ পতিপ্ৰাণা বুলি!
বসুমতি! আছে যদি ধৰম তোমাত,
ৰাখিবাঁ ধৰম মোৰ;—দিয়াঁ শক্তি তবু,
সহনৰ পূর্ণগুণ আজি। ক্ষমা গুণ আৰু
দিয়াঁ মোক পূর্ণভাৱে, ক্ষমোঁ অজ্ঞানক।
নিবিচাৰোঁ প্ৰতিশোধ; পাব প্ৰতিফল
ফলিব কালত সি কর্ম্ম অনুসৰি।
কিন্তু, ভিক্ষা এই, পায় যেন প্ৰাণনাথে
মঙ্গল আশ্ৰয়, অপায়-অশান্তি মাজে।
আৰু, মোৰ দুটি পোনা এৰিছোঁ পিচত,—
দুটি সিংহৰ পোৱালি; থাকে যেন দুয়ো
আপদ এৰাই। পতিত ই ৰাজবংশ,
স্বামীয়ে উদ্ধাৰা পাচে, কৰিব উজ্জ্বল,
অদ্বিতীয় ৰজা হই। বাঞ্ছা আৰু নাই;—
স্বামীৰ চৰণ যেন ভাগ্যে পাওঁ দেখা,
এবোঁতে মাটিৰ দেহা মাটিক গতাই।
—এয়ে বাঞ্ছা শেষ।

* * * * *

চাপিছে ওচৰ, প্ৰতিজ্ঞা-পূৰণ-ক্ষণ ;
এৰিম ই দেহাভাৰ বসুধা বুকত।
জানিবাঁ সম্ভাষা মোৰ মৰ্ত্য-নৰ-নাৰী,
ক্ষমিবাঁ যতেক দায়, বিদায় কালত।
হৰিষ্ প্ৰাণেৰে যাওঁ স্বৰ্গ-ৰাজ্যলই,
পালি মোৰ মহাব্ৰত ইহ জনমৰ।
পালোঁ দেখা অন্তিমত স্বামীৰ চৰণ ;
জানিছোঁ সজ্ঞানে মোৰ সফল কামনা,—
স্বামী মোৰ আছে নিৰাপদে।　নাই আৰু
জীৱনৰ সজীৱ কামনা ;—আছে মাথোঁ,
সংসাৰত ৰল দুটি পোনা, আশীৰ্ব্বাদ
কৰিছোঁ দুটিক,—দুপৰ সূৰযপ্ৰায়
বাঢ়ি দুয়োটিয়ে বঢ়াব গৌৰৱৰাশি
ইন্দ্ৰবংশী ৰজাসকলৰ।　নাভাবিবাঁ
নাই অৰ্থ এই পীড়নৰ।　দায় নাই জানাঁ,
পীড়ক ৰজাৰ ;—নিমিত্তকাৰণ তেওঁ
বিধিৰ হাতত।　অদৃষ্টত লেখা ৰেখা
নাযায় মোচন,—অদৃশ্য উদ্দেশ্য যিবা।
সুখ-দুখ ইহা-কন্দা মুগ্ধ মানৱৰ
মাথোঁ প্ৰহেলিকা !—আৰু মোত্ কথা নাই।
হৰিষ্ অন্তৰে মাগোঁ বিদায় সবাকে ;
মাগিছোঁ বিদায় আৰু ইহ জনমৰ,
স্বা-মী-চ-ৰ-ণ-ত, বি-দায় বি-দায় এ-বে।



# গুহা।



অনুপম বিতোপন শোভা মনোহৰ,
নিজান তলিত শোভে প্ৰকৃতিৰ ঘৰ।
চউপাশে পৰ্ব্বতৰ সৌন্দৰ্য্য নিজৰা,
বাগৰি চিৰলী ধাৰে মিলিছে এডৰা!
শীতল পাটীত পৰি প্ৰকৃতি সুন্দৰী,
লভিছে জিৰণি, অহ, সৌন্দৰ্য্যে আবৰি।
সংসাৰৰ দুষ্টবায়ু নপশে ইয়াঁই,
শান্তিৰ শীতল বা বলিছে সদায়।
অধৰ্ম্মৰ পৰাক্ৰম, চিন্তাৰ বিকাৰ,
নাই তাত পাপ-তাপ অকাৰ্য্য নিকাৰ।
বাহিৰত মউ-মাত ভিতৰত হুল,
সংসাৰী বান্ধৱ লই নহওঁ ব্যাকুল।
বনৰ হৰিণা স'তে ফুৰি ডিঙি ধৰি
লভিম পৱিত্ৰ সুখ আপোন পাহৰি।
সংসাৰৰ গীত-বাদ্য কপটতা সুৰ,
নাবাজে কাণ আৰু সুললিত মোৰ।
বনৰ বিহগ গান শুদ্ধ তাল মান,
শুনি মুগ্ধ হব মোৰ উদাস পৰাণ।
সুশীতল তৰুতল আৰু কুঞ্জবন,
নিয়তি নিৰ্ম্মিত বহা বৈৰাগী কাৰণ।
মাতে যেন বিঙিয়াই বাজিছে প্ৰাণত,
নকৰোঁ পলম আৰু সংসাৰ-হাটত!



# গুহাত গদাপাণি।



গদা।—নিৰ্জ্জান গুহাত

অহ, অকলই মই!
অকলে আপোন মনে কৰিছোঁ বিহাৰ,
পাহৰি সংসাৰ চিত্ৰ, পুত্ৰ-পৰিয়াল,
আৰু মোৰ ৰাজ্যচিন্তা, আত্ম বাহুবল।
তপস্যা সাধন নোহে ব্ৰত জীৱনৰ,
নাছিল সমূলি বৈৰাগী জনৰ ভাব
আদি জীৱনত। আজিও বীৰৰ তেজ
বয় প্ৰতিসিৰে; বীৰভাব বীৰকাজ,
পালিছোঁ আজিও,—আজিও জীৱন-ব্ৰত।
তেন্তে এই ছদ্মবেশ কিয় আজি মোৰ!
কিয় বা নিৰ্জ্জানবাস ভৰ বয়সত?
জন-প্ৰাণী অসঞ্চাৰ, নাই সমাগম;
চৰাই-চুৰুকতি মাথোঁ পশে এই ঠাঁই,
চিন্তাশূন্য প্ৰাণ তাৰ, আতি নিৰমল,
উলাহত নাচি নাচি উৰে! কিন্তু হাঁয়,
চিন্তাৰ বিকাৰে যাৰ দহে মন-প্ৰাণ,
জন-সমাজত যাৰ নাই শান্তি লেশ,
নাই তৃষ্ণা, নাই লিপ্সা গৌৰৱত যাৰ,
সেই দুৰ্ভগীয়া নৰে প্ৰৱেশে ইঠাঁই,
অপাৰ চিন্তাৰ পাৰ পাওঁ বুলি ভাবি।

কাপুৰুষ সিটো, যদি সি সংসাৰী;
সংসাৰ-ধুমুহা যিটে সহিব নোৱাৰি,
অকলই প্ৰাণ লই বিচাৰে জিৰণি।
তদ্ৰূপ মিলিছে দশা এই জীৱনত;—
মানিলোঁ বিষম ঘাট্‌ সংসাৰ যুঁজত,
আহিলোঁ অনাথ কৰি ভাৰ্য্যা-পুত্ৰ মোৰ,—
বাঘৰ চোঙত সিংহী, সিংহৰ পোৱালি!
এৰিলে প্ৰিয়াই দেহা পাপীৰ হাতত,—
থাকিলোঁ আগতে চাই! ভুঞ্জিলে সাক্ষাতে
নিৰ্য্যাতন যতমানে,—নাযায় কথন—
তথাপি নহল মোৰ শক্তি উদ্ধাৰৰ!
অনাথ সন্তান দুটি মাতৃ-বিয়োগত
উন্মাদ হইছে জানো! বাঢ়িছে আৰাৰ
জানো নাৰী বিলাপৰ! শত্ৰু-হাঁহিয়াতে
লগায় খলক জানো! হিয়াভেদী ভাবে
কঁপাই মেদিনী যেন বাজিছে প্ৰাণত,
মৰ্ম্মান্তিক খেদ তাৰ; আতি অসহন।
দুৰ্ব্বল হইছে হিয়া, নাই মনোবল,
ধৈৰ্য্যতাই দিছে এৰি বাট! কিন্তু হাঁয়,
মৌনব্ৰত জীৱনৰ উদ্দেশ্য নহয়,
নোশোভে সি ৰীতি এই কৰ্ম্মজীৱনত।
কাপুৰুষ মই?—পশুৱত বনচৰ!
প্ৰাণৰ মায়াত কৰিছোঁহি গুপ্তবাস!

ভাবিছোঁ মঙ্গল আজি জন-সমাজৰ
ক্ষুদ্র প্ৰাণ নিৰাপদে আছে দেখি মোৰ!
ধিক্ এই জীৱনত, ধিক্কাৰোঁ শতেক!
মোৰ সম নৰাধম, পাশৰ পৰাণ,
নাই পৃথিবীত!—সাধ্বী সতী জয়মতী
প্ৰিয়ভাৰ্য্যা যাৰ; যাৰ হস্তে বীৰজায়া
হল তনুত্যাগী, অসহ্য যন্ত্ৰণা সহি;
ৰাখিলে যি কীৰ্ত্তিৰাশি আদৰ্শ সতীৰ;
যাৰ নামে নাৰীবল আজি ধৰণীত;
সেই ভাৰ্য্যা ভাব ভুলি, আছোঁ নিজঞ্জালে,
আত্মচিন্তা কৰি সাৰ!—ধিক্, ধিক্, ধিক্!
ধিক্ মোৰ বীৰ নাম, ধিক্ বাহুবল,
ধিক্ আৰু উচ্চ আশা ৰাজপাটলই!
পাহৰিছোঁ বীৰধৰ্ম্ম আজি? বীৰতেজ
সিৰে মোৰ নবয় এতিয়া? নাই আৰু
সাহ-পিট, জীৱনৰ উদ্দেশ্য মহান্?—
নতুবা ই ছদ্মবেশ, গুপ্ত গুহাবাস,
কি স'তে বঞ্চিছোঁ আজি? পাহৰিছোঁ আজি
বীৰৰ প্ৰতিজ্ঞা মোৰ,—প্ৰতিশোধ লোৱা?—
পীড়িলে যি প্ৰিয়া মোৰ পাশৰ পীড়ণে,
নিতে নৰ শাস্তি ঘোৰ যাৰ আদেশত
সহিলে প্ৰিয়াই মোৰ ধৰণী সমানে,
নলওঁ যদ্যপি তাৰ নাৰীবধী প্ৰাণ,
নুজুৰায় প্ৰাণ মোৰ নিশ্চয় নিশ্চয়।

নাই মোৰ সৈন্যবল, ৰণৰ সমল,
নাই আৰু বন্ধুজন আলোচন হেতু ;
নুবুজোঁ প্ৰজাৰ মন ; নাজানোঁ যতেক
মিত্ৰৰাজ সম্প্ৰদায়,—কাৰ কিবা মতি।
তথাপি, প্ৰতিজ্ঞা মোৰ, যুঁজিম অকলে ;
অকলে উভালি যত বিঘিনি বিৰিষ,
বায়ুবেগে প্ৰৱেশিম আপোন নগৰ,
আক্ৰমি বিক্ৰমে মোৰ লম সিংহাসন।
অকলেই হনুবীৰে দহি লঙ্কাপুৰী,
যিমতে সাধিলে সিদ্ধি সীতা উদ্ধাৰৰ ;
ছদ্মবেশী ভীমসেনে প্ৰদমি যিমতে
দুৰ্দ্দান্ত নৃপতিদল সয়ম্বৰ দিনা,
ৰাখিলে গৌৰৱ ৰাশি দ্ৰৌপদী সতীৰ,
তদ্ৰূপ মোহাৰি মই সৈন্য সেনাপতি,
পৰাহত লম ৰজা, মন্ত্ৰী, পাৰিষদ,
আৰু যত পাত্ৰ-মন্ত্ৰী বিপক্ষ দলৰ।
কৰিম যুগুতি পাচে, প্ৰিয়াৰ গৌৰৱ
জিলিকাই ৰাখিবৰ হেতু ; প্ৰতিশ্ৰুত
হলোঁ আজি ধৰ্ম্ম-সাক্ষী কৰি। লৰে
যদি হিমাচল, নলৰে বচন মোৰ। আৰু,
ঘটে যদি বিপৰ্য্যয়,—বিধি-বিপাকত,—
পদা নাম পৃথিবীত নধৰোঁ, নধৰোঁ,
সত্যে, নধৰোঁ নিশ্চয়।



# "মেঘ-দূত"।

হেৰা, দেৱদূত, কটকী মেঘাই,
বাৰ্ত্তাবহ কালিদাসী,
বিশ্বদৰ্শী তুমি, ধীৰ, মৃদুগামী,
বিৰহীৰ প্ৰাণভাষী!
অনুৰোধ মোৰ,— অনতিপলমে
যোৱাঁ, স্বৰ্গধামলই;
অমৰ সভাত মাৰিবাঁ ভুমুকি,
জুমি চাবাঁ মুখলই;—
দেখিবাঁ এখনি দ'ঘলী বয়ান,
অমায়িক সাম্যালয়;
দীৰ্ঘ অশৰীৰী, সবাতুকৈ ওখ,
হাঁহিমুৱা সদাশয়!
তেৱেঁ জানাঁ মোৰ সাদৰী জোৱাঁই,
বৰপুত্ৰ সমতুল; *
গল এৰি মোক আচম্বিতে হায়,
প্ৰাণ কৰি বিয়াকুল!
প্ৰিয়তমা ভাৰ্য্যা, পুত্ৰ, কন্যা, সৰো,
মৰ্ম্মব্যথা আমাসাৰ
কৰিবাঁ জ্ঞাপন;— দিবাঁহি উলটি,
পাবাঁ যিবা সম্বিচাৰ।

* স্বৰ্গীয় সিদ্ধেশ্বৰ গোহাঞি, এম-এ, বি-এল, ডেপুটী কমিচনাৰ।

# বৰাগী বহাত গদাপাণি।



গদা।—কি ভাৱে যাপিছোঁ দিন ?
কিবা হলোঁ আজি! ক'ত মোৰ ৰাজ্যচিন্তা,
ক'ত আজি বৈৰাগী জীৱন! নাই আজি
ৰাজ-সাজ, অস্ত্র-শস্ত্র, বীৰৰ আহিলা;
সলনিত ধৰিছোঁহি বৰাগী টোকাৰী!
যি বাহু ধাৰণ মোৰ শত্রু দলনত,
—গদাঘাত নপৰিলে স্মৃত নলগায়—
সি বাহু বৰ্ত্তিছে আজি, অৱশ শিথিল,
ভিখাৰী জোলোঙা বই! যি হাতে সততে
ঘূৰাওঁ ভীমৰ গদা, মুঠিত লুকাওঁ
ভলুকাৰ গুৰি, সেই হাতে ধৰোঁ আজি
চেকনী এছাৰি!

অহ, প্ৰাণেশ্বৰী,
প্ৰেমৰ পুতলী মোৰ প্ৰিয়া জয়মতী;
সংসাৰ বান্ধন হেতু সোহাগী শিকলি,
গঢ়ি-পিটি বিধাতাই বান্ধিছিল মোক
সংসাৰত এটি চিত্ৰ আঁচিবৰ গুণে;—
অকালত ছিঙ্গি নিলে একে বিধাতাই,
মেলি বান্ধ অকালত দাম্পত্য প্ৰেমৰ,
সুদৃঢ় বান্ধনে যেবে ছিলোঁ বান্ধ খাই!

চিন্ তাৰ মৰা নাই, আছে সাঁচ বান্ধি,
হৃদয়ৰ কেন্দ্র ভেদি কক্ষ ৰেখাপ্রায়।
আৰু, হাঁয়, কিনো কম, প্রিয়া-গুণ-কথা ;—
অদম্য বীৰৰ তেজে নচুৰাই মোক
অকালে অপথে চল.ব যেতিয়া ধৰে,
প্রশান্তসাগৰসমা শান্তিময়ী প্রিয়া
আছিল সাৰথি মোৰ। আছিল সহায়
মন্ত্রণা দানত আৰু।—চিন্তিলে যিদিন
বধৰ উপায় মোৰ লৰা-ৰজাদেৰে,
চিন্তাত বহিল প্রিয়া উদ্ধাৰৰ হেতু।
কিন্তু, হাঁয়,—হিয়া মোৰ বিদৰে স্মৰিলে—
মন্ত্রণাত আত্মবলি ৰচিলে প্রিয়াই,
পতিপ্রাণ ৰক্ষা হেতু পতিপ্রাণা সতী।
বীৰতেজে বিচক্ষণা, সাধ্বী সতী জয়া ;
হাঁহিমুখে স্বর্গযাত্রা কৰিলে মহান্,
অৱহেলি পাপীৰ পীড়া। কিন্তু, ধিক্ !
প্রতিজ্ঞা পূৰণ মোৰ নহল অদ্যাপি,
নহল তর্পণ আজি পাপীৰ তেজেৰে
প্রিয়া-অপমান মোৰ !

অনাথ সন্তান দুটি,
আছে কিনোভাৱে ? কোনে কৰে পতি আজি
বীৰগর্ত্তা জননীৰ বীৰপুত্র দুটি !

সিংহীৰ বিহনে আজি সিংহৰ পোৱালি
অযত্নে মলিন জানো? অযোগ্য পুৰুষ,
নোৱাৰিলোঁ, পতি হই, ৰাখিব জীৱন্তে
পত্নীৰ গৌৰৱ! বীৰপ্ৰসৱিনী প্ৰিয়া,—
পুত্ৰহস্তে জিলিকিব সতীৰ মাহাত্ম্য,
অমৰ বাঞ্ছিত কীৰ্ত্তি ৰব মৰতত।
বাঁচি থাকাঁ, দুয়ে জিলিকাবাঁ মাতৃনাম;
ৰাখিলোঁ যদ্যপি মই কুলত কলঙ্ক,
—কাপুৰুষ হই!

দুৰ্ব্বল চিন্তাৰ এবে নাই প্ৰয়োজন।
নসহে পৰাণে আৰু কাপুৰুষ ৰীতি,
নোশোভে ই ছদ্মবেশ গদাপাণিলই।
নোৱাৰোঁ ৰাখিব ঢাকি আত্ম-গোপনত,
বীৰভাব, বীৰকাজ, আকাঙ্খা বীৰৰ;
নাথাকে লুকাই আৰু সঙ্কল্প প্ৰাণৰ;
নোৱাৰোঁ ভুলিব মোৰ প্ৰকাশ্য প্ৰতিজ্ঞা,
নিৰাশাত উটি। এৰিম বৰাগী বেশ;
তুৰন্তে পশিম গই ৰাজ-নগৰত।
নিপাতি যতেক শত্ৰু, ভীম আক্ৰমণে
জিনিম ৰজাক মই; আৰু যত মানে
জিনি বীৰ সেনাপতি, দেখাম জগতে
আজি, বাহুবল মোৰ।

# জৰ্ম্মাণ মহাৰণ।



আপদৰ হেন্দোলনি, পূৰুবে পছিমে,
খলকনি সাগৰ পাৰত ;
দুই উপকূল আৰু হিমালয় সীমা
ওপচাই উধাও ভাৰত।

ইংৰাজ ৰাজৰ মিলে অপায় অপাৰ,
বৃটিচ্ প্ৰজাৰ কান্দে হিয়া ;
বৃটন-ভাৰত হোৱা একাকাৰ চোৱা ;—
ভেদাভেদ চিন্ নাইকিয়া।

স্বাৰ্থজীৱী ৰাজ্যলোভী সৈনিক ধৰমী
জৰ্ম্মাণ ঈগলে গলিয়াই
গিলা দেখি স্বাধীনতা সভ্য ভূভাগৰ,
বধা দিলে বৃটিচ্ সিংহই।

ভাৰত ভৈৰবে দেখি পুবদিশপৰা
গল খেদি ৰুদ্ৰৰূপ ধৰি ;
সংহাৰিলে পালেমানে সমুখ ৰণত
অষ্ট্ৰো-জাৰ্ম্ম-ৰোম-বুল্‌গেৰী।

উছৰ্গিলে উলাহেৰে ধন-জন-ৰত্ন
ৰাজভক্ত ভাৰত-সন্তানে,
—সুখীয়া দুখীয়া প্ৰজা হই সমভাগী—
ৰজা আৰু ৰাজ্যৰ কাৰণে।

চাৰিবৰ্ষ-তিনিমাহ শত্ৰু-মিত্ৰ নাশি,
মহাৰণ ক্ৰমে মাৰ যায়;
বৃটন, ভাৰত আৰু জয় মিতিৰৰ,
শত্ৰুৰ মুখত পৰে ছাই।

মহাবীৰ কাইচাৰে ৰাজপাট এৰি,
বিদেশ খাটিলে লই প্ৰাণ;
পাপৰাশি ক্ষয় পালে পুণ্যভাগ ৰয়,
দিলে তাৰ জিলিকা প্ৰমাণ।

পুনু আজি ৰণ-জুই জ্বলে জিভা মেলি,
লগনী ধৰোঁতা হিট্লাৰ;
'ভুবনবিজয়ী' নাম লাভ আকাঙ্খাত
পৃথিবীক কৰে ছাৰখাৰ!

# ৰণক্ষেত্ৰত গদাধৰ।



সৈন্যগণ।—জয় গদাপাণি জয়!

গদা।—নাচিছে হৃদয়,
নাচে মোৰ তেজপুঞ্জ প্ৰতিসিৰে বই,
অসম সাহসীগণ দেখি ৰণবেশে।
যাৰ বাহুবলে দৰ্পচূৰ্ণ মোগলৰ
ত্ৰয়োদশবাৰ,—বখানিলে শত্ৰুপক্ষে
তেজ অসমৰ; যাৰ বলবীৰ্য্য কথা
ৰাষ্ট্ৰ ভাৰতত; ইন্দ্ৰবংশী ৰাজকুল
অসম প্ৰতাপে আজি অগ্ৰগণ্য কৰি
ৰাখিছে যি ধৰি; সেই বীৰ সেনাদলে
মানিছে অধ্যক্ষ মোক নিজে বাছি লই,
উচ্চাৰিছে জয়ধ্বনি মোৰে নাম ধৰি।
ইহেন গৌৰৱ আজি, লভি ভাগ্যবলে,
ৰণমদে মাতি উঠে দেহ-মন মোৰ,—
উলাহ নধৰে প্ৰাণে!

সৈন্যগণ।—জয় ভাবীৰাজ জয়!
জয় গদাধৰ জয়!

গদা।—বাঢ়িছে উলাহ,
বাঢ়ে যেন বাৰিষাৰ বেগৱতী নই!
পৰিছে মনত আজি তাহানিৰ কথা,—
তাহানি এপক্ষে হই ঘাই সেনাপতি
আখৰাত ৰণজয় কৰা। হৃদয়ৰ

আৰু এটি গুপুত বাসনা অন্তৰত
উঠিছে উথলি,—কতকাল মনে-মনে
পালিছিলোঁ আশা, ৰণত বীৰেন্দ্ৰ নাম
লভিম এদিন বুলি ; শত্ৰু দলনত
বাহুবলে সাৰ্থকতা লভিবৰ গুণে
কত ভাব পালিছিলোঁ এই হৃদয়ত,
কত ভাব উঠিছিল বিৰিঙ্গি সিদিন ;
তেজেৰে বোৱাই নই আঁখি তিৰিপিতি
লভিম এদিন বুলি বান্ধিছিলোঁ যিবা
কঁকালত তৰোৱাল মোৰ ! আজি সেই
বাসনাৰ পূৰ্ণদিন চাপিছে ওচৰ,
চাপিছে বাঞ্ছিত ফল সেই সাধনাৰ,
মুগ্ধকাৰী স্নিগ্ধপ্ৰভা অমিয়া সুখৰ,
বিয়াপিছে হৃদয়ত পৰাণ জুৰাই,
আগন্তুক সৰ্ব্বসিদ্ধি, বিধিৰ বিধানে,
চাপিছে ওচৰ দেখি ! অপাৰ আনন্দ
হিয়াত নধৰে মোৰ !

সৈন্যগণ।—জয় গদাধৰ জয় !
জয় ভাবীৰাজ জয় !

গদাধৰ।—মুহূৰ্ম্মুহু জয়ধ্বনি
উচ্চাৰিছে যত, উথলি উঠিছে তত
দেহ-মন-প্ৰাণ, প্ৰতিপলে প্ৰতিপদে,
ৰণ-উদ্দেশত !—বজোৱাঁ, বজোৱাঁ ঘনে,
বজোৱাঁ ৰণৰ চেৰে, বজোৱাঁ তালত,

তাণে তালে নাচি উঠি, বীৰখোজে আমি
উলাহেৰে আগ বাঢ়োঁ ৰণ অভিমুখে !
চেৱে চেৱে ধৰোঁ খোজ, গণি প্ৰতি পদ,
প্ৰতি পদে শুভক্ষণ মানি ;—আমাসাৰ
বাহুবল দেখোক জগতে ; স্বৰ্গহন্তে
দেখোক দেৱতাগণে। উঠিছে হুঙ্কাৰ
অন্তস্থল এৰি মোৰ, দেখি সমুখত
সিংহৰ চিকাৰ ;—মোহাৰি হৰিণাদল
একে আক্ৰমণে, দিম পৰিচয় আজি
কি হেতু গদাৰ বাহু দুৰ্জ্জয় ৰণত।
বাঢ়োঁ আগ, ধৰাঁ পাচ, হেৰা বীৰগণ !
পদে পদে চমু কৰোঁ পৰীক্ষাৰ স্থল,
ৰণত বিজয়ী নাম লভিবৰ গুণে।
ৰাতি-দিন একে সাজ, একে অভিপ্ৰায়,
সবাৰো একোটি আজি একে লক্ষ্য ধৰি ;
—'জিনিম শত্ৰুক, কিম্বা পৰিম ৰণত'—
বীৰশয্যা আছে পতা যশ-মন্দিৰত,
চিৰশান্তি চিৰকীৰ্ত্তি লভিবৰ গুণে !
সমুখীন সংগ্ৰামত উঠন পতন,
উভয়তে সমভাগ্য ;—ভাগ্যধৰ আমি
আজি সকলোটি।—জিনিম জগত আহাঁ,
আহাঁ আগ বাঢ়ি ; নোৱাৰে ৰোধিব কেৱে
অমাসাৰ গতি।

# সন্তান।

ভাবৰ অস্থিৰে গঢ়ি ৰূপ কল্পনাৰ
সযতনে প্ৰতিষ্ঠা হিয়াত ;
চিন্তাৰে তেজক মথি মাংস বঙহৰ
থাপিথুপি দিলোঁ সি কায়াত।
মস্তিষ্ক মন্থন কৰি চেতনা-টাৰত
দিলোঁ আঁটি বুজনিৰ সুৰ ;
ভাষাৰ বৰণ সানি পূৰ্ণ আকৃতিত
চাওঁ দেখোঁ পূৰ্ণাকৃতি মোৰ !
ৰূপৱন্ত জনকৰ ৰূপহ সন্ততি,
উলাহত মাতে কোলা পাতি ;
কুৰূপ জনকে দেখি আত্মঅনুকৃতি,
সমসুখ নাপায় নে মাতি ?—
অপত্য চেনেহ, অহ, সমজুৱা ধন,
সকলো যে সমভাগী তাৰ ;
জেউতিত নিয়ে কাঢ়ি আনৰ একণ,
জগতত সাধ্য এনে কাৰ ?
ভাগ্যৱন্তে নৰদেহী লভে বংশধৰ,
মৃত্যুৰ পাচত ৰাখে নাম ;
অভাগাৰ গ্ৰন্থদেহী লাভ সন্তানৰ,
সেয়ে যেন সাধে সেই কাম।

সামৰণ।

# লাচিত বৰফুকন।

## ( বুৰঞ্জীমূলক নাটক )

অসমীয়া সাহিত্যিক পেঞ্চনাৰ, "বিজুলী", "উষা" আৰু "বন্তি"ৰ সম্পাদক,
কলিকতা বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব্ব অসমীয়া প্ৰশ্নকাৰ আৰু পৰীক্ষক,
অসমীয়া সাহিত্যিক সন্মিলনীৰ পোন্-প্ৰথম সভাপতি, সদৌ
অসম আহোম এচোচিয়েচনৰ সভাপতি, পোন্-প্ৰথম অসম
লেজিচ্‌লেটিভ কাউন্সিলৰ আহোম-প্ৰতিনিধি
মেম্বৰ, "অসমৰ বুৰঞ্জী", "গীতাসাৰ",
"শ্ৰীকৃষ্ণ" প্ৰভৃতি প্ৰণেতা,

**ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা** এম, আৰ, এ, এচ,
ৰচিত,

**দ্বিতীয় তাঙবণ।**

**তেজপুৰ, অসম।**

১৮৬৪ শক।



**লীলা-এজেঞ্চিৰপৰা**
**গ্ৰন্থকাৰৰ দ্বাৰাই প্ৰকাশিত।**



বেচ, ১৲ এটকা মাথোন।

# পাতনি।



অসাধাৰণ ৰাজনীতিজ্ঞ মহাপুৰুষ চক্ৰধ্বজসিংহ স্বৰ্গদেৱে পাতি লোৱা দুৰ্জ্জয় শৰাইঘাটৰ মহাৰণৰ চিত্ৰ আঁকি দেখুৱাটোৱেই এই নাটকৰ ঘাই উদ্দেশ্য। সেই অৰ্থে, এই কাহিনীৰ নায়ক কৰি ঘাইকৈ দুটি চৰিত্ৰ সজাব পাৰি ;—(১) চক্ৰধ্বজসিংহ আৰু (২) লাচিত বৰফুকন। পিচে, চক্ৰধ্বজসিংহ স্বৰ্গদেৱে ৰণ পাতিলে যদিও, আচল "শৰাইঘাটৰ ৰণ" তেওঁ দেখিবলৈ নাপালে, তেওঁৰ পৰবৰ্ত্তী স্বৰ্গদেৱ উদয়াদিত্যৰ কালত হে শৰাইঘাট ৰণক্ষেত্ৰত অসমীয়াৰ বিচক্ষণ ৰণকুশলতা প্ৰকাশ পায় ; আৰু লাচিত বৰফুকন হে আৰম্ভণৰেপৰা সমৰণিলৈকে শৰাইঘাটৰ মহাৰণত নায়কৰূপে লিপ্ত আছিল। গতিকে, এই গ্ৰন্থৰ নাম "লাচিত বৰফুকন" ৰখা হল।

গদ্যত "গাওঁবুঢ়া" আৰু "টেটোন-তামুলি" নামেৰে দুখন ধেমেলীয়া সৰু নাটক ৰচনা কৰা হৈছিল যদিও, ইয়াৰ আগেয়ে ডাঙৰ নাটক আমি গদ্যত ৰচনা কৰি পোৱা নাই। এই খনো অসমীয়া সাহিত্যক্ষেত্ৰত মোৰ স্নেহাস্পদ ডেকা লগৰীয়া শ্ৰীমান্ সৰ্ব্বেশ্বৰ শৰ্ম্মা বৰুৱা বোপাদেৱৰ অনুৰোধৰ ফল হে বুলিব লাগে ; আৰু তেওঁৰ উৎসাহ আৰু সু-দিহাৰ বল নোপোৱা হলে, অনতিপলমে "লাচিত বৰফুকন" পোহৰলৈ ওলোৱাৰ সম্ভাৱনা নাছিল। আৰু, এই গ্ৰন্থৰ ভেঁটি তোলাওঁতে "উষা"ত প্ৰকাশিত আমাৰ সুযোগ্য সমনীয়া বন্ধু শ্ৰীযুত হেমচন্দ্ৰ গোস্বাইদেৱৰ "শৰাই ঘাটৰ যুদ্ধ" আৰু উক্ত ডেকা বন্ধুৰ "লাচিত বৰফুকন" শীৰ্ষক প্ৰবন্ধ দুটিৰপৰা যথেষ্ট উপকৰণ বুটলি লোৱা হৈছে ; সেই বাবে ইয়াতে দুইকো শলাগ লোৱা হৈছে। বুৰঞ্জীমূলক নাটক ৰচনা কৰাত যি বঢ়া-টুটা দোষাদোষ ঘটিব পাৰে, তাৰ বাবে এই পাতনিতে গুণগ্ৰাহী ৰাইজৰ ওচৰত ক্ষমা বিচাৰিলোঁ। ইতি

তেজপুৰ, অসম।
২৩ ভাদ, ১৮৩৭ শক।

বিনীত,
শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা।

# দ্বিতীয় তাঙৰণৰ পাতনি।



"লাচিত বৰফুকন" নাটক ভালেমান দিন ছপাৰ বাজ হৈ, পাবলৈ নোহোৱা হৈ আছিল। নানা ফালৰপৰা গ্ৰাহকৰ ওপৰা-উপৰিকৈ 'অৰ্ডাৰ' পোৱা স্বত্বতো এই পুথি যোগান দিব পৰা নহৈছিল ; কাৰণ, আমি আমাৰ আন কেইখনমান ডাঙৰ গ্ৰন্থ প্ৰকাশ কৰাত ব্যস্ত থকা হেতুকে ইয়াৰ নতুন তাঙৰণ উলিয়াবলৈ ছেগ ধৰিব পৰা নাছিলোঁ। এতিয়া, উপস্থিত মহাৰণৰ আলমত জাতীয় বীৰ-পূজাৰ সময়োপযোগী অভিনয় কৰিবলৈ "লাচিত বৰফুকন" নাটকৰ অত্যাৱশ্যক বুলি ৰাইজে আঁক চৰকাৰে টানি ধৰাত, ইয়াৰ দ্বিতীয় তাঙৰণ অনতিপলমে উলিয়াবলৈ আগ বঢ়া হৈছে।

'থিয়েটাৰ' পতা 'ষ্টেজ'ৰ সুচলার্থে আগৰ আসোঁৱাহবোৰ গুচাবলৈ নাটকখনত হাত ফুৰাওঁতে ঠাই বুজি বঢ়া-টুটা ঘটিছে ; ফলত পুথিৰ কলেৱৰ অলপ বাঢ়িছে। এইবাৰ আগৰ বৰ্ণাশুদ্ধি দোষাদোষ পৰিশোধন কৰাৰ উপৰি, ৰাইজৰ মনোৰঞ্জককৈ নাটকখনৰ ভাষা আগতকৈ প্ৰাঞ্জল কৰা গৈছে। ইতি—

"পদ্মকুটীৰ", তেজপুৰ, অসম।<br>৩০ ভাদ, ১৮৬৪ শক।



গ্ৰন্থকাৰ।



# উছৰ্গা।



এই

গ্ৰন্থৰ নায়ক

**লাচিত বৰফুকনৰ**

অসাধাৰণ প্ৰতিভা বিকাশৰ

বিশিষ্ট স্থল

**শৰাইঘাটৰ ৰণক্ষেত্ৰ**

চিকনাই "উষা"ৰ পোহৰত উলিয়াওঁতা

**সাহিত্যক্ষেত্ৰত**

মোৰ

প্ৰিয়তম লগৰীয়া

একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ,

## পণ্ডিত ৺হেমচন্দ্ৰ গোসাঁইদেৱলৈ

তেওঁৰ

প্ৰত্নতাত্ত্বিক অনুৰাগ

আৰু

তদৰ্থে আজীৱন অহোপুৰুষাৰ্থৰ

**বঁটা স্বৰূপে**

ইপাহী

**প্ৰীতি-উপহাৰ।**



**গ্ৰন্থকাৰ।**

# ভাওবিলাক।



## পুৰুষ।

| | | |
|---|---|---|
| ১। | চক্ৰধ্বজসিংহ | অসম দেশৰ ৰজা, আহোম স্বৰ্গদেৱ। |
| ২। | আতন বুঢ়াগোহাঞি ডাঙৰীয়া | স্বৰ্গদেৱৰ ঘাইমন্ত্ৰী। |
| ৩। | লাঙ্গিচং বৰগোহাঞি ডাঙৰীয়া | „ চৰাৰ মন্ত্ৰী। |
| ৪। | ভগা বৰপাত্ৰগোহাঞি ডাঙৰীয়া | „ চৰাৰ মন্ত্ৰী। |
| ৫। | লাচিত | ঘোঁৰা-বৰুৱা, পাচত বৰফুকন। |
| ৬। | চক্ৰপাণি | ৰাজখোৱা বিষয়া। |
| ৭। | গন্ধৰ্ব্বনাৰায়ণ | কোঁচ ৰাজকোঁৱৰ। |
| ৮। | চন্দ্ৰনাৰায়ণ | দৰঙ্গী ৰাজকোঁৱৰ। |
| ৯। | উদয়াদিত্য | চক্ৰধ্বজসিংহৰ ভায়েক, আহোম স্বৰ্গদেৱ। |
| ১০। | মাধৱচৰণ | বৰফুকনৰ কটকী। |
| ১১। | ৰামসিংহ | মোগলৰ বৰসেনাপতি। |
| ১২। | আওৰেংজেৱ | দিল্লীৰ পাটচাহ। |
| ১৩। | চৈয়দ ফিৰুজ | গুৱাহাটীৰ মোগল থানাদাৰ। |
| ১৪। | চৈয়দ চানা | মোগল সেনাপতি। |
| ১৫। | ৰচিদ্‌খাঁ | মোগল সেনাপতি। |
| ১৬। | চবিপ্‌খাঁ | মোগল সেনাপতি। |
| ১৭। | অজিতচিং | ৰামসিংহৰ গা-চোৱা। |
| ১৮। | ৰঘুনাথচিং | মোগল সেনাপতি। |
| ১৯। | নচৰৎখাঁ | মোগল সেনাপতি। |

| | | |
|---|---|---|
| ২০। | পণ্ডিতৰায় | ৰামসিংহৰ কটকী। |
| ২১। | নৰ্ত্তম শৰ্ম্মা | ৰণৰ ক্ষণ গণনা কৰোঁতা। |
| ২২। | পানীফুকন, | আহোম সেনাপতি। |
| ২৩। | থাৰঘৰীয়া ফুকন, | আহোম বিষয়া |
| ২৪। | দূত, | |
| ২৫। | দুৱৰী, | |
| ২৬। | কগীয়া, | |
| ২৭। | দুখীয়া, | |
| ২৮। | মগনীয়া, | |
| ২৯। | সৈনিকগণ, | |
| ৩০। | ৰণুৱা, | |
| ৩১। | নেওগ ফুকন | অসমীয়া বিষয়া। |

## তিৰোতা।

| | | |
|---|---|---|
| ১। | ৰমণী গাভৰু | আহোম ৰাজকুমাৰী। |
| ২। | পিজলা গাভৰু | লাচিত বৰফুকনৰ জীয়েক। |
| ৩। | আমিনা | মোগল অন্দৰমহলৰ লিগিৰী। |
| ৪। | আঘনী | ৰমণী গাভৰুৰ বেটী। |
| ৫। | কেতেকী | পিজলা গাভৰুৰ বেটী। |
| ৬। | নাচনী, লিগিৰী, ইত্যাদি। | |



# লাচিত বৰফুকন।

## ১। অঙ্ক।

( গীত গাই গাই দুফালৰপৰা দুই গায়িকাৰ প্ৰৱেশ )

### প্ৰস্তাৱনা গীত।

ভূপালী—ঢিমা তেতালা।

বাজে আপুনি, পুৰণি বীণা, শুনি কি আবেগে আতুৰ প্ৰাণ।
ৰিণিকি ৰিণিকি, হিয়াত বাজিছে, পাহৰা সুৰৰ মধুৰ তান॥
উষাৰ কিৰণে, পুবে পোহৰোঁতে, আহি উঠি সুৰে মলয়া লগতে,
ওপচায় হিয়া, নতুন উলাহে ;—গোৱাঁ সকলোৰে জাতীয় গান॥

( গাই গাই দুই গায়িকা দুফালে প্ৰস্থান )

( পট পৰিবৰ্ত্তন। )

## প্ৰথম গৰ্ভাঙ্ক।

বাজবাট।—কণীয়া, দুখীয়া, মগনীয়া।

কণীয়া।—( লাখুটিত ভৰ দি বৈ ) হে মোৰ ঈশ্বৰ! মাৰি নিলেও ভাল আছে ; কত নো লেলাত ভুগিম আৰু! গাৰ অৱস্থা এই, তাতে তিনি সাজীয়া লঘোন ; গোটেইখন ধূঁৱলি-কুঁৱলী দেখিছোঁ! উঃ বাৰ! ( বহে )

দুখীয়া।—কণা-বিধতাই এইখন কপালত নো কি লেখিলে কব নোৱাৰোঁ, মোৰ আৰু দুখেই সুগুচিল। গাত কাপোৰ নাই, পেটত ভাত নাই, হাতত বিত্ নাই ;—জীৱন ধৰোঁ কেনেকৈ ? তাতে অকল এটা পেটলৈ নহয়, আৰু চাইটালৈ আঁজুৰিব লাগে ! অস্, অস্, অস্, ইয়ালৈকে চৰ্জিলা মোক ঈশ্বৰ !

( এটা মগনীয়াৰ প্ৰৱেশ )

মগনীয়া।—হে মোৰ দৌতাইঁত কি আছে খুদ্-কণ এটা দে ইঁতঐ ! আজি তিন দিন কণ এটা পেটলৈ যোৱা নাই ; জীৱ যায় এতিয়া ! গুণ নহয় যদি, ধৰম হব, মোৰ ঈশ্বৰইঁত !

দুখীয়া।—ভাল তয়ো বোপাই ! তই নো আমাৰ গাত দেখিছ কি, আছে কি দিবলৈ ? তই ছ-সঁজীয়া, ময়ো চাৰি সঁজীয়া লঘোনীয়া ; কাক কোনে পুতৌ কৰে এতিয়া !

ৰুগীয়া।—মোৰ ফাললৈ চকু নিদিলেই ভাল, মোৰ সোণাই ! কি দিম, কি আছে, হাড়-ছাল সাৰ ! থকাৰ ভিতৰত ৰোগৰ বাহটো !

মগনীয়া।—এৰা, দেখিছোঁ মোৰ লগৰীইঁত ; পিচে, কিনো কৈছোঁ, কিনো কৰিছোঁ কব নোৱাৰোঁ। পেটৰ পোৰণিত গা আচন্দ্ৰাই কৰিছে ! নমৰোঁও, নিজীওঁও, উপায়-বুধি নাই !

ৰুগীয়া।—সঁচা, মোৰ সোণাই, আমাক দেখিলে যমো পলায় ! যমৰ নগৰতো আমালৈ ঠাই নাই হবলা ? পৰ্ভু, ইয়াৰ্গকে চৰ্জিলা আমাক !

দুখীয়া।—ভাল কৈছ। যমৰ নগৰতো ৰজা-বিষয়াক হে বিচাৰে ; সিদিনা সেয়া আমাৰ 'ভগনীয়া' সৰ্কদেউক নিলেহি, নেদেখিলি ?

মগনীয়া।—এ, নকবি আৰু তেওঁৰ কথা মোৰ ককাই ! তেৱেঁই তো জীয়াতে-মৰা কৰি থৈ গল প্ৰজাক। সেইজনা ৰজা পাটত উঠিবৰ দিন ধৰি আজ ৰাইজৰ চিৰি মৰি আহিবলৈ ধৰিলে। তাৰ উপৰি, মছলমানক ধন-সোণ, বস্ত্ৰ-বস্তুৰে সৈতে বলে নোৱাৰাকৈ চই শোধাবলৈ গাত লৈ প্ৰজাক জীয়াই জীয়াই যমৰ আলহী কৰি থৈ গৈছে।

দুখীয়া।—ভাল ধৰিছ কথাটো তই। মছলমানে আগেয়েই পাৰেমানে লগত এসোপা চুঁচি নিলে; এতিয়া, বছৰি দি থাকিবলৈ নো দেশখনত বাক কৰপৰা ওলাই থাকিব? সেই হে দশ আকালে উছন নিয়াবলৈ ধৰিছে।

মগনীয়া।—এৰা, এৰা, উছন নগৈ কৰিবি কি? একঠা চাউলত টকাটো দিবলৈ ক্ষৰ পাবি! টেঁটুত লৰা-ছোৱালী এথোপা নথকা হলে দেশ ছাৰি বিদেশলৈ হে গুচি গলোঁগৈহেঁতেন।

কগীয়া।—এ, নকবি সেই কথা। কপালত থকাটো কেনেকৈ গুচাবি? চাপৰিলে মেঘ নেৰায় মোৰ সোণাই! যেই হওক, এতিয়াৰ জনা স্বৰ্গদেউৰ দিনত বতৰ একেৰি মুকলি হব যেন মনত ধৰিছে।

দুখীয়া।—এঃ, থ, কেনেকৈ জানিছ তই?

কগীয়া।—নহয়, নহয়, সঁচাকৈয়ে এওঁ স্বৰ্গদেৱে প্ৰজাৰ দুখলৈ চাইছে হেনো।

মগনীয়া।—এঃ, থৈ দে। বোলে মোমাই মৰক, ভূতক পাচে পাওক। খাবলৈ নাপাই মৰোঁৱেই, আকৌ দুখ গুচিব কেতিয়াকৈ? যাওঁ, মোৰ ককাইহঁত, চুঁচৰি-বাগৰি ঘৰচেৰেকত মাগি চাওঁগৈ। (প্ৰস্থান)

দুখীয়া।—এৰা, যাবহে লাগে আমিও। (প্ৰস্থান)

কগীয়া।—ব'ল, মোৰ সোণাইহঁত, গৈছোঁ মযো পৰিশ্ৰমি! উঃ উঃ উঃ, ধাতু যায়েই নে কি ঐ!

(বিপৰীত বাটে উলটিবলৈ কগীয়া কেইখোজমান আগ বাঢ়ে;
আৰু ছদ্মবেশী চক্ৰধ্বজে ধীৰে ধীৰে প্ৰৱেশ কৰে।)

কগীয়া।—(স্বগতঃ) এওঁ বা কোন্? যেয়ে হওক, মানুহ জন টনকিয়াল দেখিছোঁ। এওঁৰপৰা পাই-পইচা এটি পাবৰ আগন্তুক আছে। (ফুটাই) দোতা-ঈশ্বৰ, এই কগীয়া মগনীয়াক একেৰি কিৰপো কৰক। তিনি সঁজীয়া লঘোনত মৰোঁ এতিয়া, দোতা!

চক্ৰধ্বজ।—এঃ, এঃ, দেহি! বাক হোঁ, ল। (টকা এটা দিয়ে)

ৰুগীয়া।—( আনন্দত বিহ্বল হৈ ) উ-ঐ, মোৰ বিধতা! ভগৱন্তে তোমাক জয়-জয় কৰক, মোৰ দৌতা। ভাল তৰালাঁ আজি মোক ঈশ্বৰ!

চক্ৰধ্বজ।—বাৰু, হৈছে, থ। সি কেইটা কোন্? কলৈ গৈছে সিহঁত?

ৰুগীয়া।—সিহঁতো মোৰে নিচিনা দুৰ্ভগীয়া। আকালত হাহাকাৰ কৰি ফুৰিছে। খুদ্-কণ এটা পাওঁ বুলি গৈছেগৈ সৌৱা মাগিবলৈ।

চক্ৰধ্বজ।—বাৰু, যা এতিয়া। সেই টকাটোৰে তোৰ কেইদিন যাব?

ৰুগীয়া।—তেহেলৈ যি হওক দৌতা, দুদিনমানলৈ তেও ৰইখা পৰিলেঁ। আধাপেটীয়াকৈ আৰু এসাঁজীয়া হৈ চলিম। ভাল, আহোঁ হে এতিয়া। সেৱা হে দৌতা! ( প্ৰস্থান )

চক্ৰধ্বজ।—( ক্ষন্তেক টলকামাৰি ৰৈ ) হাঁয়, মোৰ প্ৰজাৰ বিপত্তিৰ আৰু সীমা নোহোৱাত পৰিল! আকালত ৰাজ্যজুৰি হাহাকাৰ! কিন্তু সিফালে মোগলে চই পেচ্‌কুচ্‌ চুঁচিবই লাগিছে! উঃ, উঃ, উঃ, ইমানতো আমি কাপুৰুষৰ দৰে সহি আছোঁ! বাৰু, দেখোঁ, কি কৰিব পৰা যায়। ( প্ৰস্থান )



# দ্বিতীয় গৰ্ভাঙ্ক।



দিল্লী,—পাটচাহৰ অন্দৰমহল।

ৰমণী গাভৰু ( অকলে )।

বিৰহ-গীত।

কানাড়া মিশ্ৰ—একতালা।

লেখি আকাশৰ ছবি, ভাবোঁ বহি বহি,
প্ৰাণ-সখী মোৰ গল এৰি।
আমন-জিমন, জোনাই বয়ন,
লেখি মোৰ মন যায় উৰি॥

কান্দোঁ মনে মনে, মাতোঁ ঘনে ঘনে,
ঘূৰি লগ ধৰোঁ কেনে কৰি ;—
নেদেখি এতিয়া, ফাটে মোৰ হিয়া,
থাকোঁ কিনো মতে প্ৰাণ ধৰি ॥—( নিটাল মাৰি ৰয় )

ৰঁমণী।—কাৰ দেশ ? কাৰ ঘৰ ? ক'ত মই ?—যি দেশত মোৰ জন্ম, সেই দেশ ই নহয়। যি ঘৰত মই পালিত, সেই ঘৰ ই নহয়। য'ত জগতৰ সৌন্দৰ্য্য একে ঠাইতে দেখোঁ, সেই ঠাই ই নহয়। ই বুকৰ স্বদেশ নহয়, নিলগৰ পৰদেশ। এইখন সেই মোৰ আপোন ঘৰ নহয়, লোকৰ পৰ-ঘৰ। ইয়াত অসমৰ অতুলন শোভা নাই, চউপাশে চকুত আমনি লগোৱা দৃশ্য হে ! যাকে দেখোঁ তাৰে ওপৰত খং উঠি আহে, কাকো দেখিবৰ মন নাযায়, কাৰো মাত শুনিবৰ মন নাহে ! অকণমান মাথোঁ ভাল পাওঁ আমিনাজনীক, তাইৰ গান শুনিবলৈ। এনে অৱস্থাত আকৌ বিবিহঁতে মোক বুজাব-বৰাবলৈ আহে ! আজি মই বাজীকৰৰ সজাত বাঘিনী বুলি সিহঁতে নাজানে ! জনা হলে, এই ঘৃণনীয় মোগল ৰাজপৰিয়ালটোৰ তিৰোতাবিলাক এজনী-এজনীকৈ মোৰ ওচৰত চুঁচৰিবলৈ নিতৌ নাহিলহেঁতেন। জনা হলে, সিহঁতে মিঠা মুখেৰে, নম্ৰ ভাৱে, বিবিধ প্ৰলোভন দেখুৱাই মোৰ মন পাবলৈ যত্ন নকৰিলে-হেঁতেন। সিহঁতে নাজানে, জন্মভূমিৰ বিৰহত মোৰ প্ৰাণ কেনেকৈ কান্দিছে ; সিহঁতৰ অনুভৱ কৰিবৰ শক্তি হোৱা নাই, স্বজাতিৰ চিন্তাই মোৰ অন্তৰত কেনে ভাৱে অগ্নি জ্বলাইছে ; সিহঁতৰ ধাৰণা হোৱা নাই, মোৰ দেশদ্ৰোহী জাতি-বৈৰীৰ প্ৰতি মোৰ হিয়াত জাতক্ৰোধ কেনে ভীষণ ভাৱে উথাইছে ; হলে, নীচ, নিলাজ, নিৰ্ব্বোধহঁতে নিতৌ একেটা কথাৰে আহি মোৰ কৰ্কৰ্ণনা শুনিলেহেঁতেন। নীচাশয়হঁতে জানো ভাবিছে যে, সিহঁতৰ কপট আৰু অসাৰ প্ৰলোভনে মোক টলাব পাৰিব,—সেই কাপুৰুষ পাটচাহ-পুত্ৰক মোৰ পৱিত্ৰ দেহা উছৰ্গিবলৈ মোৰ প্ৰবৃত্তি হব ! কিন্তু পাষণ্ডহঁতে জনা নাই, এই হিয়াৰ স্বামী কিমান, এই মনৰ বান্ধনী কেনে ; এই প্ৰাণ থাকেমানে এই দেহা স্থপিত

বিজাতীৰ স্পৰ্শত কলুষিত নহয়; মকৰাৰ জালত সিংহী পৰি অদ্ভুত ঘটনা ঘটালেও, মোগলৰ মায়া-জালত ৰমণী নপৰে, ই ধুৰুপ। যাওক সি কথা, যিজনৰ হস্তে এই প্ৰাণ, সিজনৰ কোলাত বা আগত যেন ই মাৰ যায়; যি দেশৰ ৰক্ত-মাংসেৰে এই দেহা, সেই দেশৰ মঙ্গলৰ অৰ্থে যেন ইয়াৰ ক্ষয় হয়; যি ভূমিৰ সাৰবস্তুৰে সৈতে এই শৰীৰৰ অস্থি-চৰ্ম্ম, সেই ভূমিত যেন ই লয় পায়; ভগৱন্তৰ চৰণত মোৰ এই কামনা। ( মৌন )

অহ, সেই পাষণ্ডইঁতৰ নেৰানেপেৰা চোঁচনিত মোৰ জন্মভূমিৰ সাৰ-শক্তি জানো অন্ত হবলৈ ধৰিছে, দেশত প্ৰজাৰ জানো হাহাকাৰ লাগিছে! আমাক বন্ধোৱা দিয়াৰ লগতে পাষণ্ডইঁতে কত ধন, কত সোণ, কত কি সম্পত্তি চুঁচিলে তাৰ অন্ত নাই; তদুপৰি এতিয়া বছৰি অতিপাত নিৰিখে পেচ্‌কচ্‌ আৰু চই দি থাকিব লগাত পৰিছে। মোৰ দুখুনী জন্মভূমিয়ে পৰক চহকী কৰিবলৈ বছৰি এই দৰে নো বাঢ়ি-উৎপন্ কিমান দিব, দুখীয়া অসমীয়া প্ৰজাই নো তাৰ বিষময় ফল আৰু কিমান ভুঞ্জিব, ভাবিলে প্ৰাণ মৰি আহে! জয়ধ্বজসিংহ ৰজাই এই দৰে অসমক মাৰি মৰিব বুলি না ভাবিছিলোঁ! যি হওক, এতিয়া নিৰাশ হবৰ সকাম নাই, ই তাৰ সময়ো নহয়। কি উপায়েৰে জন্মভূমিৰ উদ্ধাৰৰ বাট উলিয়াব পাৰি, এতিয়া তাৰ চিন্তাৰ হে সময়। মোৰপৰা যদি মোৰ স্বদেশ আৰু স্বজাতিৰ এই আপদৰ কালত এফেৰিমানো উপকাৰ হয়, তেনেহলেও মোৰ জনম সাৰ্থক মানিম। ( মৌন )।

( আঘনী লিগিৰীৰ প্ৰৱেশ )

আঘনী।—এ, আই, আইদেউচোন অকলে! অকলে-অকলেচোন কিবা-বোৰ কৈ আছে! মই বোলোঁ কাৰে নো কথা পাতেঐ, চাওঁগৈচোন।

ৰমণী।—অকলে নহয় বাই, লগৰেই আছোঁ।

আঘনী।—ঔ আই! ক'তাচোন, কোনো নাই?

ৰমণী।—আছে।

আঘনী।—ক'ত আছে? ( ইফালে-সিফালে জুমি চায় )

ৰমণী।—তই নেদেখ।

আঘনী।—মই নো ইমান চকুৰে নমনা হলোঁ নে? আপোনাকচোন দেখিছোঁ!

ৰমণী।—মোৰ দেহাটো দেখিছ তো।

আঘনী।—আৰু নো কি দেখা নাই?

ৰমণী।—মোৰ মনটো।

আঘনী।—অ, সেইটো হয়। পিচে, মনটো নো কোনোবাই দেখে নে?

ৰমণী।—নেদেখে, কিন্তু লগ পায়।

আঘনী।—লগ নো পায় আকৌ কেনেকৈ?

ৰমণী।—কিয়, গমি চাচোন, যেতিয়া তোৰ মনটোৱে অলৈ যাওঁ তলৈ যাওঁ কৰে, আৰু আগৰ কথাবোৰ সোঁৱৰাই দিয়ে, তেতিয়া জানো তই মনক লগ নাপাৱ?

আঘনী।—ওঁ, হওঁতে হয়; এৰা, পাওঁ-পাওঁ যেন লাগি যায় হয়।

( বাহিৰৰপৰা কোনোবাই দুৱাৰ হেঁচোকে )

ৰমণী।—কোনোবা আহিছে। বাই, যাচোন চাগৈ।

আঘনী।—কোন্ নো আহেঐ! আহিয়ে থাকে আৰু!

( বুঢ়ীয়ে দুৱাৰ মেলি দিয়ে; আমিনাৰ প্ৰৱেশ )

ৰমণী।—অ, আমিনা! আহাঁ, বহাঁ। বাই, বহিবলৈ দেচোন।

আমিনা।—তচ্‌লিম ( চেলাম দিয়ে )। ( বুঢ়ীয়ে আসন পাৰি দিয়ে ) ভাল, বহোঁ বাৰু। পিচে, আপোনাৰ তবিয়েট ভাল নে?

ৰমণী।—এৰা, ভালে-বেয়াই মাজতে।

আমিনা।—মাজতে নো বয় কেনেকৈ আকৌ?

ৰমণী।—কিয়, টবিয়েট মানে তোমালোকে গা-মন দুইকো বুজোৱা নহয়?

আমিনা।—হয়। পিচে?

ৰমণী।—পিচে, গা যদি ভালে আছে, মন ভালে নাই; মন যদি ভালে আছে, গা ভালে নাই। সেই দেখি ভালে-বেয়াই মাজতে।

আমিনা।—সঁচা। আপোনাৰ কথা আটাইবোৰ অৰ্থ-লগা। শুনিবলৈ ভাল লাগে। সেই হে আহোঁ; আপুনি চাগৈ আমনি পায় ?

ৰমণী।—অকল তুমি আহিলে আমনি নাপাওঁ, আমিনা !

আমিনা।—মই নো কাহানি কাৰ লগত আহিছিলোঁ, মনত নপৰে দেখোন।

ৰমণী।—নহয়, মানুহ লগ নহয়, কথাৰ লগ।

আমিনা।—অ, বুজিছোঁ !

আঘনী।—এৰা,ময়ো বুজিলোঁ।

আমিনা।—তই আকৌ বুজিলি কি ?

আঘনী।—এ, মোকো তোমাৰ দৰে কথাৰ পাকত পেলাই ঘুৰ্ম্মুটি খুৱাইছিল নহয়, এতিয়া, অলপৰ আগতে। পিচে; মোক বুজাই দিলে, তেওঁৰ মনটোও হেনো তেওঁৰ লগৰীয়া !

ৰমণী।—( মিচিকিয়াই ) বাৰু, এৰাঁ সেইবোৰ কথা এতিয়া। আমিনাৰ আজি কিবা বিশেষ সকাম আছে নে কি ?

আমিনা।—এৰা, আছেও নাইও।

আঘনী।—উ-উ, এওঁয়ো শিকিলে সেইখন কথা ! মোৰ হাঁহি হে উঠিব এতিয়া, যাওঁ আই ! ( বুঢ়ীৰ প্ৰস্থান )

আমিনা।—বুঢ়ীটি বৰ ৰঙ্গিয়াল, নহয় নে ?

ৰমণী।—এৰা, তাইতে হে মোৰ এফেৰি শান্তি।

আমিনা।—আৰু ?

ৰমণী।—আৰু এফেৰি তোমাত।

আমিনা।—আৰু ?

ৰমণী।—আৰু ইয়াত নাই।

আমিনা।—ক'ত বা আছে ?

ৰমণী।—আছে, থক কৰবাতে; তোমাক সেই ছোৱা নালাগে। তোমাৰ ছোৱাতে ধৰাঁ। কিনো সকাম আজি?

আমিনা।—সেই একেটা কথাই। আপুনি ভাল নাপায় দেখি কবলৈকে মন নাযায়। যুবৰাজে সুধি পঠিয়াইছে, তেওঁৰে সৈতে নিকালৈ আপুনি ৰাজী হ'ব নে নহয়?

ৰমণী।—নহওঁ যদি?

আমিনা।—সেইটোৰ উত্তৰ আমি কেনেকৈ দিম? তেও বুলি, গতিক ভাল নেদেখোঁ।

ৰমণী।—ভাল নেদেখাঁ, কি কৰিব? বে-ৰাজীতে নিকা পঢ়াব?

আমিনা।—সেইটো কেনেকৈ হব! তথাপি,—

ৰমণী।—তথাপি কি?—বলৱন্তী? (বুকুৰপৰা কটাৰী উলিয়াই) আহোম ৰমণীত সেই কথা নৰজে; হয় সিবিধ (আনলৈ হানি দেখুৱায়), নহয় ইবিধ (নিজৰ বুকুলৈ টোৱাঁই দেখুৱায়)।

আমিনা।—নহয়, নহয়, আপুনি সিমান উতলা কেলেই হব লাগিছে। আপোনাৰ বে-ৰাজীত যে একো হব নোৱাৰে সেইটো মই ডাঠি কওঁ। পিচে, আপোনাৰ নো নিকা নহবই নে?

ৰমণী।—হবও পাৰে, নহবও পাৰে। বাৰু, সেই কথা আমি আন এদিন পাতিম। সম্প্ৰতি যুবৰাজক কবাগৈ যে, ইয়াত মোৰ মন নবহেমানে কিছুমান দিনলৈ সেই বিষয়ে একো কব নোৱাৰিছোঁ এথোন। (স্বগতঃ) মিথ্যামুখে দিন দীঘলাই নি পলাবৰ ছেগ চাওঁ।

আমিনা।—সভ কথা। বাৰু, মই সেই দৰেই যুবৰাজক বুজাই কমগৈ।

ৰমণী।—বেচ, আমিনা, তোমাৰ লগত সেই হে একেৰি শান্তি পাওঁ। কিয়নো, তুমি কথা বুজাঁ। বাৰু, এতিয়া আমাক গান এটি শুনাবাঁ নে?

আমিনা।—হয়, শুনাব লাগে; পিচে ভেৰি হে হল দেখোন?

ৰমণী।—বাৰু, চমুকৈয়ে এটি গোৱাঁ।

আমিনা।—ভাল, গজাল এটিকে গাওঁ, শুনক।

গীত।

( ঝিঝিত খাম্বাজ—ঠুংৰী )।

প্রেম কি ধন,
    প্রেমিক জনে হে বুজে হাঁয়।
প্রণয়ী প্রভুক,
যেয়ে যিবা জনাৰে,
    উলটি প্রেমকে হে পায়॥
আকাশ পাতাল,
কৰে এক তাল,
    ধৰাতে স্বৰগ যেন পায়।
ভজন কীর্ত্তন,
প্রেমৰে হে গুণ,
    জগতকে প্রেম সি বিলায়॥

ৰমণী।—বেচ, বৰ মধুৰ লাগিছিল। সিদিনা যে গাইছিলাঁ—"বাতা দে সখি, কোন গেলি মে গোঁয় শ্যাম" এই সুৰৰেই নহয় নে? )

আমিনা।—হয়, সেই সুৰেই। ভাল, উঠোঁ হে এতিয়া? তছ্‌লিম্ ( চেলাম দিয়ে )।

ৰমনী।—বাৰু, যোৱাঁ আমিনা। যাওঁ, ময়ো অলপ ভিতৰতে ইফাল-সিফাল কৰোঁগৈ। ( দুইৰো দুফালে প্রস্থান )



# তৃতীয় গৰ্ভাঙ্ক।

গুৱাহাটী,—মোগল থানা।

( ৰচিদ্‌খাঁ আৰু নেওগ ফুকন। )

ৰচিদ্।—তোমাৰ ষড়যন্ত্ৰৰ বলতে গুৱাহাটী আমি হাত কৰিলোঁ সঁচা, কিন্তু আকৌ আমাৰ হাতৰপৰা যাতে নাযায় তাৰ নিমিত্তে সহায় থাকিবাঁ।

নেওগ।—অৱশ্যে, অৱশ্যে থাকিম। কিন্তু, কিয়নো শঙ্কা কৰিলা? কিনো সপোন দেখিলাঁ?

ৰচিদ্।—আশঙ্কাৰ কাৰণ আছে। কিয়, তুমিয়ে সিদিনা কৈছিলা নহয়, বোলে, ৰজাৰ নগৰত আকৌ কিবা অনা-গুণা চলিছে।

নেওগ।—ওঁ, চলিছে তো। কিন্তু, এতিয়াও ভিতৰুৱাকৈ হে।

ৰচিদ্।—যি হওক, আমাক তাৰ স্বৰূপ তত্ত্ব অনাই দিব লাগে নহয়?

নেওগ।—দিব লাগে তো। পিচে, সদায় শুদা মুখেৰেই লাগে নে?

ৰচিদ্।—অ, নহয়। মই ঠিক আছোঁ। হাতে-হাতেঁ

নেওগ।—কিন্তু, ই বৰ টান কথা দেও! জীৱন-মৰণৰ কথা!

ৰচিদ্।—একো ভয় নাই। কোনে জানিব আমি কি কৈছোঁ।

নেওগ।—অ, নহয়; বাৰ-ছালৰো কাণ আছে। সিবাৰৰ কথা ঘুনুক-ঘানাক্‌কৈ ওলায়ছেই; কি হয়গৈ কব পৰা নাই এথোন।

ৰচিদ্।—ভয় নকৰিবাঁ, আমি আছোঁ।

নেওগ।—তোমালোক থাকি কৰিবা কি? ৰজাই দণ্ডিলে ৰাখিব পাৰিবা জানো?

ৰচিদ্।—কিয়! ৰজাই বিচাৰ ললেই তুমি আমাৰ কোঁঠত আশ্ৰয় লবাঁহি; তেতিয়া আৰু ৰজাই কি কৰিব?

নেওগ।—তেতিয়া হওঁতে একো কৰিব নোৱাৰে, কিন্তু—

ৰচিদ্।—কিন্তু-ফিন্তু একো নাই ; ভয় নকৰিবাঁ, মই ডাঠি কৈছোঁ।

নেওগ।—বাৰু, পিচে ইটো কথালৈ সেইয়া এতিয়াই হব জানো ?

ৰচিদ্।—ওঁ, হব তো। এতিয়াই, হাতে হাতে দিওঁগৈ, আহাঁ। (স্বগতঃ) কিন্তু মোক নো এনে অসময়ত পাটচাহে বদলি দি কিয় মাতি নিয়ে ? মোৰ ওপৰত কিবা সন্দেহ হৈছে নে কি ? যি হওক, ফিৰুজখাঁই কিন্তু মোৰ দৰে টিপ্-টাপ্ লগাই কাম সাধিব নোৱাৰিব ; তথাপি তেওঁকো অলপ ইচাৰা দি যাব লাগিব। সম্রাটৰ হুকুম পালিবই লাগিব ; কিন্তু মই ইয়াৰপৰা সৰহ দিনলৈ আঁতৰি নাথাকোঁ ; কল-পেঁচ লগাই আকৌ সোনকালে ফিৰিমগৈ। (ফুটাই) অ, ফুকন, আহাঁ, দিওঁগৈ। (দুইৰো প্ৰস্থান)



# চতুৰ্থ গৰ্ভাঙ্ক।

গড়গাওঁ—ৰজাৰ বৰচৰা।

(চক্ৰধ্বজসিংহ, আতন বুঢ়াগোহাঞি, ভগী বৰপাত্ৰগোহাঞি, লাঙ্গিচং বৰগোহাঞি, লাচিত বৰুৱা।)

চক্ৰধ্বজ।—ডাঙৰীয়াসকল আৰু বিষয়াবৰ্গ! আজি ডাঙৰীয়া-বিষয়া সকলোটিকে চৰালৈ আহ্বান কৰাৰ উদ্দেশ্য বোধ কৰোঁ বহুতে নাজানাইক,—কওঁ শুনা। দিনক-দিনে ৰাজ্যৰ অৱস্থা কি দৰে হীন হৈ পৰিছে সেইটো দেখিছাইক। প্ৰজাৰ দুৰ্গতি দেখি আৰু স্থিৰে ৰব নোৱাৰাত পৰিছোঁহি। প্ৰজাৰ ঘৰত খাবলৈ-পিন্ধিবলৈ নাই, আকালে গৰাহ মাৰি ধৰিছে, অনাহাৰে অকালত কিমানৰ প্ৰাণ গৈছে তাৰ ঠিকনা নাই ; ইয়াৰ ওপৰত আকৌ

কৰ-কাটলৰ হেঁচা ! জুৰুলা প্ৰজা এনে হেঁচাত চেপেটা হব লগা হৈছে। এই দৰে আৰু বছৰদিয়েক পাৰ হবলৈ দিলে আমাৰ প্ৰজা আৰু নাথাকে, সমূলঞ্চে অন্ত পৰিব; আমি মাথোন এৰা বাড়ীৰে হে ৰাজ্য পাতিব লাগিব। এতেকে, এতিয়া সজ আলোচনা কৰি আমাক যুগুত পৰামৰ্শ দিয়াঁহঁক, এই পতনমুখী ৰাজ্য উদ্ধাৰৰ অৰ্থে কি উপায় কৰা যায়। উপস্থিত সভাসদসকলে নিজ নিজ মত ব্যক্ত কৰি গৈ থাকঁা, দেখোঁ সৰহ ভাগে কি উপায় দিয়ে।

বৰগোহাঞি।—সঁচা, স্বৰ্গদেৱ ! ৰাজ্য জুৰি প্ৰজাৰ হাহাকাৰ ! পিন্ধিবলৈ নোপোৱাটো যি হওক, খাবলৈ নাপাই যে প্ৰজা মৰি অন্ত পৰে এতিয়া ! অনতিপলমে ইয়াৰ এটা উপায় নকৰিলেই নহৈছে। মোৰ বোধেৰে আকালত পৰা প্ৰজাক ৰাজভঁড়ালৰপৰা অন্নদান দি সদ্যহতে ৰক্ষা কৰা যাওক।

লাচিত।—প্ৰস্তাব বেয়া নহয়; কিন্তু মোৰ মনেৰে প্ৰজা বুজি অৰ্থদানও হব লাগে। কিয়নো, এতিয়া একঠা চাউলত এটকা হৈছে। আৰু, ইতিমধ্যত ৰণলৈকো সচেম হোৱা যুগুত। বিনা ৰণে গুণ নিদিব।

বৰপাত্ৰ।—মোৰ মনেৰে ৰজাঘৰীয়া সাহায্য কিমান দিনলৈ চলিব, তাৰো এটা সীমা ৰখা উচিত। নতুবা, অনিশ্চিত কাললৈ অবাৰিত দুৱাৰে সেই সাহায্য মেলি দিব লাগিলে, ৰাজভঁড়াল উদং হৈ ৰজা-প্ৰজা দুইৰো সমানে কঁকাল পৰিব; আৰু তেতিয়া কাকো কেৱে চাব নোৱাৰা হৈ ৰাজ্য ৰসাতললৈ যাব !

বুঢ়াগোহাঞি।—প্ৰস্তাৱ আটাইবিলাক যুক্তিযুত হৈছে। ৰাজভঁড়ালৰপৰা সাহায্য দানত মোৰ অমত নাই। কিন্তু, ফুটা পাত্ৰত পানী ভৰোৱা যুক্তি মোৰ নহয়। মোৰ যুক্তিৰে, আগধৰি প্ৰজাৰ অৱস্থা আগলৈ ক্ৰমাৎ পৰি যোৱাৰ বাট নমৰাকৈ ৰাজ-অনুগ্ৰহ আগ বঢ়োৱা কাচিতো উচিত নহব। গতিকে, যিবোৰ কাৰণত প্ৰজাৰ ভিতৰুৱা অৱস্থা ক্ৰমাৎ হীন হৈ ৰাজ্যৰ দুৰৱস্থা বাঢ়িবলৈ ধৰিছে, প্ৰথমে তাৰ তত্ব লোৱা কৰ্ত্তব্য; তাৰ পাচে তাৰ প্ৰতিবিধানৰ উপায় চিন্তা বিধেয়। প্ৰজাৰ দুৰ্গতিৰ যে সীমা নোহোৱাত

পৰিছে, তাক কোৱা বাহুল্য মাথোন ; কিন্তু তাৰ মূলত কি আছে, তাকো ততালিকে খানি চোৱা যুগুত।

ৰজা।—সঁচা, কি কাৰণত ৰাজ্যৰ বৰ্ত্তমান দুৰ্দ্দশা ঘটিছে, প্ৰথমে তাৰ তত্ত্ব বিচাৰ কৰা যুগুত। মোৰ দৃষ্টিৰে হলে সেই তত্ত্ব বিচাৰি বহু দূৰৈলৈ চকু দিবৰ সকাম নেদেখোঁ, সি আগতে ওলাই আছে। ভাবি চাব লাগে, প্ৰজাৰ অৱস্থা হীন হয় কেনেকৈ ? আৰ্জনতকৈ অধিক ভগন আৰু শক্তিৰ অতীত খাটনি এই দুয়েই তাৰ প্ৰধান কাৰণ। আমাৰ প্ৰজাৰ ভাগ্যতো আমি ঠিক তাকে ঘটাইছোঁহঁক। আমাৰ পূৰ্ব্ববৰ্ত্তী শাসনত মোগল আক্ৰমণৰ ভয়ঙ্কৰ উৎপাতত বিস্তৰ ধন জন ক্ষয় হোৱাৰ উপৰিও প্ৰজাৰ কৃষি-শিল্প, বেহা-ব্যৱসায় ইত্যাদিত বিষমৰূপে আঘাত পৰে ; আৰু ৰজাই ঠাৰবিব নোৱাৰি ৰাজ্য এৰি ভাগি যোৱাত, শত্ৰুৱে প্ৰজাৰ সম্পত্তিৰ ওপৰত যথেচ্ছাচাৰ কৰিবলৈ বাকী নথলে। তদুপৰি, স্বৰ্গীয় জয়ধ্বজ সিংহ ৰজাদেৱে ৰাজ্যলৈ উলটি আহি যি সন্ধি কৰিলেহি, তাৰ ফলতো ৰাজ-ভঁড়ালৰ বহু অৰ্থ-সম্পত্তি মোগল সেনাপতিয়ে ৰাজ্যৰপৰা বাহিৰ কৰি নিলে। ভাবি চোৱাহঁক, আমাৰ বংহৰ ৰমণী গাভৰুক বলেৰে দিল্লীৰ পাটচাহলৈ সঁপি দিওঁতে, তেওঁৰ যৌতক স্বৰূপে কুৰি হাজাৰ সোণৰ মোহৰ, চাৰিলাখ-কুৰি-হাজাৰ ৰূপ, ডেৰ কুৰি হাঁতী এই খিনি অৰ্থ-সম্পত্তি ৰাজ্যৰপৰা একেবাৰতে বাজ হয় ; আৰু তাৰ লগতে ভৰলী আৰু কলঙৰপৰা পছিম ছোৱা আহোম ৰাজ্য মোগলক এৰি দিয়া হয়। এতিয়া গমি চোৱাহঁক, সেই একেবাৰতে ইমানখিনি ভৰণী সহি ৰাজ্য নপৰি থাকে কেনেকৈ ? অকল সেয়ে নহয়, তাৰ উপৰি বছৰি পেচ্‌কচ্‌ আৰু চই শোধাই থাকিব লগা হৈছে। তাৰ অৰ্থে প্ৰজাই ৰজাঘৰত ওপৰঞ্চিকৈ খাটিব লগা হৈছে ; আৰু প্ৰজা বুজি কৰ-কাটলও বঢ়াই দিব লগাত পৰিছে। এনে স্থলত প্ৰজাৰ অৱস্থা পৰি নাহিব কিয় ? সেই হীনাৱস্থাৰ হেঁচাত প্ৰজা একেবাৰে জুৰুলা নহব কিয় ? আৰু, ৰাজ্যত আকাল নালাগিব কিয় ? ইত্যাদি বিবেচনাৰে সৈতে আমি কওঁ যে, প্ৰথমেই প্ৰজাক চুহি থকা পেচ্‌কচ্‌ আৰু

চই ৰহিত কৰিবলৈ চাব লাগে; তাৰ পাচত আমাৰ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰি সেই ছোৱাৰ উৎপন্নেৰে বিপন্ন ইছোৱাক সহায় কৰিবলৈ যুগুত বিধান কৰা হব লাগে। ইয়াকে কৰিব নোৱাৰিলে আমাৰ ৰাজ্য ৰসাতললৈ যোৱাটো ধ্ৰুৱ-নিশ্চয় কথা।

লাচিত।--স্বৰ্গদেৱে কোৱা আটাইখিনি কথা যুক্তিসঙ্গত। পিচে, পেচ্‌কচ্‌ আৰু চই ৰহিত কৰাৰ অৰ্থে ৰণ দিয়া নহব জানো?

বুঢ়াগোহাঞি।—যুক্তিৰ ভিতৰ নোসোমালে অৱশ্যে ৰণ দিব লাগিব, তাৰ নিমিত্তে চিন্তা কি?

বৰগোহাঞি।—চিন্তা হব লগীয়া কথা। একেই তো ৰাজ্যৰ দুৰৱস্থা, তাতে ৰণ-বিগ্ৰহ লগাই ললে আৰু তললৈ হে যাব।

লাচিত।—নাযায় তললৈ, তেতিয়া ওপৰলৈ হে উঠিব। কিয়নো, বৰ্ত্তমান মোগলৰ দখলত থকা আমাৰ হেৰোৱা ৰাজ্যছোৱাৰ প্ৰজাৰ অৱস্থা এতিয়াও টনকিয়াল হৈয়ে ৰৈছে; ৰণ দি সেই ছোৱা আকৌ আমাৰ হাতলৈ আনি লব পাৰিলে, তাৰে সৈতে অৱস্থা মিলাই ইছোৱাৰ অৱস্থাও উন্নত কৰি লব পৰা-যাব। আৰু, ৰণত মোগলক জিনিম যে, তাত সন্দেহ নাই।

বৰপাত্ৰ।—ৰণ লাগি উঠিলে তাৰ নিমিত্তে আকৌ খৰচ নালাগিব জানো? পিচে, সেই খৰচ নো ৰাজ্যৰ এনে দুৰৱস্থাত কৰপৰা যোগাৰ কৰা হব?

বুঢ়াগোহাঞি।—সেইটো অৱশ্যে ভাবিব লগীয়া কথা। কিন্তু, ৰাইজৰ ওপৰত বৰঙনি পেলাই পেচ্‌কচ্‌ৰ অৰ্থে যি সাত লাখ টকা তুলি গোলাঘৰ বান্ধি আচুতীয়াকৈ থোৱা হৈছে, তাকে আমি ৰণৰ খৰচত লগাব পাৰোঁ। আৰু, তাকে কৰি ৰাজ্যৰ অৱস্থা ক্ৰমাৎ পৰি যোৱাৰ গতি আমি বোধ কৰি লব পাৰিম। বিশেষ, এতিয়াও আমি যোৱা বছৰৰ চই শোধাব পৰা নাই; নোশোধালে এনেও বিবাদ লাগিবই; অথচ সেই শোধাবলৈ বাকী থকা খিনিও আমি ৰণৰ খৰচত লগাব পাৰিমহঁক।

লাচিত বৰুৱা।—অতি যুক্তিসঙ্গত কথা। আৰু, মোৰ বোধেৰে নিতান্ত অধঃপাতে যাব লগা আছে যদি, ততালিকে যোৱাই শ্রেয়ঃ; লাহে লাহে তললৈ গৈ থাকি লেলাত ভুঞ্জাৰ মাত্রা বঢ়াব লাগিছে কিয়? ৰণ পাতি ললে, হয় জয়, নহয় পৰাজয়; হয় উঠন, নহয় পতন আছেই। কিন্তু, এই পন্থা অনিশ্চিত নহয়; আৰু এই পন্থাত চলিলে হে প্রজাৰ বৰ্ত্তমান দুখ-কষ্ট নিবাৰণৰ অৰ্থে ৰাজভঁড়ালৰপৰা সাহায্য দান কৰাটো সঙ্গত বিবেচনা কৰোঁ। মই ডাঠি কওঁ, ৰণত আমাৰ জয় হব। দুখীয়া হৈছে বুলি, অসমীয়া ৰণুৱাৰ তেজ পানী হোৱা নাই। (দুৱৰীৰ প্ৰৱেশ)

দুৱৰী।—স্বৰ্গদেৱ ঈশ্বৰ! দুৱাৰত গুৱাহাটীৰপৰা আহি এজন দূত উপস্থিত। তেওঁৰ হাতত এখন পত্র দেখা পালোঁ।

বুঢ়াগোহাঞি।—স্বৰ্গদেৱৰ আজ্ঞা হলে আহিব পাৰে, আহিলে এই সময়ত অলাভ নহব বোধ কৰোঁ।

ৰজা।—বাৰু, আহিব পাৰে, আনগৈ।

দুৱৰী।—যি আজ্ঞা, স্বৰ্গদেৱ-ঈশ্বৰ। (প্রস্থান)

ৰজা।—গুৱাহাটীৰ থানাদাৰৰ ওচৰৰপৰা আহিব পায়।

বৰগোহাঞি।—হব পায়, স্বৰ্গদেৱ!

(দূতে সৈতে দুৱৰীৰ পুনঃ প্রৱেশ)

বুঢ়াগোহাঞি।—সকাম কি দূত?

দূত। (পত্র এখন আগবঢ়াই দি) ডাঙৰীয়া-দেউতা! গুৱাহাটীৰ থানাদাৰ চাহাবে স্বৰ্গদেৱ-ঈশ্বৰলৈ এই খন পত্র দি পাচিলে।

বুঢ়াগোহাঞি। (পত্র হাতত লৈ) বাৰু, দুৱৰী, দূতক লৈ যা, কোটোৱালক গতাই দে গৈ; যথা শুশ্রূষাৰে আৰু যতনেৰে ৰাখক। (ৰজাৰ হাতলৈ পত্ৰখন আগবঢ়াই দিয়ে)

দূত।—দেউতা-ঈশ্বৰ! থানাদাৰ চাহাবে পত্ৰৰ জবাব লৈ যাবলৈ কৈ পঠিয়াইছে।

লাচিত বৰুৱা।—(উত্তেজিত হৈ) যাক, পাৰি জবাব, যা। নগণ্য থানাদাৰ এটাৰ হুকুম! (দূতে সৈতে দুৱৰীৰ প্ৰস্থান)

ৰজা।—(পত্ৰ পঢ়ি জ্বলি উঠি) কি! ইমান সাহ! এটা সামান্য থানাদাৰৰ এনে বৰকথা! স্বয়ং দিল্লীৰ সম্রাটে এনে শকত কথা কলেও আমি কদাপি নশুনোঁ। মোগল সম্রাটৰ এটা সামান্য কৰ্ম্মচাৰীৰ এনে অপমানসূচক টান কথা শুনি নিটাল মাৰি ৰব লাগিলে নিশ্চয় ইন্দ্ৰবংশী আহোম ৰজাৰ গৌৰৱ হানি হব। যি নাম, যি গৌৰৱ আমাৰ পূৰ্ব্বৰাজসকলে অতকাল অম্লানভাবে ৰক্ষা কৰি গৈছে, সেই নাম-গৌৰৱত এতিয়া কিবা স্বৰূপে চেকা পৰিব লাগে যদি, আমি নিশ্চয় এই ৰাজপাটৰ যোগ্য নহম। পেচকুচ আৰু চই শোধোৱাত পলম হোৱা বাবেই সামান্য কৰ্ম্মচাৰী এটাৰপৰা এনে কৰ্ক শ বাক্য সহিব লগা হলে আমাৰ মনুষ্যত্বই মিছা! সেই পেচকুচ আৰু চই শোধোৱাৰ ফল স্বৰূপেই তো আমাৰ ৰাজ্যৰ ইছোৱা আজি অধঃপাতে যায়! তদুপৰি, গুৱাহাটী অঞ্চলৰ অসমীয়া প্ৰজাবৰ্গৰ প্ৰতি মোগলৰ আচৰণ আৰু উৎপীড়ন অসহনীয় হৈ উঠাত, নামনি অসমৰ আমাৰ প্ৰজাবৰ্গে আমাক কাতৰ ভাৱে জনাইছে, সিবিলাকক আমি অনতিপলমে উদ্ধাৰ কৰিব লাগে বুলি। আমাৰ সেই অঞ্চলৰ প্ৰজাবৰ্গৰ ৰাজভক্তিত আমি বিমোহিত; আৰু সিবিলাকৰ কাতৰক্তিত আমি মৰ্ম্মাস্তিক! বিশেষতঃ, একে জাতি অসমীয়া প্ৰজা দুজাতি হৈ, দুই ৰাজ-শাসনৰ তলত বাস কৰাটো নিতান্ত অস্বাভাৱিক। এতেকে, এনে অৱস্থাত আৰু অনৰ্থক পলম কৰা বিধেয় নহয়; পেচকুচ আৰু চইৰ পৰিবৰ্ত্তে আমি ৰণ দিবলৈ হে প্ৰস্তুত বুলি পত্ৰোত্তৰত কোৱা যাওক। আমাৰ এই মত; সভাসদৰ অভিমত প্ৰকাশ কৰাৰ আৱশ্যক।

সবাৰে একবাক্যে।—স্বৰ্গদেৱৰ মতেই আমাৰো মত।

লাচিত বৰুৱা।—মোৰ বোধেৰে পত্ৰোত্তৰৰ লগে-লগেই ৰণ ঘোষণা কৰি দিয়া হে যুক্তি; নতু, শত্ৰুক সময় আৰু সুবিধা দিয়া হয় মাথোন।

বুঢ়াগোহাঞি।—স্বৰূপ কথা। বৰুৱাদেৱৰ লগত মোৰ মত সম্পূৰ্ণ মিলিছে।

বৰগোহাঞি।—সঁচা, ৰণ দিয়াটোৱেই স্থিৰ যেতিয়া, পলম কৰাৰ সকাম নাই। শুভস্য শীঘ্ৰম্।

ৰজা।—ভাল কথা। ততালিকে ৰণ ঘোষণা কৰি দি, তাৰ আয়োজনত ধৰা যাওক।

বুঢ়াগোহাঞি।—হৈছে, স্বৰ্গদেৱ! আয়োজনত আজিয়েই ধৰা যাব। আৰু, স্বৰ্গদেৱৰ অনুমতি হলে, ৰণৰ ঘাই-সেনাপতিও আজিয়েই বৰণ কৰিব পৰা যায়।

ৰজা।—সজ কথা। এজন বাচাঁহঁক।

বুঢ়াগোহাঞি।—মোৰ বিবেচনাত আমাৰ লাচিত বৰুৱাদেৱেই ঘাই সেনাপতিৰ নিমিত্তে সুযোগ্য পাত্ৰ। মিৰ্‌জুম্লাৰ আক্ৰমণতে আমি তেওঁৰ বীৰত্ব আৰু ৰণ-পাণ্ডিত্যৰ পৰিচয় পাই থৈছোঁহঁক। তেওঁৰ বিক্ৰমৰ কথা বোধ কৰোঁ মোগলেও পাহৰা নাই।

সভাসদ্।—উত্তম বাচনি।

ৰজা।—উত্তম প্ৰস্তাব। লাচিত বৰুৱাদেৱক আমি বৰসেনাপতিৰ বাব দিছোঁ। তেওঁক আজিৰপৰা কলিয়াবৰৰ বৰফুকন পাতি, বৰ্ত্তমান বৰফুকন ঘোৰাকোৱঁৰক বৰবৰুৱা পতা হল। সদ্যহতে মোগলৰ বাঁহবাৰী আৰু কাঁজলীৰ কোঁঠ দখল কৰি গুৱাহাটীলৈ আগবাঢ়িবলৈ আমাৰ নতুন বৰফুকনক আদেশ দিয়া গল। তাৰ পাচত, সময়ানুযায়ী আদেশ আমাৰপৰা তেওঁ পাই থাকিব। লাচিত বৰুৱাৰ বীৰত্বৰ বিষয় আমাৰো অবিদিত নহয়। মোগল সেনাপতি মিৰজুম্লাই আমাৰ নগৰ অৱৰোধ কৰি থকা কালত কেইবাখনো সমুখ-সংগ্ৰামত বৰুৱাদেৱে তেওঁক বিষমকৈ ঘটাইছিল; আৰু সদৌশেহত ঠাৱৰিব নোৱাৰা যেন দেখি হে মিৰজুম্লাই চক্ৰান্তৰ ওপৰত আমাৰে সৈতে সেই মাৰাত্মক সন্ধি স্থাপন কৰি ইয়াৰপৰা বিদায় লয়।

গতিকে, মোৰ দৃঢ় বিশ্বাস, আমাৰ নতুন বৰসেনাপতি লাচিত বৰফুকনৰ হাতত এইবাৰ মোগলৰ সম্পূৰ্ণ পৰাজয় ঘটিব; আৰু আমাৰ মনোৰথ পূৰ্ণ হব। যি হওক, ইমানতে আজিলৈ এৰা হল; যুদ্ধৰ আয়োজনত ভাগে ভাগে যোগ দিয়াঁগৈহঁক।

লাচিত।—স্বৰ্গদেৱৰ আজ্ঞা শিৰোধাৰ্য্য। মোৰ ক্ষুদ্ৰ শক্তিয়ে আজি অযাচিতে এনে প্ৰশংসা আৰু অনুগ্ৰহ লাভ কৰাৰ বাবে মই স্বৰ্গদেৱ প্ৰমুখ্যে সভাসদলৈ কৃতজ্ঞতা জনাইছোঁ। যি গুৰুতৰ কাৰ্য্যৰ ভাৰ মোৰ ওপৰত আজি ন্যস্ত হৈছে, তাক প্ৰাণপণে বহন কৰিবলৈ মোৰ যত্ন হব। মোগলক এই দেশৰপৰা সমূলঞ্চে বাজ কৰি হে উলটিম; নতুবা ৰণতে এই বিজিত দেহা বিসৰ্জ্জন দিম। এই দেশৰ নাম 'অসম', আন দেশ এই দেশৰ সমান হব নোৱাৰে,—নতুবা অসম প্ৰতাপী স্বৰ্গদেৱ চুকাফাৰ নাম-গৌৰৱ ৰক্ষা নপৰে। অসমৰ অসমীয়া প্ৰজা আনৰ তলতীয়া হব নোৱাৰে; স্বাধীন অসমক পৰাধীন হবলৈ নিদিওঁ। অখণ্ড অসম দ্বিখণ্ড হব নোৱাৰে; গুৱাহাটী উদ্ধাৰ কৰি অসম অখণ্ড কৰি হে ৰহিম। এয়ে মোৰ দৃঢ় সংকল্প। তদৰ্থে মই প্ৰাণপণে যুঁজিম; এয়ে মোৰ ৰণ-মন্ত্ৰ। "মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন"; টলে যদি হিমাচল, নটলে প্ৰতিজ্ঞা মোৰ।

সভাসদ।—ধন্য ধন্য লাচিত বীৰ! ধন্য তোমাৰ ৰণ-তেজ! ধন্য তোমাৰ স্বদেশ-প্ৰেম!

---

## অশ্ৰুপাত।

---

# ২। অঙ্ক।

## প্ৰথম গৰ্ভাঙ্ক।

কাঁজলীমুখ,—চৈয়দ চানা আৰু চৈয়দ ফিৰুজ।

ফিৰুজ।—দেখিলা অসমীয়াৰ ফন্দ্! তলে তলে কেতিয়াবাৰেপৰা আয়োজন কৰি থাকি, ৰণ ঘোষণা কৰাৰ লগে লগে অসমীয়া ফৌজে আমাৰ কোঁঠ আক্ৰমণ কৰিলেহি। আমি বিবুদ্ধি হৈ অগত্যা শত্ৰুক বাঁহবাৰী কোঁঠ এৰি দিবলৈ বাধ্য হলোঁ। নহলে, সিহঁতে আমাক হটাব পাৰে নে?

চানা।—নকবা তেনে কথা। এইবাৰ অসমীয়া ফৌজৰ ৰকম বেলেগ! নেদেখিলা বৰসেনাপতি জনৰ তেজ! এওঁৰেই সেই লাচিত বৰুৱা; এতিয়া বৰফুকন হৈ আহিছে। এওঁৰ বিক্ৰম সহিব নোৱাৰি গড়গাওঁ নগৰ আক্ৰমণত, আমাৰ মহাপৰাক্ৰমী মিৰজুম্লা সেনাপতি অস্থিৰ হৈ পৰিছিল। এওঁ তাচ্ছিল্যৰ পাত্ৰ নহয়, এওঁৰে সৈতে লৰিবলৈ আমি বিশেষকৈ সাজু হব লগাত পৰিছোঁ। বাঁহবাৰীৰ কোঁঠ অধিকাৰ কৰি শত্ৰুৱে এতিয়া কাঁজলীমুখৰ কোঁঠলৈ চোঁচা লৈছে; আহাঁ, তাৰ ৰক্ষাৰ্থে সাজু হওঁগৈ; মুখৰ কথাত কাৰ্য্য সিদ্ধি নহয়।

ফিৰুজ।—যাওঁ, বাৰু বলা। কিন্তু দেখিবা, এইবাৰ অসমীয়াক ভালকৈ চিনাকি দিম। (দুইবো বেগেৰে প্ৰস্থান)

(লাচিত, ৰাজখোৱা আৰু পানীফুকনৰ প্ৰৱেশ)

পানীফুকন।—ধন্য, লাচিত বৰফুকন! ধন্য তোমাৰ বীৰবাণী! ধন্য তোমাৰ উদগনি! তোমাৰ বীৰোচ্ছ্বাসত আজি মোৰ প্ৰতি সিৰে ৰণ-তেজ উতলি উঠিছে। অবাৰিত ৰণ-লীপ্সা মোৰ প্ৰাণত চতুৰ্গুণ বাঢ়িবলৈ ধৰিছে। শত্ৰুৰ তেজেৰে আজি এই অবোৱাল বাঙলী কৰি হে তৃপ্তি পলুৱাম।

ৰাজখোৱা।—ধন্য লাচিত বৰফুকনৰ ৰণ-কৌশল! তেওঁৰ দিহা মতে নচলা হলে, বাঁহবাৰী কোঁঠ ইমান সহজে আমাৰ হস্তগত হোৱাৰ আশা নাছিল। আৰু, বৰফুকনৰ বিক্রম দেখি মোগল সেনাপতি বিচুৰ্ণি হল।

লাচিত।—শলাগৰ পাত্র মই নহয়, তোমালোক হে। দিহা দিয়াতকৈ দ্রিংশ পালন কৰাৰ ওপৰত হে ৰণৰ ফলাফলে ঘাইকৈ নির্ভৰ কৰে। বৰঞ্চ, দিহা মতে কার্য্য হৈ নুঠিলে, হিতে-বিপৰীত হে ঘটে। গতিকে, বাঁহবাৰীৰ ৰণত আমাৰ জয় হোৱা বাবে মোৰ সহায়কাৰী সেনাপতি তোমালোক হে ধন্যবাদৰ পাত্র। কিন্তু, এই খিনিতে অলপ সংকেত দিয়াৰ আৱশ্যক, জয় লাভে বিজয়ী দলক উৎসাহিত হে কৰিব লাগে, উধত কৰিব নালাগে; আনন্দত অতিকৈ উৎফুল্ল হলে কর্ত্তব্যত বিঘ্ন ঘটে। যি হওক, এতিয়া ৰণৰ আৰম্ভণ মাথোন, আমাৰ সাধিব লগীয়া ভালেমান গুৰুতৰ কার্য্য আগলৈ আছে। আমাৰ উপস্থিত কর্ত্তব্য হৈছে, ততালিকে গৈ কাঁজলীমুখৰ কোঁঠ অৱৰোধ কৰা। তাৰ নিমিত্তে আমি ভালকৈ সাজু হব লাগে; কিয়নো বাঁহবাৰীত শত্রুৱে আমাৰ হাতত যি শিক্ষা পালে, সি এই যাত্রাত সিহঁতক আগতকৈ শকত কৰিবৰ সম্ভৱ। কিন্তু নিশ্চয় জানিবাঁ, যিমানেই শকত হওক, শত্রু আমাতকৈ বলী হব নোৱাৰে; দেৱৰাজ ইন্দ্রৰ বংশধৰ পৃথিবীত আন কোনো পালি দেৱতাৰ বংশধৰতকৈ কদাপি হীনতৰ হব নোৱাৰে, এই কথা ধ্রুৱপকৈ মনত ৰাখিবাইক; আৰু মনত ৰাখিবাঁ স্বর্গদেৱৰ জ্বলন্ত আদেশ। স্বর্গদেৱে আমাক আমাৰ হেৰোৱা ৰাজ্য উদ্ধাৰ কৰিবলৈ পঠিয়াইছে। আমাৰ সাহ-পিত, ৰণ-কৌশল আৰু আত্মোৎসর্গৰ ওপৰতে আমাৰ পতনমুখী ৰাজ্যৰ পুনৰুদ্ধাৰে সম্পূর্ণে নির্ভৰ কৰিছে। ওপৰত আমাৰ ঈশ্বৰ, আগত আমাৰ ৰজা, বুকুত আমাৰ স্বদেশ: এই তিনি লক্ষ্য ৰাখি আমি সন্মুখ-সংগ্রামত আগ বাঢ়ি জয় লাভ কৰি পুৰুষৰ চিনাকি দিবলৈ আহিছোঁ; আমি ৰণত পিঠি দেখুৱাই কাপুৰুষৰ নাম পাবলৈ অহা নাই। আহাঁইক, আগ বাঢ়োঁ, আমাৰ জয় অনিবার্য্য।

পানীফুকন।—শুনা প্ৰতিধ্বনি,—"আমাৰ জয় অনিবাৰ্য্য"। পুনৰপি উচ্চাৰোঁ, 'আমাৰ জয় অনিবাৰ্য্য'। আমাৰ হাতত এইবাৰ মোগলৰ পৰাজয় ধ্ৰুব-নিশ্চয়।

লাচিত।—জানিবাঁহঁক, আগৰ দিহাই দিহা। আকৌ এবাৰ দোহাৰি কওঁ, শুনিবাঁহঁক ;—সোঁ-হাতে পানীফুকন, বাওঁ-হাতে সলাল গোহাঞি, পিচৰফাল ৰাজখোৱা, সম্মুখে দি মই নিজে ; দেখিবাহঁক, আক্ৰমণৰ হেঁচাটো যাতে চাৰিওফালৰপৰা সমানে পৰে। এয়ে মুঠ, দিহা, আহাঁ যাওঁ, আগ বাঢোঁ, একে উশাহতে গৈ শত্ৰুৰ ওপৰত পৰোঁগৈ।

পানীফুকন।—আগ বাঢ়োঁ, আহাঁহঁক ;—নিশ্চয় জিনিম আমি।

পালি-সেনাপতি দল।—জয় স্বৰ্গদেৱৰ জয় ! জয় বৰসেনাপতিৰ জয় !

( ৰণোন্মত্ত হৈ সকলোৰে বেগেৰে প্ৰস্থান )

# দ্বিতীয় গৰ্ভাঙ্ক।

গড়গাওঁ,—ৰজাৰ বৰচৰা।

( চক্ৰধ্বজসিংহ, বুঢ়াগোহাঞি, বৰগোহাঞি, বৰপাত্ৰগোহাঞি, বৰবৰুৱা )

ৰজা।—বৰ সন্তোষৰ কথা, প্ৰথম ৰণ দুয়োখনতে আমাৰ জয় হৈছে ; শাঁহবাৰী আৰু কাঁজলীমুখৰ কোঁঠ আমাৰ হস্তগত হৈছে। এই দুটা কোঁঠ পুনঃ আমাৰ হাতলৈ অহাত আমাৰ বিশেষ লাভ বুলি ধৰিব লাগে ; কাৰণ এই দুই কোঁঠৰ অধীনস্থ ৰাজ্যৰ প্ৰজাৰ বৰ্ত্তমান অৱস্থা বৰ টনকিয়াল, এই ৰাজ্যৰ সংসৰ্গত আমাৰ ইফালৰ এছোৱা আকালগ্ৰস্ত ৰাজ্যৰ অৱস্থা আকৌ অলপ

তুলিব পৰা যাব। যাওক, সি পাচৰ কথা, সম্প্ৰতি ৰাজভঁড়ালৰপৰা আকাল-গ্ৰস্ত প্ৰজাক যথাৰত ৰূপে সাহায্য দান কৰিবলৈ ধৰা হওক ; ৰাজ্যত আমাৰ এই ৰণজয়ৰ আনন্দ চৌপাশে ৰাষ্ট্ৰ হওক।

বুঢ়াগোহাঞি।—হৈছে, স্বৰ্গদেৱ ! এই সংসৰ্গত প্ৰজাই আনন্দ অনুভৱ কৰাটো একান্ত বাঞ্ছনীয়। তাৰ লগতে মই প্ৰস্তাব কৰোঁ যে, আমাৰ ৰণবিজয়ী উৎসাহী বৰসেনাপতি লাচিত বৰফুকনৰ উৎসাহ বঢ়াবলৈকো যথাৰত সুব্যৱস্থা কৰিব লাগে।

বৰবৰুৱা।—অতি উত্তম প্ৰস্তাব।

ৰজা।—বৰ ভাল কথা। লাচিত বৰফুকনৰ আমি নিশ্চয় গুণ লোৱা উচিত। বিশেষতঃ, এই সময়ত তেওঁৰ যথোচিত গুণ লৈ তেওঁক উৎসাহিত কৰা নিতান্ত প্ৰয়োজন। এতেকে, তেওঁ যেনেকৈ শত্ৰুৰ কোঁঠ দখল কৰি আমালৈ বিস্তৰ ধন-বস্তু পঠিয়াইছে, আমিও সেই দৰে তেওঁৰ ৰণজয়ৰ শলাগৰ নিদৰ্শন স্বৰূপ তেওঁলৈ যথাযোগ্য উপহাৰ পঠিওৱা উচিত। সেই অৰ্থে, তেওঁলৈ যথা সম্মানেৰে এখন সোণৰ ডঁৰিকা-দিয়া তৰোৱাল, এগছ সোণৰ বন্-কৰা টঙ্গালি আৰু এটা উত্তম ৰণুৱা বগা ঘোঁৰা আমাৰপৰা উপহাৰ পঠিয়াবলৈ আমি আদেশ দিছোঁ। অনতিপলমে ইয়াৰ দিহা হব লাগে।

বৰগোহাঞি।—নিশ্চয় হব, স্বৰ্গদেৱ ! অকল এই ৰণত জয় লাভ কৰাৰ বাবেই নহয়, ইতিপূৰ্ব্বে মিৰজুম্লাৰ আক্ৰমণৰ সময়ত তেওঁ যি বীৰত্ব দেখুৱাইছিল সেই বাবেও তেওঁ শলাগৰ পাত্ৰ। লাচিত বৰফুকন বাস্তৱতে এজন অসাধাৰণ বীৰ।

বৰবৰুৱা।—লাচিত বৰফুকনৰ বীৰত্বৰ বিষয়ে বোধ কৰোঁ কাৰো দ্বিধা মত নহব। এনে জন পুৰুষত বৰসেনাপতিৰ বাচনি পৰাটো বৰ প্ৰসংসনীয় হৈছে।

ৰজা।—সেই বাবে আমি বুঢ়াগোহাঞি ডাঙৰীয়াৰ শলাগ লৈছোঁহঁক।

বৰবৰুৱা।—স্বৰূপ কৈছে স্বৰ্গদেৱে ; তেওঁৱেই হে এই প্ৰস্তাব পোনেই আগ বঢ়াইছিল।

ৰজা।—বাৰু, যাওক, এতিয়া আন আলোচনাত ধৰিব লাগে। প্ৰথম দুখন ৰণত জয় লাভ কৰিয়েই আমি আনন্দ-বিহ্বল হব নালাগে; আগলৈ আমাৰ আৰু গুৰুতৰ কাৰ্য্য ভালেমান বাকী ৰৈছে। এতিয়ামানে আমাৰ ৰণ-বল আগ বাঢ়ি গুৱাহাটী পাবগৈ পায়। তাত সম্প্ৰতি পাণ্ডুৰ কোঁঠ আমি হাত কৰাৰ আৱশ্যক; বৰফুকনে বোধ কৰোঁ তাৰ আক্ৰমণৰ যুগুত দিহা-লগাবগৈ পায়। ইতিমধ্যত ইফালে কিন্তু আমি সকলো প্ৰকাৰে তেওঁৰ সহায় হবলৈ সাজু থকা বিধেয়; সঙ্কটত লাগ বুলিলেই যাতে তেওঁক আমি যথোচিত ৰণবলৰ যোগান দিব পাৰোঁ, তাৰ আয়োজন হোৱা উচিত। সেই অৰ্থে বুঢ়াগোহাঞি ডাঙৰীয়া আৰু বৰগোহাঞি ডাঙৰীয়াই নিজ নিজ ৰণবল যুগুত কৰি লৈ সাজু থাকিবাহঁক।

বুঢ়াগোহাঞি।—হৈছে, স্বৰ্গদেৱ! সেই বিষয়ত মই আওকণীয়া হৈ থকা নাই। লাচিত বৰফুকনে যুদ্ধযাত্ৰা কৰাৰ দিনধৰি মই ভিতৰি সেই আয়োজনত আছোঁৱেই; এতিয়া স্বৰ্গদেৱৰ আদেশ মতে প্ৰকাশ্য আয়োজনত ধৰা হব। মোৰ বোধেৰে বাঁহবাৰী আৰু কাঁজলীৰ কোঁঠ দখল কৰাৰপৰা বৰফুকনৰ ৰণবল সিফালে বাঢ়িছে আৰু তেওঁ সতকাই ইফালৰ সাহায্যলৈ হাত মেলিব নালাগিব; তথাপি আমি সাজু থকা উচিত।

বৰগোহাঞি।—সঁচা, তথাপি আমি সাজু থকা উচিত। বুজিব নোৱাৰি, সিফালে মোগলৰ ৰণ-বলো সামান্য নহয়; তাতে আমাৰ পক্ষ এতিয়া লোকৰ দখলত সোমাইছেগৈ।

ৰজা।—তোমালোক দুয়োজনৰ ভাব আৰু কাৰ্য্যৰ গতিৰ মিল দেখি বাস্তৱতে আমাৰ সন্তোষ লাগিছে। আমি আদিৰেপৰা পাঙ্গি আছোঁ যে, লাচিত বৰফুকনে ৰণ-বল যোগান খোজাৰ সঙ্কেত দিয়া মাত্ৰে ইফালৰপৰা তোমালোক দুজনক এজন-এজনকৈ পঠিয়াম বুলি; আৰু আৱশ্যক হলে বৰবৰুৱা আৰু বৰপাত্ৰক নগৰ ৰখীয়া থৈ আমি স্বয়ং ৰণযাত্ৰা কৰিম।

ইবিলাক দুজন এতিয়াৰেপৰা ৰাজ্যৰ শান্তি ৰক্ষাত লাগি যাওক; আমি তিনিজনে ৰণ-বিষয়ত একান্ত মনোযোগ দিওঁহঁক, কি বোলাঁ ?

কেইওজনে।—হৈছে, স্বৰ্গদেৱ ! অতি উত্তম বিধান।

ৰজা।—বেচ কথা। যোৱাহঁক, এতিয়া ঘৰাঘৰি হৈ, নিজ নিজ ভাগৰ কাৰ্য্যালোচনাত ধৰাঁগৈহঁক। আমিও উঠোঁ। (সকলোৰে প্ৰস্থান)



# তৃতীয় গৰ্ভাঙ্ক।



গুৱাহাটী,—বৰফুকনৰ বাহৰ।

(পিজলা গাভৰু আৰু কেতেকী)

কেতেকী।—সেই ডেকা বিষয়াজনে মোক লগ পালেই সোধে।

পিজলা।—কি সোধে ? কোনে সোধে ?

কেতেকী।—আইদেউৰ কথাকে সোধে ; সেই ডেকা বিষয়াজনে।

পিজলা।—কোন্ ডেকা বিষয়াৰ কথা কৈছ অ কেতেকী বাই ?

কেতেকী।—এ, আই ! ইমানতো নুবুজিলে নে আপুনি ? সেই, বোলোঁ, সেই ডেকা বিষয়াজন। সেই, সেই যে, এঃ বাকলি, সেই চিটিকণ যে দিছিলে মোৰ হাতত।

পিজলা।—( লাজত তলমুৰ কৰি ) ওঁ, বাৰু, বুজিছোঁ। কি সোধে ?

কেতেকী।—তাকে সোধে। চিটিকণৰ কথাকে কয়।

পিজলা।—( হাঁহি হাঁহি ) কি কয় ?

কেতেকী।—কয় আৰু কয়। বোলে, চিটিকণ পাই আইদেৱাবাই পং কৰিছে নে কি ?

পিজলা।—( মিচিকিয়াই ) পিচে ?

কেতেকী।—পিচে আৰু, কি আৰু, খং নাই কৰা বুলি কওঁ।—বেয়া কওঁ জানো ?

পিজলা।—নাই কোৱা বেয়া। (হাঁহে)

কেতেকী।—এৰা, বেয়া হলে কৈ দিব। শিকাই দিব। যেনেকৈ শিকায় তেনেকৈ কম।

পিজলা।—আজি লগ পোৱা নাই হবলা ?

কেতেকী।—পাইছিল। নিতৌ পায়। আৰু, নিতৌ আপোনাক চাই যায়হি নহয়।

পিজলা।—ইঃ।

কেতেকী।—সঁচা, মৰি যাবলৈকে। ঠিক এতেপৰতে আহে। আহি জুমি চাই চাই গুচি যায়।

পিজলা।—ইঃ, মিছা।

কেতেকী।—শপত খালেও নপতিয়ালে আৰু কি কৰিম! (বাহিৰলৈ গম্ লৈ) চাওঁচোন, কি জানি বা আহিছেই। (উঠি গৈ দুৱাৰ মেলি দিয়ে);

(গন্ধৰ্ব্বনাৰায়ণ তলমুৰ হৈ ওলাইপৰে!)

কেতেকী।—সেয়াচোন এতিয়া! কলেও নপতিয়ায়!

পিজলা।—(লাজত তলমূৰ কৰে)।

গন্ধৰ্ব্ব।—(তলমূৰকৈ) নিজে যে অপ্ৰস্তুত হৈছোঁৱেই, আনকো আমনি কৰিবলৈ হে আগতে ওলাই পৰিলোঁ!

কেতেকী।—নাই, একো আমনি কৰা নাই। ডেকা-দোতাই একো আমনি কৰা নাই। (পিজলাৰ কাণৰ ওচৰত) আইদেউ, বহিবলৈ দিম জানো ?

পিজলা।—(কওঁ-নকওঁকৈ) ওঁ, দে বাৰু।

কেতেকী।—(আসন পাৰি দি) ডেকা-দোতা বহক।

গন্ধৰ্ব্ব।—(চুচুক্চামাকৈ বহি) কি জানি কিবা অগৰেই লগাইছোঁ এথোন ? বহোঁ বাৰু।

কেতেকী।—জানো, বাকলি! সেইটো আইদেৱে হে জানে। কি বোলে আইদেউ?

পিজলা।—( মিছা-খং দেখুৱাই ) হেঁই এই জনী!

কেতেকী।—অ, জগৰ মোৰ ওপৰত হে পৰিল? ডেকা-দোঁতা, আপুনি সুধিল। হক, বাৰু ময়ে পৰোঁ জগৰত।

পিজলা।—কথা কোৱাৰ বাব গোটেইটো কেতেকীয়েই নলবিচোন বাৰু।

কেতেকী।—ওঁঃ নলওঁ, নলওঁ। আপোনাসকলকে দিছোঁ। আপোনাসকলে কথা পাতক। মই শুনাৰ ভাগটোকে লৈছোঁ।

গন্ধৰ্ব্ব।—কিনো কথা পাতিম, কবলৈ দেখোন কথাই নোলায়! অন্তৰত হলে পাচিয়ে পাচিয়ে আছে। উঃ, ঘামতে কপোঁচোন!

পিজলা।—আটাইৰে একে দশা!

কেতেকী।—আপোনাৰো নে আইদেউ?

পিজলা।—হেঁই এই জনী। টপ্‌টপাই নাথাকিবি দেই। ভুকু খাবি।

কেতেকী।—ওঁ, নাথাকোঁ, মই যাওঁৱেই; ভুকু কেইটাৰ বাব সাৰোঁ।

( প্ৰস্থান )

পিজলা।—( সেমেনাসেমেনিকৈ ) এ, যাওঁ বুলিয়েই গুচি গল এই এজনী!

গন্ধৰ্ব্ব।—যাওক, তাই আমনি কৰিহে আছিল।

পিজলা।—( আঁচলেৰে মুখ ঢাকি ) আমনি কৰা নাছিল, আপোনাৰ কামকে কৰি হে আছিল।

গন্ধৰ্ব্ব।—অ, হয় নে? আমাৰ কিবা কাম কৰিছিল?

পিজলা।—( চকুলৈকে চাকি ) কিবা চিঠি একণৰ কথা। তাকে তাই পেৰি আছিল।

গন্ধৰ্ব্ব।—অ, হয় হেস্তে। সেইটি মোৰে কাম কৰিছিল। পিচে, তাৰ সমিধানলৈ আশা কৰিব পাৰোঁ জানো?

পিজলা।—( মূৰলৈকে চাকি ) সকলো কথা দেউতাৰ ইচ্ছাৰ তল।

গন্ধৰ্ব্ব।—সঁচা, মোৰ কৰ্ত্তব্যাকৰ্ত্তব্যও সকলো তেখেতৰ ইচ্ছাৰ তল মই তেখেতক সদায় মূৰ্ত্তিমান গুৰু-দেৱতা যেন দেখোঁ।

পিজলা।—সেইটো স্বাভাৱিক। কৰ্ত্তব্যৰ মিল হলে মানুহৰ মনৰো মিল হয়। এতিয়া সেই কৰ্ত্তব্যত নাম কৰিব পাৰিলেই সন্তোষ। ( লাহে লাহে মুখ উলিয়ায় )

গন্ধৰ্ব্ব।—বেচ কৈছা। তেখেতৰ মন আৰাধনা কৰিও পাবলৈ টান; কিন্তু ৰণ-কৌশলত কুশল দেখিলে সেই মন আপুনি কুমলি অহা যেন দেখোঁ।

পিজলা।—নিজেই বুজিছে তেনেহলে। যি কাৰ্য্যেৰে দেউতাক সন্তুষ্ট কৰিব পাৰি, তাৰ চেষ্টাত থাকিলে মনোবাঞ্ছা পূৰ হলে হব পাৰে।

গন্ধৰ্ব্ব।—ইয়াতকৈ আৰু ভাঙ্গি কব নালাগে ; মই সুন্দৰকৈ বুজিছোঁ। মুখেৰে ইয়াত কলে কি হব, কাৰ্য্যেৰে কাৰ্য্যক্ষেত্ৰত দেখুৱাব পাৰোঁ যেন, ঈশ্বৰৰ চৰণত এই কামনা।

পিজলা।—শুনি বৰ সন্তোষ পালোঁ। এই সন্তোষ যেন চিৰলগৰীয়া হয়, ভগৱন্তৰ চৰণত এই কামনা।

গন্ধৰ্ব্ব।–( উচ্ পিচাই ) উঠিবৰ মন নাযায়! ইফালে কৰ্ত্তব্যয়ো নেৰে!

পিজলা।–ভাল, উঠক বাৰু আজিলৈ। মাজে-মাজে আহি ৰণৰ কথা শুনালে সন্তোষ পাম।

গন্ধৰ্ব্ব।—বাৰু, অনুৰোধ সাদৰে মনত ৰাখিছোঁ। ( প্ৰস্থানলৈ উদ্যত )

পিজলা।—কেতেকী বায়ে বা কৰিছেগৈ কি ? চাওঁগৈচোন। ( উঠি যায় )

গন্ধৰ্ব্ব।–( অকলে ) অহ, কেনে হৃদয়গ্ৰাহী সঙ্কেত! লাজুকী গাভৰুৰ কোমল হিয়াৰ কৰুণ ভাব সাদৰী কথাৰ মধুৰতাৰ মাজেদি কেনেকৈ বিৰিঙ্গি পৰিছিল! হাঁয়, সেই ক্ষণটিত মই নো কোন্ স্বৰ্গত আছিলোঁ কব নোৱাৰোঁ! মাজে মাজে আহি ৰণৰ কথা শুনাব লাগিব! ইয়াতকৈ আৰু সুখৰ সন্নিধান কি হব পাৰে ? যি কৰে ঈশ্বৰে! যাওঁ, কৰ্ত্তব্যে টানিব লাগিছে। ( প্ৰস্থান )

# চতুৰ্থ গৰ্ভাঙ্ক।



পাণ্ডুঘাট,—আহোমৰ গড়খাৱৈ।

( লাচিত, পানীফুকন, চক্ৰপাণি, চন্দ্ৰনাৰায়ণ, নেওগ-ফুকন, চাউডাং )

চন্দ্ৰনাৰায়ণ।—বৰফুকন ডাঙৰীয়া ! আজি অপৰাধী নেওগ-ফুকনৰ বিচাৰৰ দিন। যথাবিহিত কৰাৰ অৰ্থে স্মৰণ কৰোৱা হৈছে।

পানীফুকন।—মোৰ বোধেৰে উপস্থিত ৰণৰ কাৰ্য্যালোচনাৰ পূৰ্ব্বেই সেই আপদীয়া বিচাৰৰ লেঠা মাৰি লোৱা ভাল।

লাচিত।—সেই বিচাৰৰ তত্ত্ব অনুসন্ধানৰ কাৰ্য্য শেষ হৈ গৈছে ; প্ৰমাণৰ আৰু বাকী নাই, মাত্ৰ বিচাৰৰ ৰাই দিবলৈ হে বাকী। নেওগ-ফুকনে মোগল থানাদাৰ ৰচিদ্‌খাঁৰে সৈতে চক্ৰান্ত কৰি আমাৰ অধিকাৰৰ কোঁঠবিলাক শত্ৰুৰ হস্তগত কৰাবলৈ আৰু আমাৰ ফালৰ ভিতৰুৱা প্ৰস্তাব আৰু আয়োজনৰ বিষয়ে গোপনে মোগল কৰ্ম্মচাৰীক জানিবলৈ দি, গুৱাহাটী দখল আমাৰ পক্ষে অসম্ভৱ কৰি তুলিবলৈ ষড়যন্ত্ৰ কৰাটোও প্ৰমাণিত হৈছে। গতিকে, আমাৰ বিচাৰত তেওঁক বিশ্বাসঘাতকতা অপৰাধৰ বাবে তৰোৱালৰ ধাৰত দিয়াটোকে সিদ্ধান্ত কৰিছোঁ। এতিয়া আমাৰ এই সিদ্ধান্তই সৈতে অপৰাধীক স্বৰ্গদেৱৰ সমীপলৈ পঠিয়াব লাগে। দেশতকৈ বিষয়া বৰ হ'ব নোৱাৰে।

চক্ৰপানি।—উচিত বিচাৰ। দোষ চাই দণ্ড হৈছে।

লাচিত।—পানীফুকনে অপৰাধীক নি স্বৰ্গদেৱৰ চৰালৈ পঠিয়াবৰ যুগুত দিহা দি আহাগৈ।

পানীফুকন।—ডাঙৰীয়াৰ আদেশ শিৰোধাৰ্য্য। চাউডাং, অপৰাধীক বান্ধ, বান্ধ কৰ, লৈ আহ।

(আগ বাঢ়ি প্ৰস্থান)

নেওগ।—হে ডাঙৰীয়া! প্ৰাণে নমৰাটো ৰাই দিয়া হলেও ভাল আছিল! (চাউডাঙ্গে নেওগ-ফুকনক বান্ধি বাহিৰ কৰি নিয়ে)।

পানীফুকন।—(ঘূৰি আহি লাচিতৰ ওচৰত) অপৰাধীক ৰাজ-চৰালৈ পঠিওৱাৰ যুগুত দিহা দি অহা হৈছে; আজিয়েই নিয়া হব।

লাচিত।—ভাল কথা। এতিয়া আগন্তুক আক্ৰমণৰ আলোচনাত ধৰা হওক। প্ৰথমতে আমি চাব লাগিব, শত্ৰুপক্ষৰ আয়োজন কিমান। মোৰ অনুমানত ইয়াৰ আগৰ দুটা আক্ৰমণতকৈ এইবাৰ শত্ৰুৰ আয়োজন বহুল।—অনুমান কিয়, দেখাকৈয়ে বহুল। কিয়নো, আমাৰ চোৰাংচোৱাই সন্ধান লৈ আহিছে যে, মোগলৰ ভালেমান ৰণতৰী অতি বেগেৰে উজাই আহিব লাগিছে, শীঘ্ৰে পাণ্ডুঘাটৰ কাষ চাপিবহি। এতেকে, শত্ৰুৰ সেই ৰণবল আহি যোগ হবলৈ নৌ পাওঁতেই আমি তুৰন্তে পাণ্ডুৰ কোঁঠ অৱৰোধ কৰিবগৈ লাগে। এইবাৰত কিন্তু আগবাৰৰ দিহা নাখাটিব; কিয়নো, কোঁঠ অৱৰোধ কৰা আৰু শত্ৰুৰ ৰণবলৰ যোগান আঁতৰাই ৰখা এই দুটা স্বকীয়া কাৰ্য্য সমানে চলিব লাগিব। গতিকে, এইবাৰ মই সমুখত থিতাপি হৈ ৰব নোৱাৰিম, কোঁঠৰ চতুঃপাশে ঘূৰি, মই নিজে চকু দি ফুৰিব লাগিব। গতিকে, নতুন দিহা মতে সোঁ হাতে সলাল গোহাঞি, বাওঁ-হাতে বাৰুকিয়াল গোহাঞি, পিচত বৰগোহাঞি ফুকন, সমুখত চন্দ্ৰনাৰায়ণ আৰু চক্ৰপাণি ৰাজখোৱাৰে সৈতে পানীফুকনে নায়কৰ কাৰ্য্য কৰিব; গন্ধৰ্ব্বনাৰায়ণে মোৰ আশে-পাশে কোঁঠৰ চৌপাশে ঘূৰি থাকিব আৰু যি ক্ষণতে যাক যেনে উপদেশ দিয়া যাব, সেই বিষয়ে সেইজনক প্ৰতি ক্ষণে জনাই থাকিব। এই খিনিতে কৈ থোৱা উচিত যে, মোৰ দৃষ্টি অৱৰুদ্ধ কোঁঠৰ ওপৰতকৈ উজাই অহা শত্ৰুৰ ৰণতৰীৰ ওপৰত হে বেচি তীব্ৰভাৱে পৰিব। আৰু, কোৱা বাহুল্য মাথোন যে, কোঁঠৰ ওপৰত চাৰিও-ফালৰপৰা পাৰ্য্যমানে সমভাৱে হেঁচা দিবলৈ চাব লাগিব; সেই অৰ্থে লাটুম বৰুৱাই অশ্বাৰোহী বৰ্গুৱা এদলৰে সৈতে ইজন নায়কৰ কথা সিজনক ক্ষণে-ক্ষণে জনাই থাকিব। এয়ে এইবাৰৰ দিহা; ভালকৈ মনত ৰাখি চলিবাঁহক।

দিহা নাপাহৰিলে, উৎসাহ নাভাগিলে এইবাৰো যে আমাৰ জয় অনিবাৰ্য্য, এইবাৰো যে আমি স্বৰ্গদেৱৰ শলাগৰ পাত্ৰ হব পাৰিমহঁক, তাত সন্দেহ নাই।

পানীফুকন।—এইবাৰো আমাৰ জয় অনিবাৰ্য্য। এইবাৰো শত্ৰুৰ তেজেৰে তৰোৱাল ৰাঙলী কৰি তৃপ্তি লাভ কৰিম। এইবাৰো সিংহৰ আক্ৰোশেৰে মোগল বাঘক চমক্ লগাই স্বৰ্গদেৱৰ শলাগৰ পাত্ৰ হম, তাত সন্দেহ নাই।

চন্দ্ৰনাৰায়ণ।—নাই, সন্দেহ নাই। (স্বগতঃ) কিন্তু, মোৰ উদ্দেশ্য সিদ্ধিত হে ঘোৰ সন্দেহ মানিছোঁ। অনৰ্থক হে খাটিছোঁ হবলা!

লাচিত।—আহাঁ, তেন্তে আগ বাঢ়োঁ; সিংহৰ সন্তানে সিংহ তেজেৰে আগ বাঢ়োঁ। চাওঁ, আজি কাৰ শক্তি আমাৰ গতি ৰোধ কৰে! (বেগেৰে প্ৰস্থান)

পানীফুকন।—দেখোঁ আজি, বাৰিষাৰ বেগবান ব্ৰহ্মপুত্ৰৰ ঢল ভেটে কোনে!—আহাঁহঁক, একে উছাহে শত্ৰুক খেদাই লৈ যাওঁগৈ!

(বেগেৰে প্ৰস্থান)

সকলোৱে।—জয় স্বৰ্গদেৱৰ জয়! জয় লাচিত বৰফুকনৰ জয়!

(ৰণোন্মত্ত হৈ সকলোৱে প্ৰস্থান)



# পঞ্চম গৰ্ভাঙ্ক।

মানাহামুখ—মুকলি ৰণ-ক্ষেত্ৰ।

(কিকৰ্খা আৰু মাধৱচৰণ)

মাধৱ।—মোৰ কথা আপুনি শুনিলে। ভাৱ-ভেটীৰ ভাগ বিচাৰোঁ বুলি আপোনালোকে মোৰপৰা কথা লুকুৱালে। মই অমুকাই কিন্তু আটাইবোৰ জানোঁ। কৰোঁ বোলা হলে অনেক কৰিব পাৰিলোহেঁতেন। নকৰিলোঁ, কি দৰকাৰ!

ফিৰুজ।—কিয়, মই তো কোনো কথা তোমাৰপৰা চেপাচি ৰাখিবলৈ চোৱা নাই! বাৰু, যি হল, হল; এতিয়াও নোৱাৰিবাঁ জানো?

মাধৱ।—নোৱাৰিম কেলৈ? অমুকাই নোৱাৰা কাম কি আছে? বৰফুকন দৌতা মোৰ হাতত গুঁথি-লোৱা কড়ি; আৰু কি লাগে?

ফিৰুজ।—ঠিক, পাৰিবা, মোৰ বিশ্বাস হৈছে। কিমান লাগিব কোৱাঁ।

মাধৱ।—কিমান লাগিব! জীৱনটো বেচিলে যিমান পাম সিমান লাগিব। নেদেখিলাঁ, নেওগ-ফুকনৰ জীৱন কেনেকৈ বেচা গল?

ফিৰুজ।—আচ্ছা, একো কথা নাই, মই তোমাক খুচি কৰি হে এৰিম।

মাধৱ।—এৰিবাঁ-নেৰিবাঁ আকৌ কি! হাততে নাপালে অমুকাই চুলি এডালমানো আগ নাবাঢ়ে।

ফিৰুজ।—(ধনৰ মোনা এটা মাধৱৰ কানত আৰি দি) এতিয়া হল নে? এয়া সম্প্ৰতিকলৈ হে, কাৰ্য্য সিদ্ধি কৰিব পাৰিলে আৰু আছে।

মাধৱ।—বাৰু, বাৰু, একো কথা নাই; দৌতাক মই আজিয়েই নালাগিমগৈ হবলা, হেঁঃ। (স্বগতঃ) কোনো উপায়েৰে আঁতৰিব পাৰিলেই হয়! (প্ৰকাশ্যে) এতিয়াই গলে এতিয়াই লগ পামগৈ। হওঁতে—

(চৈয়দ চানা উধাতু খাই প্ৰৱেশ)

মাধৱ।—(স্বগতঃ) এয়ে আঁতৰিবৰ ছেগ।

(মাধৱ সাউৎকৰে প্ৰস্থান)

ফিৰুজ।—কি হল? হল কি? খবৰ কি?

চানা।—খবৰ বৰ বিষম!

ফিৰুজ।—কেনে বিষম? কি হল? শত্ৰু কিমান দুৰৈত?

চানা।—কিমান দুৰৈত! এয়া, গাতে, পায়হি হে লাগে; বাৰিষাৰ বৰনৈৰ দৰে কল্‌কল্‌কৰে আগ বাঢ়িছে।

ফিৰুজ।—কিয়, ভেটি ধৰিব নোৱাৰিলাঁ নে?

চানা।—ভেটি ধৰিবা! ঠাৱৰিব নোৱাৰি, পাণ্ডুৰ কোঁঠ এৰি দি আহিও ৰক্ষা পোৱা নাই; পিচে পিচে বাঘে খেদাদি খেদি আহিবই লাগিছে! আৰু, ভেটিবা কাক? কিহেৰে? মই ইতিপূৰ্ব্বেই তোমাক এবাৰ কৈছিলোঁ নহয় যে, লাচিত বৰফুকন সাধাৰণ বীৰ নহয়। তেওঁৰ ৰণ-কৌশল অতি চমৎকাৰ, অতি বিচক্ষণ! তলতীয়া কৰ্ম্মচাৰীবিলাকো তেওঁৰ এনে অনুগামী যে, গা আৰু ছাঁ হে বুলিবা। অন্যৰ কথা নকওঁ, অকল লাচিত ফুকনৰে গতি ৰোধে কোনে? তেওঁ যেনি মুখ কৰে, একেবাৰে এফালৰপৰা দংশি নিয়ে! অসমীয়াৰ ভিতৰত এনে বীৰ আছিল বুলি নাজানিছিলোঁ! যি হওক, আহাঁ, এতিয়া আক্ষেপৰ সময় নহয়; মানাহাৰ কোঁঠ ৰক্ষা কৰোঁগৈ। (দুইৰো প্ৰস্থান)

(খোলা তৰোৱালেৰে লাচিত, গন্ধৰ্ব্ব, পানীফুকন প্ৰভৃতিৰ বেগেৰে প্ৰৱেশ)

নেপথ্যত।—(সৈনিকৰ আবাৰ) পলা, পলা, পালেহি, পালেহি!

লাচিত।—আহাঁ, আহাঁ আগবাঢ়ি। চোৱাঁ, চোৱাঁ সোৱা শিয়ালৰ দল ছিটিকি পলাইছে। গন্ধৰ্ব্বৰে সৈতে মই পিচে পিচে খেদোঁ। পানীফুকনে আনবিলাকৰে সৈতে উলটি আগচি ধৰাঁগৈ। (বেগেৰে প্ৰস্থান)

গন্ধৰ্ব্ব।—যাওঁ, যাওঁ, ময়ো আগবাঢ়ি ধৰোঁগৈ। বাঘে-খেদা দিওঁ আজি ফেকুৱাদলক। (বেগেৰে প্ৰস্থান)

পানীফুকন।—আহাঁ, আহাঁ আগবাঢ়ি। বিজুলী-বেগেৰে গৈ আগচি ধৰোঁগৈ। শত্ৰুক কচু-কটা দি হেঁপাহ গুচাওঁগৈ। মোগলক আজি সমূলঞ্চে নিপাত কৰিম। উলটি গৈ বাৰ্ত্তাদিবলৈকো এটা বাকী নৰব। আহঁ, আহাঁ, যাওঁ উবাৱত হৈ। (বিপৰীত বাটে সকলোৰে বেগেৰে প্ৰস্থান)

নেপথ্যত।—ধৰ-ধৰ, মাৰ-মাৰ, কাট, বান্ধ। (সৈনিকৰ আবাৱ আৰু হিলৈৰ আৱাজ)

(ফিৰুজ আৰু চানাক বন্দী কৰি লৈ পানীফুকন, গন্ধৰ্ব্ব, চক্ৰপাণি, চন্দ্ৰনাৰায়ণ আৰু লাচিতৰ পুনঃ প্ৰৱেশ)

লাচিত।—(বাওঁলী খোলা তৰোৱাল জোকাৰি) আজি হে অলপ হেঁপাহ

পলুৱালোঁ! শত্ৰুৰ তেজেৰে মনাহা ৰাঙলীকৈ বোৱাই আহি হে মোৰ ৰণ-লীপ্সা কিঞ্চিৎমান পৰিতৃপ্ত হল! আহাঁ, মোৰ বীৰ সেনাপতিগণ, আহাঁ মোৰ বীৰ সেনাদল—আহাঁ, মোৰ কাষলৈ আহাঁ, তোমালোকে মোৰ ধন্যবাদ গ্ৰহণ কৰাঁহি। তোমালোক প্ৰকৃত বীৰ; বীৰ প্ৰসৱিনী অসম মাতৃৰ তোমালোক সুযোগ্য সন্তান। তোমালোকৰ আজিৰ সাহ, আজিৰ বল, আজিৰ উৎসাহ, আজিৰ পৰিশ্ৰম আৰু সবাতোপৰি অবিচলিত বিজয়-লক্ষ্য আৰু ৰণ-কৌশলৰ প্ৰতি তোমাসৱৰ একান্ত মনোযোগ মই নশলাগি নোৱাৰোঁ। চমুকৈ কবলৈ গলে, আজিৰ ৰণ-জয় ঘাইকৈ তোমালোকৰ অদম্য উৎসাহ আৰু অসাধাৰণ বীৰত্বৰ ফলত হে লাভ হৈছে। সেই বাবে আজি মই অতুল আনন্দ উপভোগ কৰিছোঁ। এই ৰণৰ বিজয় বাৰ্ত্তা পাই স্বৰ্গদেৱেও অতিশয় সন্তোষ পাব। বলাঁ, এতিয়া যাওঁহঁক, মানাহাত আমাৰ অস্ত্ৰ ধুই, অধিকৃত কোঁঠ চম্‌জি লৈ, শত্ৰুৰপৰা লাভ কৰা ধন-বস্তু আহিলা-পাতি আমাৰ ব্যৱহাৰৰ জোখাৰে যৎকিঞ্চিত ৰাখি বাকী সমুদায় এই দুই মোগল সেনাপতি বন্দীৰে সৈতে স্বৰ্গদেৱৰ ওচৰলৈ ভেটী পঠিয়াওঁগৈ। এই ধন-বস্তুৰে সৈতে, বিশেষকৈ পাণ্ডুৰ কোঁঠত লাভ হোৱা ৰচদ-পাতিৰে সৈতে স্বৰ্গদেৱে আমাৰ অকালগ্ৰস্ত প্ৰজাবৃন্দক আপদত সহায় কৰি সন্তোষ লভিব। এই ৰণত জয়লাভ কৰি আমি এদোপ্ উধাইছোঁ মাথোন, কিন্তু ইয়াৰ উপৰিও আমাৰ আৰু গুৰুতৰ কাৰ্য্য আগলৈ আছে। আহাঁহঁক, সদ্যহতে অস্ত্ৰ ধুই গুৱাহাটীলৈ আমি উলটি যাওঁগৈ। ইয়াত আমাৰ দুজন সুদক্ষ সেনাপতিৰে সৈতে দুদল ৰণুৱা ৰখীয়া থৈ যাবলৈ ব্যৱস্থা কৰা হব। আহাঁ, তোমালোকে বন্দী লৈ পিচে পিচে আহি থাকাঁ। (প্ৰস্থান)

গন্ধৰ্ব্ব।—আহি থাকাঁ সঙ্গীসৱ, গজ-গমনেৰে আহি থাকাঁ। বৰফুকনৰ গাৰ লগে লগে মই ছাঁও আগ বাঢ়োঁ। (প্ৰস্থান)

পানীফুকন।—আহাঁ মোৰ বীৰ সেনাদল। বিজয়-সঙ্গীতৰ সুৰত মন নচুৱাই গহীন গমনেৰে গুৱাহাটীমুখে আগ বাঢ়োঁহঁক।

সকলোৱে।—জয়, স্বৰ্গদেৱৰ জয়! জয় লাচিত বৰফুকনৰ জয়!

(পটৰ চৌপাশে ঘূৰি ঘূৰি সৈন্য-সেনাপতি সৈনিক খোজেৰে গীত গায়)

সৈনিক সঙ্গীত।

আহাঁ আহাঁ ভাই, সকলোৱে মিলি,
জনম ভূমিৰ উদ্ধাৰ সাধোঁ;
জনম ভূমিৰ, উদ্ধাৰ কাৰণে,
সন্তানে জীৱন উছৰ্গা কৰোঁ॥

একে অসময়, এছোৱা যৱনে,
বলেৰে দখল কৰিছে চোৰাঁ;
একে অসমীয়া, এভাগ প্ৰজাই,
দেখিছোঁ সদায় চকু-লো টোকা।
এতেকতে এবে, কৰ্ত্তব্য আমাৰ,
উদ্ধাৰোঁ সত্বৰে স্বজাতি ভাই;
উদ্ধাৰোঁ সত্বৰে জনম ভূমিৰ
যৱনে যি ছোৱা পীড়িছে হাঁয়॥

ৰাজভক্তি গুণে, অসমীয়া জাতি,
সবাৰো আগত জিলিকে আজি;
বিজয় পতাকা ৰজাৰ আমাৰ
উৰাম,—আহিছোঁ ৰণুৱা সাজি।
বীৰ প্ৰসৱিনী, অসম জননী,
লাচিত আমাৰ অসম বীৰ;
এনে মহাবীৰ, যাৰ সেনাপতি,
কি ভয়, কি ভয়,—জিনিম স্থিৰ॥

জিনিম শত্রুক, —পৰিম নতুবা—
ৰজাৰ আদেশ হইছে আগ ;
ৰাজভক্তি পণ, প্ৰাণত আমাৰ,
জীৱন সৰ্ব্বস্ব কৰিম ত্যাগ।
লক্ষ্য ৰণ জয়, লক্ষ্য দেশোদ্ধাৰ,
অসম আমাৰ জনম ভূমি ;
এই তিনি ধ্যান, নাই অন্য কাম,
জিনিম মোগল নিশ্চয় আমি॥

## দ্বিতীয় অঙ্কপাত।

জিৰণিৰ পটক্ষেপন।

# ৩। অঙ্ক।

—❖—

## প্ৰথম গৰ্ভাঙ্ক।

—❖—

দিল্লী,—পাটচাৰ চৰা।

( আওৰেংজেব, ঘাই উজিৰ, কটকী, ৰামসিংহ, নচৰৎখাঁ, ৰঘুনাথসিংহ )

কটকী।—জাহাপনা! অসমৰ খবৰ অতি বিষম! আহোম ৰজা চক্ৰধ্বজ সিংহই তেওঁৰ পূৰ্ব্ববৰ্ত্তী ৰজা জয়ধ্বজ সিংহৰ সন্ধি অগ্ৰাহ্য কৰিছে।

আওৰেংজেব।—কি! ইমান আস্পৰ্দ্ধা! ( ফিকি উঠি ) সামান্য জংঘলী নগণ্য অসম ৰাজ্যৰ গৰাকী আহোম ৰজাৰ ইমান সাহ,—স্বয়ং দিল্লীশ্বৰৰ দ্বাৰা গৃহীত সন্ধি-সূত্ৰ ছিঙ্গিবলৈ সি আগ বাঢ়ে!

কটকী।—অকল সিমানেই নহয়, জাহাপনা! আহোম ৰজা চক্ৰধ্বজে পূৰ্ব্বৰাজৰ অঙ্গীকৃত চই-পেচ্ কচৰ বাকী অংশ শোধাবলৈ অস্বীকাৰ কৰিছে।

আওৰেংজেব।—ওঁ, ইমান পালেগৈ নে! ( শিয়ঁৰি উঠে )

কটকী।—সিমানেও হোৱা নাই, জাহাপনা! অসমৰ ৰজাই দিল্লীশ্বৰৰ বিৰুদ্ধে ৰণ ঘোষণা কৰিছে।

আওৰেংজেব।—কি! সঁচাকৈয়ে নে? ( সিংহাসন এৰি উঠি আহে ) সামান্য পতঙ্গ হৈ জুইত জাহ যাবলৈ ওলাইছে? মোগল পৰাক্ৰমৰ কথা অসমীয়াই জনা নাই হবলা?

কটকী।—অকল সেয়ে নহয়, জাহাপনা! আহোম ৰজাই ইতিমধ্যতে কেইবাখনো ৰণত জিকিছেও।

আওৰেংজেব।—কি কোৱা!—অসম্ভৱ। এইবিলাক নিশ্চয় অমূলক জনৰৱ। যি অসম ৰজাই সিদিনা মিৰজুম্লাৰ আক্ৰমণ সহিব নোৱাৰি ৰাজধানী এৰি পলাই পৰ্ব্বত উঠিছিলগৈ, সেই অসম ৰজাই আজি আকৌ ৰণত জিকে! অসম্ভৱ কথা।

কটকী।—তাতকৈও অসম্ভৱো সম্ভৱ হৈছে, জাহাপনা! অসমৰাজে আমাৰ হাতৰপৰা বাঁহবাৰী, কাঁজলী আৰু পাণ্ডুৰ দুৰ্গ কাঢ়ি লৈ, গুৱাহাটী অধিকাৰ কৰি বহিছে।

আওৰেংজেব।—অতি আচৰিত! কিন্তু, তাত আমাৰ কোনো মোগল সেনাপতি দুৰ্গ ৰক্ষা কৰোঁতা নাছিল নে?

কটকী।—আছিল, জাহাপনা! চৈয়দ চানা আৰু চৈয়দ ফিৰুজ তিনিশন ৰণত ঘাটি, অৱশেষত অসমীয়াৰ হাতত বন্দী হয়; আৰু সিবিলাক দুয়োকে গড়গাওঁ নগৰলৈ নিয়াই অসমৰাজে বধ কৰালে!

আওৰেংজেব।—সঁচা নে? অতি অসহনীয় কথা! দিল্লীৰ গৌৰৱ এইদৰে হানি হব লাগিলে আমি সম্রাট নাম গ্ৰহণ কৰাই বৃথা। আৰ্য্যাৱৰ্ত্ত আৰু দাক্ষিণাত্য গোটেই হিন্দুস্থান আজি যি দিল্লীৰ পদানত, নগণ্য অসম আজি তাৰ বিৰুদ্ধে উঠে! যি মোগলৰ বিজয় গৌৰৱ অক্ষুণ্ণ ভাৱে গোটেই ভাৰতত ৰাষ্ট্ৰ, সেই মোগল ক্ষমতা আজি সামান্য আহোম ৰাজৰ দ্বাৰা পৰাভূত! অসহন, অতি অসহন! তুৰন্তে ইয়াৰ প্ৰতিকাৰ হব লাগে।

ৰামসিংহ।—সঁচা সমুচিত প্ৰতিকাৰ হোৱা উচিত। সিফালে সম্ভৱতঃ আমাৰ ৰণবল যথেষ্ট নাছিল, নহলে নগণ্য অসমীয়া সেনাৰ হাতত মোগল পৰাজিত হোৱা নিশ্চয় অসম্ভৱ। তাতে আমাৰ ৰণবল ততোধিক ক্ষীণ হোৱাৰ সম্ভৱ; কাৰণ ৰণত আমাৰ সৈন্য ক্ষয় হোৱাৰ উপৰিও শত্ৰুৰ হাতত বিস্তৰ বন্দী হৈছে। অতএব, মোৰ বোধেৰে, অনতিপলমে বিপুল সৈন্যবলেৰে সৈতে অসমৰ বিৰুদ্ধে যুদ্ধযাত্ৰা হোৱা বিধেয়।

আওৰেংজেব।—নিশ্চয়! অতি উত্তম প্ৰস্তাৱ। এই প্ৰস্তাৱ তুৰন্তে কাৰ্য্যত পৰিণত হব লাগে। বিলম্ব সহ্য নহয়।

উজিৰ।—নিশ্চয়। বিলম্ব কৰাৰপৰা কাৰ্য্যত বিঘ্ন ঘটিবলৈ হে আছে! আৰু, এই যাত্ৰাৰ আয়োজন বিশেষ হব লাগিব। অসমৰ আহোম ৰাজশক্তিক নগণ্য ভাবি উপেক্ষা কৰিব নালাগে। কাৰণ, আহোম ৰাজৰ ৰণবল তাকৰীয়া

হব পাৰে, কিন্তু অকামিলা নহয়। ইতিপূৰ্ব্বে কলিয়াবৰৰ ১ম আৰু ২য় যুদ্ধ, দিকৰাইমুখৰ যুদ্ধ, শ্ৰীঘাটৰ যুদ্ধ, এই কেইখন ৰণতে অসমীয়া সেনাৰ পৰাক্ৰম আমাৰ ভালকৈ জনা আছে; কলিয়াবৰৰ দুয়োখন ৰণতে কানে-কানমাৰিয়ে হে আমাৰ মান ৰক্ষা পৰিছিল; দিকৰাইমুখৰ ৰণত আমাৰ তুৰ্কবেক হেন বীৰক বিহ্বল কৰি তুলিছিল; আন কি, সেই ৰণত আহোম মহিলাযো ৰণত প্ৰাণ দিছিল; শ্ৰীঘাটৰ যুদ্ধত আমাৰ সত্ৰাজিত আৰু আবাবাকৰৰ নিচিনা যোদ্ধা অসমীয়াৰ হাতত ৰণত পৰিল আৰু আব্দুল চালামৰ নিচিনা তেজী যোদ্ধাকো ৰণত পৰাঙ্মুখ কৰি অসমীয়াই বন্দী কৰি আমাক পৰাভূত কৰিলে; মিৰজুম্লাৰ আক্ৰমণৰ ফলো তথৈবচ; সেই বাৰ আমাৰ লগত সন্ধি স্থাপিত নোহোৱা হলে, মিৰজুম্লা যে তাত দুই-এক বছৰতকৈ বেচি কাল টিকিব পাৰিলেহেঁতেন মোৰ এনে বোধ নহয়। এইবিলাকেই আহোম পৰাক্ৰমৰ জলন্ত প্ৰমাণ। গতিকে, অহম-ৰাজক্ষমতাক ভাৰতবৰ্ষৰ ভিতৰত এটা বৰ দুৰ্জ্জয় ক্ষমতাৰূপে গণ্য কৰি, সেই অনুযায়ী আয়োজনেৰে হে আমাৰ যুদ্ধ-যাত্ৰা কৰা বাঞ্ছনীয়। আৰু, মোৰ বোধেৰে, জাহাপনাৰ অনুমতি হলে, আজিয়েই সেনাপতি নিৰ্ব্বাচন আৰু যুদ্ধ-যাত্ৰাৰ সিদ্ধান্ত হৈ যাব পাৰে।

আওৰেংজেব।—হওক, এতিয়াই হৈ যাওক। আমি আগ্ৰহেৰে অনুমতি দিছোঁ। এক মুহূৰ্ত্তৰ বিলম্বও সহ্য নহয়।

উজিৰ।—মোৰ বিবেচনাৰে আমাৰ সুদক্ষ সেনাপতি ৰজা ৰামসিংহক এই যাত্ৰাত ঘাই সেনাপতিৰ বাব দিয়া যুগুত। অম্বৰাধিপতি জয়সিংহৰ পুত্ৰ ৰামসিংহ এজন বিখ্যাত যোদ্ধা।

আওৰেংজেব।—উচিত বিবেচনা। এই প্ৰস্তাব গ্ৰহণ কৰি ৰজা ৰামসিংহক আমি ঘাই সেনাপতিৰ বাব দিলোঁ। সৈন্য-সামন্ত আৰু পালি সেনাপতি সমুদায় তেওঁৰ বাছনি মতে দিয়া যাওক। আৰু, মোৰ বকচিচ্‌-স্বৰূপে তেওঁক এটা ঘোঁৰা আৰু এখন হীৰাপতোৱা তৰোৱাল দিয়া হওক।

ৰামসিংহ।—জাহাপনা, মই আনন্দেৰে ঘাই সেনাপতিৰ বাব গ্ৰহণ কৰিছোঁ। সৈন্য-সামন্ত যি লাগে যথাসময়ত বাছি লোৱা যাব। কিন্তু, পালি-সেনাপতি কেইজনৰ নিৰ্ব্বাচন এতিয়াই হোৱা উচিত। মোৰ বাছনি মতে, সদ্যহঁতে নচৰৎখাঁ, ৰঘুনাথসিংহ, বইৰামদেও, কিৰাতসিংহ, বৰ্ত্তিয়া এই কেইজন মোৰ লগত যোৱাটো স্থিৰ হলেই ভাল।

আওৰেংজেব।—সেয়ে স্থিৰ। যোৱাঁহঁক, তুৰন্তে যুদ্ধ-যাত্ৰাৰ নিমিত্তে নিজ নিজ আয়োজনত ধৰাঁগৈ। (সকলোৰে প্ৰস্থান)



# দ্বিতীয় গৰ্ভাঙ্ক।



দিল্লী—অন্দৰমহল।

(আমিনা আৰু ৰমণী গাভৰু)

ৰমণী।—আমিনা! তুমি এদিন বাইজীৰ নাচোন এটা নাচি দেখুৱাবঁ বুলিছিলা নহয়?—পাহৰিলাঁ?

আমিনা।—পাহৰিছোঁ সঁচা। আপুনি কিন্তু নাপাহৰে। ভাল, বাৰু, এতিয়াই দেখুৱাওঁ। (গীত গাই নাচে)

গীত।

ৰাগিনী দেশ—সুৰ কাৰফা।

মউ পিওঁ পিওঁ কৰে প্ৰাণ ভৰি।
প্ৰেম সুধা সৰে জৰি জৰি॥
কিনো চাৱঁ শোভা, জ্বলে পুণ্য প্ৰভা,
বয় শান্তি নই ৰূপে ৰস চৰি।
যাওঁ উটি বুৰি, চাওঁ উৰি ঘূৰি,
গাথোঁ তৰা-ফুল, নাচোঁ চালি ধৰি॥

ৰমণী।—আমিনা, তোমাৰ নাচ-গান দেখি-শুনি বৰ ভাল লাগিল। যাবৰ পৰত আৰু এটা গাই শুনাবাঁ দেই।

আমিনা।—ভাল। আপোনাৰ ওচৰত যুৱৰাজ বৰ বাধ্য। যি কওঁ, তাতে তেওঁ মান্তি হয়।

ৰমণী।—কিনো কৈছিলা? কিহত নো মান্তি হোৱা যেন পালা?

আমিনা।—আপুনি যেনেকৈ শিকাই পঠিয়াইছিল, তেনেকৈয়ে কৈছিলোঁ।

ৰমণী।—এ, মই শিকাই পঠিওৱা কথা ময়ে পাহৰিছোঁ; আটাইখিনি মনত নাই। কোৱাচোঁ, বাৰু তুমি কি কি কৈছিলা।

আমিনা।—কলোঁ, বোলোঁ, "আহোম ৰাজকন্যাৰ ভাব-গতি আপোনাৰ ফালে বেয়া নহয়। পিচে, ইয়াত এতিয়ালৈকে তেওঁৰ মন হে বহা নাই। কাৰণ, অসমত মুকলিমূৰীয়াকৈ থকা ৰাজকন্যা; পিচে, ইয়াত অন্দৰমহলত পৰ্দাৰ ভিতৰত থাকি তেওঁ স্ফূৰ্ত্তিহীন হৈছে। ইয়াত পাটচাৰ বেগমসকলৰ ওচৰত কেউপিনে ৰথীয়া-চন্তৰী দেখি তেওঁ আচৰিত মানিছে; আৰু কয় যে, পিঞ্জৰাত চৰাই বন্ধ কৰাৰ দৰে ইবিলাকক বন্ধ কৰি কিয় কষ্ট দিছে!" মোৰ এই কথা শুনি যুৱৰাজ অলপ আচৰিত হৈছিল। পিচে, মই বুজাই কলোঁ, বোলোঁ, অসম দেশত পৰ্দা প্ৰথা নাই; আৰু তাত হেনো আহোম ৰমণী ৰাজসভালৈকো যাব পাৰে।

ৰমণী।—পিচে?

আমিনা।—পিচে, যুৱৰাজে মোৰ কথা মানিলে; আৰু সুধিলে কি কৰিলে নো আপোনাৰ মন মুকলি কৰিব পাৰি।

ৰমণী।—তুমি কি উত্তৰ দিলা?

আমিনা।—মই আপুনি কোৱা ভাগেই কলোঁ। বোলোঁ, আহোম ৰাজকুমাৰীয়ে কিছুকাল পূবৰ ফালে খনচেবেক মোহলগা ঠাই দৰ্শন কৰি আহিবলৈ হেঁপাহ কৰে।

ৰমণী।—পিচে, পিচে ?

আমিনা।—পিচে, যুৱৰাজে বাৰু বুলি আশ্বাস দিলে। কিন্তু, মই সুধিলোঁ, বোলোঁ, অকল আপোনাৰ অনুমতি হলেই হব জানো ? সম্রাটে বা বোলে কি ?

ৰমণী।—পিচে, কি উত্তৰ দিলে তেওঁ ?

আমিনা।—তেওঁ উত্তৰ দিলে, বোলে, বাৰু তাৰ উপায় হব। তাৰ পাচত মই আকৌ সুধিলোঁ, কেনেকৈ নো পঠিওৱা হব আৰু ক'ত ক'ত নো ফুৰিব।

ৰমণী।—পিচে, তাৰ উত্তৰ কি দিলে ?

আমিনা।—তাৰ উত্তৰ দিলে, বোলে, কেনেকৈ পঠিওৱা হব তাৰ ব্যৱস্থা মোৰ হাতত। ক'ত ক'ত ফুৰিব সেইটো ৰাজকুমাৰীৰ ইচ্ছা। পূব ফালে অনেক তীৰ্থস্থান আছে, সেইবোৰকে দৰ্শন কৰি আহিবগৈ পাৰিব।

ৰমণী।—বৰ সন্তোষ পালোঁ আমিনা ! এই পোতাশালৰ নিচিনা ঠাইত তুমি মোৰ আচল বন্ধুৰ কাম কৰিছা। ইয়াৰ বাবে তোমাক কি দি সন্তুষ্ট কৰিম ভাবি পোৱা নাই।

আমিনা।—এঃ, কি দিব লাগিছে। মোক প্ৰকৃত মিত্ৰ বুলি ভাবিছে যদি, মই কৰা উপকাৰৰ বাব দিয়াটো অন্যায় হে হব।

ৰমণী।—সেইটোও সঁচা। আমিনা, তুমি যেনে বুদ্ধিমতী, তেনে জ্ঞানৱতী; আৰু কবলৈ গলে, তেনে ৰসৱতীও। বাৰু, এতিয়া তোমাৰ কৰিব লগীয়া বাব ফেৰি কৰিলেই আজিলৈ বিদায় পাবাঁ।

আমিনা।—কি নো বাব ?

ৰমণী।—আমনি নোপোৱাঁ যদি কওঁ। আমিনা, তুমি সিদিনা শুনাবলৈ পাতকোৰা এটি ব্ৰজাৱলী গান শুনোৱাৰ বাব।

আমিনা।—অ, সেই বাব ! মই বোলোঁ কিবাহে ! বাৰু, গাওঁ, শুনক।

গীত।

ৰাগ—গৌৰী।

ভালি নাচে মদন গোপাল,
বজায় মোহন বেণু গলে বনমাল ॥
অৰুণ চৰণ দুহোঁ থমকে চলায়,
ঈষত ঈষত হাঁসি পঞ্চমত গায়।
শ্যামল সুন্দৰ চান্দ বয়ান বিকাশ,
বহয় মলয় মৃদু পদৰজ আশ ॥

ৰমণী।—বেচ, বেচ আমিনা! গানটি অতি মধুৰ লাগিছিল।

আমিনা।—ভাল, এতিয়া যাওঁ হে। তছলিম (চেলাম দিয়ে)।

ৰমণী।—বাৰু, ধোৱাঁ। তোমাৰপৰা হে মোৰ যি একেৰা সন্তোষ!

(আমিনাৰ প্ৰস্থান; ৰমণী চিন্তাযুত)

ৰমণী।—(স্বগতঃ) জানো, কি হয়গৈ, ঈশ্বৰে হে জানে। এই ছেগতে ইয়াৰপৰা ওলাই ঘৰমুৱা হব পাৰিলেই ৰক্ষা।

(আঘনীৰ প্ৰৱেশ)

ৰমণী।—অ, বাই, আহিছ? ভালেই হল।

আঘনী।—কি নো? কিয়নো ভাল হল আইদেউ?

ৰমণী।—উলটি সুসুধিবি বাই! শুনি যা, কৈ যাওঁ।

আঘনী।—বাৰু, বাৰু। কৈ যাওক, শুনি যাওঁ।

ৰমণী।—জানিছ বাই, আজি ৰাতি তোৰ লগতে ৰজনী সখীকো লৈ আহিবি। তেওঁক মোৰ সাজ-পাৰ পিন্ধাই চাব লাগিছে।

আঘনী।—কিয় নো? আইদেৱে নিজকে দাপোনত যেনেটি দেখে তেনেটিয়েই হব দেখোঁ। তাকে নো আকৌ সখীয়েকক সাজ-পাৰ পিন্ধাই চাব লাগিছে কেলৈ? মানুহে দুইকো একে সাঁচতে উঠা বুলি হে কয়।

ৰমণী।—উলটি নধৰিবি বুলিছোঁ নহয়। শুনি গৈ থাক। মই পৰহিলৈ ইয়াৰপৰা একালে যাম। মোৰ সলনি ৰজনী সখীকে মই বুলি থৈ যাম। এই

কথা তই আৰু সখীয়ে জানিব মাথোঁ, আন কেৱে মই উলটি নাহোঁমানে ইয়াৰ সন্তেদ পাব নালাগে। মই যোৱাৰ পাচত মোক বুলি 'সখীক দেশ ফুৰাবলৈ যুৱৰাজে পাল্কী আৰু মানুহ পঠিয়াব। সখীয়ে ঠিক মোৰ সাজেৰে সাজি ওলাই যাব। তয়ো যাবি। তই কেতিয়াও লগ নেৰিবি। কিছুমান দিনৰ পাচত তইঁতক ওলোটাই আনি এই ঘৰতে থবহি। তইঁতে তাৰ পাচত' ঠিক এতিয়া তয়ে-ময়ে থকাদি থাকিবিহঁক। মানুহৰ লগত বেচিকৈ কথা বাৰ্ত্তা নহবিহঁক। বিশেষ, আমিনা আহিলে বৰ সাৱধানে চলিবিহঁক, যাতে তায়ো সখীক মই বুলিয়েই জানি থাকে। তাৰ পাচতো যি হয় হৈ গৈ থাকিব, তইঁতে কিন্তু কেতিয়াও এই সন্তেদ নাভাঙ্গিবি; ভাঙ্গিলে তইঁতৰো মৰণ, মোৰো বিপদ!—যা এতিয়া। ময়ো অলপ ওলাই ইফাল-সিফাল কৰোঁগৈ।

আঘনী।—( হুমুনিয়াহ পেলাই ) ভাল, আইদেউ!

( দুইৰো দুফালে প্ৰস্থান )

# তৃতীয় গৰ্ভাঙ্ক।

## গুৱাহাটী,—বৰফুকনৰ বাহৰ।

( মাধৱচৰণ আৰু চন্দ্ৰনাৰায়ণ )

মাধৱ।—অ, বোলোঁ, আমাৰ ৰাজকুমাৰে ৰণৰ অন্ত পেলাই হে উলটিব নে, কেতিয়াকৈ উলটিব?

চন্দ্ৰ।—এ, জানো দেও হে, কি কৰোঁ কব পৰা নাই এখোন। মিছাতে থৰলি খাই মৰিছোঁহি নে কি জানো!

মাধৱ।—কিয়? মন দেখোঁ অলপ বিচাতন দেখিছোঁ? কিয় বা?

চন্দ্র।—জানো উচাতন নে বিচাতন, তোমালোকে হে জানা দেও! মিছাতে ইয়াত লেকাট লাগিবলৈ আহিলোঁ মাথোন, লাভত একো নহবগৈ যেন হে লাগিছে।

মাধব।—কিনো লাভৰ আশা কৰি অহা হৈছিল?

চন্দ্র।—ৰাজকুমাৰৰ আশা কি হব পাৰে ভাবি চোৱাচোন বাৰু।

মাধব।—চাইছোঁ, ধুকি পাইছোঁ,—ৰাজ্যলাভ। সেইটি বাৰু পাইছোঁ; আপোনাক লাভ কৰিবলৈ দিবলৈ চাব নে এতিয়া নিজলৈ চাব? ৰজা, বৰফুকন, বিষয়া এইবিলাকৰ নিজৰ গাতে তত্ নাই, আপোনালৈ চাব এতিয়া? ভাল আশাত বন্ধ গৈছে হয় আপুনিও!

চন্দ্র।—এৰা, গম্ পাইছোঁ লাহে লাহে। এফেৰি ৰং-তামাচা, ফুৰ্ত্তি কৰিবলৈ আজৰি নোহোৱাকৈ খাটিও বৰফুকনক সন্তোষ লগাব পৰা নাই, তেওঁ হেনো দায়ীত্ব থকা ডাঙৰ কাম মোৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চিন্ত হব নোৱাৰে। নোৱাৰে ভালেই হে, ময়ো নিবিচাৰোঁ। তেওঁৰ লগত তো চৰাই হৈ উৰিব নোৱাৰি। ঔ ৰাম! অলপ জিৰাবলৈ-শঁতাবলৈ আজৰি নাই, অলপ ফুৰ্ত্তি কৰিবলৈ ছেগ নাই, কেৱল উৰোঁ উৰোঁ! সকলোৱে আকৌ তেওঁৰ দৰে পাৰিলে হে হয়।

মাধব।—নকব আৰু, এই পাকত হলে মোৰ মনে সৈতে মিলি গৈছে।

চন্দ্র।—বাৰু, চাওঁ আৰু কেইটামান দিন। নহলে, গুচি যাবগৈ লাগে। আৰু এফালে তো হতাশ হৈছোঁৱেই। মিছাতে গাৰ দুখ, মনৰ কষ্ট!

মাধব।—আৰু নো হতাশৰ ইটো বিষয় কি?

চন্দ্র।—( বিমৰ্ষ ) এ, সুসুধিবাঁ, সেইবোৰ কথা দেও!

মাধব।—মাধবে কিন্তু সুসুধিলেও সুবুজাকৈ নাথাকে। এই ভাগ প্ৰেমৰ বিকাৰ হব পায়?—পিজলা গাভৰুদেউ তাৰ লক্ষ্য নহয় জানো?

চন্দ্র।—তুমি তো কম শিয়ান নহয় দেখিছোঁ!

মাধব।—এ, কম নহয় দেখি তো এই দুটা দিন বৰ্ত্তিব পাৰিছোঁ।

( গন্ধৰ্ব্বৰে সৈতে পানীফুকনৰ প্ৰৱেশ )

পানী।—ডাঙৰীয়া ওলোৱা নাই হবলা ?

মাধৱ।—বতৰা গৈছে হে, মোগল সেনাপতিৰ দূত এজনেও পত্ৰ এখন লৈ ৰখি হে আছেহি।

গন্ধৰ্ব্ব।—কোন জন ? ক'তা ?

মাধৱ।—সেয়া ছাঁতে বৈ জিৰাইছে। সৌৱা, সৌ চীখ চিপাহীটোৱেই।

( লাচিত বৰফুকনৰ প্ৰৱেশ )

লাচিত।—ক'তা ? মোগলৰ দূত কেনি গল ?

মাধৱ।—সৌৱা। বাৰু, মই মাতি আনোগৈ। ( মাধৱৰ প্ৰস্থান )

চন্দ্ৰ।—দূত আহিবৰ ভালেখিনি পৰ হল। বপুৰা বৰ নিৰ্জ্জু মানুহটি !

লাচিত।—নিৰ্জ্জু নহয়, স্থিৰমতি। সেইটো সিফালৰ সৈনিক শিক্ষাৰ গুণ।

( মাধৱৰ পিচে পিচে অজিতসিংহৰ প্ৰৱেশ )

মাধৱ।—( অজিতসিংহক ভেঁটাই দি ) এখেতেই আমাৰ বৰফুকন প্ৰধানসেনাপতি ডাঙৰীয়া।

অজিত।—চিনি পাইছোঁ। ( সৈনিকৰ চেলাম দি পত্ৰ আগ বঢ়াই দি ) দিল্লীশ্বৰৰ প্ৰধান সেনাপতি ৰজা ৰামসিংহই ডাঙৰীয়ালৈ এইখন পত্ৰ দি পঠিয়াইছে।

লাচিত।—বাৰু, দিয়াঁ। ( পত্ৰ গ্ৰহণ কৰে ; আৰু পঢ়ি ক্ষন্তেক গভীৰ ভাৱে চিন্তা কৰি চাই ) তোমাক ইয়াৰ উত্তৰ এতিয়াই লাগে নে ?

অজিত।—হয় হজুৰ ! জবাব দিলে নিব পাৰোঁ, নহলে হজুৰে পঠিয়াই দিবও পাৰে।

পানী।—ডাঙৰীয়া ! উত্তৰ পাচেকৈ পঠিয়ালেও নহব জানো ?

লাচিত।—হব। পাচেকৈ আমাৰ দূতে লৈ যোৱা হে উচিত। ( অজিতৰ প্ৰতি ) বাৰু, পত্ৰৰ উত্তৰ পাচেকৈ আমাৰ দূতে লৈ যাব। সেনাপতি ৰজাদেওক আমাৰ চালাম দিবাগৈ।

অজিত।—বহুত আচ্ছা হজুৰ! ( সৈনিকৰ চেলাম দি ঘূৰি গহীন খোজেৰে প্ৰস্থান কৰে )।

লাচিত।—মোগলৰ সেনাপতি ৰজা ৰামসিংহই লিখিছে কি শুনিবাহঁক, —"পূৰ্ব্বৰ মোমাই তামুলী বৰবৰুৱাৰ সন্ধি মতে এতিয়াও অসুৰৰ আলি লৈকে বৰনৈকে সীমা মানি আহোম ৰজাই গুৱাহাটী মোগলক এৰি দিব লাগে; নহলে দুঘণ্টামান যুঁজিও চাব পাৰে। তালৈকো তীৰ-বন্দুক নহলে আমাক খুজিলেও পাব পাৰে"।

গন্ধৰ্ব্ব।—উঃ, কেনে অসহনীয় গপ্প! পত্ৰৰ মৰ্ম্ম শুনি মোৰ সিৰে-সিৰে তেজ উতলিব লাগিছে! বৰসেনাপতি ডাঙৰীয়াৰ সাক্ষাতত নোহোৱা হলে আজি দূতৰ মুখেই চুঙা চাই সোপা দিবৰ মন আছিল। বাৰু, ৰামসিংহই তেওঁৰ অনুমানৰ পৰিমাণ পাবলৈ আৰু সৰহ পলম নাই।

চন্দ্ৰ।—ইঃ, ইমান ফিতাহি! দূতৰ আগতে ভালকৈ গালি পাৰি পঠিয়াব লাগিছিল। সি নৌ যাওঁতেই মুগুনিলোঁ!

লাচিত।—তোমাৰ দৰে সকলো উতলা জানো? ধীৰে-শাঁতে পাচে-পৰে ভাবি-চিন্তি জোকৰ-মুখত-চূণ-পৰাকৈ উত্তৰ দিবলৈ বুলি স্থগিত ৰখা হল। দূতৰ আগত গালি পৰাটো উজু কথা, কিন্তু সম্মুখ-সংগ্ৰামত ঠাৱৰি মহতালি দেখাব পাৰিলাহেঁতেন যদি তেহে। কিন্তু, তোমাক যতে দিওঁ ততে পোলোকা মাৰি তুমি পিচুৱাই পৰা দেখোন? তোমাৰ ওপৰত নিৰ্ভৰ কৰাৰপৰা কেইখন ৰণত কেইবাৰ মোৰ ৰণ-কৌশলত কেনা লগাইছিলা মনতকৈ চাৱাঁ। বাৰু, যি হওক, ৰামসিংহ সেনাপতিয়ে এইখন আমাৰ পত্ৰৰ হে উত্তৰ দিছে। এইদৰে উত্তৰাউত্তৰি কৰি থাকোঁতেই বাৰিষালৈ থকা বাকী দিন কেইটা পাৰ হলে আমালৈ হে ভাল। সিমানত নগৰবৰপৰা আমাৰ ডাঙৰীয়া দুজনো সসৈন্যে পাবহি। এতেকে, মোৰ মনেৰে, সদ্যহতে এই ভাবে উত্তৰ দি থোৱাই ভাল দেখোঁ,—"মান্ধাতাৰ বংশত জন্মি আৰু জয়সিংহৰ পুত্ৰ হৈ ৰামসিংহই তেনে কথা লিখিব নালাগিছিল; দুই-চাৰি ঘণ্টা যে যুঁজিব খোজে, দুই-চাৰি বছৰ

যুঁজিবলৈ সাহ দিব নোৱাৰে নে? আৰু, তীৰ-বন্দুক খোজাৰ কথা যে কৈছে, বাৰু সম্প্ৰতি তেওঁকে লাগিব পাৰে, থাওক; দুই-চাৰি বছৰৰ পাচত লাগিলে খোজা হব। কিন্তু, গুৱাহাটী ঈশ্বৰে আহোমক দিছে, তাক কদাপি মোগলৰ হাতত অৰ্পণ কৰা নাযায়।"—কি বোলাইঁক? গন্ধৰ্ব্বনাৰায়ণে এই ভাৱেই এখন পত্ৰ লিখি মোৰ দস্তখত লৈ আজিয়েই আমাৰ দূতৰ হাতত মোগল শিবিৰলৈ পঠিয়াবাঁ।

গন্ধৰ্ব্ব।—ভাল, আজিয়েই উত্তৰ পঠিওৱা হব। আৰু, ডাঙৰীয়াই কোৰ মতেই লিখি আনি দস্তখত লমহি।

পানী।—ডাঙৰীয়াৰ উত্তৰ অতি বিতোপন হব। আৰু, আমাৰ দূতৰ যোগে পঠিয়াবলৈ স্থিৰ হোৱাটোও উত্তম ব্যৱস্থা হৈছে। কিয়নো, তেতিয়া হলে আমাৰ ফালৰ এজনেও গৈ শত্ৰুৰ শিবিৰ সোমাই তাৰ আলেখ-লেখ চাই আহিবলৈ সুবিধা ঘটিব।

গন্ধৰ্ব্ব।—তেন্তে পত্ৰবাহকজন চতুৰ লোক হোৱা উচিত। আমাৰ মাধৱ চৰণেই বোধ কৰোঁ সেই কামৰ নিমিত্তে উপযুক্ত লোক হব। তেওঁ নগলে ময়ে এই দূতৰ বাব লবলৈ আগ বাঢ়িছোঁ।

চন্দ্ৰ।—নহয় নহয়। মাধৱেই হে তাৰ নিমিত্তে লায়ক।

মাধৱ।—অলায়ক নো কিহৰ নিমিত্তে? অমুকাক যতে দিয়ে ততে ৰাজী! মুঠেই বিপদলৈ নেঠেলিব!

লাচিত।—(মিচিকিয়াই) বাৰু, বিপদ নাই। দূত, কটকী, পত্ৰবাহক এনে বিলাকক শত্ৰুৱেও অনিষ্ট কৰিব নাপায়। বাৰু, মাধৱেই যাবাঁ।

মাধৱ।—ভাল, ডাঙৰীয়া দৌতা, যাব লাগে। কিন্তু কথাটোহে কৈছোঁ। (স্বগতঃ) বাৰু যাম, এইখিনিতে লাভবো এটি চেলু পোৱা গৈছে জানিবা। বৰফুকনে কলে-কৌশলে ৰণখন বাৰিষালৈ নিবলৈ যে ফাকতি তৰিছে, তাৰ সম্ভেদ্ দিওঁগৈ যদি, মোগল সেনাপতিৰপৰা যে ভালকৈ কিছু সৰকাব পাৰিম তাত সংশয় নাই। বেচ কথা, মনত ৰাখিব লগীয়া কথা।

লাচিত।—বাৰু, হৈছে এতিয়া ; ভাবিব নালাগে। এতিয়া নিজ নিজ বহালৈ যোৱাঁগৈইঁক। যথাসময়ত যাৰ যি কৰ্ত্তব্য কৰি থাকিবাইঁক। মনত ৰাখিবাইঁক, 'অসমে প্ৰতি অসমীয়াৰপৰা কৰ্ত্তব্য বিচাৰে'।

( সকলোৰে প্ৰস্থান )

পানী ফুকন।—ডাঙৰীয়াৰ আদেশ শিৰোধাৰ্য্য। নিজ কৰ্ত্তব্যত নিশ্চয় মতি ৰাখিম। কিন্তু, শত্ৰু সেনাপতিৰ পত্ৰৰ মৰ্ম্মলৈ মনত পৰিলে গা জ্বলি আহে! মোগল সেনাপতিৰ এই অযথা দানৰ প্ৰতিদান কাহানিকৈ দিব পাৰোঁ। তাৰ নিমিত্তে আজিৰপৰা ক্ষণ গণনা হাতত ললোঁ। এই প্ৰতিদান নিদিওঁমানে নিশ্চিন্ত নহওঁ। দেখোঁ, ৰামসিংহই কিমানপৰ ঠাৰৰিব পাৰে।

# চতুৰ্থ গৰ্ভাঙ্ক।

আগীয়াঠুঁটি—তামীঘৰা শিবিৰ।

( অজিত আৰু ৰামসিংহ )

অজিত।—অসম-ৰাজ্যৰ আহোম সেনাপতিৰ ব্যৱহাৰ বৰ ভাল পালোঁ। আৰু, আহিবৰ সময়ত মোৰ আগত হজুৰলৈ চেলাম দি পঠাইছে।

ৰামসিংহ।—হয় তো, এজন সেনাপতিয়ে আন এজন সেনাপতিৰ প্ৰতি যথাবিহিত সন্মান দেখুৱাবই লাগে। এই ৰণ-নীতি সভ্য জাতিৰ লক্ষণ।

অজিত।—নহয়, মই আকৌ অসমদেশৰ কথা আমাৰ দেশত যেনে বুলি শুনিছিলোঁ, তেনে ভাবি হে গৈছিলোঁ। অসমীয়া মানুহ বোলে হেনো জংঘলী, অসভ্য। মই হলে বিপৰীত হে দেখিলোঁ।

ৰামসিংহ।—জংঘলী হয় ; কিন্তু জংঘলী হলেই যে অসভ্য হব, সেইটো নহয়। এই জংঘলতে বশিষ্ঠ মুনিৰো আশ্ৰম আছিল।

অজিত।—আৰু এটা কথা আপোনাক জনাম বুলি ভাবি আহিছিলোঁ।

ৰামসিংহ।—কি ? কৈ যোৱাঁ।

অজিত।—গোপনে হে কওঁ।

ৰামসিংহ।—বাৰু।

অজিত।—শুনি আহিলোঁ, আমাৰ ৰচিদ্‌খাঁ হেনো মানুহ ঠিক নহয়। এওঁ অসমত আগেয়েও বহু দিন আছিল। মই সিবাৰ আহোঁতে তেওঁক ইয়াতে পাই গৈছোঁ।

ৰামসিংহ।—পিচে, কি হল নো ?

অজিত।—অসমত বেচি দিন থকাৰ বাবেই বোধ কৰোঁ অসমীয়া মানুহৰ লগত তেওঁৰ ভাব দোচোৰা।

ৰামসিংহ।—কেনে নো দোচোৰা ভাব ?

অজিত।—লাভ দেখিলে সিফালেও পেট দিয়ে।

ৰামসিংহ।—(গমি চাই) হব পাৰে। মোৰ কাণত আন ফালৰপৰাও এনে কথা পৰিছেহি। আমি দিল্লীতে ৰচিদ্‌খাঁৰ নীচতাৰ বিষয়ে বিস্তৰ শুনিছিলোঁ; আৰু সেই কাৰণেই পাটচাহে তেওঁক অসমৰপৰা ফিৰাই নি ফিৰুজখাঁক গুৱাহাটীৰ থানাদাৰ পাতি পঠায়। এতিয়াও তেওঁ সেই স্বভাৱ এৰিব পৰা নাই, কেৱল মোৰ লগে-লগে বথাৰ কাৰণে হে পাক-চক্ৰত ফুৰিবলৈ চল পোৱা নাই। অ, সেই কাৰণে হে বোধ কৰোঁ মোৰ আদেশ তেওঁ তামিল কৰাত প্ৰায় গহৰি কৰে; আৰু মুখে-মুখে জবাব দিবলৈ বিচাৰে। বাৰু, দেখোঁ আৰু কিছু দিন। কিন্তু, তুমি তো বৰ হুঁচিয়াৰ দেখিছোঁ। পাক এটা দি আহোঁতেই ইমানবোৰ সন্তেদ্ লব পাৰিলা !

অজিত।—হজুৰ ! কৰ্ত্তব্যত ফুৰিলে হুঁচিয়াৰ হবই লাগিব। নহলে নো মোৰপৰা চৰকাৰৰ কি উপকাৰ হব ?

ৰামসিংহ।—ঠিক। চোখ.চিপাহীবিলাক এই বিষয়ত বৰ ঠিক। সেই

কাৰণে হে মই সিহঁতক বেচি ভাল পাওঁ আৰু বিশ্বাস কৰোঁ। বাৰু, তুমি যোৱা এতিয়া, খোৱা-মেলা কৰাগৈ।

অজিত।—বহুত আচ্ছা হজুৰ! মই আহোঁ। (স্বগতঃ) এফেৰি কাৰ্য্য সাধিলোঁ। ৰচিদখাঁই অসমৰ ভিতৰুৱা কথা সোপাকে জানে; এওঁক খেদাব পাৰিলে হে মোৰ উদ্দেশ্য সিদ্ধিত বিশেষকৈ সুচল ঘটিব। (প্ৰস্থান)

ৰামসিংহ।—(অকলে) কথাটো আপোনা-আপুনি প্ৰমাণিত হৈ পৰিল। মই আহিয়েই শুনিছিলোঁহি যে, কোনোবা ছুটা মানুহৰে সৈতে ৰচিদখাঁৰ কিবা স্বাৰ্থ-চক্ৰান্ত চলিছিল। সেইটো ব্যৰ্গ হোৱাত হে তেওঁ দুয়োকুল হেৰুৱাব লগাত পৰে। তেওঁৰো মনোবাঞ্ছা পূৰ্ণ নহল, আমাৰো দুবাৰ ৰণত পৰাজয় ঘটিল। সি যি হওক, এওঁৰ লগত সতৰ্ক হৈ ব্যৱহাৰ কৰিব লগাত পৰিছে। নতুবা, এওঁক একেবাৰে বিদায় দিব পাৰিলেও বেয়া নহয়। বাৰু, দেখা যাওক, আৰু কিছুদিন তেওঁৰ আলেথ-লেখ বুজি চাওঁ।—অজিতসিং কিন্তু বৰ হুঁচিয়াৰ, বৰ বিশ্বাসী। এই ডেকা সৈনিকটি দেখাতেই বুদ্ধিমান। আমাৰ অসম-যাত্ৰাৰ পিচদিনা বাটৰুৱা শিবিৰত ই আহি আমাৰ ফৌজত ভৰ্ত্তি হওঁতেই ইয়াৰ প্ৰতি স্বভাৱতে মোৰ মনোযোগ আকৃষ্ট হৈছিল। তেতিয়াৰেপৰা দিনে দিনে ই নিজ কাৰ্য্যেৰে মোক মোহ লগাই আহিছে। বাস্তৱিকতে ইয়াক মোৰ গা-চোৱা কামত ভৰ্ত্তি কৰি বৰ ভাল কাম কৰিলোঁ। (নিটাল মাৰি ৰয়)

(ৰচিদখাঁ আৰু ৰঘুনাথসিংহৰ প্ৰৱেশ)

ৰঘু।—এ, আমাৰ বৰসেনাপতি অকলে! চিন্তাত দেখোঁ মগ্ন!

ৰচিদ্।—চিন্তা তো বহুত কৰা হৈছে, তাৰ ফল হে ব্যৰ্থ!

ৰামসিং।—(মুখ দাঙ্গি খঙেৰে) ব্যৰ্থ কাৰ দোষত?

ৰচিদ্।—মোৰ দোষত হবলা?

ৰাম।—তোমাৰ দোষত নহয় বে কি? মোৰ উদ্ভাবিত উপায় আৰু কৌশল তোমাৰ ফেৰিয়াফেৰিত কেইটা ব্যৰ্থ হৈছে ভাবি চোৱা।

ৰচিদ্।—ভাবি চাই হে কৈছোঁ, মোৰ ফেৰিয়াফেৰিত একো ব্যৰ্থ হোৱা নাই, মোৰ পৰামৰ্শ নোলোৱাত হে সকলো ভ্ৰষ্ট হৈছে। মই ইয়াতে থানাদাৰী কৰি অতকাল কটালোঁ, এই ঠাইৰ আও-ভাও মই নাজানো, আপুনি কালি আহিয়েই বেচি জনা হলহি!

ৰাম।—কি কোৱা! মই এই ঠাইৰ হাল মুবুজা-নজনাকৈ এই মহাৰণ চলাইছোঁহি?

ৰঘু।—কিয় হব তেনে কথা; আপুনি আহিবৰেপৰা আহোমৰ কোঁঠ লবলৈ যিবিলাক বিচক্ষণ উপায় উদ্ভাৱন কৰি ৰণ-কৌশল তৰিব লাগিছে, ৰণস্থলৰ হাল মুবুজাকৈ কোনে তেনে কৰিব পাৰে?

ৰাম।—ভাবি চোৱাঁ, তেজপুৰৰ ওৰচত লগা ৰণত জিকি যেতিয়া মোৰ দিহা মতে আমাৰ ফৌজে শক্ৰৰ ৰণতৰী আক্ৰমণ কৰেগৈ, তেতিয়া ৰচিদখাঁৰ বাধা-বিঘ্ন হেতুকেই তাত জয় লাভ কৰিব নোৱাৰিলোহঁক; তাৰ পাচত যেতিয়া ৰংমহলৰ কোঁঠ আক্ৰমণ কৰিবলৈ দিহা দিওঁ, তেতিয়াও এওঁৰ ফেৰিয়াফেৰিতে আমাৰ উদ্দেশ্য ভ্ৰষ্ট হয়। এই দৰে আৰু কেইবাটাও মোৰ সদুপায় এওঁ নষ্ট কৰিছে। এওঁৰপৰা ৰণত লাভ নহৈ বিস্তৰ ক্ষতি হে হৈছে দেখিছোঁ।

ৰচিদ্।—ক্ষতি হৈছে যদি, মোক পঠিয়াবৰে দৰ্কাৰ নাছিল।

ৰাম।—নাছিল তো দৰ্কাৰ। এতিয়াও দৰ্কাৰ নাই। তুমি ২৪ ঘণ্টাৰ ভিতৰত ভটীয়াই গুচি যোৱাঁগৈ। নহলে, ৰঘুনাথ, এওঁৰ তমীঘৰৰ ফঁয় কাটি উঠাই দিবাঁ। (খঙেৰে প্ৰস্থান)

ৰচিদ্।—বাৰু, আমিও যাবলৈ হে প্ৰস্তুত। একো কথা নাই। বাৰু, বলাঁ যাওঁ এতিয়া। ৰামসিংহ কিমানলৈ তন্তে ময়ো দেখিম।

(ৰচিদ্ আৰু ৰঘুনাথৰ প্ৰস্থান; ৰামসিংহ চিন্তাযুত)

# পঞ্চম গৰ্ভাঙ্ক।



গড়গাওঁ,—ৰজাৰ বৰচৰা।

( চক্ৰধ্বজ, বুঢ়াগোহাঞি, বৰগোহাঞি, বৰবৰুৱা )

চক্ৰধ্বজ।—ৰামসিংহ সেনাপতিৰ অহঙ্কাৰৰ ৰবকথা শুনিছাইক;—ৰামসিংহই বোলে আমাক হতীয়াহতি যুদ্ধলৈ আহ্বান কৰিছে! তেওঁ ভাবিছে বোধ কৰোঁ, তেওঁতকৈ আৰু বিচক্ষণীয়া যোদ্ধা নাই, তেওঁৰে সৈতে সম্মুখ-সংগ্ৰাম দিব পৰা সেনাপতি অসমত নোলাব; কিন্তু আছে নে নাই আমাৰো দেখুৱাবৰ মন যায়; আৰু হতীয়াহতি যুদ্ধত তেওঁ কিমান পৰ ঠাৰৰিব পাৰে তাৰো প্ৰমাণ চাবৰ ইচ্ছা হয়। পিচে, তেনে উধত্ মানুহৰ ইচ্ছা পূৰাবলৈ গলে আমাৰ মৰ্য্যাদা নৰয়, ইন্দ্ৰবংশী ৰাজ-সিংহাসন লাঞ্ছিত হয়! নতুবা, পাটচাহ আওৰেংজেবে সেই আহ্বান দিয়া হলে তাক আগ্ৰহেৰে গ্ৰহণ কৰা গলহেঁতেন, আহোম ৰাজ-সিংহাসনৰ বাহুবল দেখুৱালোঁহেঁতেন!

বুঢ়াগোহাঞি।—উঃ, মোগল সেনাপতিৰ ইমানটো গঙপ! তেওঁ গছৰ গুৰিলৈ চাপি নোচোৱাকৈ একেবাৰে আগলৈ হাত মেলে? আগেয়ে তেওঁ তেওঁৰ সমনীয়া সেনাপতিৰে সৈতেই লৰি চাওক কিমানপৰ ঠাৰৰিব পাৰে, তাৰ পাচত পাচৰ কথা। সম্মুখ-সংগ্ৰামলৈ সষ্টম হৈ তেওঁৰ সমুখতে আহোম বীৰ লাচিত বৰফুকন বিদ্যমান; প্ৰথমে তেওঁৰ আগতে থিয় দি ঠাৰৰকচোন; তাৰ পাচত আমি আছোঁ, আমাৰ পাচতো যি হয় হব!

বৰবৰুৱা।—ৰামসিংহৰ প্ৰলাপত আমাৰ লাগিবৰ সকাম নাই। তেওঁৰ উক্তি শুনিয়েই আমি যুক্তি ধুকি পাইছোঁ। বাট এৰি অবাটে চলোঁতাক পৰি-মৰাহে বোলে!

চক্ৰধ্বজ।—তথাপি, এনে অহঙ্কাৰ অসহনীয়। ৰামসিংহৰ দৰ্প তুৰন্তে চূৰ্ণ হব লাগে।

বুঢ়াগোহাঞি।—নিশ্চয় ৰামসিংহৰ দৰ্প চূৰ্ণ হব লাগে। স্বৰ্গদেৱৰ অনুমতি হওক, মই তুৰন্তে বৰফুকনৰ সাহায্যাৰ্থে সসৈন্যে যাত্ৰা কৰোঁ।

বৰগোহাঞি।—যাত্ৰা কৰিবাই তো, আমিও কৰিব লাগিব। পিচে, আগধৰি ইমানকৈ উতলিবৰ প্ৰয়োজন নাই। আমি নো তুৰন্তে যাত্ৰা কৰোঁ কিয়? চাওঁচোন, বৰফুকনৰ লগত তেওঁ কিমান পৰ লৰিব পাৰে।

চক্ৰধ্বজ।—বৰগোহাঞি ডাঙৰীয়াৰ যুক্তিও সাৰুৱা; আৰু ইতিমধ্যতে ৰামসিংহৰ কৌঁঠ আক্ৰমণ কৰিবৰ অৰ্থে বৰফুকনলৈ আদেশ আৰু উপদেশ পঠিওৱা যাব। কিন্তু, যদিও লাচিত বৰফুকনৰ অসামান্য বীৰত্বৰ ওপৰত আমাৰ অটল বিশ্বাস, তথাপি তাত তেওঁক অকলে লৰিবলৈ দি তাৰ ফলাফললৈ ইমান দূৰৈত আমি অপেক্ষা কৰি থকাটো সঙ্গত বিবেচনা নকৰোঁ। গতিকে, সিফালে বৰফুকনে মোগল সেনাপতিৰ কৌঁঠ অৱৰুদ্ধ কৰোক, ইফালৰ পৰা বুঢ়াগোহাঞি ডাঙৰীয়া তেওঁৰ সাহায্যাৰ্থে সসৈন্যে যাত্ৰা কৰোক।

বৰবৰুৱা।—হৈছে স্বৰ্গদেৱ! এয়ে উত্তম ব্যৱস্থা। আদেশ পালে আমিও যাওঁ।

চক্ৰধ্বজ।—এয়ে স্থিৰ। বুঢ়াগোহাঞি ডাঙৰীয়াৰ সকলো আয়োজন বোধ কৰোঁ ঠিক আছে?

বুঢ়াগোহাঞি।—হৈছে, স্বৰ্গদেৱ! মই কেতিয়াবাৰেপৰা প্ৰস্তুত আছোঁ; আজিয়েই যাত্ৰা কৰিব পৰা যায়। ইফালে উজাই আহি মোগল সেনা তেজপুৰ পাইছেহি; সিফালে চেঁচা তো সিহঁতে এটা হেঁচা দিছেহি। এই যাত্ৰাতে মই সেই মোগল ফৌজ দুটা তেজপুৰ আৰু চেঁচাৰপৰা ওফৰাই ঢলিয়াই লৈ যাওঁগৈ।

চক্ৰধ্বজ।—বাৰু, কাইলৈ পুৱাতে যাত্ৰা কৰা হব লাগে। তাৰ পাচত বৰগোহাঞি ডাঙৰীয়াও এই ৰূপেই প্ৰস্তুত থাকিব লাগে; প্ৰয়োজন হোৱা মাত্ৰে যেন যাত্ৰা হব পাৰে। সম্প্ৰতি অহা যাত্ৰাতে আৱশ্যকতকৈও অলপ অধিক খাৰ-গুলী অস্ত্ৰ-শস্ত্ৰ ৰণক্ষেত্ৰলৈ পঠিয়াব লাগে। ইফালে ইয়াত আমি

তাৰ অপৰ্য্যাপ্ত যোগানৰ আয়োজনত ধৰোঁইক ; এই অৰ্থে অনতিপলমে যুগুত আয়োজনত ধৰিবলৈ খাৰঘৰীয়া ফুকনক আদেশ কৰা গল ; বৰবৰুৱাৰ গাত তাৰ তত্বাৱধানৰ ভাৰ থাকিল। এতিয়া সবাৱে মিলি উপস্থিত যাত্ৰাৰ আয়োজনত সংহায় কৰিবগৈ লাগে ; সন্ধ্যাৰ পূৰ্ব্বে আমি সমস্ত আয়োজন পৰিদৰ্শন কৰিমগৈ। ( সকলোৰে প্ৰস্থান )

# ষষ্ঠ গৰ্ভাঙ্ক।

বৰফুকনৰ বাহৰ,—ভিতৰ-চৰা।

( পিজলা গাভৰু আৰু গন্ধৰ্ব্বনাৰায়ণ )

পিজলা।—( অকলে ) হাঁয়, কিবা এটি যেন নাই ! মন উগুল-থুগুল আৰু প্ৰাণ উৰুভা লাগিছে কিয় ? তেওঁচোন মোৰ এতিয়ালৈকে একোৱেই নহয়। তথাপি, দুদিন নেদেখিলে দুবছৰ যেন লাগে কিয় ? কেতেকী বাইক পঠিয়াই মতাই আনিম যেন ! পিচে,—

( গন্ধৰ্ব্বৰ হঠাৎ প্ৰৱেশ )

গন্ধৰ্ব্ব।—অকলে আপোন মনেৰে দেখোন ?

পিজলা।—( লাজত তলমূৰ কৰি ) এৰা, সাক্ষাতকে নাপাওঁচোন ?

গন্ধৰ্ব্ব।—ক্ষমা কৰিবা, পিজলা !

পিজলা।—কিহৰ ক্ষমা ? আপুনি কিবা জগৰ লগাই আহিছে নে কি ?

গন্ধৰ্ব্ব।—ডাঙৰ জগৰ।

পিজলা।—কিবা ?

গন্ধৰ্ব্ব।—তোমাক আজি ভালমান দিন দেখা হিবহি পৰা নাই।

পিজলা।—ভালেমান দিন! পৰহিচোন সাক্ষাৎ পাইছিলোঁ। মই হে পাহৰিছিলোঁ!

গন্ধৰ্ব্ব।—এৰা, ভালেমান দিন যেন লাগিছিল!

পিজলা।—( হৰিষৰ হাঁহিৰে ) লাগিব পাৰে; মোৰ প্ৰতি ই আপোনাৰ অনুগ্ৰহৰ চিন্।

গন্ধৰ্ব্ব।—অনুগ্ৰহ নহয়, তাতকৈ এফেৰি মধুৰ বিধৰ। কি বাৰু, কোৱাঁ, মই নোকোৱাকৈ।

পিজলা।—জানো!

গন্ধৰ্ব্ব।—জানা যদি, কোৱাঁ আকৌ।

পিজলা।—ভাল, আপুনিও!

গন্ধৰ্ব্ব।—ভাল নহয়, বেয়া জানো? অ, মোক বেয়া পাইছাঁ?

পিজলা।—( তলমূৰকৈ ) তেনে কথা নকব দেই।

গন্ধৰ্ব্ব।—কওঁ যদি, কি দণ্ড?

পিজলা।—জানো, আপুনি কি কয়?

গন্ধৰ্ব্ব।—মোৰ ভাষা তুমি নুবুজাঁ নে কি?

পিজলা।—আপোনাক নো কথাত কোনে ভাগৰাব!

গন্ধৰ্ব্ব।—ৰণত হলে ভাগৰা নাই আজিলৈকে; কথাত যদি ভাগৰোঁ কেতিয়াবাকৈ, তোমাৰ ওচৰত হে।

পিজলা।—অ, ভাল মনত পৰিছে; সিদিনা এৰাৰপৰা ৰণৰ কথাখিনি নকয় নো কিয়?

গন্ধৰ্ব্ব।—ভাল কথা হল! আৰু এট অপৰাধ!

পিজলা।—নকয়? বাৰু নালাগে কব। ( মুখ আমোলায় )

গন্ধৰ্ব্ব।—নহয় নহয়, কওঁ কওঁ; তোমাৰ ৰোহ-পতা মুখখনি চাবৰ মনেৰে হে তেও এই খন চতুৰালি কৰা হৈছিল। কওঁ শুনা। কোন্ খিনিৰপৰা কম? কি কম বাৰু?

পিজলা।—আকৌ বোলে কি কম? যি কবলৈ কৈছোঁ, তাকে কওক। যিখিনি মই শুনিব লগীয়া, সেই খিনি শুনাওক।

গন্ধৰ্ব্ব।—কোন্ খিনি বা শুনাব লাগে এতিয়া? মহা ভাবনাত হে পৰিলোঁ!

পিজলা।—আপোনাৰ ৰসিকতাৰো অন্ত নপৰে, মোৰো শুনা নহব এই দৰে। মোৰ বিশেষ লাগতিয়াল খিনিৰ দুটামান কথা মই সুধি যাম, আপুনি কৈ যাব।—দেই?

গন্ধৰ্ব্ব।—দেই।

পিজলা।—ৰণক্ষেত্ৰত দেউতাই আপোনাক ভাল পাইছে নে?

গন্ধৰ্ব্ব।—(গহীন) সেইটো মই কেনেকৈ কম! স্বদেশৰ মঙ্গলার্থে মোৰ দেহ-মন-প্ৰাণ উছৰ্গি দিছোঁ; তদুপৰি বৰসেনাপতি গুৰুদেৱক সন্তুষ্ট কৰিবলৈ মোৰ সদায় লক্ষ্য। ভগৱন্তেহে জানে, কিমানদূৰ কৃতকাৰ্য্য হব পাৰিছোঁ।

পিজলা।—মানুহেও অলপ জানে। আমিও এফেৰি সম্ভেদ্ পাইছোঁ। ভগৱন্তে আপোনাৰ সজ আৰু সবল উদ্দেশ্য যেন সিদ্ধি কৰে।

গন্ধৰ্ব্ব।—তোমাৰো মনোৰথ যেন পূৰ্ণ হয়। যাওঁ, সময় হৈছেহি, আগীয়াঠুঁটি কোঁঠ অৱৰোধৰ দিহা লওঁগৈ! (উদ্যত)

পিজলা।—যাওক, ৰণত বিজয়ী হৈ আহকগৈ। যাওঁ, ময়ো দেউতাৰ আলপৈচান ধৰোঁগৈ। (প্ৰস্থান)

গন্ধৰ্ব্ব।—(আপোনা-আপুনি) অহ, নিজনি বিলৰ নিৰ্ম্মল পানীত পদুম কলিৰ প্ৰতিবিম্বৰ দৰে, পিজলাৰ নিৰ্ম্মল হিয়াত মোৰ দেহ-মন-প্ৰাণৰ প্ৰতিবিম্ব এটি দেখোঁ যেন লাগি যায়!—এই হেন ভীষণ ৰণক্ষেত্ৰৰ ঘোৰ্ঘোৰ অশান্তিৰ মাজতো সেই হিয়া-দাপোনত আত্মৰূপ দেখি পৰম শান্তি লাভ কৰোঁ। যাওঁ, কঠোৰ কৰ্ত্তব্যে করুণ প্ৰেমৰ বাধা নামানে। (প্ৰস্থান)



## সপ্তম গৰ্ভাঙ্ক।

আগীয়াঠুঁটি কোঁঠ,—ৰণস্থল।

( অজিত আৰু ৰামসিংহ )

ৰামসিংহ।—অজিত !

অজিত।—হজুৰ !

ৰামসিংহ।—আজিৰ খবৰ কি ?

অজিত।—খবৰ ভাল নহয়, হজুৰ ! আগীয়াঠুঁটি কোঁঠৰ দক্ষিণে আহোমৰ পালি সেনাপতি পানীফুকনৰে সৈতে আমাৰ নচৰৎখাঁ সেনাপতিয়ে এখন ৰণ দিছিল ; পিচে তেওঁ খেদা খাই উলটি আহিছে।

ৰামসিংহ।—লাচিত বৰফুকন ৰণস্থললৈ অহা নাই দেখোন ?

অজিত।—নাই অহা। বৰসেনাপতি বৰফুকনে বোলে আপোনাৰে সৈতে হে লৰি চাব।

ৰামসিংহ।—উঃ, কি আস্পৰ্দ্ধা ! শিয়ালে সিংহে লৰি দেখুৱাব খোজে ! ৰামসিংহই কিন্তু শিয়াল বধ কৰি বীৰত্বৰ অখ্যাতি নানে ; বাঘে-সিংহে হলেও অলপ লৰি চাব পাৰি ; সেই হে কওঁ, আহে যদি আহোম ৰজা চক্ৰধ্বজসিংহ স্বয়ং আহক, অলপ চিনাকি দি পঠিয়াওঁ ! বাৰু, দেখা যাওক। বলা, এইবাৰ সম্প্ৰতি ৰঘুনাথসিংহ আৰু কিৰাতসিংহ বৰ্ত্তিয়াক একেলগে পঠিয়াই আহোঁ।

অজিত।—( স্বগতঃ ) আস্পৰ্দ্ধা কাৰ, নেদেখা জনেহে দেখিছে !

( দুইৰো প্ৰস্থান )

( হেবাথৰিখাই চন্দ্ৰনাৰায়ণৰ প্ৰৱেশ )

চন্দ্ৰ।—ইস্, ইস্, ইস্, পৰি-ধৰি মৰোঁ ! ভাল জানিবা মিছাতে এইখনত লটি-ঘটি হৈ মৰিছোঁহি ! ৰাজ্য লাভৰ আশা যে এৰিছোঁৱেই, গৈ-থৈ দেহাৰো আশা এৰিব লাগিবগৈ যেন হে পাইছোঁ ! ( গা ভিৰাই উলটি-উভতি পিঠিলৈ চাই ) ছিঃ ! ধূলি-মাকটি লাগি গোটেই কাপোৰ-কানি গুচিল। ( হাতৰ

ৰুমালেৰে গাৰ চোলাৰ ধূলি জাৰি ) ইস্, ইস্, এই পোছাকেবে মানুহৰ আগত ওলাবলৈকে বেয়া লগা হল ! ( আকৌ ধূলি জাৰে )—

( গন্ধৰ্ব্বনাৰায়ণৰ প্ৰৱেশ )

গন্ধৰ্ব্ব।—কি কৰিছা তুমি ? পানীফুকন আৰু ৰাজখোৱা ওলোৱাহি নাই নে ?

চন্দ্ৰ।—কোন্ ওলায়হি কোন্ নোলায়হি কোনে জানে ! নিজৰ তৰণি নাই ! আনৰ খবৰ ৰাখোঁ !

গন্ধৰ্ব্ব।—কিয়, তোমাৰ নো কিয় তৰণি নাই ?

চন্দ্ৰ।—নেদেখিছাঁ, পৰি-ধৰি কি হৈছোঁ ! ( গাৰ ধূলি কোবায় )

গন্ধৰ্ব্ব।—কত নো পৰিলাঁ ? কেনেকৈ ?

চন্দ্ৰ।—ক'ত ? কেনেকৈ ? নেদেখিলা, সেই বাঘ যেন ৰণুৱা জাকে পানীফুকনক এৰি আমাৰ ফালে চোঁচা ললে ; মই তৰা-নৰা ছিঙি লৰি পলাই হে সাৰিছোঁ ; লগৰ জাকৰ কি হৈছে কব নোৱাৰিছোঁ এথোন। বাটত পৰি-ধৰি গোটেই একতৰ্ হলোঁ !

গন্ধৰ্ব্ব।—তুমি তো ভাবি যোদ্ধা ! সেই জাক আমাৰ খেদা খাই পলাই যোৱা মছলমান ৰণুৱা ; পলৰীয়াৰ আগত পৰিয়েই তুমি পলাৰ লগাত পৰিলা নে ? তাতে ইমান বিহ্বল হৈছা !

চন্দ্ৰ।—এঃ বিহ্বল হোৱাৰ কথা কৈছা, কাপোৰ-কানি গুচিল নহয়, নেদেখিছা !

গন্ধৰ্ব্ব।—সিও এটা কথা !—ই যে ৰণক্ষেত্ৰ, তোমাৰ গা-ঘেলোৱা বিলাসভূমি নহয়।

( লাচিত আৰু পানীফুকনৰ প্ৰৱেশ )

পানীফুকন।—এইবাৰ বোলে মোগল সেনাপতি একেলগে দুজন ওলাই আমাক গিলিপ মাৰি ধৰিব পৰাকৈ আহিব।

লাচিত।—আহক, ভাল হৈছে। কেনেকৈ জানিলা ?

পানী।—আমাৰ চোৰাংচোৱাই ৰামসিংহৰ গা-চোৱা সেই অজিত নামে চীখ চিপাহীটোক লগ পাইছিল। সি এই সংবাদ ভিতৰ-বিশ্বাসত দিছিল। অজিতৰ ভাবটো যেন আমাৰ ফলীয়া, এনে লাগি যায়।

লাচিত।—কোঁঠৰপৰা শত্ৰুৰ সৈন্য বাহিৰলৈ ওলায়মানে আমালৈ ভাল। কিন্তু, পাৰ্য্যমানে সিহঁতক ৰণৰ কেন্দ্ৰস্থললৈ চাপিবলৈ দিব নালাগে। অজিতৰ আমালৈ সহানুভূতি থাকিবও পাৰে; কাৰণ যি মানুহটি বৰ ধাৰ্ম্মিক, গোৰা হিন্দু। অসমীয়া আৰু পছিমীয়া হিন্দুৰ আৱ-ভাৱৰ বৰ মিল!

গন্ধৰ্ব্ব।—সিহঁতৰ দুজন ওলাইছে যদি, আমিও দুজনেইচোন সমুখ হৈ চাওঁ; পানীফুকনে মযে সদ্যহতে আগ বাঢ়োঁ। দেখোঁচোন, আমাৰ আগত সিহঁত কিমানপৰলৈ ঠাৱৰে।

লাচিত।—বাৰু, আগ বাঢ়াঁহঁক। আমিও ওলাই দেখুৱাওঁ; আমাক তাকৰীয়া দেখিলে, শত্ৰুপক্ষ সৰহীয়াকৈ নোলাব পাৰে। কিন্তু, সৰহীয়ালৈকো আমাৰ হিয়া নডৰায়;—সিংহৰ এটা, শিয়ালৰ জাক্-জাক্!—মনত ৰাখিবাঁ।

( ৰামসিংহ, অজিত, নচৰৎখাঁৰ প্ৰৱেশ )

নচৰৎ।—অসমীয়া সেনা সৰহ নহয়, কিন্তু সিহঁতৰ চল বেচি; আমি ঘূৰোঁমানে সিহঁত গা পায়হিয়েই!

অজিত।—সৰহ নহয় যদি, আমাৰ সৰহীয়াকৈ গৈ বিপক্ষক গিলিপ মাৰি ধৰিলেই হয় দেখোন। কিন্তু, অসমীয়া ৰণুৱা লেখত পৰা হলেও জোখত চৰা হব পায়; আৰু অসমীয়া সেনা ৰণত বিমুখ নহয়, নপলায়।

ৰামসিংহ।—আচ্ছা, এইবাৰৰ ফলাফল দেখা যাওক। আহাঁ, আমি দুৰ্গৰ সিলুটিৰপৰা লক্ষ্য কৰোঁগৈ; এইবাৰ লাচিত ফুকন ওলায় নে কি চাব লাগে। লাচিত কেনে যোদ্ধা নিলগৰপৰাই এবাৰ চোৱা যাওক। ( কেইওজনৰ প্ৰস্থান )

( গন্ধৰ্ব্ব আৰু পানীফুকনৰ প্ৰৱেশ )

গন্ধৰ্ব্ব।—যি হওক, তেও সমানে সমানে লাগি জিকিলোঁ।

পানী।—আৰু, সিহঁতৰ সৈন্য-সংখ্যা আমাতকৈ অনেকগুণে বেচি

আছিল ; আমাৰ যিমান গৈছিল, সিমানখিনি সিহঁতৰ ৰণত পৰিছেই। কিন্তু, যি হওক, শত্ৰুসৈন্য কচুকটা দি, তেও আজি হেঁপাহ পলুৱালোঁ।

গন্ধৰ্ব্ব।—মই সেনানায়ক্‌ৰ কথা হে কৈছোঁ ; সিহঁতৰো দুজন, আমাৰো দুজন। পিচে, আমি দুয়ো সিহঁতৰ দুইকো হৰুৱালোঁ।

পানী।—এইবাৰ সিহঁতৰ ঘাই সেনাপতি ৰামসিংহ স্বয়ং ওলাইছে। কিন্তু নিলগে নিলগে হে ; তেওঁ নিলগৰপৰা দিহা দিছে, নিজে লিপ্ত হোৱাহি নাই এথোন। কিন্তু, তেওঁকো লিপ্ত কৰাই হে এৰিম আজি।

গন্ধৰ্ব্ব।—আমাৰো ঘাই সেনাপতি বৰফুকনে স্বয়ং লৰিব এইবাৰ। এইবাৰ হে বাৰ ; এইখন হে চাব লগীয়া ৰণ হব। যাওঁ, বলা, আমিও সষ্টম হওঁগৈ।

পানী।—বলাঁ, বলাঁ, আমাক বিচাৰিবই পায়। ( দুইৰো বেগেৰে প্ৰস্থান )

( অজিত আৰু ৰঘুনাথ সিংহৰ প্ৰৱেশ )

ৰঘুনাথ।—অসমীয়া ৰণুৱাৰ ইমান তেজ বুলি মই আগেয়ে নাজানিছিলোঁ! ভাবিছিলোঁ, বোলোঁ, মিৰজুম্লাৰ সামান্য আক্ৰমণ এটা সহিব নোৱাৰি পলাই যোৱা আৰু শৰণাগত হৈ ৰক্ষা পৰা আহোম ৰজাক নো কি গণিতা কৰিম!

অজিত।—সেইটো আপুনি ভুল শুনিছিল আৰু ভুল বুজিছিল। মিৰজুম্লাৰ আক্ৰমণৰ কথা মই ভালকৈ জানোঁ। তেতিয়াৰ লাচিত বৰুৱাৰ বিক্ৰম সহিব নোৱাৰি তেওঁ হুঁহকি পৰাটো হে সঁচা ; ৰণাভুৰা জয়ধ্বজসিংহ আহোম ৰজাই আত্মৰক্ষাৰ্থে পলাই পৰ্ব্বতলৈ যোৱাৰ লগত ইয়াৰ সম্বন্ধ নাই। এতিয়া সেই লাচিতেই অসমীয়া সৈন্যবলৰ ঘাই সেনাপতি। বাৰু, সেইবোৰ যি হওক, দেখিলে হে দেখিম কোন্ কিমানৰ বীৰ। আহক এতিয়া। (দুইৰো প্ৰস্থান)

( শত্ৰুপক্ষক ৰণত হৰুৱাই লাচিত, পানীফুকন, গন্ধৰ্ব্বৰ প্ৰৱেশ )

লাচিত।—শত্ৰু হলেও শলাগিব লগীয়া। ৰামসিংহ এজন বিচক্ষণীয়া বীৰ। তেওঁৰ ৰণ-পাণ্ডিত্য নিশ্চয় প্ৰশংসনীয়। কিন্তু, সেই পাণ্ডিত্যৰ পৰিচয়োপযোগী তেওঁৰ ৰুচি হে মাৰ্জ্জিত নহয় ; ই হে দুখৰ বিষয়। যি ৰামসিংহই আহোম স্বৰ্গদেৱৰ আজ্ঞাধীন সেনাপতি এজনকে আজিলৈকে

পৰাভূত কৰিব পৰা নাই, সেই ৰামসিংহই এদিন সেই স্বৰ্গদেৱক হতীয়াহতি যুদ্ধলৈ আহ্বান কৰিছিল! সেই কথা স্বৰ্গদেৱৰ অন্তৰত বৰকৈ লাগিছিল,— লাচিতৰ অন্তৰত প্ৰতিশোধৰ উত্তেজনা জ্বলাইছিল। আজি মোগল ৰণ-বল আমাৰ হাতত বিষমকৈ ক্ষয় হোৱাত ৰামসিংহ হুঁহকি পৰিবলৈ বাধ্য হৈছে, তেওঁৰ দৰ্প খৰ্ব্ব হৈছে। ৰামসিংহৰ দৰ্পচূৰ্ণৰ সূত্ৰপাতৰ সু-সংবাদ শুনি স্বৰ্গদেৱেও বিমল আনন্দ অনুভৱ কৰিব।' ৰামসিংহৰ লগত আজি সন্মুখ সংগ্ৰাম কৰি মোৰ ৰণলীপ্সা দুগুণে চৰিছে।

গন্ধৰ্ব্ব।—আমাৰ পক্ষে ই বিশেষ গৌৰৱৰ বিষয়। মোগল জঁয় পৰিছে।

পানী।—ৰণত অসংখ্য শত্ৰু পৰিছে। মোৰ কিন্তু তালৈ বিশেষ লক্ষ্য নাছিল; মোৰ লক্ষ্য আছিল মোগল সৈন্য সমূলঞ্চে নিপাত কৰিবলৈ। পলৰীয়া সৈন্যবিলাক আগচি আগচি কাটি, মই মোৰ তৰোৱাল ধৰাৰ সাৰ্থকতালৈ চাইছিলোঁ। হওক, আজি তেও মোৰ ৰণলীপ্সা অলপ তৃপ্ত হল, আজি শত্ৰুৰ তেজেৰে ৰণভূমি প্লাবিত কৰি এফেৰি হেঁপাহ পলুৱালোঁ।

লাচিত।—বলাঁ, ইয়াত পলম কৰাৰ সকাম নাই। বলাঁহঁক, অধিকৃত কোঁঠ দখল কৰি আজিৰ বিজয়বাৰ্ত্তা তুৰন্তে স্বৰ্গদেৱলৈ পঠিয়াওঁগৈ। এই বাৰ্ত্তা ইসদৌ অসমত আজি উলাহ আৰু উৎসাহৰ ঢৌ তুলিব। (সকলোটিৰ প্ৰস্থান)

(ৰামসিংহ, নচৰৎখাঁ, ৰঘুনাথ আৰু অজিতৰ প্ৰৱেশ)

ৰামসিংহ।—ধন্য বীৰ লাচিত বৰফুকন! ধন্য তোমাৰ ৰণ-কৌশল! দিল্লীশ্বৰৰ আদেশত ইতিপূৰ্ব্বে বহুবাৰ বহুতো বিচক্ষণীয়া বীৰৰ ৰণ-কৌশল ভেদিব লগীয়া হৈছিল; কিন্তু লাচিতৰ নিচিনা দুৰ্ভেদ্য ৰণ-কৌশল কেতিয়াও মই আগত পোৱা নাছিলোঁ! যি হওক, এইবাৰ মোৰ যুদ্ধযাত্ৰা সাৰ্থক হল। নহলে, লাচিত হেন বীৰৰ লগত লৰি মোৰ ৰণলীপ্সা তৃপ্ত কৰিবলৈ এই জীৱনত এনে সুবিধা নঘটিলহেঁতেন। যিদিনা লাচিতক নিপাতি খোদ চক্ৰধ্বজসিংহৰে সৈতে লৰিবলৈ পাম, সেই দিনা হে মোৰ ৰণলীপ্সা শাম কাটিব,—দেখোঁ কাহানিকৈ সেই দিন আহে।

অজিত।—( স্বৰ্গতঃ ) ধন্য তুমি সেই লাচিত বৰুৱা! ধন্য তোমাৰ ৰাজভক্তি! ধন্য তোমাৰ স্বদেশ-প্ৰেম!

নচৰৎখাঁ।—এই ৰণত আমাৰ সৈন্য-বল বিস্তৰ ক্ষয় হল।—কুৰি হাজাৰৰ ওপৰ হব।

ৰঘুনাথ।—এই একেখন ৰণতে ইয়াৰ আগৰ ভুবাৰবো হিচাব ধৰিলে আমাৰ সৈন্যক্ষয় আৰু অনেক বেচি হব!

ৰামসিংহ।—তাত আৰু ভুল নাই; যি হওক, এই বাৰ্ত্তা পাটচাহলৈ দি তুৰন্তে সৈন্যবলৰ যোগান খুজি পঠিয়াব লাগে। সম্প্ৰতি আমি ইয়াৰপৰা আঁতৰি গৈ শৰাইঘাটৰ ওচৰত নতুনকৈ কোঁঠ পাতিবলৈ আয়োজন কৰোঁগৈ, আহাঁইক। ( সকলোটিৰে প্ৰস্থান )



## অষ্টম গৰ্ভাঙ্ক।

গড়গাওঁ,—ৰজাৰ ভিতৰ-চৰা।

( নৰিয়া-শয্যাত চক্ৰধ্বজ, বৰগোহাঞি, চুন্যতফ্ৰা, বৰবৰুৱা )

চক্ৰ।—( চাটিফুটি কৰি ) ডাঙৰীয়া!

বৰগোঃ।—( আতুৰ হৈ ) স্বৰ্গদেৱ!

চক্ৰ।—সি ভুজনা ডাঙৰীয়া নাই! বৰফুকনো নাই! মোৰ শেষ-কথা সিবিলাকক শুনাবলৈ নাপালোঁ!

বৰগোঃ।—নাই স্বৰ্গদেৱ, সিবিলাক ৰণক্ষেত্ৰত আছে।

চক্ৰ।—( হুমুনিয়াহ কাঢ়ি ) জানিছোঁ। ময়ো ৰণৰ কথাকে হে ভাবিছোঁ, ৰণৰ কথাকেহে কব খুজিছোঁ। কিন্তু, মোৰ শৰীৰৰ অৱস্থা ক্ৰমাৎ বিষম বোধ কৰি আহিছোঁ। ডাই-গোহাঞি চুন্যতফ্ৰা ক'ত?

চুন্যত.।—আছোঁ।

চক্ৰ।—কাষলৈ আহাঁ।

চুন্যত্।—( কাষ চাপি ) কওক।

চক্র।—মোৰ নৰিয়া ক্রমাৎ সাংঘাতিক হৈ উঠিছে, গতিক বিষম। মোৰ অন্তিম কাল ওচৰ চাপিলহি। তোমাক মোৰ শেষ-কথা কৈ যাবৰ সময় পাইছেহি।

চুন্যত্।—( চকু-লো টুকি ) কিয় কয় তেনে কথা! বেজবৰুৱাই সোনকালে আৰোগ্য হব বুলি কৈ, নতুন ঔষধ আনিবলৈ গৈছে।

চক্র।—নহয়, কবই লাগিব মোৰ শেষ-কথা। ইচ্ছাময়ৰ ইচ্ছাৰ আগত তোমাৰ মোৰ ইচ্ছাই ঠাৰৰিব নোৱাৰে। নহলে, মোৰ কবলগীয়া কথা কোনো নহবগৈও পাৰে।

চুন্যত্।—( চকুলো টুকি ) বাৰু, কওক। শুনিছোঁ।

চক্র।—শুনি ভালকৈ মনত ৰাখিবাঁ। আৰু, তাক কাৰ্য্যত লগাবলৈ এফেৰিও ক্রুটী নকৰিবাঁ।

চুন্যত্।—( তলমূৰকৈ ) নকৰোঁ ক্রুটী।

চক্র।—বাৰু, তেন্তে শুনা। ডাঙৰীয়ায়ো শুনিবাঁ। বৰবৰুৱায়ো মন কৰিবা।

বঃ গোঃ আৰু বঃ বঃ।—শুনিছোঁ স্বৰ্গদেৱ, কওক।

চক্র।—মোৰ জীৱনৰ মহৎ উদ্দেশ্য কি আছিল, তোমালোকে অৱশ্যে জানা। জানি, সেই উদ্দেশ্য সিদ্ধিৰ অৰ্থে যত্নও কৰিছাইঁক।

বৰবৰুৱা।—জানো স্বৰ্গদেৱ, বেচকৈ জানো।

চক্র।—মই তথাপি কওঁ, শুনাইঁক। মোৰ ভাই, তোমালোকৰ ভাবী বক্তব্য শুনিব লাগে। শুনি, সেই উদ্দেশ্য সিদ্ধি কৰিবলৈ প্রাণপণে যত্ন কৰিব লাগিব।

চুন্যত্। ( সুস্থিৰ হৈ ) যত্নৰ এফেৰিও ক্রুটী নহব, কওক।

চক্র।—মই ৰাজপাটত উঠিবৰ দিন ধৰি মোৰ প্রাণৰ ধাউতি আছিল মছলমানৰ হাতৰপৰা মোৰ ৰাজ্যৰ মহাতীৰ্থস্থান কামাখ্যাপীঠ কেনেকৈ পুনৰুদ্ধাৰ কৰোঁ; আৰু, মোৰ প্রাণৰ প্রধান লক্ষ্য আছিল, মোৰ কামপীঠৰ প্রজাবৃন্দক মোগলৰ গৰাহৰপৰা কাহানিকৈ উদ্ধাৰি লওঁ। এয়ে চলিত বৰ্ষৰ মুখ্য উদ্দেশ্য, মোৰ জীৱনৰ প্রধান লক্ষ্য।

বৰগোহাঞি ডাঃ।—হৈছে, স্বৰ্গদেৱ! আমাৰ বুজিবলৈ আৰু বাকী নাই। বোধ কৰোঁ, যুৱৰাজেও বুজিবলৈ বাকী ৰব নাপায়।

চক্ৰ।—আৰু, মোগলৰাজক চই-পেচ্‌কচ্‌ শোধোৱাৰ নিয়ম ৰহিত কৰি, মোৰ জুৰুলা প্ৰজাৰ অৱস্থা টনকিয়াল কৰাটো বৰ্ত্তমান যুদ্ধৰ অন্যতম উদ্দেশ্য। এই কেইবিধ প্ৰধান লক্ষ্য ধৰিয়েই মোগলৰ লগত চলিত তুমুল ৰণ পাতি লোৱা হৈছে। কিন্তু, দুখৰ বিষয়, তাৰ সামৰণি দেখিবলৈ নাপাম হবলা!

বৰবৰুৱা।—নকব তেনে কথা, স্বৰ্গদেৱ! ইচ্ছাময়ৰ ইচ্ছাৰ তত্ব পায় কোনে!

চক্ৰ।—বাৰু, তথাপি কৈ থলোঁ; মনত ৰাখিবাইঁক, মোৰ বিহনে যেন মোৰ মহৎ উদ্দেশ্য বিফল নহয়।

চন্দ্ৰত।—( স্থিৰ-গম্ভীৰ স্বৰেৰে ) নিশ্চয় বিফল নহব।

চক্ৰ।—( হৃষ্ট চিত্তেৰে ) ধন্য তুমি! ধন্য মই!—ধন্য মোৰ ডাঙৰীয়া-বিষয়াসকল!—এয়ে মোৰ মৰণ-সুখ। এই সুখ লাভত শঙ্কা নাই; তোমাসৱ উপস্থিত কেইজনৰ আশ্বাসত মোৰ সম্পূৰ্ণ বিশ্বাস হৈছে। ৰণক্ষেত্ৰত থকা ডাঙৰীয়া-বিষয়াসকলৰ ওপৰতো মোৰ অটল বিশ্বাস। বিশেষকৈ, বৰফুকন লাচিতৰ বীৰত্বত মোৰ সুদৃঢ় ভাৰসা। লাচিত এজন অসামান্য বীৰ। মহাবীৰ লাচিতৰ হাতত মোৰ উদ্দেশ্য আৰু গৌৰৱ ৰক্ষা পৰিব। ঈশ্বৰ আমাৰ সহায় হব!

---

## তয়, অঙ্কপাত।

## জিৱণিৰ পটক্ষেপণ।

---

# ৪। অঙ্ক।

## প্ৰথম গৰ্ভাঙ্ক।

গড়গাওঁ,—ৰজাৰ বৰচৰা।

( উদয়াদিত্য, বৰগোহাঞি, বৰবৰুৱা, খাৰঘৰীয়া ফুকন )

উদয়।—মোগলৰ লগত আমাৰ যি মহাৰণ এতিয়া চলিব লাগিছে, তা মূলত আমাৰ পূৰ্ব্ববৰ্ত্তী চলা-জনা স্বৰ্গদেৱ আছিল; দুখৰ বিষয়, সেই ৰ সামৰণি দেখিবলৈ নৌ পাওঁতেই ত'ত নিজৰ জীৱন-লীলা সামৰি স্বৰ্গযা কৰিব লগীয়া হল! পূৰ্ব্বাপৰ প্ৰচলিত ৰীতি অনুসৰি, আমি আে ৰাজপাটত উঠি অসম ৰাজ্য শাসন আৰু অসমীয়া প্ৰজা পালন কৰিব লগা পৰিছোঁ; আৰু আমি সেই গুৰুতৰ কাৰ্য্যৰ ভাৰ গ্ৰহণ কৰিয়েই ইতিপূৰ্ব্ব পৰা চলি থকা মহাৰণ চলাব লগাত পৰিছোঁ। এই ৰণৰ সামৰণি চলা জন ৰজাদেৱে কি দৰে মাৰিলেহেঁতেন, সেইটো অৱশ্যে কব নোৱাৰি, তথাপি এ ৰণত সম্পূৰ্ণ জয় লাভেই যে তেওঁৰ লক্ষ্য আছিল তাত সন্দেহ নাই। এতেকে, আমিও সেই লক্ষ্যকে স্থিৰ কৰি ধৰা হে যুগুত।

বৰগোহাঞি ডাঃ।—ইয়াত আৰু দ্বিধামত কি হব পাৰে?

উদয়।—কিন্তু, বৰফুকনে বাৰ্ত্তা দিছে যে, মোগলৰ ঘাই সেনাপি ৰামসিংহই সন্ধিৰ প্ৰস্তাব তুলিছে; আমাৰপৰা তেওঁ সেই বিষয়ে আদে আৰু উপদেশ পাবলৈ বাট চাই আছে।

বৰবৰুৱা।—আমাৰ জিতত প্ৰস্তাব ৰাখি সন্ধি কৰিব পাৰিলে, বে কৰোঁ বেয়া নহয়; তেনেহলে দেশত সোনকালে শান্তি স্থাপিত হব।

খাৰঘৰীয়া ফুকন।—মোৰ বোধেৰে হলে, শত্ৰুপক্ষ দুৰ্ব্বল হৈ পৰিব পা কিয়নো যোৱা কেইখন ৰণত বিপক্ষৰ সৈন্য আৰু খাৰ-গুলী আদি ৰণবল বিস্তৰ ক্ষয় হৈছে। সেই কাৰণে হে, সম্ভৱতঃ, সন্ধিৰ প্ৰস্তাব উঠিছে।

বৰগোহাঞি।—তাত সন্দেহ নাই। কিয়নো, সন্ধিৰ প্ৰস্তাব সিপক্ষৰপৰা আগধৰি উঠিছে যেতিয়া, সিপক্ষ নিশ্চয় টানত পৰিছে।

উদয়।—এনে অৱস্থাত সন্ধিৰ প্ৰস্তাব গ্ৰহণ কৰা বাঞ্ছনীয় নহয়। এতেকে, বৰফুকনলৈ তুৰন্তে সংবাদ যাব লাগে যে, সদ্যহতে ৰণ চলি থাওক, আমি সন্ধিৰ প্ৰস্তাব বিবেচনাৰ ভিতৰত লৈছোঁ।

খাঃ ফুকন।—অতি উত্তম সিদ্ধান্ত।

উদয়।—কিন্তু, বৰফুকনে ইয়াকো কৈছে যে, শত্ৰুপক্ষৰ নতুন ৰণবলৰ যোগান অলপতে আহি পোৱাৰ সম্ভাৱনা দেখা গৈছে। এতেকে, আমাৰ বোধেৰে, আমাৰো নতুন ৰণবলৰ যোগান যোৱা বিধেয়। আগৰ দিহা মতে বৰগোহাঞি ডাঙৰীয়া অনতিপলমে সসৈন্যে গুৱাহাটীলৈ যাত্ৰা কৰিব লাগে। ইফালে খাৰ-গুলী, অস্ত্ৰ-শস্ত্ৰ আদি আগতকৈও বহুল আয়োজনেৰে প্ৰস্তুত হৈ থাওক। বৰবৰুৱাৰ গাত নগৰ ৰক্ষাৰ আৰু খাৰঘৰীয়া ফুকনৰ গাত খাৰ-গুলা যোগানৰ ভাৰ থাকিল। যোৱাঁহঁক, নিজ নিজ কৰ্ত্তব্যত ধৰোঁগৈ।

( সকলোৰে প্ৰস্থান )

# দ্বিতীয় গৰ্ভাঙ্ক।

গুৱাহাটী,—আহোম-কোঁঠ।

( লাচিত, বুঢ়াগোহাঞি ডাঙৰীয়া, পানীফুকন, বাজখোৱা, গন্ধৰ্ব্বনাৰায়ণ, চন্দ্ৰনাৰায়ণ, মাধৱচৰণ )

লাচিত।—বাঁহবাৰী, কাঁজলীমুখ, পাণ্ডু, মনাহামুখ, আগীয়াঠুঁটি, চিতামাৰি, এবং এই সকলোপিনে ঘাটি যোগল সেনাই এতিয়া মৰোঁজীওঁকৈ গুৱাহাটী আক্ৰমণ কৰিবৰ অভিপ্ৰায়ে আগীয়াঠুঁটিৰ উত্তৰ-পছিমত থুপ খাইছেহি।

ইতিমধ্যত দিল্লীৰপৰা মোগলৰ বহুসংখ্যক সৈন্য চৰিপখাঁ নামেৰে সেনাপতিৰ নেতৃত্বত আহি ৰামসিংহৰ সৈন্যবলৰ লগত যোগ হৈছে। গতিকে, শত্রুপক্ষ এই কোবত সৈন্যবলেৰে আকৌ আগৰ দৰে টনকিয়াল হৈ উঠিছে; মই বুজিব পাৰিছোঁ, সিবিলাকৰ আয়োজন এইবাৰ বিশেষ। এতেকে, আমিও সেই অনুপাতে সাজু হোৱা উচিত।

বুঢ়াগোহাঞি।—নিতান্ত উচিত।

লাচিত।—ভাল, ( দিহাকৰণ-কাকত পঢ়ি ):—এতিয়া আমাৰ ৰণবল ঘাইকৈ চাৰি ভাগে ভগাই কাৰ্য্যক্ষেত্ৰত আমি অটলভাৱে নামিবগৈ লাগে যেনে, প্ৰথম ভাগত, ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে,—অমৰাজুৰিৰপৰা পাণ্ডুলৈকে আপুনি স্বয়ং; থহোৱা বুৰুজৰপৰা কামাখ্যাৰ পছিম খটখটীলৈকে দৈয়ঙ্গীয় ৰাজখোৱা; ডুবাৰগৰিলাত লাটুম বৰুৱা; পাৰঘোপাৰপৰা ধেনুখিৰোৱালৈকে বাৰুকিয়াল বৰগোহাঞি; গোটা আলিৰপৰা অসুৰৰ আলিৰ মূৰলৈকে নেওগ হাজৰিকা; অসুৰৰ আলিত কমলাবৰীয়া গোহাঞি; অসুৰৰ আলিৰ দক্ষিণ পৰ্ব্বতত মৰঙ্গিখোৱা বৰচেটীয়া; উষাহৰণ পৰ্ব্বতত জাতিচন্দন গোহাঞি; ওভোতাশিমলুৰ বাটত চক্ৰপাণি ৰাজখোৱা। এই অনুক্ৰমে সসৈন্যে কৰ্ম্মচাৰী নিয়োজিত হৈ, প্ৰতি বাৰবেওঁৰে একোটা বৰতোপ পতা হব লাগে।

বৰগোহাঞি।—ভাল, এই দিহা মতে নিজে চলিবলৈ আৰু আনকো চলাবলৈ প্ৰাণপণে যত্ন কৰা হব।

লাচিত।—( দিহাকৰণ-আঁচনি পঢ়ি ) দ্বিতীয় ভাগত, ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে, বুঢ়াগোহাঞি ডাঙৰীয়াই এই অনুক্ৰমে দিহা লগাব:—যেনে, জুৰিয়াৰপৰা শৰাইঘাটলৈকে সেন গোহাঞি ৰাজখোৱা, শৰাইঘাটত মাজিউ অভয়পুৰীয়া ৰাজখোৱা; কেকুৰিৰপৰা লঠিয়ালৈকে সৰু অভয়পুৰীয়া ৰাজখোৱা; লঠিয়া পৰ্ব্বতত ডাঙৰীয়া স্বয়ং; লঠিয়াৰপৰা চিলাপৰ্ব্বতলৈকে মিৰি সন্দিকৈ ফুকন; সেন্দুৰীঘোপাৰপৰা খাৰঘৰীয়া আলিলৈকে দিহিঙ্গীয়া ৰাজখোৱা; বংমহলত

পেলন চাৰিঙ্গীয়া ফুকন, ৰংমহলৰপৰা কানাই-বৰশীবেৰো শিলনৈকে ধলা গোহাঞি ৰাজখোৱা ; চাহবুৰুজত ৰূপ সন্দিকৈ ; কুকুৰাত বৰপাত্ৰগোহাঞি ডাঙৰীয়া। এই নিৰ্ব্বাচন মতে বিষয়া-বিভাগ হৈ ঠায়ে ঠায়ে কোঁঠ পাতিব আৰু প্ৰতি বাৰ বেওঁৰে একোটা বৰতোপ বহুৱাব।

বুঢ়াগোহাঞি।—কোনো কথা নাই ; মোৰ জিম্মাত পৰাখিনিত বৰসেনাপতিৰ দিহাকৰণ পৰিপাটিকৈ পালন কৰোৱা যাব।

লাচিত।—(পানীফুকনৰ প্ৰতি) তৃতীয় ভাগত, ব্ৰহ্মপুত্ৰৰ পানীৰ ভাগত,—উত্তৰ পাৰে দিহিঙ্গীয়া ৰাজখোৱা আৰু বুঢ়াগোহাঞি ফুকন ; দক্ষিণ পাৰে টঙ্গচু ৰাজখোৱা আৰু কলকু নেওগে ৰণতৰীৰ গতি-বিধিৰ ওপৰত লক্ষ্য ৰাখিব ; আৰু তোমাক এই বিভাগত অধ্যক্ষ পতা হল।

পানীফুকন।—ডাঙৰীয়াৰ আজ্ঞা শিৰোধাৰ্য্য। এই দিহাকৰণ প্ৰাণপণে পালন কৰা হব। দেহাত এই প্ৰাণ থাকেমানে মোগলে পানীয়ে দি বাট নাপায়।

লাচিত।—চতুৰ্থ ভাগত, মই নিজে গন্ধৰ্ব্বনাৰায়ণৰে সৈতে ইটাপুলীৰ নামনিত ৰৈ, তাৰপৰা সকলোৰে কাৰ্য্যৰ ওপৰত দৃষ্টি ৰাখিম।

বুঢ়াগোহাঞি।—অতি উত্তম দিহকৰণ হৈছে। এই দিহা নিয়াৰিকৈ পালন কৰিব পাৰিলেই যে আমাৰ জয়লাভ হব তাত সন্দেহ নাই।

লাচিত।—এইবোৰৰ আটাইতকৈ আগেয়ে, এতিয়া ভাবিব লগীয়া কথা হৈছে যে, কাইলৈ পুৱাতে মোগলৰ অশ্বাৰোহী আৰু পদাতিক দুইবিধ সৈন্যেৰে দুজন সেনাপতিয়ে অ'গীয়াঠুঁটিৰপৰা বামে গুৱাহাটীলৈ এটা চোঁচা লব ; আৰু তাৰ ওপৰতে গুৱাহাটী যোৱা-থকাই ঘাইকৈ নিৰ্ভৰ কৰিছে। সেই কাৰণে, সেই আগন্তুক আক্ৰমণ আদবাটতে ওফৰাবৰ অৰ্থে, মাজবাটতে আমাৰ এটা গড় বন্ধোৱাব অত্যন্ত আৱশ্যক হৈছে। সেই গড় আৰু গড়-খাৱৈ আজি ৰাতিৰ ভিতৰতে হৈ উঠিলেই নহয়। (মোমাইদেৱাকৰ প্ৰতি) সেই কাৰ্য্যৰ ভাৰ আমাৰ মোমাইদেউৰ গাতে দিয়া হল। কিন্তু, মনত ৰাখিব, ৰাতি নৌ পুৱাওঁতেই গড় ওলাব লাগে ; নহলে সৰ্ব্বনাশ!

মোমাই।—ভাল, ভাৰ পৰিছে যেতিয়া লবই লাগিব, কৰিবই লাগিব।

লাচিত।—মোগলৰ আগন্তুক আক্ৰমণ ওফৰাবৰ অৰ্থে এয়ে আমাৰ আগলি দিহাকৰণ। ইয়াৰ যেন ব্যতিক্ৰম নঘটে; আৰু সেই দিহা প্ৰত্যেকে মনত ৰাখি যেন এতিয়া নিজ নিজ কৰ্ত্তব্যত মনোযোগ দিয়েগৈ।

পানীফুকন।—যাওঁ, নিজ কৰ্ত্তব্যলৈ সাজু হওঁগৈ। কিন্তু, বৰসেনাপতি ডাঙৰীয়াৰ দিহা মতে আজিৰ ৰাতিৰ ভিতৰতে আগীয়াঠুঁটি আৰু গুৱাহাটীৰ মাজত গড়টো হৈ নুঠেগৈ যদি হে সকলো ভ্ৰষ্ট! তেনেহলে আমি বাকীবিলাকে নিজ নিজ কৰ্ত্তব্যত অগ্ৰসৰ হোৱাৰপৰা বিশেষ ফল নধৰিব; কিয়নো, এই দিহাকৰণ গুৱাহাটী ৰক্ষাৰ নিমিত্তে হে।

লাচিত।—স্বৰূপ কৈছাঁ, এই দিহাকৰণ গুৱাহাটী ৰক্ষাৰ নিমিত্তে হে। ৰাতিৰ ভিতৰত গড় হৈ নুঠিলে কিন্তু সকলো পণ্ড! গতিকে, এই কাৰ্য্যৰ ওপৰত মোৰ চোকা দৃষ্টি থাকিব; ৰাতিৰ ভিতৰত গড় উলিয়াবই লাগিব। এতিয়া আৰু পলম কৰাৰ সকাম নাই, সকলোৱে নিজৰ নিজৰ কৰ্ত্তব্যত ধৰিবগৈ হে লাগে।

সকলোৱে।—জয় স্বৰ্গদেৱৰ জয়! জয় লাচিত বৰফুকনৰ জয়!

(সকলোৱে দিহাদিহি প্ৰস্থান)

## তৃতীয় গৰ্ভাঙ্ক।

গুৱাহাটী,—কামাখ্যা দেৱালয়ৰ সমুখ।

(মাধৱচৰণ আৰু নৰ্ত্তম গণক)

মাধৱ।—আজিচোন তল-ওপৰ! আটাইবিলাক উকলীকৃত!—এ ৰাম! যোৱা গৈছে, অহা আহিছে,—যেন লালিনিছিগা পকৰা হে! হৈছে কি?

নৰ্ত্তম।—হৈছে কি!—তাকো নাজানা নে?

মাধৱ।—এঃ, নাজানো দেখি তো সুধিছোঁ! জানিলে হবলা সোধে? তুমি তো ভোঁ-ভোঁ পণ্ডিত দেখিছোঁ! বাৰু, কোৱাচোঁ কি হৈছে? কিহৰ উৎসৱ এইখন?

নৰ্ত্তম।—তাকে তো কৈছোঁ, বোলোঁ, আজি ৺কামাখ্যা মাইৰ পীঠত ম'হ বলি পৰিছে বুলি নাজানা হবলা?

মাধৱ।—উঃ, সেই একেটা কথাকে নেৰে! জানিলে নো সুধিম কিয়, ইয়াবো বোধ নাই নে?—তুমি পণ্ডিত নে মূৰ্খ? দেখাত হলে ভোঁ-ভোঁ,—দিঙ্গিত লগুণ, কপালত ফোঁট, কাষলতি-তলত পুথি, হাতত পাঁজি,—গোটেই বিচক্ষণ পণ্ডিতৰ লক্ষণ!

নৰ্ত্তম।—(খঙত জ্বলি উঠি) পণ্ডিত নহয়, মূৰ্খ নে কি? ৰাজ-গণক কেতিয়াবা কোনোবা দেশত মূৰ্খ হব পাৰে নে?

মাধৱ।—(স্বগতঃ) অ, বুজিলোঁ, এৱোঁ আমাৰ সেই ৰণৰ ক্ষণ গণা গণকৰে এজন। ভালেই হৈছে, সুবিধাকৈ পোৱা গৈছে। এই ছেগতে মোৰ গুপ্ত ফন্দটো একেৰি খেও খুৱাই লবলৈ বেচ চল লাগিছে। (ফুটাই) বোলোঁ, খং নকৰিবাচোন, কথাটো হে কৈছোঁ। বামুণ-দৈৱজ্ঞৰ দৰে টিকনিৰ আগতে খং এওঁৰো! বাৰু, যাওক সেইবোৰ কথা, কোৱাচোঁ কাৰ বলি? কোনে দিছে?

নৰ্ত্তম।—কিয়? নাজানা?—আমাৰ ৰাইজৰ বলি। আমি সদৌ প্ৰজাবৃন্দে মিলি দিছোঁ।

মাধৱ।—কাৰ হৈ? কি উদ্দেশ্যে?

নৰ্ত্তম।—কিয়, আমাৰ ৰজাৰ হৈ। আমাৰ আহোমৰাজে কামপীঠৰ অসমীয়া প্ৰজাক মোগলৰ হাতৰপৰা উদ্ধাৰ কৰিবলৈ ৰণ দিছে। সেই মহাৰণত আমাৰ স্বৰ্গদেৱৰ জয় হব লাগে, মোগল-ৰাজৰ হাতৰপৰা কামপীঠ উদ্ধাৰ হব লাগে, সেই উদ্দেশে বলি দিয়া হৈছে।

মাধৱ।—ভাল হৈছে। কিন্তু, পঠা-বলি পৰা হলে জানিবা আমাৰ উদৰ-ৰাজো আলহী হব পাৰিলেহেঁতেন। পিচে, এতিয়া মʼহ হে বলি নালাগে নৰবলিকে দিয়াইঁক, তাত আমাৰ হৰিষো নাই বিষাদো নাই।

নৰ্ত্তম।—ছিঃ! পায় নে তেনেকৈ কব? বলি হবলা মানুহে খাবলৈ হে দিয়ে? কটা, কেনে আপদীয়া মানুহও এইটো!

মাধৱ।—কিয়, বলি মানুহে খোৱা তুমি দেখা নাই নে? মʼহ নহৈ পঠা হোৱা হলে, তোমাতে দেখা গলহেঁতেন, খালাহেঁতেন নে নাকৰ তলে গুজিলাহেঁতেন।

নৰ্ত্তম।—কিনো অবুজনও! বোলোঁ, আমি যেতিয়া খাওঁ তেতিয়া সি বলি নহয়,—তেতিয়া ভোগ,—প্ৰসাদ।

মাধৱ।—বাৰু, বাৰু, তোমাৰেই জয়। তেওতো সি এই পেট-পূজাৰ বস্তু? প্ৰসাদেই হওক, বা পঠাই হওক, বা পঞ্চমকাৰৰ এক মকাৰেই হওক, তাৰে তো আমিসৱৰ পেট-পূজা কৰা যায়? ইস্, ইস্, এৰি পেলাও সেইবোৰ কথা দেও, জিভাৰ পানী ওলাই আহে!

নৰ্ত্তম।—উঃ, কটা কেনে লুভীয়া মানুহও এইটো!

মাধৱ।—সঁচা, লুভীয়া তো। ই মানুহৰ ধৰ্ম্ম।ময়ো মানুহ, সেই দেখি মানুহৰ ধৰ্ম্ম ৰক্ষা কৰিছোঁ। লোভ, পাপ আৰু মৃত্যু এই তিনি লৈয়ে সংসাৰ। নাজানা নে. শাস্ত্ৰত কৈছে, "লোভে পাপ, পাপে মৃত্যু"; ইয়াত বাজে আৰু আছে কি? বাৰু, ভাবি চোৱাঁ, লোভত নপৰা কোন্ আছে?—মোৰ জানিবা মাংসলৈ মনত পৰি লোভ লাগিছে; তোমাৰ হয়তো ধনলৈ মনত পৰিলে লোভ লাগিব।—নহয় জানো?

নৰ্ত্তম।—এৰা, হওঁতে হয়। পিচে, আমাক ধনৰ লোভ লগাওঁতা আছে কোন্ দেও! নিচলা গণকক গণিতা কৰে কোনে!

মাধৱ।—ময়েচোন গণিতা কৰোঁ; ময়েচোন সেই লাভ দেখুৱাব পাৰোঁ।

নৰ্ত্তম।—(ৰংমুৱা হৈ) দেখুৱাঁচো বাৰু, চাওঁ।

মাধৱ।—বাৰু, দেখুৱাওঁ; তাৰ আগেয়ে শুনাঁ:—তুমি বাৰু ৰণৰ ক্ষণ গণনা কৰা দলত আছাঁ নে নাই? এইটো কাৰ বাব?—দৈৱজ্ঞৰ নে গণকৰ?

নৰ্ত্তম।—ওঁ, আছোঁ; ময়ে গণোঁ। এইটো গণকৰ বাব।

মাধৱ।—পিচে, সেয়ে ধন। সেয়ে সোনা-ভৰা ধন দিব পাৰে।

নৰ্ত্তম।—কেনেকৈ, কেনেকৈ? কোৱাচোঁ, কোৱা।

মাধৱ।—তুমি ৰণৰ ক্ষণটো সময়ত পলমাই ধৰিব নোৱাৰিবাঁ নে?

নৰ্ত্তম।—পাৰিম। কিয় নোৱাৰিম। কি বৰ টান কথাটো!

মাধৱ।—বাৰু তেন্তে। যাওঁ বলাঁ এতিয়া। সেই কাৰ্য্যেই তোমাক কোঁচ-ভৰাই ধন দিব। মই কলোঁ, মনত ৰাখিবাঁ। আহাঁ, আঁতৰি নিজানত বহোঁগৈ; এই বিষয়ে আৰু বহুত কথা কবলৈ আছে। (স্বগতঃ) হুঁঃ এইবাৰ বহালোঁ! বুঢ়াৰ হাতত চেঙেলী! মোৰ প্ৰভুৰ বন হে হয়!

(দুইৰো প্ৰস্থান)



# চতুৰ্থ গৰ্ভাঙ্ক।



গুৱাহাটী আৰু আগীয়াঠুঁটিৰ মাজবাট,—মোমাইকটা গড়।

সময়,—শেহ-নিশা।

(কাঁড়া-পাইকবিলাকে উশাহগুচ্ছি নোহোৱাকৈ খাটিও গড় উলিয়াব নোৱাৰি লাৰেজান হৈ পৰি গৈছে; বৰফুকনৰ মোমাইদেৱাক চিন্তাযুত হৈ মূৰে-কপালে হাত দি বহি আছে!)

মোমাই।—এতিয়াও গড়ৰ কাম তিনিভাগৰ-এভাগ বাকী। মানুহ একেবাৰে খাটি হাইৰাণ হল; অৱশ হৈ পৰি গৈছে। এতিয়া গড় উলিয়াওঁ কেনেকৈ? কি কৰোঁ! কি উপায় হব! এই মানুহবোৰে সৈতে আজি ৰাতি নৌ পুৱাওঁতে হে নালাগে, কাইলৈ দিনটো খাটিও গড় উলিয়াব পৰাটো টান দেখিছোঁ। পিচে, কি হব এতিয়া? ভাগিন বৰফুকনে কি

বুলিবহি এতিয়া! তেওঁ শেহ-ৰাতি গড় চাবলৈ আহিবৰ কথা আছে; আহিলে কি কম তওঁক! (টলকা মাৰি ৰয়) অ, সৌৱা, ওলালেহিয়েই!—
(চঁক্‌খাই উঠে)

(লাচিত আৰু গন্ধৰ্ব্বৰ প্ৰৱেশ)

লাচিত।—ক, মোমাইদেউ, গড় ওলাল নে? মানুহবিলাক দেখোন শুই পৰিছে! তুমি বহি চাই আছাঁ!

মোমাই।—এ, কিনো কম বোপা-ডাঙৰীয়া! উশাহগুছি নোহোৱাকৈ কাম কৰি কৰি মানুহ হাইৰাণ হল; জুমে-জুমে অৱশ হৈ ঢলি ঢলি পৰিছে!

লাচিত।—পিচে? ৰাতিপুৱাবলৈ তো আৰু বেচি পলম নাই?

মোমাই।—এৰা, বেচি পলম নাই। সেই দেখি হে গুণি-ভাবি বিমোৰ হৈছোঁ।

লাচিত।—এতিয়াও গুণিবৰ পৰ আছে নে? ই গণনাৰ ফল নহয়, কাৰ্য্যৰ হে ফল। সেই ফলৰ ওপৰতে আজি মোৰ দেশৰ গৌৰৱ!

মোমাই।—বুজিছোঁ ময়ো। বুজি হে প্ৰাণটাঁকি লাগিছোঁ। শক্তিয়ে আটিছেমানে খাটিছোঁ; দেখোঁ কি হয়।

লাচিত।—দেখিবা কি? ৰাতিৰ ভিতৰতে গড় উলিয়াই দেখুৱাবই লাগিব, নহলে, ৰক্ষা নাই!

মোমাই।—দেখুৱাব পাৰিলে তো ভাগ্যৰ কথা। পিচে, মনৰ সমানে কামে বেগাব পাৰিলে হে হয়। কালি দুপৰৰপৰা ক্ষন্তেক বিৰতি নোলোৱাকৈ খাটিছোঁ। খাটি খাটি গড়ৰ তিনি ভাগ উলিয়াইছোঁ ইমান পৰে; এতিয়াও এভাগ বাকী। ৰাতিপুৱাবলৈ আছেগৈ মাথোন আৰু এপৰ। কি কৰোঁ, বিবুদ্ধি!

লাচিত।—কি! গড় ওলাবলৈ এতিয়াও তিনিভাগৰ এভাগ বাকী! (ততালিকে খাপৰপৰা তৰোৱাল উলিয়াই একেঘাপে মোমায়েকক দোছো কৰে!!)

কাঁড়ীবিলাক।—(মূৰ দাঙ্গি চাই বিস্ময় মানি লৰালৰিকৈ উঠে)

গন্ধৰ্ব্ব।—ইস! ইস্! ইস্! (তধা লাগি ৰয়)

লাচিত।—( বাঙ্গলী তৰোৱাল জোকাৰি উত্তাৰল হৈ ) ইস্ বুলিছাঁ ?— মোৰ দেশতকৈ মোৰ মোমাই ডাঙৰ হব নোৱাৰে। এই ৰাতিৰ ভিতৰত গড় নোলালে ইয়াত কাকো জীয়াই নথওঁ আজি !

গন্ধৰ্ব্ব।—উঠ্ উঠ্ কাঁড়ীহঁত ! চা, চা, মোমায়েককে কাটিলে ! তহঁত কোন্ কুটা ! উঠ্ উঠ্ উঠহঁক। কোৰ ল। পাচী ল। চাঙ্গী ল। ( আটাইবিলাকি উঠি আকৌ চতুৰ্গুণ উৎসাহেৰে গড়ৰ কামত ধৰেগৈ )

লাচিত।—গড়ৰ কাম বাকীছোৱাৰ ভাৰ গন্ধৰ্ব্বৰ ওপৰত পৰিল। ৰাতি নৌ পুৱাওঁতেই গড় ওলাব লাগিব। মই ঠিক সময়ত আকৌ ওলামহি। আকৌ যেন তৰোৱাল তেজেৰে ৰাঙলী হবলগীয়া নহয়।

গন্ধৰ্ব্ব।—ৰাতিৰ ভিতৰতে গড় নিশ্চয় উলিয়াম। চিন্তা নাই ; আপুনি নিশ্চিন্তে অন্য চিন্তাত ধৰকগৈ।

লাচিত।—অন্য চিন্তালৈ আৰু সময় নাই। এই চিন্তাই ৰাতি নুপুৱায়মানে ;—গড় নোলায়মানে। তুমি যোৱাঁ, কাম আগুৱাই নিয়াঁ। মই পিচৰ পৰা পৰীক্ষা কৰি আহি থাকোঁ। ( লাচিত উভতি গড়ৰ গুৰিছোৱা চাবলৈ যায় ; গন্ধৰ্ব্বই ধুমাধুমিকৈ কাম কৰায় ) ( লাচিতৰ প্ৰস্থান )

গন্ধৰ্ব্ব।—লাগ, ৰাইজহঁত, প্ৰাণটঁাকি লাগি যাহঁক। আমাৰ দেশ অসমে আজি প্ৰতি অসমীয়াৰপৰা কাম বিচাৰিছে। ( ধুমাধুমিকৈ গড়ৰ কাম চলে )

লাচিত।—( পূৰ্ব্বতীনিশা পুনঃ প্ৰৱেশ ) কি, গন্ধৰ্ব্ব ! গড় ওলাল নে ?

গন্ধৰ্ব্ব।—( হৰ্ষচিত্তেৰে ) ওলাল, ডাঙৰীয়া ! এই মাত্ৰ উলিয়াই উঠিছোঁ।

লাচিত।—( গন্ধৰ্ব্বক সাবটি ধৰি ) ধন্য তুমি ! ধন্য তোমাৰ কৰ্ত্তব্য-জ্ঞান ! তুমি আজি মোৰ প্ৰাণৰ উদ্দেশ্য সিদ্ধি কৰিলাঁ। কি দিম তোমাক ? যথাসময়ত ইয়াৰ বাবে যথাযোগ্য বঁটা পাবাঁ। নিশ্চিন্ত হলোঁ মই। ( তৰোৱাল জোকাৰি ) আহক মোগল ; চাপি আহক। ইয়াতে যৱনক সমূলঞ্চে নিপাত কৰি মোৰ "মোমাই-কটা-গড়"ৰ তৰ্পণ কৰিম।

( সকলোৰে প্ৰস্থান )



# পঞ্চম গৰ্ভাঙ্ক।

শৰাইঘাটৰ ভাটী,—মোগল-কোঁঠ।

( ৰামসিংহ, চৰিপ্খাঁ, পণ্ডিতৰায় আৰু অজিতচিং )

ৰামসিংহ।—( চৰিপ্খাঁৰ প্ৰতি ) তুমি যাত্ৰা কৰিবৰ সময়ত পাটচাহৰ লগত অৰঙ্গে সাক্ষাৎ হৈছিল ?

চৰিপ্।—হৈছিল। কিন্তু, পাটচাহ বৰ ব্যস্ত আছিল। অকল পাটচাহ কিয়, সেই কেদিন গোটেই দিল্লী চহৰ তল-ওপৰ হৈছিল।

পণ্ডিতৰায়।—কিয় ? কিবা দুৰ্ঘটনা হৈছিল নে কি ?

চৰিপ্।—দুৰ্ঘটনা নহয়, সু-ঘটনা হে। আনন্দত হে তল-ওপৰ হৈছিল। চাহাজাদা মহম্মদ আজমৰ বিয়া হৈ গল নহয়,—শুনা নাই ?

অজিত।—ওঁঃ, নাই শুনা ! কাৰে সৈতে বিয়া হল ?

চৰিপ্।—সেই আহোম ৰাজকুমাৰী ৰমণী গাভৰুৰে সৈতে।

অজিত।—ৰমণী গাভৰুৰে সৈতে বিয়া !—বেচ, হওক। ( লুকুৱাই হাঁহে ) ৰমণী চাগৈ এতিয়া যুৱৰাণী হল ; তেওঁৰ বৰ ভাগ্য !

ৰামসিংহ।—বাৰু, সেইবোৰ কথা এতিয়া এৰাঁ ; পাচত আৰু সৈন্য আহিব লগীয়া আছে নে নাই ?

চৰিপ্।—ক'তা, মোক সেই বিষয়ে পাটচাহে একো কোৱা নাই ; লাগিলেই বোধ কৰোঁ পঠিয়াবলৈ প্ৰস্তুত ৰাখিছে।

ৰামসিংহ।—আগীয়াঠুটিৰপৰা বামে তো গুৱাহাটীলৈ বাট লব পৰা নহলেই !—উঃ, লাচিতৰ কি অদ্ভুত কৌশল, একে ৰাতিৰ ভিতৰতে মাজ বাটতে সেই হেন প্ৰকাণ্ড গড়টো তৈয়াৰ কৰাই উলিয়ালে !—এতিয়া আমি শৰাইঘাটেদি বাট মুলিয়ালে, গুৱাহাটী সোমাবলৈ অন্য ভাল উপায় মই দেখা নাই। কিন্তু, তালৈকো এতিয়া বাধিষা হল !

চৰিপ্‌খাঁ।—হয়, মোৰ বিবেচনাৰেও সম্প্ৰতি শৰাইঘাটে দি সোমোৱাটো হয় এৰিব লাগে, নহয় স্থগিত ৰাখিব লাগে।

ৰামসিংহ।—সেই ভাবিয়েই তো পাণ্ডুৰ ফালৰ গড় ভাঙ্গি গুৱাহাটী সোমাবলৈ চেষ্টা কৰা গৈছিল। সেই অৰ্থে, গড়ৰ তলত গোপনে বাৰুদ পুতি, তাত জুই দি, গড়ৰ এছোৱা উৰাই দিয়া হৈছিল; কিন্তু আচৰিত মানিব লগীয়া কথা যে, যুঁজৰ দৰেই গড় বন্ধাতো পৈণত অসমীয়া সেনাবিলাকে ৰাতিৰ ভিতৰতে লুকাই ভঙ্গা গড় তৎক্ষণাত আকৌ বান্ধি তুলিলে! এই সম্পৰ্কতো লাচিত বৰফুকনৰ চোৰাংচোৱা নিয়োগ কাৰ্য্য শলাগিব লগীয়া।

অজিত।—লাচিত বাস্তৱতে এজন অসাধাৰণ ৰণ-পণ্ডিত।

চৰিপ্‌।—সঁচা, তেওঁৰ কিছুমান অসাধাৰণ কাৰ্য্য দেখি স্তম্ভিত হব লগা হৈছে। লাচিত এজন অসামান্য ৰণ-পণ্ডিত।

ৰামসিংহ।—সেইবোৰ যি হওক, এতিয়া মোৰ বিবেচনাত আমি আকৌ প্ৰথমে লঠিয়াৰ ফালৰপৰা, তাৰ পাচত দৰঙৰ সীমাই দি গুৱাহাটী সোমাবলৈ একোটা হেঁচা দি চোৱা উচিত। তাতো যদি কৃতকাৰ্য্য হব পৰা নাযায়, তেন্তে সম্প্ৰতিকলৈ আমি দলিবাৰীত কোঁঠ মাৰি, গোপনে অসমীয়া ৰণবলৰ গতি-বিধি বুজি বাৰিষাটো পাৰ কৰা উচিত হব।

চৰিপ্‌।—উত্তম ব্যৱস্থা। লঠিয়া আৰু দৰঙৰ সীমাই দি আমি গুৱাহাটী সোমাব পাৰোঁ বা নোৱাৰোঁ, দলিবাৰীত কোঁঠ মাৰি, বহিব পাৰিলে, খৰালি নহয়মানে আমি তাতে সুবিধাকৈ ৰব পাৰিম।

ৰামসিংহ।—আচ্ছা, আপাততঃ সেয়ে স্থিৰ হল।—অজিত!

অজিত।—হজুৰ!

ৰামসিংহ।—যাবৰ হল।

অজিত।—বহুত আচ্ছা, হজুৰ!　　　　( সকলোৰে প্ৰস্থান )

—❖•❖—

# ষষ্ঠ গৰ্ভাঙ্ক।

—⊰⊱—

## গুৱাহাটী,—বৰফুকনৰ চৰা।

( বুঢ়াগোহাঞি ডাঙৰীয়া আৰু লাচিত )

বুঢ়াগোহাঞি।—আজি আপোনাক বিমৰ্ষ দেখিছোঁ,—কিয় ?

লাচিত।—হয়, ডাঙৰীয়া, বাহিৰত বিমৰ্ষ হৈ দেখুৱাৰ কথা নহয়; কিন্তু ভিতৰি হে এটা কথাত মনত বৰ দুখ লাগিছে।

বুঢ়াগোহাঞি।—কিনো কথাত ?

লাচিত।—আপুনি জানেই, দলিবাৰী কোঁঠ অৱৰোধ কৰিবলৈ অবিধিকৈ পঠিয়াই আমাৰ দহ হাজাৰ সৈন্য অনৰ্থক হানি কৰিলো! ই বৰ পৰিতাপৰ বিষয়। ই মোৰ দূৰদৃষ্টিত কেনা দেখুৱাইছে!

বুঢ়াগোহাঞি।—অবিধি নো কেনেকৈ হল ?

লাচিত।—অৰ্থাৎ, মোৰ কৌশলৰ বহিৰ্ভূত কাম হল। বৰ্ত্তমান ৰণৰ গতি-গোত্ৰ চাই, নিজৰ গড়ৰ বাহিৰে খেদি গৈ আক্ৰমণ কৰাটো মোৰ ৰণ-বিধি নহয়। সেই দুৰ্ঘটনাৰ আগলৈকে মই তেনে ব্যৱস্থাত ধৰা নাছিলোঁ।

বুঢ়াগোহাঞি।—তেন্তে নো আপুনি সেনাদল কিয় বাহিৰকৈ পঠিয়াইছিল ?

লাচিত।—ৰজাৰ আদেশ, নপঠিয়ালেই নহয়। ৰণ নিছিগা দেখি, নগৰত নতুন ৰজা উদয়াদিত্য স্বৰ্গদেৱে তত্ নাইকিয়া কৰিছে। মই আপত্তি দেখুৱাৰ স্থলতো স্বৰ্গদেৱে সেই আদেশ দোহাৰি পঠিয়ালে যে, দলিবাৰী কোঁঠৰপৰা মোগলক খেদি পঠিয়াবৰ নিমিত্তে তুৰন্তে যাত্ৰা কৰিব লাগে। অগত্যা সেই মতে দুজন সেনাপতিৰ তলে দহ হাজাৰ আমাৰ সৈন্য পঠিয়াইছিলোঁ; পিচে, শত্ৰুপক্ষে ছেগ বুজি আগে-পিচে বেৰি ধৰি সেই দহো হাজাৰ সৈন্য নিপাত কৰিলে! মোৰ যেন বাহুৰপৰা দহটোপা ৰক্ত হে ক্ষয় হল! আমাৰ মাজত একো-একোটা সেনা একো-একোটা হাতীৰ নিচিনা। তাৰ ঘাটি হয় বুলি হে আমি আগ-পিচ চাওঁ। ইয়াৰ আগেয়ে যি কেইটা ডাঙৰ যুঁজ হৈ গল, তাতো

আমাৰ ইমান মানুহ নপৰিল। আজি সামান্য কথা এটাতে অতবোৰ সৈন্য ক্ষয় পালে! এই বিষয় মই স্বৰ্গদেৱলৈ জনাওঁ হে বুলিছোঁ।

বুঢ়াগোহাঞি।—এঃ, বাৰীৰ ভিতৰত পুখুৰী এটা খান্দলেও আঠ-দহোটা মানুহক শিঙ্গীয়ে ফুটে। এখন ৰণত আঁঠ-দহ হাজাৰ মানুহ পৰিল, তাকে আকৌ স্বৰ্গদেৱক জনাব লাগে কিয়?

লাচিত।—হওঁতে হয়; পিচে অবাৰত আমাৰ অতখিনি সৈন্য হানি হল, তাত হে দুখ লাগিছে। কিন্তু, তুৰন্তে মই নিজে গন্ধৰ্ব আৰু পানীফুকনক লগত লৈ অশ্বাৰোহী আৰু পদাতিক সৈন্যৰে সৈতে মোগলৰ কোঠ অৱৰোধ কৰিলোগৈ; এনেতে বৰগোহাঞি ডাঙৰীয়ায়ো নগৰৰপৰা সসৈন্যে আহি যোগ দিলেহি। ফলত, মোগল সেনাপতিয়ে তাত ঠাই ধৰিব নোৱাৰি কোঁঠ এৰি দি আকৌ শৰাইঘাট পালেহি।

বুঢ়াগোহাঞি।—বৰ ভাল হল। আমাৰেইচোন জয়।

( গন্ধৰ্ব্ব আৰু পানীফুকনৰ প্ৰবেশ )

লাচিত।—অ, আহিছাঁহঁক? মই দিহা দি অহা মতে দলিবাৰী কোঁঠ বৰগোহাঞি ডাঙৰীয়াই ভালকৈ চম্ভালি লৈছে নে?

পানী।—সেই কোঁঠ এতিয়া আমাৰ সম্পূৰ্ণ দখলত; তাত সম্প্ৰতি শত্ৰুৰ সঞ্চাৰ নাই।

গন্ধৰ্ব্ব।—ডাঙৰীয়া! ৰামসিংহ সেনাপতিৰ কটকী পণ্ডিতৰায় বৈ আছেহি।

লাচিত।—হয় নে? বাৰু, আহিবলৈ কোৱাগৈ।

গন্ধৰ্ব্ব।—ভাল, আনোগৈ। ( প্ৰস্থান )

পানী।—কিবা আলোচনা উপলক্ষে আহিব পায়; মানুহজনক চিন্তাযুক্ত যেন দেখি আহিলোঁ।

( পণ্ডিতৰায় আৰু অজিতৰে সৈতে পুনঃ গন্ধৰ্ব্বৰ প্ৰবেশ )

লাচিত।—( পণ্ডিতৰায়ৰ প্ৰতি ) সকাম কি, কটকী?

পণ্ডিত।—আমাৰ বৰসেনাপতি হজুৰে এইখন পত্ৰ দি পঠিয়াইছে।

লাচিত।—চাওঁ। (পত্ৰ লৈ পাঠ কৰে) অ, ৰামসিংহ সেনাপতিয়ে পাঁচ লাখ টকা দি গুৱাহাটী কিনিবলৈ বিচাৰিছে!

পণ্ডিত।—হয়, ডাঙৰীয়া! সেয়ে হলে মোগলৰ লগত আহোমৰ মিত্ৰতা দৃঢ়তৰ হয়। বিশেষ, জীয়াৰী-সম্বন্ধ ঘটিল যেতিয়া, ৰাজকীয় সম্বন্ধেৰে সি দৃঢ়তৰ হোৱাটো অবাঞ্ছনীয় নহয়। পত্ৰত লিখা পাঁচ লাখ টকা আপোনালোকে গুৱাহাটীত গড় বন্ধোৱা খৰচৰ বাবদ হে দিয়া হৈছে; লাগিলে তাৰো ওপৰঞ্চি দিয়া যাব।

বুঢ়াগোহাঞি।—কিনো জীয়াৰী-সম্বন্ধৰ কথা কলা? ভালকৈ নুবুজিলো।

অজিত।—নুবুজিলে?—আপোনাসকলৰ জীয়াৰী ৰমণী গাভৰুৰ কথা কোৱা হৈছে। অলপতে হেনো দিল্লীৰ পাত্চাহৰ পুত্ৰ চাহাজাদা আজমৰ লগত ৰমণী গাভৰুৰ বিয়া হৈ গৈছে; সেই কাৰণে মোগলৰাজৰে সৈতে আহোমৰাজৰ জীয়াৰী-সম্বন্ধ ঘটিছে বোলা হৈছে।

লাচিত।—হয় নে? (হঠাৎ অন্যমনস্ক) ৰমণী গাভৰুৰ বিয়া হৈ গৈছে নে? হওক, তথাপি গুৱাহাটী দি সেই সম্বন্ধ দৃঢ়তৰ কৰাৰ সকাম আমাৰ বিশেষ নাই।

বুঢ়াগোহাঞি।—(স্বগতঃ) গুৱাহাটী এৰি দিলে, মোগলে গোটেইখন অসম দেশকে লবগৈ।

পণ্ডিত।—ডাঙৰীয়া! কথাটো দকৈ ভাবি চাওক।

লাচিত।—ভাবি চাবলৈ নাই; আমালৈ তেনেকুৱা মিট্মাট সুবিধাজনক নহব। এতিয়ালৈকে আমি টকাৰ অভাবত পৰা নাই এখোন; আৰু বছৰচাৰেকৰ পাচত, তেনে অভাব আহে যদি, তেতিয়া বাৰু দেখা যাব। তোমাৰ সেনাপতি মহাশয়ক আমাৰ চেলাম দি এই উত্তৰ জনাবাঁগৈ। তেওঁক এইটোও জানিবলৈ দিবাগৈ যে, গুৱাহাটী বেচিবলৈ লাচিত গুৱাহাটীলৈ অহা নাই, গুৱাহাটী উদ্ধাৰ কৰিবলৈ হে আহিছে। লাচিতৰ দেহাৰপৰা প্ৰাণৰ বিয়োগ নঘটেমানে, আহোম ৰাজ্যৰপৰা গুৱাহাটীৰ বিয়োগ নঘটে! এই কথা তোমাৰ বৰসেনাপতি ৰজা ৰামসিংহক দঢ়াই দঢ়াই কবাঁগৈ।

পণ্ডিত।—ভাল, মই মুখেৰেই বিবৰি কমগৈ। বিদায় হে এতিয়া।

অজিত।—( সৈনিক চেলাম দি ) হুজুৰ, প্ৰভো! সেৱা হে এতিয়া।

লাচিত।—বাৰু, যাব পাৰাইঁক। ( পণ্ডিতৰায় আৰু অজিতৰ প্ৰস্থান )

পানীফুঃ।—দান চাই সন্নিধান হৈছে। সাত লাখ টকা আগ কৰি যি গুৱাহাটীৰ নিমিত্তে যুদ্ধ পতা হল, এতিয়া মোগলক পাঁচ লাখত সেই গুৱাহাটী বিক্ৰী কৰিব লাগে! ৰাজ্য বেচি খোৱা আকালত আমাৰ ৰজা এতিয়াও পৰা নাই; সিমান সন্তাত পালে গুৱাহাটীৰ নিচিনা চহৰ আমাৰ ৰজাই খনচাৰেক কিনিব হে পাৰে। আমাৰ প্ৰাণ থাকেমানে গুৱাহাটী মোগলৰ হাতলৈ আৰু যাবলৈ নাপায়।

গন্ধৰ্ব্ব।—গাৰ বলত ঘাটি এতিয়া ধনৰ বল দেখায়! মোগলৰ গণ্ডপ্ দেখি ঘৃণা বোধ হৈছে। যি গুৱাহাটী প্ৰাণ দি কিনিবলৈ আহিছোঁ, সেই গুৱাহাটী ধন লৈ বেচিম! আমি জীয়াই থকাত গুৱাহাটী কোনে নিয়ে চাওঁ।

লাচিত।—মই ৰামসিংহৰ মতলব বুজিছোঁ; ছলে-বলে-কলে-কৌশলে তেওঁ গুৱাহাটীক কেন্দ্ৰ কৰি লৈ, থিতাপি হৈ বহিবলৈ বিচাৰিছে! কি বিড়ম্বনা! মহৰ শিঙ্গত কঁকিলাৰ ডাঁৰ! আমিও আকৌ পাৰ্য্যমানে মোগলক গুৱাহাটী সোমাবলৈ এৰি নিদিছোঁ,—প্ৰাণপণে লৰিম। লাচিতৰ প্ৰাণ থাকেমানে গুৱাহাটী আহোমৰ হাতৰপৰা যাব নোৱাৰে। ই ধ্ৰুব-নিশ্চয় কথা। এই গুৱাহাটীয়েই মোগলক আহোমৰ প্ৰতাপ দেখুৱাব।

পানীফুঃ।—নিশ্চয়, ই প্ৰাণপণ কৰিব লগীয়া লক্ষ্য। "মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন"; হয় গুৱাহাটী ৰক্ষা, নহয় এই শৰীৰৰ পতন।—এই দুটাৰ এটা হে হব; ইয়াৰ অন্যথা নহয়। অসম ৰজাৰ অসম ক্ষমতাৰ পৰিমাণ মোগলে এইবাৰ ভালকৈ পাব।

লাচিত।—সি যি হওক, ৰামসিংহ নিশ্চিন্ত হৈ বহি থকা নাই। এইবাৰ শৰাইঘাটেদি গুৱাহাটী সোমাবলৈ তেওঁ সমস্ত ৰণবল একেলগ কৰি প্ৰাণপণে যুঁজিব। এতেকে, আমাৰো সতৰ্ক হোৱা উচিত। যোৱা, পানীফুকনে

নৌবাহিনী ৰণবলৰ ওপৰত তত্ত্বাৱধান কৰাঁগৈ; আৰু গন্ধৰ্ব্বই এদল অশ্বাৰোহী সেনা লগত লৈ ঘুৰি-পাকি চাই আহঁাগৈ, মোৰ দিহামতে আমাৰ কৰ্ম্মচাৰী বিলাক সষ্টম হৈ আছে নে নাই। প্ৰত্যেককে মোৰ নামে দোহাৰি কৈ আহিবাঁ, যেন দিহা নাপাহৰে। বলাঁইক, আমিও দিহাদিহি কৰ্ত্তব্য ধৰোঁগৈ। জয় স্বৰ্গদেৱৰ জয়!

সকলোৱে সমস্বৰে।—জয়, লাচিত বৰফুকনৰ জয়!

( সকলোৰে দিহাদিহি প্ৰস্থান )

# সপ্তম গৰ্ভাঙ্ক।

শৰাইঘাটৰ নামনি,—মোগলৰ শিবিৰ।

( ৰামসিংহ, চৰিপ্ খাঁ, ৰঘুনাথসিংহ, নচৰৎখাঁ, অজিত )

চৰিপ্।—অসমীয়াৰ আয়োজন কি প্ৰকাৰ হৈছে, তাক আগধৰি জানিব পাৰিলে ভাল আছিল।

ৰামসিংহ।—সেইটো জনা গৈছে। আমাৰ তুৰকচাৰাবী চোৰাংচোৰ দলৰ বৰ্ণনা মতে অসমীয়াৰ আয়োজন এইবাৰ বিশেষ। ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়ো পাৰে আৰু পানীৰ মাজেদিও আমাৰ গতিৰোধ কৰিব পৰাকৈ ঠায়ে ঠায়ে বহুতো কৰ্ম্মচাৰী সসৈন্যে নিয়োজন কৰা হৈছে। আৰু, আমাৰ যাত্ৰা ওফৰাব পৰাকৈ মাজে মাজে বৰতোপ পাতিছে। পানীফুকন পানী সেনাপতিয়ে গুৱাহাটীৰপৰা কিছু ভাটীত আহি আগ বাঢ়ি থাকিবলৈকে স্থিৰ হৈছে। লাচিত ফুকনৰ বিচক্ষণ দিহাকৰণ।

চৰিপ্।—আমিও তেন্তে শত্ৰুপক্ষৰ সেইবিলাক আয়োজন আৰু দিহা ব্যৰ্থ কৰিবলৈ চাব লাগে।

ৰঘুনাথ।—নিশ্চয়, তাকে নকৰিলে আমাৰ পক্ষে উজাই আগ বঢ়াটোৱেই সম্ভৱপৰ নহব। লাচিত বৰফুকনৰ দিহা সামান্য বিধৰ নহয়।

নচৰৎ।—তেওঁ নিজে কিন্তু এইবাৰ নিজৰ দিহাৰ ওপৰত চকু ৰাখিব নোৱাৰিব। শুনিলোঁ, কালিৰপৰা বোলে তেওঁৰ তীব্ৰকঁপে জ্বৰ উঠিছে।

অজিত।—কি! লাচিত ফুকনৰ জ্বৰ! তেনেহলে আজি আহোমৰ আগত বিধি-পথালি! এয়ে কিন্তু উদ্দেশ্য সাধিবৰো আচল ছেগ। দেখা যাওক, কোনে কি কৰিব পাৰে। লাচিতৰ কিন্তু দেহা দুৰ্ব্বল হলেও, বুদ্ধিৰ বিভ্ৰম নঘটে।

চৰিপ্।—ঠিক কৈছা, এই হে আচল ছেগ। শীঘ্ৰে যাত্ৰা কৰিবৰ দিহা কৰা যাওক।

ৰঘুনাথ।—মোৰ বোধেৰে আমি আটাইকেইওজনে একে সময়তে সসৈন্যে শত্ৰুক বেৰি ধৰিবগৈ লাগে।

নচৰৎ।—ঠিক কথা। লাচিতৰ অনুপস্থিতত এই কাৰ্য্যলৈ সুবিধা হৈছে।

অজিত।—মোৰ বোধেৰে হলে, ঠিক হোৱা নাই। আটাইকেইওজন একেবাৰে আগবাঢ়ি উজাবৰ প্ৰয়োজন কি? তেনে কৰিলে ইফালে শিবিৰ উদং হয়। লাগ বুলিলে পাচত যোগান দিব কোনে?

চৰিপ্।—হওঁতে হয়। পাচত যোগান দিবলৈকো থাকিব লাগে।

অজিত।—আৰু চাবলগীয়া যে, অকল পানীয়েদি হে উজাব লগীয়া হৈছে যেতিয়া, নিজৰ মানুহেৰেই বাট জুৰি গলে সময়ত নিজৰ গা ঘূৰাবলৈকে টান পৰিব। সেই কাৰণে, মোৰ বোধেৰে আটাইকেইওজন আগ বাঢ়িব নালাগে; অন্ততঃ, বৰসেনাপতি গুৰি-ধৰা হৈ শিবিৰত থকা হে যুগুত।

ৰামসিংহ।—অজিত মানুহটো ডেকা, কিন্তু তাৰ বুদ্ধিটো হলে বুঢ়া। তাৰ কথাখিনি বৰ সাৰুৱা, দলিয়াই পেলাব লগীয়া নহয়।

চৰিপ্।—মোৰ মনতো অজিতৰ প্ৰস্তাব সাৰুৱা যেন লাগিছে; সেইমতে কাম হোৱা হে উচিত বিবেচনা কৰোঁ।

ৰামসিংহ।—আচ্ছা সেয়ে হব; প্ৰথমেই চৰিপ্‌থাই অকলে নৌবাহিনী ৰণবলেৰে উজাই আগ বাঢ়িব; পাচত মই শিবিৰৰপৰা সময়মতে ৰণবলৰ যোগান দি থাকিম।

অজিত।—( স্বগতঃ ) হওক, ছেগ ধৰা বেয়া নহল। বৰসেনাপতি যোৰা হলে, এইবাৰেই অন্ত পেলালেগৈহেঁতেন! অহঃ! লাচিত বৰফুকনকৰ নৰিয়া হঁায়, অসমৰ কি দুৰ্ভাগ্য!! কি যে বিধি-বিড়ম্বনা!!!

চৰিপ্।—ভাল, তেনেহলে সেই মতেই মই প্ৰস্তুত হওঁগৈ। পলম কৰাৰ সকাম নাই।

ৰামসিংহ।—আচ্ছা, যোৰ্ৰা, সপ্তম হোৱাঁগৈ। ৰঘুনাথ আৰু নচৰৎ! তোমালোকো এতিয়া যোৰ্ৰা, কিৰাতবৰ্ত্তিয়া আৰু বইৰামদেও ইবিলাকৰে লগ লাগি যথা সময়ত মোৰ আদেশ আৰু উপদেশ লবাহিহঁক। ময়ো যাওঁ, অজিত! আহাঁ। ( সকলোৰে প্ৰস্থান )

অজিত।—বহুত আচ্ছা, হুজুৰ! ( স্বগতঃ ) অহঃ! অসমৰ অসম মহাবীৰ বিচক্ষণীয়া ৰণপণ্ডিত বৰসেনাপতি লাচিত বৰফুকনৰ আসন্ন সাময়িক নৰিয়া বিষম সমস্যা!! অদ্ভুত বিভ্ৰাট!!! ( ৰামসিংহৰ পিচ-ধৰি প্ৰস্থান )



## চতুৰ্থ অঙ্কপাত।
## জিৰণি-পটক্ষেপণ।



# ৫। অঙ্ক।



## প্ৰথম গৰ্ভাঙ্ক।



গুৱাহাটী,—বৰফুকনৰ বাহৰ।

( নৰিয়া-পাটীত লাচিত, পিঙ্গলা আৰু গন্ধৰ্ব্বনাৰায়ণ )

পিঙ্গলা।—( নৰীয়াৰ শিতানৰ কাষত বহি বিচি বিচি ) দেউতা! এতিয়া কেনে পাইছে? গাৰ পোৰণি অলপ এৰিছে নে?

লাচিত।—( হুকাৰ ছাবি ) হুঁ-ওঁ, কেনে পাইছোঁ?—মোৰ ৰণ কেনে চলিছে? মোগল সেনা কোন্‌খিনি পাইছেহি? গন্ধৰ্ব্ব ক'ত?

গন্ধৰ্ব্ব।—আছোঁ। শত্ৰুপক্ষৰ নৌ-সেনাবাহিনীৰ ৰণতৰীবোৰ উজাই আহি আন্ধাৰু বালিৰপৰা এটা পাকৰ ভাটী পাইছেহি।

লাচিত।—কি! ( উঠিবলৈ ধৰি, পৰি যায় ) ইমানলৈকে উজালে! তাৰ ভাটীতে পানীফুকনে ভেটি নধৰিলে?

গন্ধৰ্ব্ব।—ধৰিছিল। শত্ৰুৰ গতিৰোধ কৰিব নোৱাৰি হুঁহকি পৰি পানীফুকন আন্ধাৰু বালিৰ পোনত বৈছেহি।

লাচিত।—সৰ্ব্বনাশ! পালেহিয়েই! যোৱা, যোৱা, এতিয়া কোন্‌খিনি পাইছেহি তুৰন্তে চাই আহাঁ।

গন্ধৰ্ব্ব।—ভাল, চাই আহোঁ। ( গন্ধৰ্ব্বৰ প্ৰস্থান )

পিঙ্গলা।—দেউতা, আপুনি ৰণৰ কথা লৈ উত্ৰাৱল হোৱাৰ এতিয়া সময় নহয়, গা আকৌ আচন্দ্ৰাই কৰিব।

লাচিত।—গাৰ ফালে যি হল লাগে আই, ৰণৰ কথা নাভাবি পাৰোঁ নে? ৰণৰ ভাবনা এই দেহাৰ ভাবনাতকৈ আগ।

( গন্ধৰ্ব্বৰ পুনঃ প্ৰবেশ )

লাচিত।—( উদ্বিগ্ন হৈ ) কি বাৰ্ত্তা? কোন্‌খিনি পাইছেহি?

গন্ধৰ্ব্ব।—শত্ৰুৰ ৰণতৰী কল্‌কল্‌কৈ উজাবই লাগিছে।

লাচিত।—( একে চিপে উঠি বহি ) কি! এতিয়াও আমাৰ পক্ষে বৰ-তোপ মাৰি শত্ৰুৰ ৰণতৰী ওফৰাই দিয়া নাই কিয়? পানীফুকনে কৰিছে কি?

গন্ধৰ্ব্ব।—বৰতোপ ফেৰ কৰি পানীফুকন সষ্টম হৈ আছে, কিন্তু গণকে এতিয়াও ক্ষণ মিলা নাই বুলি ৰাখি থৈছে।

লাচিত।—( উত্ৰাৱল ) কি! ক্ষণ নিমিলাৰ বাবেই শত্ৰুক গা পোৱাইছেহি! ক্ষণ মিলিবই লাগে। গণকক কোৱাঁগৈ।

গন্ধৰ্ব্ব।—যাওঁ, ক্ষণ মিলিবই লাগে বুলি কওঁগৈ। ( গন্ধৰ্ব্বৰ প্ৰস্থান )

পিঙ্গলা।—দেউতা, বহি থাকিলে আকৌ মূৰ ঘূৰাব; শুই পৰোক ( লাহেকৈ ধৰি শুৱাই দিয়ে )।

লাচিত।—( চাটিফুটি ) যায়! যায়! এতিয়াহে যায়! যত কৰিলোঁমানে সকলো মিছা হয় এতিয়া!

( গন্ধৰ্ব্বৰ পুনঃ প্ৰৱেশ )

লাচিত।—( উদ্বিগ্ন ) মিলিল নে ক্ষণ?

গন্ধৰ্ব্ব।—নাই, গণকে নামানে আমাৰ কথা।

লাচিত।—তেন্তে কি উপায়! যায়, যায়! দেশ ৰসাতললৈ যায়! কোন্‌খিনি পাইছেহি? যোৱাঁ, যোৱাঁ, আকৌ যোৱাঁ—তুৰন্তে কোৱাঁহি।

গন্ধৰ্ব্ব।—চাই অহাৰ বাব নাপাই লাগি যাবলৈ আজ্ঞা পোৱা হলেই ভাল আছিল। বাৰু, যাওঁ, চাই আহোঁ। ( গন্ধৰ্ব্বৰ প্ৰস্থান )

লাচিত।—হাঁয়, ইবাৰ হে যায় গুৱাহাটী!

পিঙ্গলা।—দেউতা, বৰকৈ উতলা নহব; বিকাৰ আকৌ বেচি হবলৈ ধৰিছে।

লাচিত।—( চাটি ফুটি ) কি কৰিম! কি উপায়!

পিঙ্গলা।—ভগৱন্তে কৰিব যি হয়, আপুনি স্থিৰ হওক।

( ৰাজখোৱাৰ প্ৰৱেশ )

ৰাজখোৱা।—ডাঙৰীয়া! শত্ৰু আহি আন্ধাৰ বান্ধিব পোন্ পাইছেহি, এতিয়াও ক্ষণ মিলা নাই! কি কৰা যায় এতিয়া?

লাচিত।—সৰ্ব্বনাশ! (একেচিপে উঠি বহি) যোৱাঁ, যোৱাঁ, তুৰন্তে এখন মাৰ বান্ধিবলৈ দিয়াঁগৈ। মোক এই চালপীৰাই সৈতে দাঙ্গি নিবলৈ মানুহ লৈ আহাঁগৈ।

ৰাজখোৱা।—ভাল, ডাঙৰীয়া! (ৰাজখোৱাৰ প্ৰস্থান)

পিজলা।—(আতুৰ হৈ) এই মহাসঙ্কটত ৰক্ষা কৰা প্ৰভো!

লাচিত।—(উচাতন) ক'তা, ক'তা, আহিল নে? নে, মোক নে।

পিজলা।—(চকু-লো টুকি) কলৈ নিব লাগে আপোনাক দেউতা?

লাচিত।—ৰণলৈ। ৰণৰ কেন্দ্ৰলৈ। মোগলৰ মাজলৈ।

পিজলা।—এই নৰীয়া গাৰে ৰণত আপুনি কি কৰিবগৈ দেউতা? নালাগে যাব। উন্নাৰল নহব দেউতা! গন্ধৰ্ব্ব কোঁৱৰে এইবাৰ এটা সু-দিহা লগাবগৈ; আপুনি নিশ্চিন্ত হওক, দেউতা!

লাচিত।—ঔ, নকৰি, নকৰি, আই, নকৰি। মই নগলে আজি এই ছেগতে মোগলে গুৱাহাটী লবহি।

পিজলা।—নৰীয়া গাৰে গৈ আপুনি নো কেনেকৈ ৰাখিব? নালাগে যাব দেউতা!

লাচিত।—ৰাখিব নোৱাৰোঁ যদি, প্ৰাণকে দিমগৈ; ৰণতে নিজেই ধৰা দিমগৈ। কিন্তু, গুৱাহাটী এৰি দি, মই জীয়াই নাথাকোঁ; থকাৰপৰা মোৰৰ নাই, গৰিহণা আছে। ক'তা, ক'তা, ইমান পৰেও নাহিল! মোক নিনিলেহি!—নিনিলেহি! (মূছ্ৰ্কঁহ যায়)

( মানুহ লৈ ৰাজখোৱা আৰু গন্ধৰ্ব্বৰ পুনঃ প্ৰৱেশ। চালপীৰাই সৈতে লাচিতক উলিয়াই নিয়ে; চকু-লো টুকি টুকি পিজলা পিচে পিচে যায়।)

# দ্বিতীয় গৰ্ভাঙ্ক।

—<>—

শৰাইঘাট,—তুমুল ৰণ।

( পানীফুকন বৰতোপ আৰু হিলৈ মাৰিবলৈ সষ্টম হৈ আছে; নৰ্ত্তমে হাতত জ্যোতিষ পুথি লৈ ক্ষণ গণনা কৰিব লাগিছে। )

পানীফুকন।—হাঁয়, মোগলৰ ৰণতৰী কল্‌কল্‌কৈ উজাবই লাগিছে; সৌৱা, চৰিপৰ্থা আহি আন্ধাৰুবালিৰ পোন্ পালেহি! আৰু ৰব নোৱাৰি। নোৱাৰি ৰব। বৰতোপ গুফৰাব লাগিল। হিলৈ মাৰিবলৈ হুকুম দিম এতিয়া।—হৈছে নে? হৈছে নে বাপু? ক্ষণ মিলিছে নে?

নৰ্ত্তম।—নাই, নৌ মিলে; অলপ বাকী।

পানী।—( উত্ৰাৱল হৈ ) এতিয়াও বাকী! আমাৰ কাৰ্য্যলৈ আৰু তেন্তে সময় বাকী নাথাকে। এটা মুহূৰ্ত্তৰ ফেৰত এতিয়া এখন ৰাজ্য যায়!

নৰ্ত্তম।—( খঙেৰে ) ক্ষণ নিমিলিলে বলেৰে মিলাব পাৰি নে?

পানী।—সৰ্ব্বনাশ! পালেহি, একেবাৰে গা পালেহি! ক্ষণ মিলাৰ আগেয়ে এতিয়া ধ্বংস মিলিব! নোৱাৰি, নোৱাৰি ৰব আৰু!

( চালপীৰাই সৈতে নৰীয়া লাচিত বৰফুকনক প্ৰৱেশ কৰোৱা হয় )

লাচিত। ( ব্ৰহ্মপুত্ৰলৈ আঙুলিয়াই ) লৈ যোৱা, মোক একেবাৰে মাৰ নাৱত তুলি দিয়াঁগৈ। গণকৰ ক্ষণ মিলাৰ অপেক্ষাত আমাৰ সেনা-সেনাপতি সকলে ইমানতো চাই আছে! অহঃ, নিয়াঁ মোক, নাৱে সৈতে ভটীয়াই দিয়াঁগৈ; মোক মোগল সেনাপতিয়ে ধৰি বন্দী কৰি লৈ যাওক; আৰু মোৰ সেনা আৰু সেনাপতিসকলে চাই থাওক! স্বৰ্গদেৱলৈ বাতৰি যাওক, নৰিয়া-পাটীত পাই বৰফুকনক শত্ৰুৱে ধৰি নিলে; আমি দখল কৰা গুৱাহাটী আকৌ মোগলৰ হাতত পৰিল! হাঁয়, চন্দ্ৰ-দিবাকৰ থাকেমানে এই অখ্যাতি থাকিল, থাওক! দিয়াঁ, দিয়াঁ, মোক ভটীয়াই দিয়াঁ।

( চালপীৰা নাৱত তুলি ভটীয়াই দিবলৈ নিয়া হল )

অসমীয়া সেনা-সেনাপতি।—জয়, স্বৰ্গদেৱৰ জয়!

জয় বৰফুকন লাচিতৰ জয়!

( সকলোৰে বেগেৰে প্ৰবেশ )

পানীফুকন—হাঁয়, হাঁয়! গল, গল! নিৰস্ত্ৰ বৰফুকনৰ নাও ভটীয়াই গল! শত্ৰুৰ মুখত অযাচিতে পৰেগৈ এতিয়া! যোৱা, যোৱা, বিষয়াসকল, আগ বাঢ়া। কি চাইছা, বৰফুকনৰ নাও আৰ কৰি আগ হোৱাগৈইক। গণকৰ ক্ষণ নালাগে; এই মাৰিলোঁ, মাৰিলোঁ বৰতোপ, মাৰিলোঁ ( আৱাজ )।—হিলৈ মাৰিবলৈ ধৰাইক ( আৱাজ )।—মাৰি থাকা, মাৰি থাকা ( জাউৰি-জাউৰিকৈ হিলৈৰ আৱাজ )।

অসমীয়া সেনা-সেনাপতিসকল।—জয় স্বৰ্গদেৱৰ জয়!

জয় বৰফুকন লাচিতৰ জয়!

( সকলো বেগেৰে প্ৰবেশ আৰু প্ৰস্থান )

পানীফুকন।—( নেপথ্যলৈ আঙুলিয়াই ) চোৱা, চোৱা, সৌৱা বৰফুকনৰ নাও আৰ কৰি ধৰি আমাৰ বিষয়াসকলৰ নাও আগ বাঢ়িল! দুয়ো পাৰৰপৰা মেলি দিয়া নাও চাপি, সৌৱা এখন সাকো যেন হৈছে। নাৱে-নাৱে ভৰি দি ব্ৰহ্মপুত্ৰ ইপাৰ-সিপাৰ হব পৰা হৈছে! অসমীয়া ৰণতৰী দেখি চৰিপৰ্ণা তধা লাগিছে! গণকৰ বাধা নেওচা যাওক, বৰতোপ উফৰিবলৈ দিয়া। হিলৈ মাৰিবলৈ ধৰা। শত্ৰুৰ নাও ওকৰাই নিয়ক। (হিলৈৰ আৱাজ)। নৰৰা, নৰৰা, মাৰা, মাৰা, জাউৰি-জাউৰিকৈ হিলৈ মাৰি থাকা ( হিলৈৰ আৱাজ )। যাওঁ, যাওঁ, ময়ো যাওঁ, আগচি ধৰোঁগৈ। ( নেপথ্যত হিলৈৰ আৱাজ )

( পানীফুকনৰ বেগেৰে প্ৰস্থান; বুঢ়াগোহাঞি ভাণ্ডৰীয়াৰ প্ৰবেশ )

বুঢ়াগোহাঞি।—বুৰিল, বুৰিল! শত্ৰু নিগমে বুৰিল! চোৱা, চোৱা, বৰতোপৰ গুলি লাগি মোগলৰ নাওবোৰ সসৈন্যে তললৈ গৈছে! যাওক, যাওক, ৰসাতললৈ যাওক। বাকীবোৰ ভটীয়াই সৌৱা পলাবলৈ ধৰিছে।

যাওঁ, যাওঁ, ময়ো খেদি যাওঁ। আজি মোগলক কচুকটা দি হেঁপাহ পলুৱাওঁগৈ যাওঁ।

( বুঢ়াগোহাঞি ডাঙৰীয়াৰ বেগেৰে প্ৰস্থান ; চন্দ্ৰনাৰায়ণৰ প্ৰৱেশ )

চন্দ্ৰনাৰায়ণ।—পৰিল, পৰিল! পৰিল সৌৱা, চৰিপৃখাঁ সেনাপতি পৰিল! নাৱে সৈতে পানীৰ তললৈ গল! চোৱাঁ, চোৱাঁ, বাকী নাও-মানুহ আটাইবোৰ ছিটিকি পলাইছে! আমাৰ নাৱে খেদি নিছে!

( বেগেৰে প্ৰস্থান )

নেপথ্যত।—( ৰণ-কোলাহল ) জয় স্বৰ্গদেৱৰ জয়!

জয় বৰফুকন লাচিতৰ জয়!

( গন্ধৰ্বনাৰায়ণৰ বেগেৰে প্ৰৱেশ )

গন্ধৰ্ব।—ধন্য মহাবীৰ লাচিত বৰফুকন! ধন্য তোমাৰ ৰণ-কৌশল! ধন্য তোমাৰ স্বদেশ-প্ৰেম! ধন্য তোমাৰ ৰণপাণ্ডিত্য! নৰিয়াই তোমাৰ বাহুবল অৱশ কৰিছিল, কিন্তু প্ৰতিভা মলিন কৰিব পৰা নাছিল। বাহুবলতকৈও আজি তোমাৰ বুদ্ধিবলে জগতক তবধ লগালে! এক নিৰস্ত্ৰ লাচিতে আজি সহস্ৰ সশস্ত্ৰ সৈনিকৰ বল দিলে। মহাবীৰ লাচিতৰ অলৌকিক ৰণ কৌশলে আজি অসমীয়া সেনানীৰ প্ৰাণত বৈদ্যুতিক বল প্ৰয়োগ কৰিলে! ধন্য তুমি! ধন্য তোমাৰ জন্মভূমি! ধন্য তোমাৰ জাতীয় প্ৰেম!

———

# তৃতীয় গৰ্ভাঙ্ক।



## আহ্মাক বালি,—ৰণৰ পাচত।

( মাধৱচৰণ আৰু নৰ্ত্তম )

নৰ্ত্তম।—দিয়াঁ এতিয়া, দিবলৈ বাকী থকাখিনি।

মাধৱ।—কিয় দিম? দিম কিয় হে?

নৰ্ত্তম।—কিয়! দিম বোলা দিয়াঁ আকৌ, কিয় কি?

মাধৱ।—দিম বুলিছিলোঁ হয়, কাম নকৰাকৈ এনেই দিম বোলা নাই।

নৰ্ত্তম। কি! কাম কৰি দিয়া নাই নে? এনেই হে ৰাখি দিলো এবেলা পৰলৈ? আহ্মাক বালিৰ পোন্ পোৰাইছিলোঁহি আৰু! পিচে, কি কৰিবা, অদ্ভুত গণনা নগণা হল!

মাধৱ।—নগণা হল, মই কৰিম কি? কাৰ্য্য সিদ্ধি হলে হে বাকী কেটকা দিম বুলিছিলোঁ; নহল সিদ্ধি, নোপোৱা।

নৰ্ত্তম।—মোৰ দোষত নহল নে কিবা?

মাধৱ।—যাৰে দোষত নহক লাগে।

নৰ্ত্তম।—এ, সেইবোৰ ঠগবাজী নকৰিবা জানিছা; দিয়াঁ, দিয়াঁ, দিবলগীয়া দি দিয়াঁ, গুচি যাওঁ।

মাধৱ।—যোৱাঁ গুচি, তোমাক নো কোনে ধৰি ৰাখিছে। কিয় আছাঁ?

নৰ্ত্তম।—নিদিয়া দেখি হে আছোঁ।

মাধৱ।—নিদিওঁ বুলিছোঁ নহয়।

নৰ্ত্তম।—নিদিবা কিয়? মোলৈ বুলি মোগলৰ টকা আনি এতিয়া নিজে খাবা নে কি?

মাধৱ।—মোগলৰপৰা ধন লোৱাৰ লগত তোমাৰ কি হাত আছে? তোমাৰ বন্দবস্ত আছিল মোৰ লগত। মোগল গুৱাহাটী সোমোৱালৈকে অসমীয়া ৰণুৱাক ক্ষণ নিদি ৰাখি থব পৰা হলে, আমাৰ উদ্দেশ্য সিদ্ধি হলহেঁতেন; তেতিয়া বাকী কেটকা হে নালাগে আৰু কিমান পালাঁহেঁতেন।

নৰ্ত্তম।—নালাগে আমাক বেচিকৈ; যি পাব লগা আছিল তাকে দি- গুচি যাওঁ।

মাধৱ।—কি অবুজন অ! কাৰ্য্য সিদ্ধি নহল দেখি, নোপোৱাঁ বুলিছো নহয়? কি কেপ্‌কেপাই থাকাঁ।

নৰ্ত্তম।—নাপাম কিয়? এঃ, এনেয়ে আহিছে! দিয়াঁ, দিয়াঁ। নিদিলে নেৰিম জানিছা (মাধৱৰ জোলোঙাত ঠাপ্ মাৰি ধৰি টনা-আজোৰা লগায়; আৰু জোঁটাপুটিত ভুয়ো বাগৰি পৰি চৰীয়াচৰিকৈ চিয়ঁৰ-বাথৰ লগায়)।

(এটা মোগল সৈনিকৰ প্ৰৱেশ)

সৈনিক।—হো, আল্লা! কি হৈছে তইঁতৰ? কি হৈছে, কচোন বাৰু শুনোঁ। (দুইকো জোঁটাপুটি ভাঙ্গি এৰুৱাই দিয়ে)।

মাধৱ।—ধৰাঁ, ধৰাঁ, দোছ্, এই দুষ্মনক ধৰি ভুকিলমান লগাই দিয়া ই মোগলৰ ফালৰ ধন খাই, ক্ষণ নিদিওঁ বুলি এৰি দি, বেইমানী কৰিছে।

সৈনিক।—হয় নে? অ, সেই হে আমি জিকিও হাৰিলোঁ! বেটা, বেইমান নিমখ হাৰাম! (নৰ্ত্তমক ধৰি চৰ, ভুকু ইত্যাদিৰে কিল-কীৰ্ত্তন কৰে)।

নৰ্ত্তম।—উঃ ৰাম! মৰিলোঁ, মৰিলোঁ, এৰি দে। বাৰু, মোৰ কথাওচোন শুন। উঃ, উঃ—

সৈনিক।—আচ্ছা কি কবি ক, ক বেটা বেইমান, ক।

নৰ্ত্তম।—তুমি জনা নাই দোছ, সি মোক দিওঁ বোলা টকা নিদি হে গোটেই বৰ্ব্বাদ কৰিলে! মোক সি আপোনালোকে ঘুচ্ দিয়া ধনখিনি নিদিয়াত হে ক্ষণ এৰাই গল!

সৈনিক।—হয় নে বেইমান, নিমখহাৰাম! তই আগেয়েও কেইবাবাৰো হেনো মোগলৰ নিমখ খাই নিমখহাৰামী কৰি থৈছ। বেটা, তোক হে মজা দিব লাগে (মাধৱক ধৰি পেলাই লৈ গুৰুলাগুৰুলকৈ কিলায়)।

নৰ্ত্তম।—(হেঁপাহ গুচাই মাধৱক কিলচাৰেক মাৰি), ধৰা দোচ, কটাবন্দী এই ঠগ্‌বাজক বিষয়াৰ আগত দিওঁগৈ নি। (দুয়ো দুই বাউসিত ধৰি মাধৱক চোঁচোৰাই উলিয়াই নিয়ে)।

মাধৱ।—হেৰ ই, নিনিবিহঁতঐ! নবধিবিহঁতও! এতিয়া হে মৰিলোঁঐ!

(প্ৰস্থান)

---

# চতুৰ্থ গৰ্ভাঙ্ক।

হাদিৰা,—ৰণ-কেন্দ্ৰ।

(ৰামসিংহ, নচৰৎখাঁ আৰু অজিত)

নচৰৎ।—চৰিপ্‌খাঁৰ পতনৰ লগতে আমাৰ নৌ-সেনাৰ একেবাৰে বল মৰিল; এতিয়া আৰু আমাৰ ৰণতৰী যিবোৰ বাকী ৰৈছে, সেইবোৰ মোৰ বোধেৰে ফেৰত পঠোৱা হে যুগুত।

ৰামসিংহ।—ৰণতৰী আটাইবোৰ গৈ মানাহাত ৰবলৈ আদেশ দিয়া হৈছে। সম্প্ৰতিকলৈ জল-যুদ্ধৰ আয়োজন আৱশ্যক নকৰে। কিন্তু, শৰাইঘাটৰ যুদ্ধৰ পাচত লগা স্থলযুদ্ধ কেইখনতো যে আজিলৈকে আমি হে ঘাটিব লাগিছোঁ, ই হে দুখৰ বিষয়! তোমালোকক আৰু কি কম, এই বাৰে মই বৰ অপমান পাইছোঁ। এতিয়া কোন্ মুখেৰে যে দিল্লীলৈ উলটিম তাকে হে ভাবিছোঁ।

নচৰৎ।—আমি নো বাৰু কি কৰিম? আমি তো কৰ্ত্তব্যত ক্ৰটী কৰা নাই। আপুনি স্ব-চকুৰে দেখিয়েই আছে।

ৰামসিংহ।—অৱশ্যে, তোমালোকে যত্নৰ ক্ৰুটী কৰা নাই; কিন্তু অসমীয়া সৈন্য ইমান কাজুৱা বুলি মোৰ ইতিপূৰ্ব্বে ধাৰণা নাছিল। এতিয়া দেখিছোঁ, একেবিধ অসমীয়া সৈন্যই নাবিক, পদাতিক আৰু অশ্বাৰোহী সৈন্যৰ কাম কৰিব পাৰে; সেই একেবিধেই তীৰ, বন্দুক আৰু বৰতোপ মাৰিব পাৰে; গড় বান্ধিব পাৰে; মাল যুঁজিব পাৰে;—বিশেষকৈ চোৰাংচোৱা কাৰ্য্যত অসমীয়া সৈনিক ভাৰতৰ ভিতৰত অতুলনীয়। মুঠৰ ওপৰত কবলৈ গলে, সিহঁত ৰণ-সংক্ৰান্ত সকলো কামতে পৈণত। এনে অদ্ভুত, অথচ বিচক্ষণীয়া সৈন্যবল এক আহোম ৰজাত বাজে ভাৰতবৰ্ষৰ আন কোনো ৰাজক্ষমতাৰ আছে বুলি মই নাজানোঁ। সেই হে আহোম ৰাজক্ষমতাৰ অসম পৰাক্ৰম! তথাপি, এখন ৰণতো আমি নাম কৰিব নোৱাৰাৰ বাবে আপোনা-আপুনি খেদ কৰিব লগীয়া হৈছে। ইফালে ৰণৰো সামৰণি পৰিব লগীয়া হলহি।

অজিত।—হজুৰ! ৰণৰ সামৰণি পৰিবৰ হৈছে নে?

ৰামসিংহ।—ওঁ, সামৰণিৰ ওচৰ চাপিছেহি। এই থনেই শেহ ৰণ হব। ইয়াতে মোৰ বল-বীৰ্য্য, ৰণ-কৌশল, ৰণ-বল যি বাকী ৰৈছে চুড়ান্তকৈ খটাম। এই ৰণতে হয় লাচিত, নহয় ৰামসিংহৰ পতন নিশ্চয়।

অজিত।—ইয়াৰ পাচত আৰু ৰণ দিয়া নহব নে?

ৰামসিংহ।—এই যাত্ৰাত আৰু নহয়।

অজিত।—ওঁ, বুজিলোঁ; ইয়াতে সকলো শেষ হব লাগে।

নচৰৎ।—এইবাৰ বোলে হতীয়াহতি যুদ্ধ হব? হয় নে?

ৰামসিংহ।—হয়, আমাৰ সেই প্ৰস্তাৱ শত্ৰুপক্ষে গ্ৰহণ কৰিছে।

নচৰৎ।—তেন্তে লাচিতৰ শিৰলৈ মোৰ নজৰ থাকিল।

ৰামসিংহ।—লাচিত হেন বীৰৰে সৈতে হতীয়াহতি তোমালোকৰ লগত হোৱাটো শোভনীয় নহব। লাচিত যদি তোমাৰ হাতত পৰিব লাগে, তেন্তে মোলৈ আৰু কোন্ থাকিব!

নচৰৎ।—বাৰু, আপোনাৰ হাতৰপৰা সাৰি যায় যদি, তেতিয়া আমি আক্ৰমণ কৰিলে তো দোষ নাই ?

ৰামসিংহ।—হওঁতে শত্ৰুবধত দোষ কি আছে! কিন্তু, মোৰ হাতৰপৰাই সাৰি যাওকচোন,—এইবাৰ আহক।

নচৰৎ।—বাৰু, তেন্তে মনত থাকিল। সাজু হৈ আহোঁগৈ। (প্ৰস্থান)

অজিত।—মোৰো মনত থাকিল। ময়ো স্ববেশেৰে আহোঁগৈ। (প্ৰস্থান)

নেপথ্যত।—জয়, স্বৰ্গদেৱৰ জয়! জয় লাচিত বৰফুকনৰ জয়!

(খোলা তৰোৱালেৰে লাচিতৰ প্ৰৱেশ)

লাচিত।—ধৰা অসি, ৰামসিংহ, আজি তোমাৰে সৈতে হেঁপাহ পলুৱাই লাগি চাওঁ। তুমি আহোম স্বৰ্গদেৱক এই কাৰ্য্যলৈ বিচাৰিছিলা; প্ৰথমে তেওঁৰ এই অনুচৰকে চাই লোৱা। হেৰা, বীৰ! মল্লযুদ্ধত আহোমৰ বাহুবলৰ চিনাকি ইয়াৰ আগেয়ে তোমাক দিয়া নাই, তালৈ সময় হোৱা নাছিল বুলি; এতিয়া মোৰ উদ্দেশ্য সিদ্ধি হল, সেই সময়ো হৈছে। ধৰা অসি, আহোম বীৰৰ প্ৰত্যক্ষ চিনাকি দিওঁ!

ৰামসিংহ!—চলোৱা অসি, লাচিত, এই তোমাক অন্ত-কাল!

(লাচিত আৰু ৰামসিংহৰ মাজত অসিযুদ্ধ; নচৰতৰ হঠাৎ প্ৰৱেশ)

নচৰৎ।—কি চাব লাগিছে,—এই একে ঘাপে বধিলোঁ লাচিত!

(নচৰতে পিচৰপৰা লাচিতক ঘাপ মাৰিবলৈ উদ্যত, এনেতে বিজুলী-সঞ্চাৰে অজিতে প্ৰৱেশ কৰি, সৈনিক পোছাক ছিঁৰি দলিয়াই পেলাই, "ৰমণী গাভৰু"ৰ স্বৰূপ সাজেৰে আক্ৰমণৰ মাজত সোমায়হি।)

অজিত।—কি কৰা! কি কৰা নচৰৎ!

নচৰৎ।—(চমক্ খাই) ইকি!—অজিত!—অজিত কি ৰমণী!!

ৰমণী।—আন ৰমণী নহয়,—"ৰমণী গাভৰু"। নচৰৎ! আগেয়ে ৰমণীক নবধিলে মোৰ মানস স্বামী লাচিতক বধিব নোৱাৰা। চাই লোৱা, স্ব-ৰূপ মোৰ!

আজি হে ৰমণীৰ বিয়া !—( নচৰতৰে সৈতে অসি-যুদ্ধত ৰমণী গাভৰুৰ পতন, নচৰতৰ তুৰন্তে প্ৰস্থান, লাচিত আৰু ৰামসিংহ তথা ! )

ৰমণী।—প-ৰ-ভু, দয়া-ম-য়, পূ-ৰা-লোঁ কা-ম-না ! সা-ৰ্-থক্ জী-ৱন ! জ-ন-ম ভূ-মিৰ উদ্-ধা-ৰ দে-খি-লোঁ। য'-ৰ দে-হা ত'-ত সঁ-পি-লোঁহি। যা-ক ভা-ব-ত, তা-ক আ-গত পা-লোঁ-হি। ম-নো-ৰথ পূ-ৰ-ণ হ-ল মোৰ। ( মৃত্যু )

ৰামসিংহ।—অহঃ ! অজিত মোৰ ! তুমি তো সাধাৰণ অজিত নাছিলা ! তুমি ৰমণী গাভৰু ! সেই হে ৰমণী গাভৰুৰ উন্নত ভাবেৰে মোক মুহিব পাৰিছিলা তুমি ; এক্ষন্তেকলৈকো কৰ্ত্তব্যবিমুখ নহৈ তুমি ক্ষত্ৰিয়ক শিক্ষা দিব পাৰিছিলা। আহোম "ৰমণী" সামান্যা ৰমণী নহয়। তোমাৰ বীৰাঙ্গনা চৰিত্ৰৰ বলে শত ক্ষত্ৰিয়ৰ তেজ পানী কৰিব, ভাৰত ৰমণীক সতীত্বৰ জ্ঞান দিব।— আহোম বীৰ লাচিত ! তোমাৰ বীৰত্ব, তোমাৰ ৰণ-পাণ্ডিত্য, তোমাৰ ৰাজভক্তি, তোমাৰ জাতীয়তা, তোমাৰ স্বদেশ-প্ৰেম পৃথিবীৰ আদৰ্শ ! ক্ষত্ৰিয় ৰীতি অনুসৰি, মই আজি প্ৰকাশ্যে তোমাৰ ওচৰত পৰাজয় স্বীকাৰ কৰি স্বদেশলৈ উলটিলোঁ ; তোমাৰ দেশ তুমি উদ্ধাৰ কৰিলা। যি দেশত ৰমণী গাভৰু হেন বীৰকন্যা আৰু লাচিত বৰফুকন হেন বীৰপুত্ৰৰ জন্ম, সেই দেশত অন্যৰ অধিকাৰ নাই ! ( গহীন খোজেৰে প্ৰস্থান )

লাচিত।—অহঃ ! কি অলৌকিক বিয়া ! পৃথিবীত এনে বিয়া দেখুৱাবলৈকে ৰমণী গাভৰুৱে অসমত জন্ম লৈছিল ! ধন্য তুমি গাভৰু ! ধন্য তোমাৰ প্ৰতিজ্ঞা ! ধন্য তোমাৰ স্বদেশ-প্ৰেম ! ধন্য, ধন্য তোমাৰ গুপ্তপ্ৰেম ! প্ৰাণ দি ৰাখিলা এই প্ৰাণ ; কিবা পালা প্ৰতিদান ? নাই, নাই তাৰ যোগ্য প্ৰতিদান, নাই এই সামৰিক কৰ্ম্মজীৱনত। যি বিয়া পাতিলা আজি মানসত মোৰে, অচিৰে পাতিম সি বিয়া সিপুৰীত তোমাৰে। মিলিব তাৰ শুভচ্ছেগ অনতিপলমে। দৈহিক ৰণত প্ৰকাশ্যে জয়ী হৈ বিজয়ী নাম লাভ কৰিলোঁ ; আধ্যাত্মিক ৰণৰ ক্ষণ গণিম সংগোপনে এই ৰণ-সামৰণিত। (নেপথ্যলৈ চাই) কোন আছাঁ ?—(পানীফুকন আৰু গন্ধৰ্ব্বৰ প্ৰৱেশ ) লোৱাঁ, এই পৱিত্ৰ শৱ গভীৰ সন্মানেৰে আমাৰ শিবিৰলৈ লৈ যোৱাঁ ; ইয়াৰ সুযোগ্য সৎকাৰ হব লাগিব।

